# অসমৰ সামাজিক ৰূপান্তৰ
# আৰু
# মধ্যশ্ৰেণীৰ বিকাশ

(প্ৰাগঐতিহাসিক যুগৰপৰা ১৯২০ লৈ)




যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

**ASAMAR SAMAJIK RUPANTAR ARU MADYASRENIR BIKASH** A book form of Chandrakanta Barpujari Memorial Lecture 2004 delivered by Sri Jatindra Kumar Bargohain and published by **Dr. Jagadish Patgiri**, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat – 1
17th Feb, 2005 **Price : 300/-**

---

*চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক ন্যাসৰ ধনেৰে প্ৰকাশিত*

অসম সাহিত্য সভা

**প্ৰকাশক** : **ডক্টৰ জগদীশ পাটগিৰী**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ১

প্ৰথম প্ৰকাশ : ১৭, ফেব্ৰুৱাৰী, ২০০৫খ্ৰীষ্টাব্দ

মূল্য : ৩০০.০০ টকা মাত্ৰ

বেটুপাত : মনজিৎ ৰাজখোৱা

মুদ্ৰক : বাহাৰুল ইছলাম চৌধুৰী
নৰ্থ ইষ্ট প্ৰিন্টাৰ্ছ
উত্তৰ শৰণীয়া, গুৱাহাটী-৩
(ফোন নং : ২৬৬৩৮০৩, ২৬০৬৬৯১

# প্ৰধান সম্পাদকৰ নিবেদন

প্ৰাগ ঐতিহাসিক যুগৰ পৰা ১৯২০ খ্ৰীষ্টাব্দলৈ এক সুদীৰ্ঘকালৰ ইতিহাস। প্ৰাগজ্যোতিষপুৰলৈ নৰকৰ আগমনৰ পৰা পিছৰ কালৰ বুৰঞ্জীৰ কিছু তথ্য কালিকা পুৰাণ, যোগিনীতন্ত্ৰম, ভূমিদানৰ ফলি, ৰামায়ণ, মহাভাৰত আদিত পোৱা যায়। নৰকৰ পূৰ্বকালৰ প্ৰাগজ্যোতিষৰ ইতিহাসৰ সমল পাবলৈ টান। নৰক-ভগদত্তৰ সময়ৰ পৰা ইংৰাজৰ আগমনৰ প্ৰাক-কাললৈকে কামৰূপ-অসমৰ ইতিহাসৰ গৌৰবোজ্বল বহু কাহিনী আছে। পূবফালৰ পৰা চুকাফা আৰু পশ্চিমফালৰপৰা শংকৰদেৱ দুয়ো আহি অসমীয়া জাতিটোক সংঘবদ্ধ কৰি বৃহৎ অসমীয়া জাতি গঠনৰ বুনিয়াদ ৰচনা কৰিছিল।

ভাষা-সাহিত্য-ধৰ্ম ভিন্ন হ'লেও পশ্চিমৰ পৰা বিদেশী শাসক গোষ্ঠীৰ হাতত ধৰি ধৰ্ম প্ৰচাৰৰ বাবে অসম সোমোৱা মিচনেৰীসকলৰ হাততেই পৰবৰ্তীকালত আধুনিক অসমীয়া ভাষা-সাহিত্যই পোখা মেলিবলৈ ধৰিছিল। হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, আনন্দৰাম ঢেকীয়াল ফুকন, মাণিকচন্দ্ৰ বৰুৱাকে ধৰি এচাম নব্য শিক্ষিতই তাত সাৰ-পানী দি অসমীয়া-ভাষা সাহিত্যক বিকশিত কৰাত অৰিহণা যোগালে। ইংৰাজৰ শাসনকালৰ ছত্ৰছায়াত অসমৰ থলুৱা লোকে আধুনিক শিক্ষাৰ পোহৰ লাভকৰে। সেই জ্যোতিত আলোকিত সকলৰ হাততেই অসমৰ পুঁজি ব্যৱস্থাও বিকশিত হয়। অসমৰ ভৱিষ্যত ভাষা-সংস্কৃতি আৰু থলুৱাৰ স্বাৰ্থৰক্ষা সকলোৰে বাবে সাংগঠনিক ব্যৱস্থাৰ গুৰি ধৰিছিল এই নব্য শিক্ষিতচামে।

মাৰ্ক্সীয় বিশ্লেষণত এই নব্য শিক্ষিত শ্ৰেণীটোকেই মধ্য শ্ৰেণী বুলি কোৱা হৈছে কিয়নো এই শ্ৰেণীটোৰ হাততেই ইংৰাজ শাসিত অসমৰ পুঁজিকেন্দ্ৰিক উৎপাদন ব্যৱস্থা প্ৰবৰ্তিত হৈছিল। এচাম থলুৱাৰ হাতত অসমৰ পুঁজি ব্যৱস্থাই বিকাশ লাভ কৰিছিল। মণিৰাম দেৱান, ভোলানাথ বৰুৱা, মাণিকচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা এওঁলোকেই আছিল নতুন উৎপাদন ব্যৱস্থাটোৰ প্ৰতিভূ। অসমৰ ছপাশাল, চাহবাগিচা, কাঠৰ কাৰবাৰ আদি সকলোতে এওঁলোকে মনোনিবেশ কৰিছিল। অসমৰ থলুৱা লোক আৰু ভাষা-সাহিত্যৰ স্বাৰ্থ ৰক্ষাৰ বাবে অসম ছাত্ৰ সন্মিলন আৰু অসম সাহিত্য সভাৰ জন্মও এওঁলোকৰ হাততেই হৈছিল।

অসমৰ এই বিস্তৃত কালৰ ইতিহাস অৱলোকন কৰিছে শ্ৰীযতীন্দ্ৰ কুমাৰ বৰগোহাঞিয়ে

তেওঁৰ এই গ্ৰন্থত। অসম সাহিত্য সভাই মির্জাত অনুষ্ঠিত কৰা চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক বক্তৃতা প্ৰদান কৰিবলৈ শ্ৰীবৰগোহাঞিক আমন্ত্ৰণ জনাইছিল। শ্ৰীবৰগোহাঞিয়ে তাত প্ৰদান কৰা ভাষণৰ পৰিবৰ্ধিত ৰূপটি অসম সাহিত্য সভাই প্ৰকাশ কৰাৰ সিদ্ধান্ত লয় আৰু তাৰ ফলশ্ৰুতিত এই গ্ৰন্থখন পাঠকৰ হাতত পৰিছে। আমি শ্ৰীবৰগোহাঞিক ধন্যবাদ জনাইছোঁ।

গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত দিহা-পৰামৰ্শৰে আমাক উৎসাহিত কৰা বাবে সভাৰ মাননীয় সভাপতি ড° বীৰেন্দ্ৰনাথ দত্তলৈ কৃতজ্ঞতা জ্ঞাপন কৰিছো। লগতে আমাক বিভিন্ন দিশৰ পৰা সহায় কৰা বাবে সভাৰ গুৱাহাটী কাৰ্যালয়ৰ সহকাৰী সম্পাদক শ্ৰীকমল কলিতা, জাতীয় ন্যাস পুঁজিৰ আহ্বায়ক শ্ৰীজয়ন্ত বৰুৱা, কাৰ্যনিৰ্বাহক সদস্য শ্ৰীগোপাল কাকতী, শ্ৰীৰণজিৎ বৰ্মন, সুকুমাৰ উপসমিতিৰ আহ্বায়িকা শ্ৰীগীতাদেৱী গগৈ, জাতীয় ন্যাসপুঁজিৰ কোষাধ্যক্ষ শ্ৰীসোণাৰাম সাউদ আৰু সৰ্বতোপৰি সকলো ক্ষেত্ৰতে আমাক সহায় কৰি অহা সভাৰ এগৰাকী একনিষ্ঠ কৰ্মী শ্ৰীভৱেশ দাসলৈ আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

সদৌ শেহত গ্ৰন্থখনৰ আৰ্হিকাকত চাই দিয়া বাবে শ্ৰীহিৰণ্য শৰ্মা, বেটুপাতৰ শিল্পী উদিয়মান, আমাৰ ছাত্ৰ শ্ৰীমনজিৎ ৰাজখোৱা আৰু সুন্দৰকৈ ছপাই-বন্ধাই দিয়া বাবে নৰ্থ ইষ্ট প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰ শ্ৰীবাহাৰুল ইছলাম চৌধুৰী আৰু কৰ্মচাৰীবৃন্দলৈ আমি শলাগ যাচিছোঁ।

ডক্টৰ জগদীশ পাটগিৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

২৫ জানুৱাৰী, ২০০৫ খ্ৰীষ্টাব্দ
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ৭৮৫০০১

# পাতনি

অসমৰ সামাজিক ৰূপান্তৰৰ চৰিত্ৰ কেনেধৰণৰ? এই প্ৰশ্নটোৰ সহজ উত্তৰ পাবলৈ নাই। অসমৰ মধ্য শ্ৰেণীৰ বিকাশ সম্পৰ্কে অৱশ্যে কিছু চিন্তা-চৰ্চা হৈছে। এই ক্ষেত্ৰত কেইবাগৰাকীও বিশিষ্ট চিন্তাবিদ আৰু নতুন অধ্যৱসায়ী লিখকে অৱদান আগবঢ়াইছে। মধ্যশ্ৰেণীৰ ভূমিকা সম্পৰ্কে দৃষ্টিভংগীৰ পাৰ্থক্য স্বাভাৱিকতে পণ্ডিতসকলৰ আছে। কিন্তু এই কথা ঐতিহাসিকভাৱে অনস্বীকাৰ্য যে মধ্য শ্ৰেণীৰ বিকাশে জাতিৰ ভাষা-কৃষ্টি আৰু জাতীয় চেতনাৰ প্ৰসাৰ ঘটাই আৰু এই ক্ষেত্ৰত অসমো ব্যতিক্ৰম নহয়। অসমৰ মধ্যশ্ৰেণীৰ বিকাশত পশ্চিমীয়া শিক্ষা-দীক্ষা তথা ইংৰাজৰ সাহচৰ্যই গুৰুত্বপূৰ্ণ অৰিহণা যোগাইছিল। এই মধ্যশ্ৰেণীৰ এক বুজন অংশ সুদীৰ্ঘ কালজুৰি ইংৰাজৰ অনুগত আছিল আৰু এই শ্ৰেণীয়েই ১৯২০ চনৰ ভিতৰত সৰ্বভাৰতীয় ৰাজনীতিৰ লগত অসমৰ চামিলকৰণ সম্পূৰ্ণ কৰে। ১৯২০ চনৰ পিছৰ পৰ্বৰ বাবে সুকীয়া অধ্যয়নৰ পৰিসৰ থকা বাবে আমি গ্ৰন্থখনৰ এক দ্বিতীয় খণ্ডৰো প্ৰস্তুতি চলাইছো।

অসমীয়া সমাজখনৰ ৰূপান্তৰৰ পথ কেনে আছিল, কোনবোৰ শক্তিয়ে ইতিহাসৰ ভিন-ভিন পৰ্যায়ত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল, সেই সম্পৰ্কে পৰ্যালোচনা কৰাৰ নিশ্চয় প্ৰয়োজনীয়তা আছে। আমাৰ এই আলোচনা নিঃসন্দেহে পাতনিহে—ইয়াৰ পূৰ্ণাংগ ৰূপ দিয়াৰ প্ৰয়াস কৰা হ'ব ভৱিষ্যতে।

মধ্য শ্ৰেণী (Middle class) বোলোতে মাৰ্ক্সীয় বিশ্লেষণত পুঁজিপতি শ্ৰেণীক বুজোৱা হয়—যিসকলে পুঁজিকেন্দ্ৰিক উৎপাদন ব্যৱস্থা এটা প্ৰৱৰ্তন কৰে। মধ্য শ্ৰেণীৰ বিকাশো সেয়ে পুঁজিকেন্দ্ৰিক বিকাশৰ কথাকে সূচায়। এই মধ্য শ্ৰেণীৰ বিকাশত নিঃসন্দেহে পশ্চিমীয়া শিক্ষা-দীক্ষাৰ বিকাশ, শিক্ষা-দীক্ষাৰ লগতে সাম্ৰাজ্যবাদী ইংৰাজে গঢ়ি তোলা অৰ্থনৈতিক আন্তঃগাঁথনিসমূহ, বাণিজ্যিক কৃষি—বিশেষভাৱে বাগিচা শিল্পৰ বিকাশে গুৰুত্বপূৰ্ণ প্ৰভাৱ বিস্তাৰ কৰিছে। পশ্চিমীয়া শিক্ষাৰ বিকাশৰ ক্ষেত্ৰত খ্ৰীষ্টান মিছনেৰী আৰু ইংৰাজ চৰকাৰ দুয়োৰে অৱদান ঐতিহাসিকভাৱে স্বীকৃত। আনহাতে, খ্ৰীষ্টান মিছনেৰীসকলেই প্ৰথম অসমীয়া ভাষাত ছপা কিতাপ আৰু বাতৰি কাকত প্ৰকাশৰ জৰিয়তে নতুন যুগৰ দুৱাৰ উন্মোচিত কৰিলে। পশ্চিমীয়া শিক্ষাৰে শিক্ষিত হোৱাৰ পিছতহে অসমীয়া মধ্য শ্ৰেণীয়ে ছপাশাল প্ৰতিষ্ঠা, বাতৰি কাকত আৰু আলোচনী প্ৰকাশ, ব্যৱসায়-বাণিজ্য আৰু বাগিচা উদ্যোগত গুৰুত্ব দি থলুৱা উদ্যোগী বা মধ্য শ্ৰেণীৰ বিকাশৰ সূচনা কৰিলে।

পশ্চিমীয়া শিক্ষা-দীক্ষা গ্ৰহণৰ ক্ষেত্ৰতো আমি দেখা পাওঁ যে পুৰণি ৰাজতন্ত্ৰৰ

পৃষ্ঠপোষকতাত লালিত-পালিত ডা-ডাঙৰীয়াসকলৰ মাজৰপৰা স্বাভাৱিক গতিৰে ব্যৱসায়ী বা উদ্যোগী শ্ৰেণী এটা বিকশিত হোৱা নাই। কিন্তু ৰাজতন্ত্ৰৰ গাতে ভেঁজা দি শক্তিমন্ত হোৱা সত্ৰসমূহ আৰু ৰাজতন্ত্ৰৰপৰা সা-সুবিধা লাভ কৰা ব্ৰাহ্মণ পুৰোহিত শ্ৰেণী আৰু কিছুসংখ্যক সুবিধান্বেষী সম্ভ্ৰান্ত লোকেই অসমীয়া মধ্য শ্ৰেণীৰ ভেটি গজগজীয়া হোৱাত অৰিহণা যোগাইছে। এই ক্ষেত্ৰত কিন্তু পুৰণি সামন্তযুগীয় চিন্তা-চৰ্চা আৰু সামন্তবাদী ব্যৱস্থাৰ দুৰ্বলতাসমূহ অতিক্ৰম কৰি নতুন পুঁজিকেন্দ্ৰিক উৎপাদন ব্যৱস্থা আৰু তেনে এক ব্যৱস্থাৰ সমৰ্থনত চিন্তা-চৰ্চা কৰাৰ এটা বস্তুগত সোপান আছে। এই সোপান ইংৰাজে শিক্ষাৰ প্ৰসাৰ, ৰেল আলিৰ প্ৰসাৰ, স্থলপথ আৰু জলপথৰ বিকাশ সাধন, বেংক প্ৰতিষ্ঠা, কাৰিকৰী প্ৰশিক্ষণ আৰু কৃষিৰ উন্নয়নৰ বাবে গ্ৰহণ কৰা ব্যৱস্থাৱলীৰ জৰিয়তে গঢ়ি তুলিছিল। এই সোপানত ভৰি দিয়েই অসমীয়া থলুৱা মধ্য শ্ৰেণীয়েও ছপাশাল প্ৰতিষ্ঠা, কাঠ আৰু শ্লিপাৰৰ ব্যৱসায়, অন্যান্য ব্যৱসায় আৰু বিশেষভাৱে চাহবাগিচা স্থাপনত মনোনিৱেশ কৰিছিল। বাগিচা শিল্পৰো বাটকটীয়া আছিল ইংৰাজেই। মধ্য শ্ৰেণীৰ সামাজিক গাঁথনিটো পৰিনিৰ্মাণত পশ্চিমীয়া শিক্ষা-দীক্ষা গ্ৰহণ কৰা ইংৰাজৰ সহযোগী চাকৰিয়াল, প্ৰশাসনিক বিষয়া, আৰক্ষী বিভাগৰ কৰ্মচাৰী আদিয়ে প্ৰত্যক্ষভাৱে ভূমিকা গ্ৰহণ কৰিছিল।

আমি দেখা পাওঁ এই শিক্ষিত মধ্য শ্ৰেণীয়েই অসমৰ অতীত ইতিহাস, ভাষাৰ বিকাশ আৰু প্ৰতিষ্ঠা লাভ, অসমৰ অৰ্থনৈতিক আন্তঃগাঁথনিৰ উন্নয়নৰ ক্ষেত্ৰত আগভাগ লৈছিল আৰু এইবোৰ ক্ষেত্ৰত উন্নয়নকল্পে এটা মানসিক গঢ় (Psychological make up) বা চেতনাৰ উন্মেষ সাধন কৰিছিল।

আনন্দৰাম ঢেকিয়াল ফুকনৰপৰা মাণিক চন্দ্ৰ বৰুৱালৈ —এইসকল মধ্য শ্ৰেণীৰ সজাগ প্ৰতিনিধিৰ এক বিশিষ্ট চৰিত্ৰ আছে। এই বিশিষ্ট চৰিত্ৰটো হ'ল— তেওঁলোক ইংৰাজৰ সহযোগী হৈও থলুৱা অসমীয়াৰ স্বাৰ্থৰক্ষাৰ হকে যুঁজাৰু। ইংৰাজৰ সহযোগী হোৱাটো এটা ঐতিহাসিক পৰিবৰ্তন আৰু প্ৰগতিৰ ফল। ই অভিশাপ নহয়। আনহাতে অসমীয়া ছপাশালৰ মালিক, চাহ বাগিচাৰ মালিক, চৰকাৰী আমোলা-বিষয়া আদিয়ে এটা শ্ৰেণী হিচাপে সন্মিলিত হৈ অসমীয়া মধ্য শ্ৰেণীৰ সংগঠনবিলাক ঊনবিংশ শতিকাৰ শেষ ভাগৰপৰাই গঢ়িবলৈ লোৱাটো এটা অসমীয়া মধ্যবিত্তৰ দুৰ্বলতা বা দুৰ্নাম ঘটিবলগীয়া কথা নহয়। বৰঞ্চ এইটো স্বাভাৱিক বিকাশহে আৰু এই বিকাশৰ সম্যক স্বীকৃতি দিয়া প্ৰয়োজন।

থলুৱা মধ্য শ্ৰেণীৰ বিকাশ নহ'লে থলুৱা বজাৰ, ৰাজ্যৰ সীমা আৰু ভাষা সম্পৰ্কে সজাগতা, পৰম্পৰা আৰু বৈশিষ্ট্য ৰক্ষাৰ সজাগতাও গা-কৰি নুঠে। অসমত আমি এই কেউটা দিশতে সজাগতা বৃদ্ধি পোৱা দেখা পাওঁ ঊনবিংশ শতিকাৰ শেষ দুটা দশক আৰু কুৰি শতিকাৰ প্ৰথম দুটা দশকৰ ভিতৰত প্ৰথম পৰ্বৰ পৰিসমাপ্তি। কুৰি শতিকাৰ

দ্বিতীয় দশকৰ ভিতৰতে অসম সাহিত্য সভা, অসম ছাত্ৰ সন্মিলন আৰু অসমত কংগ্ৰেছ দলৰ ভেটি প্ৰতিষ্ঠাৰ যো-জা প্ৰায় একেলগে, একে শ্ৰেণীৰ মানুহৰ পৃষ্ঠপোষকতাত চলে। এই মানুহখিনি হ'ল শিক্ষিত মধ্যবিত্ত। ইংৰাজৰ বিষয়া, কৰ্মচাৰী, ব্যৱসায়ী আৰু চাহ উদ্যোগী। এইটো ইতিহাসৰ স্বাভাৱিক প্ৰগতিৰ লক্ষণ।

আমি এই অধ্যয়নত কেৱল মধ্য শ্ৰেণীৰ বিকাশৰ কথাকেই আলোচনা কৰা নাই। প্ৰাচীন কৰ্বৰ সভ্যতা, সামন্তবাদৰ বিকাশ তথা ইয়াৰ চৰিত্ৰ আৰু অৱদান সম্পৰ্কীয় কথাবোৰ আলোচনাৰ মাজলৈ আনিছো। আমাৰ কোনো ধাৰাবাহিক বিকাশৰ ইতিহাস নাই— তেনে এক ধাৰণাৰ কিবা সাৰ্থকতা আৰু ভিত্তি আছে বুলি মই নাভাবোঁ। তেনে ধাৰণা মই প্ৰত্যাখান কৰিছো যুক্তিসহকাৰেই। মই ভাবোঁ অসমৰ সভ্যতাৰ বিকাশৰ এটা ধাৰাবাহিকতা আছে। ই হঠাৎ ছুকাফাৰ দিনত নাইবা শ্ৰীমন্ত শংকৰদেৱৰ দিনত জন্ম পোৱা নাই। এই ধাৰাবাহিকতা ১৯২০ চনতে নিঃশেষ হোৱাও নাই। তথাপি মধ্য শ্ৰেণীৰ বিকাশ আৰু অসমীয়া জাতি গঠনৰ প্ৰথম পৰ্বও এই দ্বিতীয় দশকতে সম্পূৰ্ণ হোৱা বুলি মই ভাবোঁ। গতিকে এই অধ্যয়নৰ মোখনি মাৰিছো ইয়াতে।

প্ৰাসংগিকভাৱে আমি গ্ৰন্থখনিত ৰাষ্ট্ৰৰ বিকাশ আৰু চৰিত্ৰ সম্পৰ্কীয় কিছু কথা আলোচনা কৰিছো। স্বাধীন ৰাষ্ট্ৰীয় সত্তাৰ ঐতিহ্য পূৰ্ণৰূপত ৰক্ষা আৰু বিকশিত আহোম ৰাজতন্ত্ৰত হৈছিল। ডিমাপুৰ তথা খাচপুৰ কেন্দ্ৰিক কছাৰী ৰাজ্যতো এই স্বাধীন সত্তাৰ ভেটি প্ৰতিষ্ঠা হৈছিল বুলি ধাৰণা কৰিব পৰা সমল আছে। একেদৰে কামৰূপ-কমতাৰ ধাৰাবাহিকতা ৰক্ষা কৰি পশ্চিম অসমত কোচবিহাৰকেন্দ্ৰিক যি ভেটি প্ৰতিষ্ঠা হৈছিল সি বিশ্বসিংহ আৰু নৰনাৰায়ণৰ জীৱিত কালত সম্পূৰ্ণ সাৰ্বভৌম ৰূপত বৰ্তি আছিল। কৰতোৱাৰপৰা শদিয়া পৰ্যন্ত সীমান্ত সুৰক্ষিত কৰাৰ আদৰ্শৰে উদ্ভাসিত আহোম ৰাজতন্ত্ৰৰ ৰাজকীয় চেতনা আছিল মূলতঃ ই প্ৰাগজ্যোতিষপুৰীয়া, কামৰূপীয়া, কমতাপুৰীয়া ঐতিহ্যক সংৰক্ষণ আৰু সংবৰ্ধন কৰা। জাত, ধৰ্মৰ ক্ষেত্ৰত এই ৰাজকীয় চেতনা আছিল উদাৰ, নিৰপেক্ষ। ফলত ৰজাই ৰজাই লগা সাময়িক ৰণ-বিগ্ৰহ বাদ দিলে আমি দেখা পাওঁ আহোম ৰাজতন্ত্ৰত আহোম, চুতীয়া, কোচ, মৰাণ, কছাৰী, কলিতা, কেওট, কৈৱৰ্ত, তাঁতী, ব্ৰাহ্মণ, কায়স্থ আদি সকলো জাতৰ আৰু হিন্দু, মুছলমান, বৌদ্ধ আদি ধৰ্মৰ সকলো শাখাৰে সুষম বিকাশ সম্ভৱ হৈছিল। আধুনিক যুগত উদাৰ জাতীয় ভাবনাৰ বিকাশত এই ঐতিহ্যই প্ৰভাৱ বিস্তাৰ কৰিছে।

ৰণ-বিগ্ৰহ তথা বিদ্ৰোহ আদিৰ ক্ষেত্ৰত আমি সম্পূৰ্ণ নিৰপেক্ষ পদ্ধতি গ্ৰহণৰ প্ৰয়োজনীয়তা অনুভৱ কৰোঁ। আমাৰ ধাৰণা সামন্ত যুগত যুদ্ধত আহোম নিজিকিলে কোচ, কোচ নিজিকিলে আহোম, চুতীয়া নিজিকিলে আহোম নাইবা আহোম নিজিকিলে চুতীয়া, কছাৰী নিজিকিলে আহোম, আহোম নিজিকিলে কছাৰী জিকিছিল। কিন্তু সামাজিক

ক্ষেত্ৰত, ব্ৰহ্মপুত্ৰ উপত্যকাত এই জয়-পৰাজয়ৰ কোনো স্থায়িত্ব নাই, আছে এক দীৰ্ঘকালীন সহাবস্থানৰ পৰিচয়। এইটোৱেই অসমীয়াৰ পৰম্পৰাগত পৰিচয়। এই পৰম্পৰাই হ'ল অসমীয়া ভাষাৰ পিছতে জাতিটোৰ প্ৰধান উপাদান। ভাষা আৰু পৰম্পৰাৰ লগতে সামন্ত যুগতে কামৰূপ-কমতা আৰু অসমক সুৰক্ষিত কৰাৰ যি সংহতিপূৰ্ণ মনস্তাত্ত্বিক গঢ় ব্ৰহ্মপুত্ৰ উপত্যকাত জন্ম হৈছিল—সি হ'ল আজিকোপতি অসমীয়াৰ সংহতিৰ মনস্তাত্ত্বিক গঢ়। মধ্য শ্ৰেণীয়ে এই তিনিওটা উপাদানকে প্ৰতিপালিত কৰিছে। অসমীয়া জাতিটো গঢ় দিয়া আৰু বিকশিত কৰাত সেয়ে মধ্য শ্ৰেণীৰ অৱদান অনস্বীকাৰ্য।

ঊনবিংশ শতিকাৰ শেষ দুটা দশকৰ কুৰি শতিকাৰ প্ৰথম দুটা দশকত অসমৰ শিক্ষিত মধ্যবিত্ত তথা সাহিত্যিকসকলে অসমীয়া জাতি আধুনিকৰূপত গঢ় দিয়াৰ অৰিহণা যোগালে সেয়া ঐতিহাসিক বিচাৰত তুলনাবিহীন। সাহিত্য সভাৰ লগতশিল্পোদ্যোগৰ লগত জড়িত মধ্য শ্ৰেণীৰ সম্পৰ্ক নিঃসন্দেহে স্বাভাৱিক আৰু ইয়াত বিদ্ৰূপ কৰিবলগীয়া কোনো কাৰণ নাই। মধ্য শ্ৰেণীয়ে অসমীয়া ভাষা প্ৰতিষ্ঠাৰ বাবে কৰা কামখিনিতো, যিখিনি কাম নিঃসন্দেহে চৰকাৰী আমোলা-বিষয়া আৰু ইংৰাজৰ লগত ওচৰ সম্পৰ্ক থকা চাহ বাগিচাৰ মালিক শ্ৰেণীৰ সহযোগিতাত কৰিছিল, এইখিনিতো আমি অস্বাভাৱিকতা একো দেখা নাই। ইংৰাজৰ সহযোগী হিচাপে আহি অসমত বসবাস কৰাসকলৰ বহুতৰে দৃষ্টিভংগী থলুৱা লোকৰ দৃষ্টিভংগীৰ লগত নিমিলে। প্ৰব্ৰজুৱা আৰু থলুৱাৰ মাজত এনে সংঘাতে বুজায় যে অন্য স্থানৰপৰা অহাসকলে বিভিন্ন কাৰণত থলুৱা কৃষ্টি-সংস্কৃতি ভাষাক আঁকোৱালি নলৈ ঔপনিৱেশিক দৃষ্টিৰে প্ৰাধান্য বিস্তাৰৰ মনোবৃত্তিৰে চোৱা বাবেই প্ৰথমৰেপৰাই এটা সংঘাত থাকি গৈছিল। পিছলৈ ই অতি তীব্ৰ ৰাজনৈতিক আৰু সাম্প্ৰদায়িক ৰূপ লয়। আমি দ্বিতীয় খণ্ডতহে এই বিষয়ে আলোচনা কৰিছো।

অসম সাহিত্য সভাই চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক বক্তৃতা প্ৰদানৰ বাবে সুবিধা দিয়াত মই আনন্দমনেৰে বিষয়টোৰ ওপৰত কোৱাৰ দায়িত্ব লৈছিলো। সভাৰ প্ৰধান সম্পাদক ড° জগদীশ পাটগিৰীয়ে আমাক বক্তৃতাটো গ্ৰন্থ আকাৰে প্ৰকাশৰ বাবে কৰা অনুৰোধৰ ফলশ্ৰুতি এই গ্ৰন্থ। অসম সাহিত্য সভা আৰু সভাৰ প্ৰধান সম্পাদক ড° জগদীশ পাটগিৰীক ব্যক্তিগতভাৱে কৃতজ্ঞতা জ্ঞাপন কৰিলো।

কনকলতা পথ
লাচিত নগৰ
গুৱাহাটী - ৭

ধন্যবাদ সহকাৰে
যতীন্দ্ৰকুমাৰ বৰগোহাঞি

# সূচীপত্র

## অধ্যয়ন - ১

# অসমৰ অসুৰ সভ্যতা

## ১.১ অসমৰ আদিম জনগোষ্ঠীবিলাক

সভ্যতাৰ আদিম অৱস্থাত মানুহৰ সমাজখনৰ গাঁথনি কেনেকুৱা আছিল তাক নিশ্চিতভাৱে কোৱাৰ কোনো উপায় নাই। তথাপি আদিম মানুহৰ ব্যৱহৃত আহিলা-পাতিৰ অৱশেষ, জীৱনধাৰণৰ পদ্ধতি, বাসস্থান, খাদ্য সংগ্ৰহৰ ধৰণ আৰু খাদ্যাভ্যাস, পৰিয়ালৰ গঠন, বিবাহৰ পদ্ধতি, ব্যক্তিগত সম্পত্তিৰ ধাৰণা তথা ব্যক্তিগত সম্পত্তিৰ বিকাশ, মানুহৰ শ্ৰম ব্যৱহাৰৰ পদ্ধতি, শ্ৰম বিভাজন, মৃতকক সংকাৰ কৰাৰ পদ্ধতি আদি নানা উপাদানৰ ওপৰত ভিত্তি কৰি আমি মানুহৰ সমাজখনৰ গঠনটো কেনে আছিল, সেই সম্পৰ্কে মত প্ৰকাশ কৰিব পাৰোঁ। কিন্তু অতি আদিম কালৰ বিষয়ে অধ্যয়ন কৰিবৰ বাবে সাধাৰণতে অতীতৰ সমলবোৰ পোৱা নাযায়। শিল, হাড় আৰু অন্য কোনো ধাতু ব্যৱহাৰ কৰিলে সেইবোৰৰ অৱশিষ্ট অংশ হাজাৰ হাজাৰ বছৰ ধৰি অপৰিৱৰ্তিত থাকিব পাৰে। কিন্তু বাঁহ, কাঠ আদি আহিলাৰে জীৱন আৰু জীৱিকা নিৰ্বাহৰ প্ৰয়াস কৰাসকলৰ লগত মাটিৰ বাচন আৰু শিলৰ আহিলা ব্যৱহাৰ কৰাসকলৰ জীৱন-চৰ্যা আৰু কৃষ্টিৰ বহু পৰিমাণে অমিল থাকিব পাৰে। উন্নত ধাতুৰ আহিলা-পাতি ব্যৱহাৰ কৰা যুগটো নতুন হোৱা বাবে অৱশ্যে মুকলি কৰা, চিকাৰ আৰু খেতি কৰাৰ পদ্ধতিও সুপ্ৰাচীন অৱস্থাতে সুদীৰ্ঘকাল ধৰি মানুহৰ ন্যূনতম প্ৰয়োজন পূৰণৰ জৰিয়তে বৰ্তি থাকিব পাৰে। জুই ব্যৱহাৰ কৰাৰ পিছতো আনকি চিকাৰ আৰু কৃষিৰ ক্ষেত্ৰত এনেবোৰ স্থানত দ্ৰুতগতিৰে পৰিবৰ্তন হোৱাৰ লক্ষণবোৰ পাহাৰীয়া আৰু ভাঠ অৰণ্য অঞ্চলত ফুটি নুঠিবও পাৰে। বিশেষভাৱে ঝুম খেতি বা অস্থায়ী খেতি কৰা আৰু পৰিভ্ৰমী বা অৰ্দ্ধ-পৰিভ্ৰমী (Semi-Nomadic) অৱস্থা এটা বৰ্তি থকাৰ ফলত অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ বহু ঠাইতে উন্নত অৱস্থা আৰু অনুন্নত অৱস্থাৰ সমান্তৰাল অৱস্থান গ্ৰহণ সম্ভৱ হ'ব পাৰে।

অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকা তুলনামূলকভাৱে নতুন। দক্ষিণৰ খাছি-জয়ন্তীয়াকে ধৰি

বৰাইল পৰ্বতমালা, নগা আৰু পাটকাই পাৰ্বত্যাঞ্চল উত্তৰৰ হিমালয়ৰ দাঁতি কাষৰীয়া অঞ্চলতকৈও পুৰণি। ভাৰতৰ খাছি-জয়ন্তীয়া গাৰো পাহাৰকে ধৰি (১) দক্ষিণ আৰু দক্ষিণ-পূৰ্বৰসকলো অঞ্চল ভাৰতৰ দক্ষিণ-বিহাৰ, ছোটনাগপুৰ, বিন্ধ্যাচলৰ সম্পৰ্ক সুপ্ৰাচীন। একে ধৰণৰ অৰণ্য আৰু পাহাৰীয়া বনভূমিত প্ৰাচীন নিষাদ আৰু কিৰাতসকলৰ কোনবোৰ জনগোষ্ঠীয়ে ক'ত কেতিয়া প্ৰথম বসতি বিস্তাৰ কৰিছিল তাৰ কোনো সম্যক ইতিহাস এতিয়া পাবলৈ নাই। কিন্তু এই কথা নিশ্চিত যে বৰ্তমান এই জনগোষ্ঠীবোৰ যিবোৰ অঞ্চলত থিতাপি লৈ বিস্তাৰিত হৈছে, সেই অঞ্চলবোৰত তেওঁলোকৰ অস্তিত্ব নতুন নহয়। উদাহৰণস্বৰূপে অসমৰ কাৰ্বি (মিকিৰ)সকলৰ কথাই ক'ব পাৰি। উপকথাবিলাকে তেওঁলোক প্ৰব্ৰজিত হৈ অহাৰ ইংগিত দিলেও তেনে ইংগিতে কোনো সময় নিৰ্দিষ্ট নকৰে আৰু সুনিৰ্দিষ্ট পথ বা স্থানো নিৰ্দেশ নকৰে। তেওঁলোকক প্ৰাচীন অসমৰ আৱিষ্কৰ্তা বুলি কোৱা হয়; কিন্তু তেওঁলোক কেতিয়া কোন ফালেদি অসমত প্ৰৱেশ কৰিলে তাৰ ইংগিত নাই।

উত্তৰৰ হিমালয়ৰ দাঁতিকাষৰীয়া অঞ্চলৰ মংগোলীয় জনগোষ্ঠী বিলাকৰ ভিতৰত ভোট, অকাঁ, ডফলা (নিছি), আবৰ (আদি), মিছিং, মিছিমি আৰু হিমালয় নামনি অংশ ক্ৰমান্বয়ে ম্যানমাৰ তথা দক্ষিণৰ পাটকাই পাৰ্বত্যাঞ্চলত মিলিত হোৱা অঞ্চলত খামটি, চিংফৌ, দেউৰী জনগোষ্ঠীৰ বাসস্থান। খাছি-জয়ন্তীয়া পাৰ্বত্যাঞ্চল তথা কাৰ্বি আৰু বৰাইল পাহাৰ, নগা পাহাৰত ক্ৰমে পশ্চিমৰ পৰা পূবলৈ গাৰো, ৰাভা, খাছি, জয়ন্তীয়া, তিৱা, কাৰ্বি, ডিমাচা, নগা আৰু আয়তনীয়া, ফাকিয়াল, খামজঙীয়া আদি তাই জনগোষ্ঠীৰ বাসস্থান। চীন (Chin) আৰু লুচাই পাৰ্বত্যাঞ্চল দক্ষিণলৈ আৰাকান, চট্টগ্ৰাম পাৰ্বত্যাঞ্চল পাৰহৈ ক্ৰমান্বয়ে দক্ষিণ ম্যানমাৰ আৰু মালয়া উপদ্বীপৰ লগত বিলীন হৈ গৈছে।

অসমৰ আদিম বাসিন্দাসকলৰ মাজত নেগ্ৰিটো বা নিগ্ৰো, অষ্ট্ৰেলয়ড (Australoid) বা অষ্ট্ৰিক কোল-মুণ্ডা তথা মংগোলীয় উপাদানসমূহৰ অস্তিত্ব থকা বুলি বিভিন্ন পণ্ডিতে মত প্ৰকাশ কৰিছে। হাট্টন, মিলছ আৰু সুনীতিকুমাৰ চেটাৰ্জীয়ে (২) অসমৰ

---

*১ *বৰ্তমান বাংলাদেশৰ ব্ৰহ্মপুত্ৰ-গংগাৰ জলধাৰাই গঢ়ি তোলা উপত্যকাই এই অবিচ্ছিন্নতাক মাত্ৰ এটা উপত্যকাৰে ছিন্ন কৰিছে, যাৰ অধিকাংশই তাম্ৰলিপ্তি (আধুনিক ভাগলপুৰৰ ওচৰ) পৰ্যন্ত সমুদ্ৰৰ পানীৰ তলত আছিল। ভৌগোলিকভাৱে বৰ্তমান উত্তৰ পূৰ্বাঞ্চল আৰু অতীতৰ উত্তৰ-পূৰ্বাঞ্চলৰ কিছু পাৰ্থক্য আছে। বৰ্তমানৰ দৰে অতীতৰ সংযোগী অঞ্চল শীৰ্ণ নাছিল।— লিখক*

২ *হাট্টনৰ (Man of India, Vii, pp 257 ff— দ্ৰষ্টব্য Caste in India, 1977 edition— page 2,3,7 দ্ৰষ্টব্য , Mills ৰ Census of India, I, 1931 Appendix B; এছ কে চেটাৰ্জীৰ— কিৰাটজনকীৰ্তি (Kirata— Jana-kirti, Royal Asiatic Society of Bengal, 1951, P4)*

পাৰ্বত্য জন-গোষ্ঠীৰ মাজত নিগ্রো জাতিৰ অৱশিষ্ট থকা বুলি উল্লেখ কৰিছে। কিন্তু চুলিৰ গঠন আৰু কুঠাৰ আদি আহিলাৰ আকৃতিৰ ওপৰত ভিত্তি কৰি কোনো জন-গোষ্ঠীক 'নেগ্রিটো' বুলি প্ৰতিষ্ঠিত কৰিব পৰা যুক্তি অতি দুৰ্বল। অসমৰ প্ৰায় সকলো পাৰ্বত্য জন-গোষ্ঠীৰ ক্ষেত্ৰতে মংগোলীয় প্ৰভাৱ প্ৰবল। অষ্ট্ৰিকসকলক অষ্ট্ৰেলয়ড, প্ৰট' অষ্ট্ৰেলয়ড, নিষাদ, প্ৰাক-দ্ৰাবিড়ীয় আদি নামেৰে অভিহিত কৰা হয়। অসমৰ খাছিসকলক অষ্ট্ৰিকৰ লগত ধৰা হয়। কিন্তু ভাষিক ক্ষেত্ৰত অষ্ট্ৰিক ভাষাৰে মিল থকা (৩) সত্বেও শাৰীৰিক গঠন তথা আকৃতি আৰু কৃষ্টিৰ ফালৰপৰা তিব্বেতো বৰ্মী জনগোষ্ঠীবিলাকৰ লগত খাছিৰ অমিল গভীৰ নহয়।

কাৰ্বিসকল নৃগোষ্ঠীগতভাৱে মংগোলীয় আৰু ভাষিকভাৱে তিব্বেতো-বৰ্মী (৪)। পূৰ্বে কোনো কোনো ব্যক্তিয়ে কাৰ্বিসকলৰ লগত খাছিসকলৰ মিল থকাৰ বিষয়ে উল্লেখ কৰিছিল। এডবাৰ্ড ষ্টেকে কাৰ্বিসকলক ভাষিকভাৱে বড়ো আৰু পশ্চিম ভাগৰ নগাৰ মধ্যৱৰ্তী এটা ভাষাৰ কথা ষ্টেকে উল্লেখ কৰিছে (৫)। কাৰ্বিসকলৰ মাতৃ-তান্ত্ৰিক প্ৰাচীনতাৰ অৱশ্য সমাজত বিদ্যামান। ই খাছি আৰু গাৰোসকলৰ লগত সম্পৰ্ক নিবিড় দেখুৱায়; কিন্তু ই নুবুজায় যে কাৰ্বিসকল খাছিৰ এটা ঠাল। বৰঞ্চ এইটো এটা সুপ্ৰাচীন পৰিয়ালৰ বিকশিত মংগোলীয় জনগোষ্ঠী বুলি ঠাৱৰ কৰিব পৰা যায়। কাৰ্বিৰ ক্ষেত্ৰত পশ্চিমৰ নগাৰ লগত, কিছু ক্ষেত্ৰত খাছিৰ লগত তথা বড়োৰ লগত মিল থকাটোৱে কাৰ্বিৰ শান্তিপ্ৰিয় গোষ্ঠীগত চৰিত্ৰ আৰু সংস্পৰ্শলৈ অহাসকলৰপৰা গ্ৰহণ কৰাৰ মনোবৃত্তি দেখা যায়। এনে মনোবৃত্তি অন্য সংখ্যা গৰিষ্ঠ তিব্বেতোবৰ্মী জনগোষ্ঠীৰ মাজত দেখা নাযায়। বিশেষকৈ যুদ্ধ-প্ৰিয়তা, জনজাতীয় আৰ্হিৰ মুখিয়ালসকলৰ অতি উগ্ৰ প্ৰাধান্য এওঁলোকৰ নাই।

তিব্বেতো-বৰ্মী জনগোষ্ঠীবিলাকৰ ভিতৰত বড়ো-কছাৰী, ডিমাছা-কছাৰী, দেউৰী, লালুং (তিৱা), ৰাভা, দেউৰী, গাৰো, হাজং, মেচ, কাছাৰৰ বৰ্মনসকল, সোণোৱাল কছাৰী আদিৰ অসমত কুকি আৰু মাৰ (Hmar) তথা নগা (ৰেংমা, জেমি, লোথা) সম্প্ৰদায়ৰ লোকসকলে বাস কৰে। জন সংখ্যাৰ ফালৰ পৰা বড়োসকলৰ সংখ্যাই সৰহ আৰু তাৰ পিছতে ভৈয়ামৰ জনজাতিৰ ভিতৰত মিছিংসকলৰ স্থান।

তিব্বেতো-বৰ্মীসকলৰ পিছতে অসমীয়া জন সমাজত মুখ্য ভূমিকা গ্ৰহণ কৰা এক জনগোষ্ঠী আহোমসকলৰ বৃহত্তৰ তাই (Thai) জনগোষ্ঠীৰ। তাই সকলৰ কেবাটাও

৩ *H.K. Borpujari, Edited The Comprehenive History of Assam, Introdction দ্ৰষ্টব্য।*

৪ *Tribes of Assam, Part I, First Edition, page 52*

৫ *ষ্টেক, The Mikirs, Edited By charles Lyall, First-Edition, Page 153.*

ঠাল উত্তৰ-পূৰ্বাঞ্চলত বাস কৰে। তাৰ ভিতৰত তাই-আহোম, তাই-ফাকে, তাই-খামটি, তাই-আইতন, তাই-খাময়াং, তাই-শ্যাম বা তাই-তুৰুং আদি প্ৰধান। চুতীয়াসকল অসমীয়া সমাজৰ এক প্ৰধান উপাদান। চুতীয়াসকলক তিব্বেতো-বৰ্মী বুলি কোৱা হয়। এই ক্ষেত্ৰত অৱশ্যে মত বিৰোধ নথকা নহয়। মৰাণ, বৰাহী (বৰ্তমান বিলুপ্ত) আদি জনগোষ্ঠীও তিব্বেতো-বৰ্মী।

অসমীয়া সমাজখন নিৰ্মাণত মুখ্য ভূমিকা গ্ৰহণ কৰা অন্য জনগোষ্ঠীবিলাক হ'ল— কলিতা, কায়স্থ, কৈৱৰ্ত, কেওঁট, সুত, নাথ, যোগী, চাহ জনগোষ্ঠী, মাৰোৱাৰী আৰু অন্যান্য ৰাজস্থানী তথা ৰাজপুত, নৱদ্বীপ আৰু কনৌজৰ ব্ৰাহ্মণ ইত্যাদি। ব্ৰাহ্মণসকলৰ বহু শাখা-প্ৰশাখা ইতিহাসৰ বিভিন্ন পৰ্বত অসমলৈ আহিছে। মংগোলীয়সকল যিদৰে ইতিহাসৰ বিভিন্ন সময়ত একোটা পৰিয়াল কিম্বা একোজন ব্যক্তি হিচাপে আহিছে, ব্ৰাহ্মণসকলে সেইদৰে বিভিন্ন সময়ত বিভিন্ন ধৰণে আহিছে। কন্ব, বশিষ্ঠ আদি গোত্ৰৰ ব্ৰাহ্মণসকল অতি প্ৰাচীন কালতে অসমলৈ আহিছে। বৰ্মন বংশৰ ৰাজত্ব কালতে শিলালিপি আৰু তাম্ৰশাসন বিলাকত সংস্কৃত ভাষাৰ ব্যৱহাৰে মূলতঃ আৰ্যধৰ্মী বা আৰ্যভাষীসকলৰ প্ৰাধান্যৰ কথাই সূচায়। সংখ্যাৰ ফালৰপৰা নহ'লেও শিক্ষাগত অৰ্হতা তথা ধৰ্মীয় প্ৰাধান্যৰ ফালৰপৰা এওঁলোকৰ গুৰুত্ব আছিল অতি বেছি।

## ১.২ দানৱ বংশ আৰু বৰ্বৰ যুগ

অসমৰ বৰ্বৰ যুগটোক সাধাৰণতে বৰ্বৰ যুগ বুলি কোৱা হয়। মহাভাৰতৰ যুদ্ধৰ সময়ত যিজন ৰজা ভগদত্তই কামৰূপত ৰাজত্ব কৰিছিল, তেওঁৰ পিতৃ নৰকে দানৱ বংশৰ শেষ ৰজা ঘটক কিৰাত বা ঘটকাসুৰক বধ কৰিছিল। নৰকাসুৰৰ অসম আগমনৰ সময়, আনুমানিকভাৱে, মহাভাৰতৰ যুদ্ধৰ এক পুৰুষৰ আগতে। যি সময়ত কুৰুক্ষেত্ৰত কুৰু-পাণ্ডৱৰ যুদ্ধ হৈছিল, সেই সময়ত ভগদত্ত বৃদ্ধ। বৈষ্ণৱ অনুগামী ভগদত্ত বৈষ্ণৱ অস্ত্ৰৰ গৰাকী।

মহাভাৰত বৰ্ণিত ভগদত্ত ইন্দ্ৰৰ বন্ধু। চীনা; কিৰাত আৰু 'সাগৰ-অনুপ-বাসী' অন্যান্য যোদ্ধাসকলৰ দ্বাৰা পৰিবেষ্টিত। ভগদত্তকো বৰ্ণনা কৰা হৈছে 'পূৰ্বসাগৰবাসীন' বুলি। তদুপৰি তেওঁক কোৱা হৈছে 'শৈলআলয়'ৰ বাসিন্দা বুলি। প্ৰাচীন প্ৰাগজ্যোতিষপুৰৰ দক্ষিণ সীমা সমুদ্ৰ, উত্তৰ সীমা হিমালয়ৰ পাদদেশ, মাজত পৰ্বত-নদীৰে বিশাল বৈচিত্ৰ্য। ব্ৰহ্মপুত্ৰৰো আনকি 'লৌহিত্য সমুদ্ৰ' বুলিহে শিলালিপি আৰু তাম্ৰশাসনত উল্লেখ পোৱা যায়। কিৰাত আৰু চীনা সৈন্যসহ এক অক্ষৌহিনী সৈন্য

ভগদত্তই দুৰ্যোধনক দিছিল বুলি মহাভাৰতত উল্লেখ আছে। মহাভাৰতৰ বিভিন্ন প্ৰকৰণৰ কথাত তথা একেটা খণ্ডৰে বৰ্ণনাত যে প্ৰাগজ্যোতিষৰ প্ৰকৃত অৱস্থান সম্পৰ্কে খেলি-মেলি কথা নাই তেনে নহয়। তথাপি এইটো মানি লোৱা হয় যে মহাভাৰতত উল্লেখিত ভগদত্ত এখন বিশাল ৰাজ্যৰ গৰাকী, যিখন ৰাজ্য উত্তৰে হিমালয়ৰপৰা দক্ষিণে সমুদ্ৰ পৰ্যন্ত বিস্তৃত। ভৌগোলিকভাৱে সেইসময়ত বৰ্তমান বাংলাদেশৰ বৃহৎ অংশ (অসমৰ দক্ষিণ অঞ্চল) বংগোপসাগৰৰ সংলগ্ন বুলি ধৰিলে মহাভাৰত-বৰ্ণিত ভগদত্তজনক কামৰূপেশ্বৰ বুলি সহজে ঠাৱৰ কৰিব পাৰি। ডি চি সৰকাৰে ভগদত্তক কামৰূপ-প্ৰাগজ্যোতিষপুৰৰ ৰজা তথা লৌহিত্য তথা কামৰূপক পুৰাণ-প্ৰসিদ্ধ কামৰূপ—উত্তৰে হিমালয়, দক্ষিণে সাগৰবেষ্টিত গিৰিমালা আৰু 'লৌহিত্য সমুদ্ৰ'ৰ দেশ কামৰূপ বুলি মানি লৈছে (৬)।

'হৰি বংশ'ত নৰকৰ জন্ম বৰাহ বিষ্ণুৰ ঔৰসত পৃথিৱীৰ গৰ্ভত বুলি উল্লেখ কৰিছে। পুৰাণৰ কথা বৈদিক সাহিত্য ব্ৰাহ্মণ আৰু আৰণ্যকৰ লগত নিমিলে। শতপথ ব্ৰাহ্মণ আৰু তৈত্তিৰীয় আৰণ্যকত বৰাহ বিষ্ণুৰ অৱতাৰৰ কথা কোৱা হোৱা নাই। শতপথ ব্ৰাহ্মণত কোৱা হৈছে বৰাহৰূপী প্ৰজাপতি ব্ৰহ্মা আৰু তৈত্তিৰীয় আৰণ্যকত কোৱা হৈছে শত বাহুযুক্ত বৰাহৰূপী প্ৰজাপতিৰ দ্বাৰা পৃথিৱী উদ্ধাৰ হোৱাৰ কথা। হৰিবংশতহে নৰকৰ জন্ম বৰাহৰূপী বিষ্ণুৰ ঔৰসত পৃথিৱীৰ গৰ্ভত হোৱা বুলি উল্লেখ কৰা হৈছে। হৰিবংশৰ বৰ্ণনাটো পঞ্চম শতিকাৰ বুলি গণ্য কৰা হয় আৰু ই গুপ্তযুগত হিন্দু ধৰ্মৰ উত্থান-পৰ্বৰ ৰচনা বুলিও কোৱা হয়। সেয়ে মহাভাৰতৰ পিছৰ যুগৰে এই ৰচনাত প্ৰজাপতি ব্ৰহ্মাৰ পৃথিৱী উদ্ধাৰ কাৰ্য বিষ্ণুক অৰ্পণ কৰা হ'ল। এই বৰাহ আৰু নৰক দুয়োটাই গোত্ৰ-নাম (টোটেম) বুলি ধৰিলে পৃথিৱী উদ্ধাৰৰ কাহিনী তথা নৰকাৰ কাহিনী অধিক বাস্তৱসন্মত হয়। হিন্দু ধৰ্মীয় শাস্ত্ৰত কিন্তু বৰাহক বিষ্ণুৰ অৱতাৰ বুলি গণ্য কৰা হৈছে, আৰু এই নৰকৰ জন্মৰ কাহিনীটোক 'বিষ্ণু পুৰাণ'ত এক নিটোল ৰূপ দিয়া হৈছে।

হৰিবংশৰ (দ্বিতীয় ভাগ)ত নৰকক, নিধন কৰিছে কৃষ্ণ-বাসুদেৱে। বৰাহৰূপী বিষ্ণুক ইয়াত কৃষ্ণৰ সমাৰ্থক কৰা হৈছে। বিষ্ণুপুৰাণত আনহাতে বৰাহৰ ঔৰস বা সান্নিধ্যত । কাহিনীটোৱে পৰিপুষ্টি লাভ কৰিছে। হৰিবংশ আৰু বিষ্ণুপুৰাণ বৰ্ণিত নৰক অসৎ, অদিতিৰ কুণ্ডল চোৰ, ত্বষ্টাৰ কন্যা কাসেৰুৰ ধৰ্ষণকাৰী, ১৬০০ গোপীৰ অপহৰণকাৰী, বৰুণছত্ৰ আৰু মণিপৰ্বত হৰণকাৰী। ইয়াত কৃষ্ণৰূপী বিষ্ণু-বৰাহেই নৰকক বধ কৰিছে।

নৰক সম্পৰ্কীয় পুৰাণ-বৰ্ণিত পৰম্পৰাৰ লগত সঙ্গতি নথকা কাহিনীবোৰৰ মাজৰপৰা

---

*৬ D.C Sircar, The Comprehensive History of Assam, Vol I, First Edition, p.82-86।

এটা মাত্র সত্য গ্ৰহণ কৰিব পাৰি যে নৰক বৰাহৰূপী বিষ্ণুৰ অৱতাৰৰ লগত জড়িত, পৃথিবীৰ (অৰ্থাৎ, ভূমিৰূপী সৰ্বসাধাৰণ প্ৰজাৰ) গৰ্ভজাত এজন বীৰ। ইয়াত বৰাহ·গোত্ৰ নাম আৰু নৰকো গোত্ৰ নাম। নৰক সেই হিচাপে ভাৰতৰ পূৰ্ব-প্ৰান্তৰ 'ক্ষুদ্ৰ-যোনি' বা 'মিশ্ৰিত যোনি'ৰ দেশৰ আৰ্যধৰ্মী ব্ৰাত্য। নৰকৰ লগত বিজড়িত বশিষ্ঠ ব্ৰাহ্মণৰ আগমনো বেদ, উপনিষদ, মহাকাব্য-বৰ্ণিত একেজন বশিষ্ঠ নহয়। এইটোও গোত্ৰ-নাম। কাহিনীটো ডালযোৰা দিয়া বা ক্ৰমাগত বিকশিত ঠাল-ঠেঙুলি বাদ দি সজালে এনে ধৰণৰ হয় ঃ ঘটকাসুৰ আছিল দানব-বংশী প্ৰবল প্ৰতাপী বীৰ। কিন্তু ঘটকৰ অস্ত্ৰ-শস্ত্ৰ সম্বল আছিল মাত্ৰ হাতেৰে দলিয়াব পৰা শিলৰ আহিলা, শিলাখণ্ড, গছ আদি। তুলনামূলক বিচাৰত নৰক উন্নত অস্ত্ৰ-ধাৰী, চক্ৰপাণি (ধাতুৰ চক্ৰধাৰী) বিষ্ণু বা বৰাহৰূপী বিষ্ণু বা শ্ৰীকৃষ্ণ তেওঁৰ সমাৰ্থক আৰ্যবীৰ। বশিষ্ঠ তেওঁৰ লগতে অহা, আৰ্য-মুণি। 'হৰগৌৰী সম্বাদ', 'কালিকা পুৰাণ', 'যোগিনীতন্ত্ৰ' বৰ্ণিত কাহিনীয়ে নৰক, বশিষ্ঠ আৰু বৰাহ-বিষ্ণুক গোত্ৰ নাম বুলি ধৰিলেও কাহিনী ভাগৰ মৰ্ম সলনি নহয়।

যিসকল পৰম্পৰাগত দানব বা কিৰাত ৰাজ্যৰ নাম ঘটকৰ পূৰ্ববৰ্তী আছিল বুলি উল্লেখ কৰা হৈছে তেওঁলোক হ'ল মহীৰঙ্গ (মাইৰং) দানৱ, হাটক, সম্বৰ আৰু ৰত্ন। ৰত্ন বা ৰত্নাসুৰৰ পিছত ঘটক। আনহাতে হৰিবংশ তথা বিষ্ণুপুৰাণ বৰ্ণিত নৰক বধৰ কাহিনীয়ে ঘটকৰ সতীৰ্থ বীৰসকলকো অসুৰ হিচাপে দেখুৱাইছে। ইয়াৰে ভিতৰত অন্ততঃ হয়গ্ৰীৱ অসুৰক এগৰাকী অৱতাৰী দেৱতা ৰূপতো আমি পাওঁ। সম্বৰাসুৰৰ নাম আনহাতে যজুৰ্বেদত পাওঁ।

## ১.৩ নৰক টোটেমৰ ৰহস্য

'কালিকা পুৰাণ' আৰু 'যোগিনীতন্ত্ৰ' অতি প্ৰাচীন গ্ৰন্থ বুলি পণ্ডিতসকলে মানি নলয়। এই কথা ঠিক যে প্ৰাচীন গ্ৰন্থ হ'লেও এই বিলাক উপ-পুৰাণৰ সম্ভৱতঃ উপৰ্যুপৰি সংস্কৰণ হৈছে। শেহতীয়া সংস্কৰণবোৰ ভাষিক ক্ৰম-বিকাশৰ ফালৰপৰা অধ্যয়ন কৰিলে দশম-একাদশ তথা তাৰো পিছৰ যুগৰ ৰচনা হ'ব পাৰে। কিন্তু এইটোও অনস্বীকাৰ্য যে বৰ্মন, ম্লেছ আৰু পাল বংশৰ ৰাজত্ব কালত ৰাজ-ভাষা আছিল উন্নত সংস্কৃত, গতিকে উন্নত সংস্কৃতত উপপুৰাণ ৰচনা অসম্ভৱ নহয়। আনহাতে, ম্লেছ বংশৰ ৰাজত্ব কালত হাটকৰ ঈশ্বৰ (হাটকেশ্বৰ বা হাদকেশ্বৰ) আৰাধ্য দেৱতা তথা ৰাজধানীৰ নাম। ই হাটক বংশোদ্ভূত কিৰাত (মেচ?) ৰাজবংশই পুনৰ কৈৰাতজ শৈৱমত প্ৰতিষ্ঠা কৰাৰ এক স্পষ্ট ইংগিত দিয়ে।

কালিকা পুৰাণে ধৰ্মপাল, কামপালৰ পিছত আদ্যাক্ষৰযুক্ত ৰজাসকলৰ নামেৰে মুঠ উনৈশ পুৰুষৰ ৰজাৰ নাম দিছে যিসকলে ভগদত্তৰ পিছত কামৰূপত ৰাজত্ব

কৰিছিল। স্বৰ্গীয় কনক লাল বৰুৱা Early History of Kamrup ত উল্লেখ কৰিছে যে ভগদত্তৰ পিছৰ উনবিংশ পুৰুষৰ ৰজা সুবাহুৰ মৃত্যু বিক্ৰমাদিত্যৰ হাতত হৈছিল। সেই হিচাপে সুবাহু হয় খৃঃ পূঃ ৫৮ ৰ ৰজা। এই নিৰ্ণয়ো বিতৰ্কৰ উৰ্ধত নহয়। তেনে হ'লে মহাভাৰতৰ যুদ্ধৰ সময় খৃঃপূঃ ৫০০ বছৰৰপৰা খৃঃ পূঃ ১০০০ বছৰলৈ নামি আহে। কিন্তু ৰামায়ণ বৰ্ণিত নৰক, মহাভাৰত বৰ্ণিত নৰক, ঘটক কিৰাতক বধ কৰা নৰক— এটা তিনিজনকো সুকীয়া পুৰুষ বুলি এটা গোত্ৰ-নামেৰে সংযোজিত কৰিলে বুৰঞ্জীক অৱমাননা কৰা নহয়। বুৰঞ্জীবিদ প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে জনক, নৰক আদি নামবোৰ গোত্ৰনাম হিচাপে গ্ৰহণ কৰিছে (৭)। এইটো যুক্তিসম্মত সিদ্ধান্ত। গোত্ৰ নাম হিচাপে ধৰিলে জনক, গণেশ, বৰাহ, বশিষ্ঠ, পৰশুৰাম, হনুমান, হয়গ্ৰীৱ আদিৰ ৰহস্যৰ মেৰজাল ফালিব পৰা যায়।

আমাৰ পুৰাণ প্ৰসিদ্ধ এই নৰকজন কিৰাত আছিল নে নিষাদ ব্ৰাত্য আছিল এইটোও কিছু বিতৰ্কমূলক। বিষ্ণু প্ৰসাদ ৰাভাই ভুগদাঠ আৰু বুকদাঠ শব্দ দুটাৰ লগত ভগদত্ত আৰু বজ্ৰদত্তৰ মিল দেখুৱাইছে। কিন্তু মহাকাব্যত ভগদত্তৰ সৈন্যৰ মাজত কিৰাত আৰু চীনা সৈন্য সুকীয়াভাৱে থকাৰ কথা উল্লেখ কৰিছে, অৰ্থাৎ ভগদত্ত নিজে কিৰাত নহয়, কিন্তু কিৰাত, চীনা সৈন্য পৰিবেষ্টিত। বিহাৰ বা দক্ষিণ বিহাৰত ব্ৰাত্য হোৱা ভাৰতীয় মূলৰ মিশ্ৰিত বংশৰ লোক হ'ব পাৰে নৰক। ব্ৰাত্য বা মিশ্ৰিত যোনিৰ আৰ্যধৰ্মী (বৈষ্ণৱ অস্ত্ৰধাৰী) ভগদত্তই মূলতঃ ব্ৰাত্য প্ৰাবল্যৰ কথাই সূচায়। নৰকৰ সমসাময়িকভাৱে বশিষ্ঠৰ আগমন আৰু বশিষ্ঠক নৰকৰ অপমান তথা অৱহেলাৰ কাহিনীয়ে নৰকৰ লগত বাণৰ সম্পৰ্ক প্ৰতিষ্ঠা তথা শৈৱ মত আৰু বৈষ্ণৱ মতৰ আদি সংঘাতৰ কথাই সূচায়। এই সংঘাতবো ওৰ পৰিছিল সম্ভৱতঃ হৰিহৰ যুদ্ধৰ জৰিয়তে। তথাপি শৈৱ ধৰ্মৰে প্ৰাধান্য থাকি গ'ল আৰু শিৱক আৰ্য দেৱতা হিচাপে (হৰিৰ অভিন্ন হিচাপে) গ্ৰহণ কৰি সংঘাত নিৰ্মূল কৰা হ'ল।

## ১.৪ মাতৃতান্ত্ৰিক আদিম ব্যৱস্থা

নৰকৰ যুগৰ কোনো কীৰ্তি চিহ্ন আৰু সেই সময়ৰ সামাজিক-কৃষ্টিৰ প্ৰতিফলন ঘটা কোনো সমাজ-দৰ্শন আমাৰ সন্মুখত নাই তেনে নহয়। নিঃসন্দেহে কামাখ্যা মন্দিৰ তথা মাতৃ-তান্ত্ৰিক সাধনা হ'ল এই যুগৰ প্ৰধান সামাজিক-কৃষ্টিৰ প্ৰধান চিন্তা-চৰ্চাৰ অৱলম্বন।

কামাখ্যাক মাতৃ হিচাপে বা প্ৰধান আৰাধ্যা দেৱী হিচাপে বৰ্জন কৰা বা গ্ৰহণ কৰাক

৭ *PC Chaudhury, The History and Civilization of the people of Assam to the twelfth Century A D 1966 edition P 113-115*

কেন্দ্ৰ কৰি গঢ় লৈ উঠিছে নৰকৰ উপকথা। খা-মা তিব্বেতো-বৰ্মী বোন ধৰ্মৰ দেৱী। সম্ভৱতঃ খা-মা পূজাৰ আদি যুগৰ তিব্বেতো-বৰ্মী সমাজৰ গাঁথনি আৰু উৎপাদন সম্পৰ্ক তথা উত্তৰাধিকাৰো আছিল মাতৃতান্ত্ৰিক। এই মাতৃতান্ত্ৰিক সামাজিকভিত্তিয়েই হ'ল প্ৰাচীন অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ আটাইতকৈ প্ৰাচীন সামাজিক গাঁথনি। মাতৃতান্ত্ৰিক ব্যৱস্থাত সমাজৰ কেন্দ্ৰ হ'ল মাতৃ— যাৰ জৰিয়তে সম্পত্তিৰ মালিকী-স্বত্ব আৰু উত্তৰাধিকাৰ দুয়োটাই বৰ্তি থাকে।

খা-মা-খা য'ত কামাখ্যালৈ ৰূপান্তৰিত হৈ সমাজ-ধৰ্ম-কৃষ্টিৰ প্ৰধান আৰাধ্যা দেৱীলৈ ৰূপান্তৰিত হৈছে তাতেই সামাজিক বিচাৰো হৈছে মাতৃ-প্ৰধান। উপকথাৰ বৰাহ-বিষ্ণুৱে নাইবা বৰাহ ৰূপী (যাৰ অৰ্থ নিশ্চিতভাৱে কোনো বৰাহ গোত্ৰীয়) শক্তিমান দেৱতা (ব্যক্তি বা পুৰুষে?) নৰকক পোষ্য-পুত্ৰ ৰূপে প্ৰাগজ্যোতিষপুৰত প্ৰতিষ্ঠা কৰোঁতে মাতৃৰ প্ৰতি অচলা ভক্তি বা মাতৃ পৃথিৱীৰ প্ৰতি অচলা ভক্তি শাস্ত্ৰীয় নিয়মেৰে (নিঃসন্দেহে আৰ্য বা সংস্কৃত মন্ত্ৰেৰে) কৰাৰ ওপৰত গুৰুত্ব দিছিল। বশিষ্ঠৰ আগমন এই ক্ষেত্ৰত তাৎপৰ্যপূৰ্ণ। কিন্তু নৰকে (সম্ভৱতঃ শৈৱ বাণৰ প্ৰভাৱত পৰি) বশিষ্ঠক কামাখ্যা দৰ্শন বা কামাখ্যা পূজাৰ নেতৃত্ব লোৱাৰ পৰা বঞ্চিত কৰে। বশিষ্ঠয়ো কুপিত হৈ শাও দিয়ে যে যেতিয়ালৈকে নৰক জীৱিত থাকে বা অসুৰ-মতৰ পুনৰ অনুগামী হোৱা নৰক যেতিয়ালৈকে ক্ষমতাত থাকে তেতিয়ালৈকে বশিষ্ঠই কামাখ্যাত পূজা নকৰে, কামাখ্যা দেৱীও অন্তৰ্হিত হ'ব কামাখ্যাৰ পীঠৰ পৰা।

এই শাপৰ তাৎপৰ্য কি?

উপকথা অনুসৰি, কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰই যি উপকথাক প্ৰত্যায়িত কৰে, কামৰূপ নৰকৰ আগমনৰ সময়ত শৈৱসকলৰ প্ৰভাৱাধীন। স্বাভাৱিকতে কিৰাধিপতি ঘটক শিৱ (শিব্ৰাই?) ৰ ভক্ত। নৰকে কিৰাতসকলক দিককৰ বাসিনী লৈ, কামৰূপৰ পূব সীমালৈ খেদি পঠিয়ালে। নৰকৰ ৰাজ্য হ'ল কৰতোৱা গংগাৰপৰা ললিতা-কান্তা পৰ্যন্ত। এইখনেই হ'ল সম্ভৱতঃ প্ৰথম আৰ্যাৱৰ্তৰ কামৰূপী উপনিৱেশ। অৰ্থাৎ, আৰ্যধৰ্ম আৰ্যকৃষ্টি প্ৰৱৰ্তনৰ প্ৰথম ঐতিহাসিক প্ৰচেষ্টা। কামৰূপত দ্বিজাতি বা ব্ৰাহ্মণসকলক তেতিয়াই কামৰূপত স্থাপন কৰা হয়, কিৰাতসকলক ললিতা-কান্তাৰ বাহিৰলৈ বা পূবলৈ আৰু সমুদ্ৰৰ তীৰৱৰ্তী অঞ্চললৈ খেদি পঠিয়ালে। এই পূব-সমুদ্ৰ তীৰৱৰ্তী অঞ্চল সম্ভৱতঃ ত্ৰিপুৰা, বৰাক উপত্যকা, গাৰো সীমান্তৱৰ্তী অঞ্চল হ'ব পাৰে— যিবোৰ আজিকোপতি কিৰাতসকলৰ লীলাভূমি। বিষ্ণুৱে মহামায়াৰূপী কামাখ্যাক ভজিবলৈ নৰকক নিৰ্দেশ দি গৈছিল। ই বুজায় যে এই পৰ্বতে বৰাহৰূপী-বিষ্ণুৰ ধৰ্মমতৰ লগত দৈৱী-শক্তিৰ প্ৰতীক মহামায়াৰ যোগসূত্ৰ প্ৰতিষ্ঠা হৈছিল।

বাণৰ প্ৰভাৱত, যোগিনী তন্ত্ৰৰ মত অনুসৰি নৰক ৰজাৰ ধৰ্মমত পুনৰ কৈৰাতজ হ'ল। ফলত ব্ৰাহ্মণ বশিষ্ঠ তথা সকলো দ্বিজ আৰু দ্বিজ-প্ৰবৰ্তিত ব্ৰাহ্মণ্য-ধৰ্ম নৰকৰ দ্বাৰা অৱহেলিত হ'ল, কামাখ্যাত পূজা-অৰ্চনা পূৰ্বৰ নিয়মেৰে নচলা হ'ল; পুনৰ ধৰ্ম প্ৰবৰ্তন কৰিবৰ বাবে চক্ৰপাণি শ্ৰীকৃষ্ণ আহিবলগীয়া হ'ল। শ্ৰীকৃষ্ণৰ লগত যুদ্ধত নৰকৰ মৃত্যু আৰু ভগদত্তৰ সিংহাসন আৰোহণ পুনৰ বৈষ্ণৱ মত আৰু কামাখ্যাৰ তান্ত্ৰিক পূজাৰ ব্ৰাহ্মণ্য পূজাৰ সমন্বয়ৰ ফল।

কামাখ্যা স্বাভাৱিকতে হাজাৰ হাজাৰ বছৰ ধৰি প্ৰকৃতিৰ মহামায়াৰূপিণী, উৰ্বৰতাৰ দেৱী। মৌচুমী বায়ুৰ প্ৰথম পৰশতে শস্যৰ সম্ভাৱনাৰে ভৰিপৰা দেৱী কামাখ্যা— এই সময়তে কামাখ্যাৰ মহাপূজা কৰা হয়।

কিৰাত (মংগোলীয়) আৰু নিষাদ (অষ্ট্ৰিক, কোল-মুণ্ডা)সকলৰ উমৈহতীয়া মাতৃ-তান্ত্ৰিক প্ৰতীকী দেৱী কামাখ্যা। সম্ভৱতঃ উভয় জনগোষ্ঠীৰ বিভিন্ন সম্প্ৰদায় বা পৰিয়ালে নিজা নিজা পদ্ধতিৰে মাতৃ-পূজা কৰিছিল। এই মাতৃৰূপী দেৱীক অষ্ট্ৰিকসকলে কামই বোলাৰ দৰে কিৰাতসকলে বুলিছিল খা-মা; উমৈহতীয়া আৰ্যীকৃত ৰূপত দেৱী হ'ল কামাখ্যা— একেই মহাযোনি পীঠৰ দেৱী।

কিৰাত আৰু নিষাদসকল স্বাভাৱিকতে বনবাসী, গুহাবাসী, শক্তিমন্ত আদিবাসী। প্ৰব্ৰজনৰ কোনো ইতিহাস নাই যদিও এইটো ঠাৱৰ কৰিব পাৰি নে নৰকৰ আগমণ পৰ্যন্ত তেওঁলোক পৰিভ্ৰমী বা অৰ্ধ-পৰিভ্ৰমী (Semi-Nomadic) অৱস্থাতে আছিল আৰু চক্ৰধাৰী আৰ্যৰ লগত যুঁজত ফেৰমৰাৰ সামৰ্থ্য নাছিল। তেওঁলোকক পূব সমুদ্ৰৰ তীৰত তথা লৌহিত্য সমুদ্ৰৰ তীৰত আৰু ললিতা-কান্তাৰ পূৰলৈ স্থাপিত কৰাত নৰকাসুৰ (ব্ৰাত্যধৰ্মী) সফল হ'ল।

এই যুগত কিৰাতসকলৰ অৱস্থা কৃষ্টি সভ্যতাৰ ক্ষেত্ৰত কেনে আছিল তাৰ এটা পৰিচয় আমি নিম্নোক্ত উপাদান বিলাকৰপৰা পাব পাৰোঁ :

(১) প্ৰাগঐতিহাসিক শিলৰ আহিলা-পাতি তথা অন্যান্য শিলৰ সমলসমূহ, হাড় আদিৰ সমলসমূহ

(২) প্ৰাচীন মাতৃতান্ত্ৰিক জনগোষ্ঠীৰ বৈ যোৱা মাতৃতান্ত্ৰিক অৱশিষ্টসমূহ

(৩) প্ৰাচীন ধৰ্ম-গ্ৰন্থ; বেদ, পুৰাণ, উপ-পুৰাণ, মহাকাব্য আদিত বৰ্ণিত অসুৰসকলৰ বিস্তৃত বৃত্তান্তসমূহ।

(৪) অতি প্ৰাচীন কালৰে পৰা পাৰ্বত্য আৰু গভীৰ বনাঞ্চলত বৈ যোৱা প্ৰাথমিক আহিলা-পাতিৰেই কৰিব পৰা স্থায়ী কৃষিৰ সমান্তৰাল ঝুম খেতিৰ অস্তিত্ব। স্মৰণযোগ্য যে এতিয়াও য'ত ঝুম খেতি আছে তাতেই কিৰাত আৰু কোনো কোনো ঠাইত অষ্ট্ৰিকসকল আছে।

## ১.৫ জন-জাতিবিলাকৰ প্ৰব্ৰজন আৰু সহ-অৱস্থান

জনজাতি (Tribe) শব্দটো নৃতত্ত্ববিদ আৰু সমাজতাত্ত্বিকসকলে সাধাৰণতে ব্যৱহাৰ কৰি থকা জন-সাধাৰণৰ মুখৰ ভাষাৰ পৰা গ্ৰহণ কৰিছে। গতিকে ইয়াৰ অৰ্থ সম্পৰ্কে খুব সুস্পষ্ট গৱেষণা আৰু চিন্তা-চৰ্চা ব্যাপক নহয় বুলিব পাৰি। সাধাৰণতে এই শব্দটোৰে বুজোৱা হয় আদিবাসীসকলক, যিসকল পাছ্ পৰা অঞ্চলত বসবাস কৰে, ভাষা (লিখিত বা কথিত ৰূপত) আছে (৮)। ইয়াত ভাষাৰ ক্ষেত্ৰত কথিত ভাষা বা লিপিহীন ভাষাৰ ওপৰত গুৰুত্ব দিয়া হৈছে। কাৰণ, আদিম আৰু অনুন্নত অঞ্চলত থকা জনজাতিৰ লিখিত ভাষাৰ লিপি প্ৰায়বোৰ ক্ষেত্ৰতে বিকশিত হোৱা দেখা নাযায়। চৌদিশৰ বিভিন্ন জনজাতিৰ লগত লেন-দেন আৰ্থিক আৰু সামাজিক ক্ষেত্ৰত বৃদ্ধি পোৱাৰ ফলতহে এনে জনজাতি (আদিবাসী)য়ে ভাষাৰ লিখিত ৰূপ এটাৰ আৰু লিপিৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা দেখা যায়। অতি তত্ত্বগতভাৱে সংজ্ঞাবদ্ধ কৰি ভাৰত তথা ভাৰতৰ দৰে অন্য দেশৰ জনজাতিক বুজাবৰ বাবে আন্দ্ৰে বিটেইলিয়ে কৈছে যে জনজাতি হ'ল এক স্বয়ংসম্পূৰ্ণ গোট। ই এক স্বয়ংসম্পূৰ্ণ সমাজ বুজায়। এনে জনজাতি সমাজৰ কিছুমান গুণ আছে, যিবিলাক গুণৰ বাবে জনজাতি সমাজক অন্য সমাজৰপৰা পৃথক কৰিব পাৰি। এই গুণবিলাকৰ বাবেই জনজাতি সমাজ অন্য ধৰণৰ সমাজৰ পৰা পৃথকভাৱে বাচি থাকিব পাৰে।

জনজাতি সমাজবিলাকক দেখা যায়, বিশেষকৈ ভাৰতৰ বিভিন্ন প্ৰান্তত, অন্য যিকোনো সমাজৰ লগত সমান্তৰালভাৱে, কেতিয়াবা অন্য সমাজৰ বুকুৰ মাজতে সৰু গোট হিচাপে সুদীৰ্ঘকাল ধৰি সহাৱস্থান কৰা। জনজাতি সমাজৰ মানুহখিনি বান্ধি ৰখাৰ বাবে জনজাতি সমাজৰ কিছুমান গুণ থকা বাবেই অন্য সমাজৰ লগত বৰ্তি থকাটো সম্ভৱ হয়। অন্য সামাজিক গোট বিলাক যদি সংখ্যাগতভাৱে শক্তিশালী, আৰ্থিক আৰু প্ৰযুক্তিগতভাৱে উন্নতো হয়, তেতিয়াও দেখা যায় জনজাতিসকলে তাৰ মাজত নিজকে জাহ নিদিয়াকৈ সুদীৰ্ঘকাল ধৰি নিজৰ অস্তিত্ব অটুট ৰাখে। জনজাতি

---

*৮ আন্দ্ৰে বিটেইলিয়ে (Andre Beteille) The Definition of Tribe ৰচনাত কৈছে : In general it was applied to people who were considered primitive, lived in backward areas and did know the use of writing.*

*দ্ৰষ্টব্য Tribe Caste and Religion in India, Edited by Romesh Thapar, 1977 Seminar Publication, page 7. ইয়াত উল্লেখ কৰা 'did know the use of writing' কথাটো ভাৰতৰ বেছি ভাগ আদিম অধিবাসীৰ ক্ষেত্ৰতে নাখাটে। প্ৰায় ভাগ উত্তৰ-পূৰ্বাঞ্চলীয় জনজাতিৰে লিখিত ভাষা কৃষি শতিকাৰ মধ্য ভাগলৈকে নাছিলেই। কথিত বা লিপিহীন ভাষা বা 'ডায়েলেক্‌ট' অৱশ্যে আছিল।— গ্ৰন্থকাৰ।*

শব্দটোৰ লগত জাতি (Nation), জাত (Caste) আৰু নৃ-জাতি (Race) পাৰ্থক্য আছে। জাত শব্দৰে আমি হিন্দু বৰ্ণাশ্ৰম ধৰ্মই বান্ধি দিয়া আশ্ৰমৰ অন্তৰ্ভুক্ত বিভাজিত গোটবোৰক— ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰক বুজাওঁ। এই জাতবোৰৰে বহু উপজাত, উপ-উপজাত আছে। আনহাতে আমি নৃ-জাতি বুলিলে মানব সমাজৰ সমগ্ৰ পৰিয়ালটোৰ প্ৰধান ভাগ কেইটাক বুজাওঁ— সেয়া হ'ল শ্বেত, পীত, কৃষ্ণ নাইবা আৰ্য, অষ্ট্ৰিক, মংগোলয়দ, নিগ্ৰো আদি। জাতি (Nation) বুলি কওঁতে আনহাতে আমি ঐতিহাসিকভাৱে এক নিৰ্দিষ্ট অঞ্চলত বাস কৰা, নিজা ভাষা, কৃষ্টি আৰু পৰম্পৰা থকা, জাতিগত মানসিক গঢ় (Psychological make up) থকা এক জন সমষ্টিক বুজাওঁ। যেনে— জাৰ্মান, ফৰাচী, ইংৰাজ আদি।

ভাৰতত এতিয়া ৰাজনৈতিক ব্যৱস্থাগতভাৱে সকলো জনজাতি অন্য সমাজৰ লগত একেলগে বসবাস কৰিছে। সুকীয়া বা বিচ্ছিন্ন অস্তিত্ব আৰু স্বাধীনতা কোনো জনজাতিৰে নাই। পৰিবহন, যোগাযোগ, বজাৰৰ বিকাশ আদিৰ উপৰি সাধাৰণ জন-শিক্ষাৰ সম্প্ৰসাৰণৰ ফলত যি আৰ্থিক, সামাজিক, সাংস্কৃতিক আৰু সাংস্কৃতিক লেন-দেনৰ মহা-সমাৰোহ ভাৰতত চলিছে— তাত জনজাতিবোৰৰ সুকীয়া অস্তিত্ব বেছিদিন নথকাই স্বাভাৱিক; কিন্তু যিটো স্বাভাৱিক তাৰ বিপৰীতে জনজাতিবিলাক জীয়াই আছে আৰু উন্নততৰ অৱস্থালৈ গতি কৰিছে। স্বয়ংসম্পূৰ্ণ সমাজ আদিবাসীসকলৰ মাজতো প্ৰকৃততে নাই— অতি আদিম অৱস্থাৰে পৰা বৰ্ণাশ্ৰম ধৰ্মই বিভাজিত কৰা ভাৰতত পুৰণি জনজাতি বিলাকক আৰ্যীকৃত কৰি আৰ্য-ধৰ্ম বা আৰ্য জীৱনচৰ্যাৰ অন্তৰ্ভুক্ত কৰি বিভিন্ন শূদ্ৰ জাতৰ জন্ম দিয়াৰ উপৰি যিবোৰ শূদ্ৰ হৈ জীণ নগ'ল তেওঁলোকক ব্ৰাত্য হিচাপে সময়ে সময়ে ক্ষত্ৰিয় কিম্বা বৈশ্যৰ শাৰীলৈ তোলা দেখা গৈছিল। অসমত ম্লেছ বিদ্ৰোহ আৰু ম্লেছ বিলাকৰ ক্ষমতাধিষ্ঠিত, সন্মানিত আৰু স্বীকৃত নৰক বংশজাত কৰাৰ প্ৰক্ৰিয়াটো আৰ্যীকৰণৰ এক প্ৰকৃষ্টতম উদাহৰণ।

এনে ধৰণৰ আৰ্যীকৰণ চলি থকা সত্ত্বেও মংগোলীয়-তিব্বেতো-বাৰ্মাণ, মন-খ্মেৰ, তাই আদি বিভিন্ন জনগোষ্ঠীৰ লোকৰ কিছুমান গোট আজি পৰ্যন্ত সুকীয়া সত্তা হিচাপে কিয় বৰ্তি আছে? ভাষা আৰু অৰ্থনীতি তথা শিক্ষাৰ বিকাশ হোৱা সত্ত্বেও কিছুমান গুণৰ বাবে— যিবোৰ জন্ম, যৌনতা প্ৰাপ্তি, বিবাদ আৰু মৃত্যুৰ লগত জড়িত ৰীতি-নীতি, নিষেধ, বিশ্বাস আৰু পৰম্পৰা তথা বংশগত সম্পৰ্কৰ ওপৰত ভিত্তি কৰি আজিকোপতি বৰ্তি আছে। জনজাতিসকল এনেদৰে বৰ্তি থকাৰ কাৰণবোৰ আৰু ইয়াৰ ফলাফল আমি শেষ অধ্যায়ত আলোচনাৰ মাজলৈ আনিছো। সদ্যহতে আমি আদিম প্ৰব্ৰজন আৰু ইয়াৰ ফলত অসমত সৃষ্টি হোৱা সংমিশ্ৰণ তথা সামন্ত ৰাজতন্ত্ৰৰ বিকাশৰ ফলত এই সংমিশ্ৰণক কিদৰে আৰ্যীকৃত কৰাৰ প্ৰয়াস চলিছিল তাৰ এটা ঐতিহাসিক আভাস এই

অধ্যায়ত দিবলৈ প্ৰয়াস কৰিছো।

জনজাতিৰ লগতে আমি অন্য অনুন্নত সম্প্ৰদায় বিলাকৰো আদিম প্ৰব্ৰজন সম্পৰ্কে আলোচনা কৰাৰ প্ৰয়াস কৰিছো। জনজাতি বিলাকৰ সুকীয়া ভৌগোলিক বসতি প্ৰধান অঞ্চল অসম, উত্তৰ-পূৰ্বাঞ্চলৰ কিছুমান ৰাজ্য আৰু ভাৰতৰ কিছুমান অঞ্চলত আজিকোপতি বৰ্তি আছে। সুকীয়া জিলা, স্বায়ত্তশাসিত অঞ্চল, স্বায়ত্তশাসিত আঞ্চলিক পৰিষদ আদিৰ জৰিয়তে নামমাত্ৰ হ'লেও সুকীয়া ৰাজনৈতিক অস্তিত্ব থকা, সুকীয়া জীৱন-ধাৰা আৰু পৰম্পৰা থকা, বংশগত ওচৰ সম্পৰ্ক থকা এনে জনজাতিবিলাকৰ লগত অন্যান্য অনুন্নত সম্প্ৰদায় আৰু নিম্ন সম্প্ৰদায়বিলাকৰ লগত পাৰ্থক্য আছে এটা কথাত যে এনে অন্যান্য অনুন্নত সম্প্ৰদায় আৰু নিম্ন সম্প্ৰদায়বিলাক আৰ্থিক আৰু শিক্ষাগত ক্ষেত্ৰতহে অনুন্নত, বাকী ক্ষেত্ৰবোৰত অন্য জন-সমষ্টিৰ লগত পাৰ্থক্য কম।

## ১.৬ আদি বাসিন্দাসকলৰ প্ৰব্ৰজন

কামৰূপ আৰু প্ৰাগজ্যোতিষপুৰৰ আদিম অধিবাসী কোন আছিল বা আছিল নে নাই, সকলো মানুহ প্ৰব্ৰজিত হৈ আহিহে অসমীয়া সমাজখন গঢ় লৈ উঠিছে নেকি— এনেবোৰ প্ৰশ্নৰ সঠিক উত্তৰ আজি পাবলৈ নাই। অসমৰ প্ৰথম আৱিষ্কৰ্তা কাৰ্বিসকল বুলি বিষ্ণুপ্ৰসাদ ৰাভাই কৈছে যদিও তাক প্ৰমাণিত কৰাৰ বাবে প্ৰস্তৰ যুগৰ তথা প্ৰাগৈতিহাসিক যুগৰ যথেষ্ট সমল এতিয়াও আৱিষ্কৃত হোৱা নাই।

খাছি আৰু গাৰোসকলৰ প্ৰাচীনত্বও মন কৰিবলগীয়া। অষ্ট্ৰিক খাছিসকলৰ আদি বাসস্থান ক'ত আছিল, গাৰোসকল কোন পথেদি আহি বৰ্তমানৰ গাৰোপাহাৰ পালে তাৰ অতি নিৰ্দিষ্ট ইতিহাস নাই। অসমৰ অসুৰ আৰু দানৱ বংশীয় উপকথা আৰু পুৰাণৰ লোকসকল তিব্বেতো-বাৰ্মাণ কিৰাত, নাইবা অন্যান্য মংগোলীয় ফৈদৰ লোক হ'ব পাৰে। অষ্ট্ৰিক কোল-মুণ্ডাসকলৰ প্ৰব্ৰজনো উলাই কৰিব পৰা নহয়। তিব্বেতো বাৰ্মাণ জনগোষ্ঠীবিলাকৰ লগে লগে দেউৰী, চুতীয়া, বিভিন্ন তাই-শান জনগোষ্ঠী, কুকি-চীন জনগোষ্ঠীৰ লোক বিভিন্ন পথেদি প্ৰাচীন প্ৰাগজ্যোতিষপুৰত প্ৰৱেশ কৰিছিল।

প্ৰাচীন যুগৰ এই প্ৰব্ৰজনৰ লগত বাণিজ্য পথৰ সম্পৰ্ক নিশ্চয় আছে। ধৰ্মীয় মত প্ৰচাৰৰ বাবে শ্ৰমণ, পণ্ডিত, সন্ন্যাসী আদি যিদৰে অৰণ্য, গিৰি, গুহা অতিক্ৰমি গৈছিল, ঠিক সেইদৰে বাণিজ্যৰ বাবে নৈ-পথ আৰু স্থলপথ দুয়োটাৰেই মুদৈসকলৰ আহ-যাহ চলিছিল। এই বাণিজ্যপথ মূলতঃ পাটবস্ত্ৰৰ পথ (ছিল্ক ৰ'ট) হিচাপে জনাজাত আৰু এই পট্ট বস্ত্ৰ বা পাট কাপোৰৰ পৰাই কিৰাত শব্দটো উদ্ভৱ হোৱা বুলিও একাংশ পণ্ডিতে মত প্ৰকাশ কৰে। বিষ্ণুপ্ৰসাদ ৰাভাৰ মতে কিৰাতসকল (ভূটানত কিৰাত নামৰ এটা ঠাল আছে ভূটীয়াসকলৰ) পাট বস্ত্ৰৰ ব্যৱসায়ৰ লগত জড়িত আছিল।

চি বা সি মানে ৰেচম (পাট), ৰি বা ৰিয়া মানে কাপোৰ আৰু টি মানে বসতি বা থকা অঞ্চল বুজায়। গতিকে ছিৰিয়াটি শব্দৰপৰা কিৰাট শব্দৰ উদ্ভৱ হ'ব পাৰে। ছিৰিয়াটি > ছিৰ্য্যাটি > ছিৰাটি > খিৰাটি > খিৰাট > কিৰাট। কালক্রমত এই পাট বস্ত্রৰ ব্যৱসায় কৰা সকলক বা পাট কাপোৰ উৎপাদন কৰা অঞ্চলত বসতি কৰা লোকক কিৰাট বোলাটোও অনুমানসিদ্ধ (৯)।

কিৰাতসকলে হিমালয়ৰ সমুদায় পাদ দেশত এসময়ত বসতি কৰিছিল আৰু এই কিৰাতসকল বিভিন্ন সময়ত চীন তথা তিব্বতৰ পৰা হোৱা প্ৰব্ৰজনৰ এটা অংশ। সকলোবিলাকক যে কিৰাত বোলা হৈছিল তেনে কথা সহজে ক'ব নোৱাৰি। কিৰাতসকলৰ বিষয়ে উল্লেখ মহাকাব্যত আছে। অন্ততঃ কিৰাতৰূপী মহাদেৱৰপৰা অৰ্জ্জুনে মহাস্ত্র সংগ্ৰহ কৰাৰ কাহিনী সুবিদিত। ভগদত্তৰ সৈন্য বাহিনীত কিৰাত-চীন সৈন্যৰ সমাগমৰ কথা আছে। কিৰাতসকল কোন পথেদি প্ৰাচীন কামৰূপত প্ৰৱেশ কৰিছিল এই লৈ বিভিন্ন পণ্ডিতৰ ভিন্ন ভিন্ন মত। কিছুসংখ্যক কিৰাত যে প্ৰথমে নেপাল তথা হিমালয়ৰ পাদদেশত প্ৰৱেশ কৰি হিন্দু তথা আৰ্য ধৰ্ম আৰু সভ্যতাৰ দীক্ষা গ্ৰহণ কৰি বিহাৰৰ উত্তৰ ভাগৰপৰা অসমলৈ প্ৰব্ৰজন কৰিছিল তেনে অনুমান কৰাৰ থল আছে। কিৰাতসকল বিভিন্ন গোষ্ঠীত দলবদ্ধ হৈ ভিন্ন ভিন্ন যুগত প্ৰাচীন ব্ৰহ্মপুত্ৰ উপত্যকাত ভিন্ন ভিন্ন পথেদি প্ৰৱেশ কৰাৰ ফলত, নাইবা ভিন্ন ভিন্ন পৰিৱেশত ভিন ভিন ধৰ্মীয় প্ৰভাৱত ভিন্ন ভিন্ন ধৰণে পৰিচালিত হোৱাৰ ফলত, বিশেষভাৱে ভিন্ন ভিন্ন অঞ্চলৰপৰা প্ৰব্ৰজন কৰি আহি এই উপত্যকাত প্ৰৱেশ আৰু বসতি কৰাৰ ফলত তেওঁলোকৰপৰা উদ্ভৱ হোৱা অসমৰ সুকীয়া সুকীয়া জনজাতি বিলাকৰো পাৰস্পৰিক অমিল বেছি, বৃহত্তৰ তিব্বেতো-বাৰ্মাণ গোষ্ঠীৰ ভাষাগত মিল থাকিলেও জীৱন চৰ্যাৰ অন্য বহু ক্ষেত্ৰত পাৰ্থক্য বিদ্যমান। বিভিন্ন চীনা আৰু দক্ষিণ-পূব এছিয়াৰ বুৰঞ্জী আৰু তাই বুৰঞ্জীৰ আধাৰত মন-খ্‌মেৰ আৰু তাই জাতিৰ লোককে সামৰি তিব্বেতো-বাৰ্মাণ জনগোষ্ঠীসমূহৰ প্ৰব্ৰজনৰ ধৰণৰ এনেদৰে পৰ্যায়ক্ৰমে ভাগ কৰিব পাৰি :

(১) গোবি মৰুভূমি আৰু উত্তৰ-পূব তিব্বতৰপৰা চিয়াং জনগোষ্ঠীৰ দক্ষিণলৈ প্ৰব্ৰজন। খৃঃ পূঃ ১৩০০ বছৰৰ আগতে চীনা আক্ৰমণৰ হেঁচাত এই প্ৰব্ৰজন ঘটিছিল কানছু (Kansu) অঞ্চলেদি। এই অঞ্চল এক গুৰুত্বপূৰ্ণ এছীয় বাণিজ্য পথত পৰে।

(২) চতুৰ্থ শতিকাত উত্তৰ চীনত বৰ্বৰসকলৰ আক্ৰমণৰ ফলত চীনা জন-গোষ্ঠীসমূহৰ দক্ষিণলৈ প্ৰব্ৰজন।

---

*৯ বিষ্ণুপ্ৰসাদ ৰাভা, বান'-ক'ৰাং, প্ৰবন্ধ, বিষ্ণুপ্ৰসাদ ৰাভা, বিষ্ণু প্ৰসাদ ৰাভা ৰচনাৱলী, প্ৰথম খণ্ড, প্ৰথম প্ৰকাশ, পৃ : ৩৪৬।*

(৩) দক্ষিণ চীনৰ ৰজা ফান ছিঃ মানৰ মন খ্মেৰ ৰাজ্যসমূহৰ ওপৰত প্ৰবল আক্ৰমণ, মালয়া তথা মেকং নদীৰ উপত্যকা আৰু সুবৰ্ণভূমি আদিত প্ৰবল হেঁচা। মন্ প্ৰব্ৰজন ২২৫ খৃঃ পূঃৰ আগৰ কথা। এই মন খ্মেৰসকলৰ এটা অংশই অসমত থিতাপি লৈ বৃহত্তৰ মন খ্মেৰ নৃ-গোষ্ঠীৰ প্ৰভাৱ অসমত বিস্তাৰ কৰিছিল।

(৪) অনবৰথ (১০৪৪-৪৭ খৃঃ)ৰ ৰাজত্ব কালত পুনৰ মন সকলৰ ওপৰত প্ৰবল আক্ৰমণ। ইতিহাসবিদ হলৰ মতে— "Tradition asserts that he took a Monmonk Shin Arahan into his service and charged him with the task of coverting the Burmese to Hinayana Budhism. This entailed a struggle with a priesthood known as Ari, who dominated Upper Burma (১০)। মহাযানপন্থী তান্ত্ৰিক অৰিসকলক জোৰ কৰি হাতীৰ ৰখীয়া কৰা হৈছিল নাইবা কঠোৰ অত্যাচাৰ কৰা হৈছিল। অনবৰথৰ আক্ৰমণত সৰু সৰু মন ৰাজ্যবোৰো পাগান ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল। মন সম্প্ৰদায়ৰ লোকৰ উপৰি এই বৌদ্ধ তান্ত্ৰিক অৰিসকলৰ প্ৰব্ৰজনো এই সময়ৰে ঘটনা হ'ব পাৰে। ড. পদ্মেশ্বৰ গগৈয়ে অৰিসকলৰ ওপৰত হীনযানপন্থীসকলে কৰা অত্যাচাৰৰ বৰ্ণনা দিছে এনেদৰে— "Unforked the thirty Ari lords and their sixty thousand followers and enrolled them among the spearmen and lancers and elephant dung sweeper." (১১)।

(৫) একে সময়তে মন ৰাজ্য লোপবুৰিৰ ওপৰত কম্বোজৰ সূৰ্য বৰ্মন (খ্মেৰ)ৰ প্ৰচণ্ড আক্ৰমণৰ ফলত লোপবুৰিৰ পতন। মনসকলৰ পেগু, আদি উত্তৰৰ ঠাইবোৰলৈ প্ৰব্ৰজন। উত্তৰ ব্ৰহ্মাৰ পৰা লোহিত নদীৰ কাষে কাষে আহি অসমত প্ৰৱেশ কৰা অৰি (অৰণ্যবাসী পুৰোহিত বা সন্ন্যাসী (১২) আৰু ভগনীয়া মন জনগোষ্ঠীৰ লোকসকল একে সময়তে সম্ভৱতঃ শদিয়া অঞ্চলত থিতাপি লৈছিল।

(৬) তাইসকলৰ প্ৰব্ৰজন চিয়াং (ন্ খ্মেৰ)সকলৰ দৰেই খৃষ্ট জন্মৰ কেবা শতিকাৰো আগৰপৰাই আৰম্ভ হয়। চীনৰ সম্ৰাট চিহ্ হোৱাং টিৰ দিনত (২৪৯-২১০ খৃঃপূঃ) তাইসকলৰ ওপৰত চলা অত্যাচাৰৰ ফলত তাইসকলৰ দক্ষিণলৈ

---

১০ *Hall, D.C.E. A History of South-East Asia,* *পৃঃ ১৩৬।*

১১ *ড. পদ্মেশ্বৰ গগৈ. The Tai and the Tai Kingdoms,* *পৃঃ ১৪০।*

১২ *অৰি পালি ভাষাৰ শব্দ। দে বা দাই (বৰ বা জ্যেষ্ঠ অথবা জ্ঞানী) শব্দ আগত যোগ হৈ দে + অৰি ⇒ দেঅৰি ⇒ দেউৰী শব্দৰ উদ্ভৱ হোৱা বুলি অনুমান কৰিব পাৰি।*

প্ৰব্ৰজনৰ সূত্ৰপাত হয় বুলি অনুমান কৰা হয়। চিহ্ হোৱাং টিৰ পিছত ছু (ch'u বা T'su) আৰু লো (Lo) ৰাজত তাই আৰু অন্যান্য চীনা জনগোষ্ঠীবিলাকক চীনৰ প্ৰাচীৰ নিৰ্মাণত জোৰপূৰ্বক লগোৱা হৈছিল। ছু সাম্ৰাজ্যৰ পতন ঘটে খৃঃ পূঃ তৃতীয় শতিকাত। কনফুচিয়ানসকলৰ ওপৰত এই যুগত চলা অত্যাচাৰ, তাইৰ লগতে অন্যান্য চীনা গোষ্ঠীৰ ওপৰত চলা নিপীড়নৰ ফলত নানা সৰু সৰু গোষ্ঠীয়ে দক্ষিণৰ পাৰ্বত্যাঞ্চলত আশ্ৰয় লৈছিল। অসম আৰু উত্তৰ ব্ৰহ্মত বাৰটা (১২) মান চীনা জনগোষ্ঠীয়ে এই যুগতে বসতি বিস্তাৰ কৰে। মেং বা মিয়াওচু, লাই আদি জনগোষ্ঠী ইয়াৰ ভিতৰত। চীনৰ দক্ষিণৰ পাৰ্বত্যাঞ্চলত মিয়াওচু মন জনগোষ্ঠীৰ তিনিটা আৰু লাই জনগোষ্ঠীৰ নটা সৰু সৰু গোট থুপ খায়হি। লোলো, মিয়াও, মিনবিয়া আদি জনগোষ্ঠী এই যুগতে উত্তৰ ব্ৰহ্মৰ লগতে অসমৰ পাৰ্বত্যাঞ্চলত থুপ খায়হি।

(৭) ৭৬০ খৃঃত নানচাওৰ তাইসকলে বোনধৰ্মী তিব্বেতো বাৰ্মাণ ৰাজ্য পিউ (শ্ৰীক্ষেত্ৰ) জয় কৰে। বৰ্তমান বিলুপ্ত পিউবিলাক যে আংশিকভাৱে হ'লেও পলাই আহি উত্তৰ-পূৰ্বাঞ্চলৰ পাৰ্বত্যাঞ্চলত সোমাইছিল তাক অধিক গৱেষণাই প্ৰমাণিত কৰিব পাৰে। তাই ৰজা কো-লো-ফেঙৰ পিছত ই-মৌ চুনৰ ৰাজত্বকালত ইউনানৰ উত্তৰ-পশ্চিমত মাং, মো, ছি আদি পাৰ্বত্য জনগোষ্ঠীৰ ওপৰত প্ৰচণ্ড আক্ৰমণ চলে। চীন পাই-লাও (Ngai Lao) আদি সংমিশ্ৰিত জনগোষ্ঠীবোৰৰ প্ৰব্ৰজন এই সময়তে ঘটে বুলি অনুমান কৰাৰ থল আছে। নানচাওৰপৰা হোৱা এই আক্ৰমণৰ ফলতে পিউ ৰাজ্য আৰু অন্যান্য সৰু সৰু মন্ খ্মেৰ ৰাজ্যৰ উপৰি মন সকলৰ শক্তিশালী সিংহ ৰাজ্য (Lion Kingdom) দ্বাৰাৱতীৰ পতন ঘটিছিল। মনসকলৰ প্ৰব্ৰজন শক্তিশালী ৰূপত অসমলৈ হোৱা আৰু অসম (সৌমাৰ) আৰু উত্তৰ পাৰৰ পাৰ্বত্য অঞ্চল তথা দাঁতি কাষৰীয়া অঞ্চলত বসতি বিস্তাৰৰ যুগ এইটো।

উল্লেখিত ই-মৌ-চুনে খেদি পঠোৱা 'ক'লা বৰ্বৰ' বা তাইসকলৰ তুলনাত অনুজ্জ্বল ছালৰ জনগোষ্ঠীবোৰৰ বেছি ভাগ উত্তৰ পূৰ্বাঞ্চলৰ পাৰ্বত্য অঞ্চলত বাস কৰিছিল।

(৮) তিব্বতীসকলৰ এটা প্ৰবল জনস্ৰোত হৰ্ষবৰ্দ্ধনৰ মৃত্যুৰ পিছত হৈছিল। হৰ্ষবৰ্দ্ধনক মৃত্যুৰ পিছত ক্ষমতা হস্তগত কৰা অৰ্জুনক দমন কৰিবৰ বাবে চীনা আক্ৰমণকাৰী ওৱাং হিউয়েন-চিক তিব্বতীসকলে সহায় কৰিছিল, হৰ্ষবৰ্দ্ধনৰ মিত্ৰ ভাস্কৰ বৰ্মনেও কৰিছিল। তিব্বতৰ সেই সময়ৰ শক্তিশালী শাসনকৰ্তা স্ৰংচান গামপোৱে এগৰাকী নেপালী ৰাজকুঁৱৰী আৰু এগৰাকী চীনা ৰাজকুঁৱৰী

বিয়া কৰাইছিল আৰু এওঁৰ দিনতে নেপাল হৈ উত্তৰ বিহাৰ, নালন্দা আৰু অসমৰ পশ্চিমাঞ্চলত ভূটানৰ লগতে তিব্বতৰ সম্পৰ্ক আৰু লেন-দেন বা আহ-যাহ বাঢ়িছিল। হাজোৰ বৌদ্ধ তীৰ্থস্থান তিব্বতী তথা বৌদ্ধসকলৰ আৰাধনাৰ থলী হৈ পৰিছিল। তান্ত্ৰিক ভোট-তিব্বতী বৌদ্ধসকলৰ লগত আদান-প্ৰদানৰ যুগ এইটো। এই যুগতে অসমত সিদ্ধাচাৰ্যসকলৰ প্ৰভাৱ বৃদ্ধি পায়।

(৯) ছু-কা-ফাৰ অসমলৈ প্ৰব্ৰজন কৰাৰ আগতেই মাও-ছান ৰাজ্যৰ শক্তিশালী ৰজা ছাম-লং-ফাৰ দিনত হৈছিল। ১২২০ খৃঃত ছাম-লং-ফাৰ নেতৃত্বত আৰাকান পৰ্যন্ত ম্যানমাৰ জয় কৰিছিল তাইসকলে। মণিপুৰ, কাছাৰ আৰু চুতীয়া ৰাজ্যতো আক্ৰমণ কৰিছিল। ৰবিনছনৰ Accounts of Assam আৰু ড. পদ্মেশ্বৰ গগৈৰ The Tai and the Tai Kingdoms ত চেন-বি (Hsen-wi Cronicle) ৰ তথ্য ব্যৱহাৰ কৰি এই যুদ্ধৰ বৰ্ণনা এই ক্ষেত্ৰত অতীব তাৎপৰ্যপূৰ্ণ। বৰ্ণনা মতে লেফৰয়ৰ ৰাজত্ব কাললৈকে চুতীয়া ৰাজ বংশৰ মুঠ একৈশজন ৰজা হৈছিল (*১৩)। একৈশজন ৰজাৰ প্ৰত্যেকৰে আয়ুস (এক পুৰুষ ৰজা)ৰ গড়ে ২০-২৫ বছৰ ধৰিলেও লেফৰয়ৰ ৰাজত্বকাললৈকে মুঠ ৪২০ ৰপৰা ৫২৫ বছৰ চুতীয়া ৰাজত্ব চলিছিল। সেই হিচাপে চুতীয়াসকল অসমলৈ অহাৰ সময় আনুমানিক খৃষ্টীয় সপ্তম শতিকাৰ শেষ ভাগ তথা অষ্টম শতিকাৰ ভিতৰত। এই একৈশ পুৰুষৰ ভিতৰত একাংশ আদি ৰজা সম্ভৱতঃ অসমৰ বাহিৰত থকা তেওঁলোকৰ আদিম বাসস্থানৰো হ'ব পাৰে তেতিয়াও আমি চুতীয়াসকলৰ আগমনৰ কাল খৃষ্টীয় প্ৰথম সহস্ৰাব্দৰ পিছলৈ আনিব নোৱাৰোঁ। পাল বংশই শ্ৰীদুৰ্জয়াত ৰাজধানী পাতি ৰাজত্ব কৰাৰ সময়ত সম্ভৱতঃ চুতীয়াসকলে অসম ৰাজ্যৰ পূব সীমান্তত খোপনি লৈছিল নাইবা এক শক্তিশালী সৰু ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। চুতীয়া ৰজা লেফৰয়ৰ ৰাজ্য ছাম লংফাই আক্ৰমণ কৰাৰ সময়ত লেফৰয়ৰ চাৰিজন পুত্ৰ আছিল। বুৰুবা বা বুৰুকৰ যুদ্ধত মৃত্যু হৈছিল। মাইচুৰ মাইংবিং (মাইবং) নামৰ ঠাইলৈ পলাই গৈছিল। কলিতা উত্তৰ-পূবলৈ পলাই গৈছিল। কোচি ৰজাই আত্মসমৰ্পণ কৰিছিল। এই তথ্যখিনি যথেষ্ট বিভ্ৰান্তিকৰ কাৰণ ইয়াত উল্লেখ কৰা কলিতা আৰু কোচি লেফৰয়ৰ পুত্ৰ বুলি অনুমান কৰিব নোৱাৰি। সম্ভৱতঃ এই চাৰিপুত্ৰ চাৰিজন সেনাপতিও হ'ব পাৰে নাইবা চাৰিটা জনগোষ্ঠীৰ চাৰিজন প্ৰতিনিধিত্ব মূলক সেনাপতিও হ'ব পাৰে।

---

*১৩ *নেই এলিয়াছ (Ney Ellias) ৰ Introductory sketch of the shans in Upper Burma and West yunnan আৰু চেন-বি বুৰঞ্জীৰ তথ্যৰ ভিত্তিত লোৱা হৈছে।*

সভ্যতাৰ ক্ষেত্ৰত কিছু সন্দেহ থাকিলেও এই কথা অনস্বীকাৰ্য যে আহোমসকলে ১২২৮ খৃঃত সৌমাৰত ৰাজ্য প্ৰতিষ্ঠা কৰাৰ আগলৈকে অসমলৈ হোৱা প্ৰব্ৰজনৰ এইটো এটা চিত্ৰ।

ভৈয়ামত এই প্ৰব্ৰজনেই মন, তিব্বেতো-বাৰ্মাণ, তাই, জনগোষ্ঠীৰ অন্তৰ্ভুক্ত আৰু পাৰ্বত্য অঞ্চলত কুকি-চীন, মান, তিব্বেতো-বাৰ্মাণ, কাৰেণ আদি নানা জনগোষ্ঠীৰ লগত সম্পৰ্ক থকা লোকসকলৰ প্ৰৱেশ আৰু বৰ্ণাঢ্যতা সৃষ্টিৰ এটা পটভূমি ৰচনা কৰে। বৰ্তমান অসম তথা উত্তৰ-পূৰ্বাঞ্চল জনজাতিৰে ভৰি থকাৰ এইটো মূল কাৰণ।

১.৭ **বাণ ৰজাৰ কিম্বদন্তিৰ আধাৰ :** বাণৰ কিম্বদন্তিৰ আলমত আমি কিছু নতুন দৃষ্টি-ভঙ্গীৰে জনজাতিৰ সমন্বয়ৰ কাহিনী বিশ্লেষণৰ প্ৰচেষ্টা কৰিব পাৰোঁ। আমাৰ চলিত কিম্বদন্তি অনুসৰি বাণ হ'ল হিৰণ্যকশিপুৰ বংশধৰ। হিৰণ্যকশিপুৰ পুত্ৰ প্ৰহ্লাদ, প্ৰহ্লাদৰ পুত্ৰ বিৰোচন, বিৰোচনৰ পুত্ৰ বলি, বলিৰ পুত্ৰ বাণ। পুৰাণ-প্ৰসিদ্ধ এই চৰিত্ৰবোৰ যে এটা বংশৰ তাৰ প্ৰকৃত ঐতিহাসিক ভিত্তি নাই। কিন্তু এই কথা অনস্বীকাৰ্য যে নৰকাসুৰ প্ৰাগজ্যোতিষপুৰত অধিষ্ঠিত হোৱাৰ নিনত থলুৱা বাণ নামৰ এজন ৰজা নৰকাসুৰৰ ৰাজ্যৰ পূৰ্বলৈ আছিল। তেওঁ অতিশয় বুধিয়ক আছিল আৰু পিছত শৈৱ বুলি প্ৰচলিত ধৰ্মটোৰ দৰেই তেওঁ শিৱক পূজা কৰিছিল। প্ৰসঙ্গতঃ বড়োসকলৰ শিৱাই, বুঢ়া-বুঢ়ী, ভল্লী (ভবলী) আদিৰ লগত গোষ্ঠীগত সম্পৰ্ক অনস্বীকাৰ্য। আনহাতে অকাঁসকলৰ মাজত এক প্ৰচলিত কিম্বদন্তি আছে। তেওঁলোকৰ কিম্বদন্তি মতে বাণ নামৰ প্ৰবল প্ৰতাপী ৰজা এজন তেওঁলোকৰ জাতিৰ জনক। তেওঁৰ ৰাজধানী আছিল ভালুকপুঙত। তেওঁ দক্ষিণলৈ বহু দূৰলৈ ৰাজ্য বিস্তাৰ কৰিছিল। এই বাণৰ বংশধৰসকল কিয় পাৰ্বত্য অঞ্চললৈ গ'ল তাৰ কিন্তু কোনো ব্যাখ্যা পাবলৈ টান। এনে ব্যাখ্যাও দিব পাৰি যে ম্লেছ বংশই হাৰুপ্লেশ্বৰ বা হাটপ্লেশ্বৰত ৰাজধানী পাতি সুদীৰ্ঘকাল ৰাজত্ব কৰাৰ বহু আগতেই অকাঁসকলে বা অকাঁসকলৰ কোনো পূৰ্বপুৰুষে—যাৰ উপাস্য ক্ষেত্ৰ আছিল লিংগ (মেগালিথ) বিলাকক পিছত শিৱলিংগ বুলি অভিহিত কৰা হ'ল আৰু তেওঁক যুদ্ধত পৰাস্ত কৰা আৰ্যধৰ্মীসকলেই হৰি-হৰৰ আখ্যানৰ জন্ম দিলে। কালক্ৰমত এই বাণৰ শৈৱ বংশধৰসকলেই যে ম্লেছ ৰাজবংশৰ জন্ম দিয়া নাই তাক ঠাবৰকৈ ক'ব নোৱাৰি। কাৰণ, ম্লেছ ৰাজবংশই ভাস্কৰ বৰ্মনৰ পিছত প্ৰাগজ্যোতিষপুৰ দখল কৰি ৰাজধানী প্ৰাগজ্যোতিষপুৰত ৰখা নাই হাৰুপ্লেশ্বৰলৈ স্থানান্তৰিত কৰিছে।

'কালিকা পুৰাণ'ত থকা বাণৰ কথাবিনিয়ে বাণৰ কিম্বদন্তিৰ কথাক অস্বীকাৰ কৰা নাই। এই বাণ নৰকৰ মিত্ৰ। শিৱ ভক্ত।

ত্ৰেতায়ঞ্চ ব্যতীতায়াং দ্বাপৰস্য তু শেষতঃ।
অভৱচ্ছোণিতপুৰে বাণো নাম মহাসুৰ।।

তস্যাগ্নিদুৰ্গং নগৰং সচ শম্ভুসখো বলী।
সহস্যা বাহুদুৰ্দ্ধঃ প্ৰিয়ং পুত্ৰঃ সবৈ বলেঃ।।
নৰকস্য সমং তস্য মমামৈত্ৰী ব্যজায়ত।।
গমনাগমনান্বিত ওম মন্যোন্যানুগ্ৰহৈস্তথা।
তয়োৰভূং মহাপ্ৰীতি পৱনালয়োৰ্যথা।।
স চ বাণঃ সমাৰাধ্য মহাদেৱং জগতপ্ৰভূম্।
আসুৰেণাৰ্থ ভাৱেন বাচ ৰচ্চাকুতোভয়ঃ।।
তৎসংসৰ্গাৎ স নৰকো, দৃষ্টা তস্যাম্ভুতং কৃতিন্।
তেনৈৱ সব ভাৱেন বিহৰ্তুমুনাচক্ৰেন।।

বাণৰ বিকাশ এইমতে ত্ৰেতাৰ পিছত, দ্বাপৰৰ শেষ অধ্যায়ত। তেওঁৰ নগৰ অগ্নিদুৰ্গ। তেওঁ শিৱ আৰাধক। তেওঁ মহাদেৱৰ ভক্ত। তেওঁ নৰকৰ মিত্ৰ হ'ল। বাণৰ সংসৰ্গলৈ আহি নৰকে সেই ভাব-ধাৰণাকে গ্ৰহণ কৰিলে।

কালিকা পুৰাণৰ কাহিনী অনুসৰিও বাণৰ বংশ নৰকাসুৰৰ আগৰ। তেওঁৰ উত্তৰাধিকাৰ সৰ্বপ্ৰাচীন। প্ৰাচীন কামৰূপৰ আদিবাসীসকলৰ অন্যতম বাণৰ পূৰ্বপুৰুষসকল। অজস্ৰ মেঘালিথ সংগ্ৰহকাৰী এই লোকসকল যে সুপ্ৰাচীন কালৰেপৰা এই অঞ্চলত বাস কৰিছিল তাৰ সুকীয়া প্ৰমাণ নালাগে।

## ১.৮ মহাকাব্যত কিৰাতৰ উল্লেখ আৰু বাসস্থান

জনগোষ্ঠীসমূহৰ মাজত কোনবোৰ প্ৰাচীন আৰু কোনবোৰ মিশ্ৰিত তথা কোনবোৰ পিছত অহা সেই সম্পৰ্কে মূল্যায়ন কৰিবৰ বাবে আমাৰ হাতত খুব সুস্পষ্ট, বিজ্ঞানসম্মত আৰু যথাৰ্থ প্ৰমাণ নাই।

অথৰ্ববেদ আৰু যজুৰ্বেদত কিৰাতসকলৰ কথা উল্লেখ আছে। এছ কে চেটাৰ্জীয়ে তেওঁৰ The place of Assam in the History of civilization of India গ্ৰন্থত উল্লেখ কৰিছে যে ম্লেচ্ছ, অসুৰ আৰু কিৰাত, চীন আদি জাতিবোৰ বৈদিক আৰ্যৰ অজ্ঞাত নাছিল (১৪)। প্ৰশ্ন হ'ল এওঁলোক কোন আছিল আৰু ক'ত বসবাস কৰিছিল?

*১৪ উদাহৰণস্বৰূপে অথৰ্ববেদৰ বিংশ কাণ্ডৰ চতুৰ্থ অনুবাকৰ প্ৰথম সুক্তত একাদশ শ্লোকত আছে —*

*যঃ শম্বৰং পৰ্বতেষু ক্ষীয়ন্তং চত্বাৰিংশ্যাং শৰদ্যন্ববিন্দৎ।*
*অত্ৰাগিবৌ যজ্ঞমানং বহু জনং যশিমায়ুৰ্দ্ধংস জনাস ইন্দ্ৰঃ।।*

*— ইয়াত শম্বৰাসুৰকো পৰ্বতৰ গুহাবাসী বুলি অভিহিত কৰিছে। কিন্তু অন্যত্ৰ বহু অসুৰক বনবাসী, বৰ্বৰ, ম্লেচ্ছ আদি বিশেষণেৰে মহাকাব্য, পুৰাণ আদিত বৰ্ণনা কৰা হৈছে।*

*১৫ সভাপৰ্ব দ্ৰষ্টব্য ঃ*

ৰামায়ণত কিৰাতসকলক সোণালী ছালৰ, ভীষণাকৃতিৰ, ডাঠ বস্ত্ৰাবৃত আৰু মহাভাৰতত ম্লেচ্ছ বুলি অভিহিত কৰা হৈছে (১৫)। মহাভাৰতৰ সভাপৰ্বত ম্লেচ্ছ শব্দৰ উল্লেখ আছে— তেওঁলোকৰ গাৰ বৰণ হালধীয়া (পীত বৰ্ণ) আৰু তেওঁলোক সমুদ্ৰ তীৰবৰ্তী (লৌহিত্যকেই সমুদ্ৰ বুলি এসময়ত ঐতিহাসিক তাম্ৰ-শাসন বিলাকতো কোৱা হৈছে) জলাহ ভূমিৰ বাসিন্দা। বিষ্ণু পুৰাণতো কিৰাতসকলক জলাহ ভূমিৰ বাসিন্দা বোলা হৈছে। কালিকা পুৰাণত কামৰূপৰ ধৰ্মকে, অৰ্থাৎ তান্ত্ৰিক ধৰ্মকে কৈৰাতজ বুলি কোৱা হৈছে।

মহাকাব্যিক যুগৰ তথ্যৰ আধাৰত কামৰূপৰ সঠিক ভূগোল আৰু নৃতত্ত্বৰ আভাস পোৱাৰ কোনো সম্ভাৱনা নাই। কাৰণ দুয়োখন মহাকাব্যতে কামৰূপৰ সঠিক সীমাৰেখা বা অৱস্থানৰ আভাস ক'তো পাবলৈ নাই। ৰামায়ণ কিষ্কিন্ধ্যা কাণ্ডত কামৰূপ পশ্চিম দিশে বৰাহ পৰ্বতত। হ'ব লাগিছিল অযোধ্যাৰ পুব দিশে— কিষ্কিন্ধ্যাৰ উত্তৰ-পুব দিশে। মহাভাৰতৰ দ্ৰোণ পৰ্বত কামৰূপৰ ভৌগোলিক বৰ্ণনা নাই। অশ্বমেধ পৰ্বত অৰ্জুনৰ লগত বজ্ৰ দত্তৰ যুদ্ধ হৈছিল; কিন্তু বজ্ৰ দত্তৰ দেশখনৰ সঠিক দিশ নিৰ্ণয় হোৱা নাই। অৰ্জুনে উত্তৰে থকা ৰাজ্যবোৰ জয় কৰিবলৈ যাওঁতেহে প্ৰাগজ্যোতিষপুৰ পাইছিল। দিশ ভুল কৰা বুলি ধৰিলেহে কথাটো শুদ্ধ হয়। আনহাতে পুবৰ ৰাজ্যবোৰ জয় কৰি ভীমে লৌহিত্যৰ তীৰ পাইছিল! লৌহিত্য আৰু প্ৰাগজ্যোতিষক বিচ্ছিন্ন কৰিবলৈ কৰা প্ৰচেষ্টাও এক প্ৰকাৰ ভুল ভূগোল-অধ্যয়নৰ ফল বুলিব পাৰি। খৃষ্টীয় চতুৰ্থ শতিকা মানলৈকে কামৰূপ আৰু প্ৰাগজ্যোতিষৰ সঠিক ভৌগোলিক অৱস্থানেই ভাৰতীয় সাহিত্যিক সকলে নিৰ্ণয় কৰিব পৰা নাছিল। এই প্ৰাচীন কামৰূপৰ ভৌগোলিক অৱস্থা সঠিকভাৱে নিৰ্ণয় কৰিবলৈ সমৰ্থ নোহোৱা প্ৰাচীন যুগৰ ধৰ্মীয় সাহিত্য তথা মহাকাব্য আৰু পুৰাণ আদিৰপৰা এই যুগৰ দানৱসকলৰ সামাজিক গঠন কেনে আছিল তাক নিৰ্ণয় কৰা টান। অসমৰ প্ৰাচীন প্ৰাগ-ঐতিহাসিক যুগৰ মানৱ-সভ্যতাৰ কাল নিৰ্ণয় কৰিব পৰা কোনো প্ৰত্যক্ষ প্ৰমাণ নাই আৰু পৰোক্ষ প্ৰমাণো অপৰ্যাপ্ত। প্ৰাগ-ঐতিহাসিক মানুহৰ শিলৰ আহিলা-পাতি — যেনে বিভিন্ন ধৰণৰ কুঠাৰ, শিলৰ আচ-বাব, পটা, পটাগুটি, শিলৰ জোং নাইবা মাটি খন্দা আৰু জন্তুৰ ছাল বখলিওৱা আহিলা আদিৰ উপৰি মানুহৰ সমাধিস্থলীত স্মৃতিশৈল ৰখাৰ পৰম্পৰাৰ পৰা প্ৰাগ-ঐতিহাসিক যুগৰ কৃষ্টিৰ বিষয়ে কিছু আভাস পাব পাৰি। অসমৰ শৈলযুগৰ কৃষ্টিৰ বিষয়ে 'অসমৰ সাংস্কৃতিক ইতিহাস' গ্ৰন্থত মই আলোচনা কৰিছিলো। প্ৰয়োজন সাপেক্ষে এই আলোচনাৰ লগত সঙ্গতি থকা থকাখিনি ইয়াত পুনৰ আলোচনা কৰা হ'ল। তদুপৰি জনজাতিসমূহৰ প্ৰাচীনত্ব আৰু পৰিবৰ্তনৰ আভাস, তেওঁলোকৰ বৈবাহিক ৰীতি-নীতি, পৰিয়ালৰ গঠন, উত্তৰাধিকাৰৰ ধাৰণা আৰু পৰম্পৰা, সামাজিক অনুষ্ঠানত নাৰীৰ প্ৰাধান্য বা

নাৰীৰ অৱস্থান আদিৰ সম্যক অধ্যয়নৰ ওপৰত ভিত্তি কৰি ক'ব পাৰি।

## ১.৯ মাতৃ তান্ত্রিকতা আৰু ভূমিৰ মালিকানা

ব্যক্তিগত সম্পত্তি, বিশেষভাৱে ভূমিৰ ওপৰত স্থায়ী অধিকাৰ প্রতিষ্ঠা কেতিয়াও অস্থায়ী বা ঝুম (আৰ) খেতি অবিৰতভাৱে চলি থকা অঞ্চলত হ'ব নোৱাৰে। সেই হিচাপে গাৰো, খাছি, জয়ন্তীয়া, কাৰ্বি আৰু কোনো কোনো নগা গোষ্ঠীৰ মাজত ব্যক্তিগত সম্পত্তিৰ বিকাশ সুদীৰ্ঘ কাল ধৰি হোৱা নাছিল বুলিব পাৰি। মাতৃ-তান্ত্রিকতা মূলতঃ পৰিযাল (Family)ৰ মাজত ঝুমখেতিৰ ভূমিত সমূহীয়া অধিকাৰ থকা অৱস্থাতহে সম্ভৱ, এনে অৱস্থাত মাটিৰ মালিকানা পৰিয়ালৰ মাজতে অব্যাহত ৰাখিবৰ বাবে নিজ পৰিয়ালৰ মাজতে বিবাহৰ প্রথা থকা প্রাচীন কালতে প্রচলিত আছিল। নাৰীৰ জৰিয়তে উত্তৰাধিকাৰ ৰক্ষা পৰাৰ ফলত এনে সমাজত পুৰুষক চপাই লোৱাৰ প্রথাই মূলতঃ প্রচলিত আছিল। পুৰুষক চপাই লোৱাতো আকৌ যি কোনো পুৰুষ নহয়, পৰিযালৰ মাজৰ পুৰুষৰ লগত, বিশেষভাৱে মাতুল-পুত্ৰৰ লগত পৰিযালৰ কনিষ্ঠ কন্যা বা আন কন্যাৰ বিবাহ অনুষ্ঠিত কৰি পৰিয়ালৰ মাটি পৰিযালৰ নিজৰ ভিতৰত সুৰক্ষিত কৰাৰ ব্যৱস্থা প্রচলিত আছিল। এনে ব্যৱস্থাৰ অৱশিষ্ট এতিয়াও কাৰ্বি, গাৰো, খাছি, জয়ন্তীয়া, কিছুমান নগা গোষ্ঠীৰ মাজত আছে যদিও ই দ্রুতগতিৰে অৱলুপ্তিৰ পথত।

কেৱল শিলৰ আহিলা ব্যৱহাৰ কৰা যুগটো আমি দুটা ভাগত ভগাব পাৰোঁ। এটা আদিম প্রস্তৰ যুগ— যিটোক নিৰ্দয়তাৰ যুগ (Savagery) বুলি অভিহিত কৰিব পাৰি। আনটো শিলৰ আহিলা পৰ্যায়ৰ তুলনামূলকভাৱে উন্নত যুগ— যিটোক দানৱীয় বা আসুৰিক যুগ (Barbaric Age) বুলি ক'ব পাৰোঁ। দ্বিতীয় পৰ্বটোত ধনু, শিৰ টুপ লগোৱা কাঁড়, শিলৰ কুঠাৰ আদিৰ ব্যৱহাৰ তথা জুইৰ ব্যৱহাৰ আৰু পৰিয়ালৰ বিকাশ সম্ভৱ। তুলনামূলক উন্নত পৰ্যায়ত এনে এটা যুগত ধনু-কাঁড়, কুঠাৰ আদিৰ ব্যৱহাৰৰ ফলত ভূমি আৰু সম্পত্তিৰ ওপৰত পুৰুষৰ আধিপত্য বিস্তাৰ হোৱাটো সম্ভৱ। আনহাতে সমতল ভূমিত বস-বাস কৰাসকলে এই যুগতে ব্যক্তিগত ভূমিৰ অধিকাৰ স্থায়ী কৃষিৰ বাবে সাব্যস্ত কৰাটোও সম্ভৱ। অসমত নিৰ্দয় যুগটো তুলনামূলকভাৱে দীঘলীয়া হোৱা আৰু খাছি পাহাৰ তথা ইয়াৰ নামনি ভাগ, কাৰ্বি আৰু বৰাইল পাহাৰ আৰু নগা পাহাৰত নিৰ্দয় যুগ আৰু দানৱীয় যুগৰ সহাৱস্থান সুদীৰ্ঘ কাল ধৰি চলি থকাটোও অনুমান কৰিব পাৰি। নিৰ্দয়তাৰ যুগত মানুহে উন্নত আহিলা পাতিৰে সৰহীয়া মাছ আৰু পশু-পক্ষী চিকাৰ কৰিব নোৱাৰা বাবে একে প্রজাতিৰ কোমল ছালৰ মানুহ ভক্ষণ কৰাটো সম্ভৱ। অৰ্থাৎ, নৰ-খাদকৰ যুগ বুলি এই যুগটোক অভিহিত কৰিলে ভুল নহ'ব

আহিলা পাতি ক্ৰমান্বয়ে উন্নত হোৱাৰ লগে লগে— জন্তু আৰু পক্ষী চিকাৰৰ বাবে ধনু-কাঁড় (শিলৰ টুপ লগোৱা), শিলৰ কুঠাৰ, জোং আদি ব্যৱহাৰ কৰিবলৈ শিকাৰ পিছত, শিলৰ আহিলা জন্তুৰ ছাল চেলাবলৈ ব্যৱহাৰ কৰাৰ পিছত স্বাভাৱিকতে নৰ-ভক্ষণৰ প্ৰয়োজনীয়তা নাথাকিল আৰু উন্নত আহিলাৰে নৰভক্ষীসকলক নিৰস্ত কৰাটোও সম্ভৱ হ'ল। অসমত নৈ কাষৰীয়া অঞ্চলবোৰত নৰভক্ষীৰ সললি কৃষি-কাৰ্য কৰা মানুহৰ বা প্ৰথমে মাছ চিকাৰ কৰি আৰু পিছলৈ খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰা মানুহৰ বসতি বিস্তাৰ কৰা জনজাতিৰ সংখ্যা সৰহ। প্ৰসঙ্গতঃ উল্লেখযোগ্য যে তিৱা, জিমছায়া (দেউৰী), ডিমাছা আদি জনগোষ্ঠীৰ গোষ্ঠী নামৰ উৎপত্তি পানী (ডি, তি, জি)ৰ লগত জড়িত, পানীৰ সন্তান। গতিকে নৈৰ কাষে কাষে এইবোৰ জনগোষ্ঠী প্ৰব্ৰজিত হোৱা আৰু নৈৰ কাষতে বস-বাস কৰাৰ ইঙ্গিত স্পষ্ট। আনহাতে এনে জনগোষ্ঠীসমূহে নৈৰ কাষত বা দ ঠাইত বসবাস কৰোঁতে মূলতঃ বানৰ পৰা ৰক্ষা পাবৰ বাবে চাংঘৰ নিৰ্মাণ কৰিছিল। মিচিং (আদি) আৰু দেউৰীসকলৰ এই পৰম্পৰা আজিকোপতি বিদ্যমান। চুতীয়াসকল নদী উপত্যকাইদি আহি আদি বাসস্থান আনুমানিক চিয়াং-চিকেঙ্গুৰপৰা আহি প্ৰথমে অসমৰ উজনি ভাগত বসতি বিস্তাৰ কৰাৰ সম্ভাৱনাই অধিক। এনে সম্প্ৰদায়বিলাকৰ আদি বসতি বিস্তাৰৰ কোনো প্ৰামাণ্য, নিৰ্দিষ্ট ইতিহাস নাই যদিও জীৱনৰ ৰীতি-নীতি আৰু পৰম্পৰাসমূহে সুদীৰ্ঘ কাল ধৰি পৰিয়ালভিত্তিক সমাজ পাতি বস-বাস কৰাৰ ইঙ্গিত দিয়ে। বড়োসকলে অসমৰ নৈবোৰৰ নাম আদিতে দিয়া, মন-খমেৰসকলেও কিছু নৈৰ নাম দিয়াটোৱে এই জনগোষ্ঠীবোৰে নৈ কাষত বসতি বিস্তাৰ কৰাৰ ইঙ্গিত দাঙি ধৰে।

কেতিয়া মাতৃ-তান্ত্ৰিকতা সম্পূৰ্ণ পৰিহাৰ কৰি পিতৃতান্ত্ৰিকতাক আদৰি ল'লে তেনে ধৰণৰ কথা সঠিকভাৱে ব্যাখ্যা কৰিব নোৱাৰি। মাতৃ-তান্ত্ৰিকতাৰ অৱশেষখিনি ধৰ্মীয় ৰূপান্তৰ নঘটা স্থানবিলাকত এতিয়াও গাৰো, খাচি, জয়ন্তীয়া, কাৰ্বিৰ মাজত বাচি আছে। কিম্বদন্তি বিলাকৰ উৎসৰ সন্ধান কৰি বাস্তৱতাৰ আলোকত বিচাৰ কৰিলে আমি নিশ্চিত হ'ব পাৰো যে হিড়িম্বাৰ কাহিনীটোৰ মাজতো মাতৃ-তান্ত্ৰিকতাৰ স্পষ্টতা আছে। হিড়িম্বাই দ্বিতীয় পাণ্ডৱ ভীমক বিবাহৰ প্ৰস্তাৱ নিজে দিছিল। হিড়িম্বাই ভীমক বিবাহ কৰাৰ কথা ব্যক্ত কৰাৰ পিছতো তেওঁৰ ককায়েক হিড়িম্বই ভীমক বধ কৰিবলৈ বিচাৰিছিল। এইটো ঠাৱৰ কৰিব পাৰি যে হিড়িম্বাই ভীমক বিয়া কৰালে হিড়িম্বই হাত বেয়া পোৱাৰ কাৰণ নিহিত আছে কেৱল আদিম আধিপত্য তথা উত্তৰাধিকাৰৰ লগত। ভীমক নামাৰিলে পৰিয়ালৰ বাহিৰৰ মানুহৰ হাতলৈ উত্তৰাধিকাৰ যায়। হিড়িম্বাসুৰে ভীমক নিধন কৰিবলৈ বিচৰাটো সেয়ে নৰ-মাংস ভক্ষণৰ লালসা-পীড়িত বুলি ভবাৰ যুক্তিযুক্ততা কম হিড়িম্বাই যিহেতু ভীমক বিবাহ কৰিছে, পুত্ৰ ঘটোৎকচৰ জন্মও হৈছে,

ঘটোৎকচে কুৰুক্ষেত্ৰ যুদ্ধত অংশগ্ৰহণো কৰিছে, গতিকে হিড়িম্ব এক আদিবাসী মানুহেই যি নিজৰ পৰিয়ালৰ বাহিৰত বিবাহ কৰাৰ বিপক্ষে যুঁজ কৰিছিল। হিড়িম্বাৰপৰা হিড়িম্বাপুৰ বা ডিমাপুৰ হোৱা বুলি অনুমান কৰা হয়। আৰ্য ধৰ্ম গ্ৰহণ কৰাসকলে আদিবাসীসকলক নৰভক্ষী বা নিৰ্দয় অন্তৰৰ মানুহ হিচাপে চিহ্নিত কৰাটো মন কৰিবলগীয়া। এই পৰ্বত যুদ্ধৰ বাবে হিড়িম্বৰ কেৱল বাহুবল, শিল, গছ আদিহে সম্বল আছিল। ধনু-কাঁড়, কুঠাৰ, তৰোৱাল আদি হিড়িম্বই ব্যৱহাৰ কৰা নাছিল। ক্ৰমান্বয়ে শিলৰ যুদ্ধৰ অস্ত্ৰ (কাঁড়ৰ টুপ, কুঠাৰ আদি)ৰ উৎপাদন আৰু ব্যৱহাৰ হোৱাৰ লগে লগে স্বাভাৱিকতে চিকাৰজীৱী পুৰুষৰ চিকাৰৰ ওপৰত আধিপত্য বিস্তাৰিত হ'ব আৰু আত্মৰক্ষাৰ যুদ্ধৰ ক্ষেত্ৰত অস্ত্ৰধাৰী পুৰুষৰ গুৰুত্ব বাঢ়িব। শিলৰ ফাল, চিপৰাং আৰু কুঠাৰ আদি কৃষিৰ ক্ষেত্ৰতো আমূল ৰূপান্তৰ সাধন কৰিবলৈ সমৰ্থ হয়। গতিকে এনেধৰণৰ আহিলাৰ বিকাশে পিতৃতান্ত্ৰিক পৰিয়ালৰ বিকাশৰ পথ ৰচনা কৰে। অৰ্থাৎ, জনজাতিসমাজক নিৰ্দয় পৰ্বৰপৰা কিছু উন্নত আসুৰিক পৰ্যায়লৈ অনাত কিছু আহিলা-পাতিয়ে প্ৰভাৱ বিস্তাৰ কৰিছিল বুলি অনুমান কৰিব পাৰি।

জনজাতি সমাজৰ বিকাশৰ এই প্ৰক্ৰিয়াটো ধাৰাবাহিক বা সকলো ঠাইতে একে ধৰণৰ আছিল বুলি ক'ব নোৱাৰি। পৰ্বতীয়া অঞ্চলত আৰু অটবী অৰণ্যত বাস কৰাসকলৰ ক্ষেত্ৰত প্ৰাচীন নিৰ্দয় আৰু বৰ্বৰ যুগৰ চৰিত্ৰসমূহ বিংশ শতিকা পৰ্যন্ত জীয়াই থকা দেখা যায়। তেনে অৱশেষসমূহ হ'ল মূৰ কটা (Head Hunting)ৰ গৌৰৱ, পৰাভূত পৰিয়ালৰ লোকসকলক বন্দী বা দাস ৰখা, ঝুম খেতিৰ ওপৰত নিৰ্ভৰশীলতা, আৰু ঝুম খেতিৰে কুলাব নোৱাৰাখিনি অৰণ্যৰ আলু, কচু, পাত, শিপা, জীৱ-জন্তু, চৰাই, পোক-পতংগ, (জিলি, উঁই চিৰিঙা, ফৰিং, উঁই পোক, পৰুৱা তথা মৌ আৰু কোঁদো আদিৰ কণী) বনৰীয়া চৰাইৰ কণী আৰু মগুহ, মাছ আৰু অন্যান্য জলজ কীট-পতংগ, কেঁকোৰা, কল্‌মীবুঢ়ী বা কঁঠালগুটীয়া, শামুক আদিৰে পূৰণ কৰা। অৰণ্যৰ ওপৰত এই নিৰ্ভৰশীলতাৰ যি খাদ্য সংগ্ৰহকাৰী (Food Gatherer) আৰু খৰি সংগ্ৰহকাৰী (Wood gatherer) চৰিত্ৰ আজিকোপতি বিৰাজ কৰিছে, এই চৰিত্ৰই আজিকোপতি অবিকশিত জনজাতিসকলৰ চৰিত্ৰ। জনজাতিসকলৰ নিৰ্দয় যুগত মানুহক নিধন কৰাটো এটা স্বাভাৱিক প্ৰবৃত্তি আছিল যি সৰু সৰু গোট বিলাকৰ মাজত পাৰস্পৰিক আদান-প্ৰদান প্ৰায় বন্ধ কৰি দিছিল, সৰু সৰু গোটবিলাকৰ বিচ্ছিন্নতা (Isolation) দীৰ্ঘম্যাদী কৰিছিল— ইয়াৰ ফলত সামাজিক লেন-দেন প্ৰায় বন্ধ হৈ গৈছিল আৰু অবিকশিত কথিত ভাবাবেই এনে বিচ্ছিন্ন সৰু সৰু গোষ্ঠী বা পৰিয়ালবিলাক কুৰি শতিকা পৰ্যন্ত, কিছুমান স্থানত আজিকোপতি বিৰাজ কৰিছে। মূৰ কটা বাবস্থাটো যে আদিম নিৰ্দয় যুগৰ লক্ষণ তাত সন্দেহ নাই। আহোম ৰাজত্বৰ অন্তঃসাৰ পিছতো,

ইংৰাজৰ ৰাজত্ব কালত নির্দয়ভাবে নৰহত্যা কৰা আৰু সম্ভৱতঃ নৰমাংস ভক্ষণ কৰাৰ অৱশেষ পৰম্পৰা বহু ক্ষুদ্ৰ আৰু অবিকশিত গোষ্ঠীৰ মাজত বৰ্তি আছিল। অৰুণাচলৰ মিছিমি আৰু নগাৰাজ্যৰ কিছুমান গোষ্ঠীৰ নৰ-মুণ্ড চিকাৰৰ পৰম্পৰা ইংৰাজৰ যুগ পৰ্যন্ত বিস্তৃতভাৱে বৰ্তি আছিল।

বাঁহবেজীয়া মিছিমিসকলৰ মাজত উইলকক্সৰ মতে নৰখাদক প্ৰবৃত্তি বা ভীষণ নিৰ্দয় প্ৰজাতি বৰ্তি আছিল। "According to their own assertion the Meeshmees of the left banks are much addicted to the chase, especially those of Bahbajea, whom they describe also as a fierce race of cannibals" (১৬) নৰখাদক আদিম নিৰ্দয় যুগৰ অৱশেষ ঊনবিংশ শতিকালৈ বৰ্তি থকাটোৱে আদিম যুগত তাৰ বহুলতাৰ ইংগিত দিয়ে। পিছলৈ ধৰ্মীয় কাৰণত, উৰ্বৰতা বৃদ্ধিৰ উদ্দেশ্যে নৰবলি দিয়াৰ বহুলতা এনে নিৰ্দয়তাৰ অৱশেষ মাত্ৰ। নগাসকলৰ কিছুমান গোষ্ঠীৰ মাজত মূৰ চিকাৰ কৰাৰ পৰম্পৰা ইংৰাজৰ দিনতো প্ৰচলিত আছিল। ১৮৯১ চনৰ লোকপিয়লৰ মতে "The whole of the Naga and kuki tribes are head hunters and they all try and get heads in the same trecherous way." (১৭)

অসমৰ প্ৰাচীন দেওশাল, ভূত-পিশাচ পূজাৰ প্ৰাচীন থলী, পিচাচি পূজা, তাম্ৰেশ্বৰী দেবীৰ পূজা বা কেঁচাইখাতী দেবীৰ পূজাত নৰবলি দিয়া হৈছিল। ই প্ৰাচীন জনজাতীয় পৰম্পৰাৰ অৱশেষ মাত্ৰ। নৰবলি বন্ধ হোৱাৰ পিছত মেঠোন, গৰু, ছাগলী, ম'হ, বিভিন্ন পক্ষী বলি দিয়াৰ প্ৰথা প্ৰচলিত হৈছিল। অসমৰ তাম্ৰেশ্বৰী দেবীৰ মন্দিৰত কছাৰী, দেউৰী, চুতীয়া আৰু পিছলৈ আহোমসকলে নৰবলি দিছিল। ব্ৰাহ্মণ্য ধৰ্মৰ পুনৰুত্থানৰ যুগত এই মন্দিৰ পুনৰ নিৰ্মাণ কৰা হয়। দেউৰীসকলে (১৮) পিচাচি বোলে কেঁচাইখাতী দেবীক। আৰ্যীকৃত কছাৰীসকলেও কেঁচাইখাতী বোলে। আন আৰ্যীকৃত মংগোলীয় আৰু মন-খমেৰসকলে তাম্ৰেশ্বৰী বোলে। ইয়াত বলি দিয়া শিল ছটা তিনি

---

১৬ *Hill Tructs Between Assam And Burma, Memoirs of a Survey of Assam and the Neighbouring Countries, 1825-16-27-28, R Wilcox,* পৃঃ ১৫।

১৭ *The Nigas in the Nineteenth Century,* পৃঃ ৫৪৮, ১৯৬৯ সংস্কৰণ, সম্পাদনা, ভেৰিয়াৰ এলউইনৰ।

*১৮ দেউৰীসকলে নিজকে জিমচয়া (জি মানে পানী, চয়া মানে সন্তান) বোলে। দেউৰী শব্দ দে আৰি (দে মানে বৰ, জ্ঞানী বা জ্যেষ্ঠ আৰু আৰি মানে অৰণ্যবাসী পুৰোহিত-সন্তান পানি ভাষাৰ উৎস ৰূপত প্ৰচলিত শব্দ) শব্দৰ পৰা উদ্ভৱ হৈছে। পিছলৈ দেওধাই বা দেউৰী শব্দটো বৰ পুৰোহিতৰ সমানি সমাজৰ ভোগ পৰযায়, মাহ-প্ৰসাদৰ বিলনীয়া অৰ্থত ব্যৱহাৰ হৈছে।— লিখক।*

ঠেঙ্গীয়া শিল। এনে তিনি ঠেঙ্গীয়া সৰু শিল ভৈৰবী মন্দিৰ তেজপুৰ, জয়ন্তেশ্বৰী মন্দিৰ জয়ন্তাপুৰ, কামাখ্যা মন্দিৰ আদিত আছে। আদিৰেপৰাই এনে মন্দিৰবোৰত নৰবলি দিয়া হৈছিল। সকলো কামাখ্যা, একজঁটা, তাৰা আদি মন্দিৰত আদিতে বলি প্ৰথা আছিল আৰু আজি তাৰ অৱশেষ মাত্ৰ আছে। নগা, খাছি, তিৱা, বড়ো, ডিমাছা, চুতীয়া, আহোম (অসমলৈ অহাৰ পিছত) নৰবলি প্ৰথাৰ পৃষ্ঠপোষক আছিল। চুতীয়া আৰু আহোমৰ দিনত নৰবলি প্ৰথা প্ৰচলিত আছিল। আদিতে দণ্ডিত মানুহক বলি দিয়া হৈছিল, পিছলৈ ষাঁড় বা ভোগী মানুহৰ পৰিয়ালৰ পৰাহে বলি দিয়া হৈছিল। সামাজিকভাবে 'নীচ' বুলি ভবা জাতৰ মানুহক বলি দিয়া নহৈছিল, অৰ্থাৎ বলিত পবিত্ৰতা বা দেৱত্ব আৰোপ কৰা হৈছিল। বলি দিবলৈ থিৰ কৰা যুৱকক ভোগী বোলা হৈছিল, ভোগীক খুৱাই-বুৱাই হৃষ্ট-পুষ্ট কৰা হৈছিল আৰু বলিৰ আগলৈকে উপভোগৰ সুবিধা কৰি দিয়া হৈছিল (১৯)। বলি দিয়াৰ দিনা ভোগীক সজাই এটা গোপন বাটেদি কুণ্ডলৈ নিয়া হৈছিল। বলিৰ দেহাটো কুণ্ড (নদীত) পৰাকৈ কটা হৈছিল। মূৰটো অন্য কটামূৰৰ লগত। বলি দিয়াৰ প্ৰথা ইয়াত বিশিষ্ট, ইয়াত বলিৰ দেহ উটি যাবলৈ দিয়া হৈছিল, ভক্ষণ কৰা নহৈছিল (২০)।

এই বলি দিয়া প্ৰথাটো আদিম উৰ্ব্বৰতা কৃষ্টিৰ পবিত্ৰতাৰ লগত। ইয়াত ভোগীৰ ক্ৰিয়া-কাণ্ডৰ অধিকাৰ মূলতঃ ঐন্দ্ৰজালিক লাভৰ উদ্দেশ্যে কৰা যায় বুলি ক'ব পাৰি (২১)। কিছুমান দেশত বলি দিয়া নৰ মাংস ভক্ষণৰ ৰীতি প্ৰচলিত আছিল। ফ্ৰেজাৰে ভাৰতৰ গোন্ধ বা কন্ধ (দ্ৰাবিড়), লোথা নগা আদিয়ে নৰবলি দিয়াৰ কথা উল্লেখ কৰিছে। অসমৰ বলিবোৰৰ দেহ ভক্ষণৰ কোনো প্ৰমাণ নাই যদিও কন্ধসকলে মৰিয়া জাতিৰ লোকক বলি দি বলিৰ মঙহ ভক্ষণো কৰিছিল বুলি ফ্ৰেজাৰে উল্লেখ কৰিছে। নৰখাদক মানুহৰ অস্তিত্ব ঊনবিংশ শতিকা তথা তাৰ পিছলৈও উত্তৰ-পূৰ্বাঞ্চলত থকালৈ

---

*১৯ ভোগী বা বলিৰ এনে উদাহৰণ দক্ষিণ আফ্ৰিকা, গিনি আদিতো আছিল বুলি জনা যায়। ভোগী সম্পৰ্কত বি চি গোহাঁয়ে উল্লেখ কৰিছে এইদৰে— "They may do what they like, every woman at their command, but after one year they are killed "— দ্ৰষ্টব্য: Human sacrifices and Head Hunting in North Eastern India, B C. Gohain, 1977 Edition পৃ: ৯০।*

*২০ সৰ্বানন্দ ৰাজকুমাৰে দিয়া বৰ্ণনাৰ ভিত্তি ও মহেশ্বৰ নেওগ দেৱে 'পবিত্ৰ অসম' গ্ৰন্থত কৰা উল্লেখ দ্ৰষ্টব্য।*

*২১ ফ্ৰেজাৰৰ মতে এনে প্ৰথা সাৰ্বজনীন আছিল। ফ্ৰেজাৰৰ Golden Bonghৰ Lityreses অধ্যায় দ্ৰষ্টব্য।— "If, as we suppose, the victim was regarded as divine, it follows that in cutting his flesh his worshippers believed themselves to be pertaking of the body of their god " — উক্ত অধ্যায়। ফ্ৰেজাৰে একেটা অধ্যায়তে উল্লেখ কৰিছে— .. It is desirable to show that in rude society human beings have been commonly killed as an agricultral ceremony to pomote the fertility of the field."*

চাই কিন্তুমান পৰিয়ালে যে নৰ মাংস (পবিত্র বলিৰ বা মহাভোগৰ অংশ) ভক্ষণ কৰিছিল তাক সন্দেহ কৰাৰ থল আছে। এই সম্পৰ্কে অধিক গৱেষণাৰ প্ৰয়োজন।

অসমৰ যিবোৰ স্থানত বলি কটা দা, বলিশাল, বলি দিয়া শূল আদি পোৱা গৈছে— সেইবোৰ হ'ল মূলতঃ আদিম নিষাদ আৰু কিৰাতসকলৰ বসতি-স্থল। তাম্ৰেশ্বৰী কেঁচাইখাতী মন্দিৰ, বৰভীয়া শাল (চাবুৱা), দেওশাল (বৰডুবি), ডাঙৰী বাথৌ বলিশাল, ডিব্ৰুগড় জিলাৰ বুঢ়া-বুঢ়ী আৰু কেঁচাইখাতীৰ শালসমূহ, গোবিন্দপুৰ, সাৰ্হি বা হাহি দেবালয, কৰ্চনতলাৰ কেঁচাইখাতী দ'ল, মাৰমৰা নীল দেবালয়, মুৰাভগা দৌল, মাঘনোৱা দ'ল, নাওবৈচা পোতা গোসানীৰ থান, বৰগাঁও দিহিংমুখ দেওশাল, খণ্ডাগড়া দেওশাল, বাঁহগুৰি, হাতীবৰুৱা, বৰগাঁও, বাইলুংগাঁও, বৰগাঁও, আমলখি, খণ্ডাগড়া আদিৰ দেওশাল, জয়ৰাপাৰ ধাইআলিৰ দেওঘৰ (প্ৰাগ আহোম যুগৰ) দেওঘৰ, টেঙাপনীয়া দেওশাল (দেউৰীৰ), বালিগাঁও গৰখীয়া দ'ল, বুঢ়ীগোসানী বা জয়ন্তীয়া গোসানীৰ দ'ল— যোৰহাট, নেঘেৰিটিঙৰ দ'ল, নুমলীগড় বাবাথান (প্ৰাক আহোম যুগৰ), কোটেহাগুৰিৰ দ'ল, কাক গোসানীৰ থান, মহামায়া মন্দিৰ (ডকমকাত প্ৰাক আহোম যুগৰ— সম্ভৱ কছাৰীৰ), কলিয়াবৰৰ শিৱস্থান, হাতীমুৰা মন্দিৰ— কলিয়াবৰ (বলি কটা দা কামৰূপ অনুসন্ধান সমিতিৰদ্বাৰা সংগৃহীত), মহাদেও শাল— ধৰমতুল, কালিকা থান (নগাঁও), ভগৱতী থান (নেলী), বৰ দেওথান— নেলী (সম্ভৱ নেলী উমপায়েকৰ ৰজাই নৰবলি দিয়া থান) পিছলৈ নৰবলিৰ পৰিবৰ্তে ক'লা ধাঁড় উছৰ্গা কৰা হয়), বান্দৰদেৱা আৰু নৰবলি পৰ্বত, চামইবাৰ দেওথান (ধাতু নিৰ্মিত ফুল আৰু দা আছে), বিভিন্ন স্থানত থকা কামাখ্যা মন্দিৰ আদি। পুৰণি পৰম্পৰা অনুসৰি বড়ো, দেউৰী, চুতীয়া, খাছি, গাৰো, জয়ন্তীয়া, কাৰ্বি, আহোম— সকলো সম্প্ৰদায়ে নৰবলি দিছিল। বলি প্ৰথাৰ মূল আদিম জনজাতিৰ পৰম্পৰা। ই উৰ্বৰতা বৃদ্ধিৰ পৰম্পৰা বুলি ক'ব পাৰি। জয়ন্তীয়াপুৰৰ বুঢ়ীগোসানী দেবালয়ত দুৰ্গাপূজাত ৰাজ আদেশত সাত সাগৰৰ পানী আৰু সকলো শস্য আনি পূজাত আহুতি দিয়া হৈছিল। নৰবলিৰপৰা শস্য আহুতি দিয়ালৈকে মূল উদ্দেশ্য একে— উৰ্বৰতা বৃদ্ধি কৰা। অসমত বৰাহ (গাহৰি), ম'হ, ছাগলী আদিৰ উপৰি নানা পখী (হাঁহ, কুকুৰা, পাৰ) আদিৰ উপৰি ফল (কোমোৰা) বলি দিয়াৰ প্ৰথা জনজাতি আৰু জনজাতি প্ৰভাৱাধীন অজনজাতিৰ মাজত আজিকোপতি প্ৰচলিত। মহিষ বলি সম্পৰ্কে কোসাম্বীয়ে কৈছে : The Buffalo demon (Mhasobha) is a farmers' god common to the whole region, though duplicated by each farmer" (২২) দক্ষিণ ভাৰতৰ মহ বলিৰ এই পৰম্পৰাৰ লগত উত্তৰ-পূৰ্বৰ ম'হ বলিৰ মিল আছে। ফ্ৰেজাৰে ডায়োনিচিয়াচৰূপী ছাগলী বা ধাঁড় বলিৰ কথা

২২ *Culture and Civilisation of Ancient India*, পৃঃ ২২।

উল্লেখ কৰিছে (২৩)। ষাঁড় বলি নিদিলে ষাঁড় উছৰ্গা কৰা হয়। অসমত এতিয়াও ষাঁড়, পঠা ছাগলী আদি মেলি দিয়াৰ নিয়ম প্ৰচলিত। প্ৰাচীন ইউৰোপত বা সমগ্ৰ পৃথিৱীতে বৰাহ (গাহৰি)ক পবিত্ৰ শস্যৰ দেৱতা (শস্যৰ শত্ৰু) বা দেৱতাৰ প্ৰতীক গোষ্ঠীয় টোটেম গণ্য কৰা হৈছিল। গাহৰিৰ লগত ডিমিটাৰৰ স্পৰ্শ কল্পনা কৰা হয়। গাহৰি (শস্যৰ শত্ৰু)ক বলি দিয়া হয় শস্যৰ দেৱতা ডিমিটাৰৰ সন্তুষ্টিৰ বাবে। অসমত বহুল প্ৰচলিত উপাখ্যান অনুসৰি বৰাহ (দেৱতা) বসুমতী (শস্যৰ মাতৃৰ) ত্ৰাণকৰ্তা (শত্ৰুৱেই ত্ৰাণকৰ্তা) গতিকে বসুমতীৰ সন্তুষ্টিৰ বাবে বলি দিয়া হয় বৰাহক। মহিষ শস্যৰ আটাইতকৈ উপকাৰী জন্তু। গতিকে এই প্ৰিয় জন্তুটো বলি দিয়া হয় শস্য পাবৰ বাবে। জন্তু বলি দিয়া আৰু জন্তু পূজা কৰা, দেৱতাক পূজা কৰা আৰু দেৱতাক বিসৰ্জন দিয়া, দেৱীক পূজা কৰা আৰু দেৱীক বিসৰ্জন দিয়া একেটা মুদ্ৰাৰে দুটা ফাল মাত্ৰ। যি কাৰণে জন্তুক পূজা কৰা হয় সেই একে কাৰণতে জন্তুক (শস্যৰ উপকাৰী অথবা অপকাৰী দুয়োটা কাৰণতে) বলি দিয়া হয়।

ফ্ৰেজাৰে জন্তু বলি প্ৰসঙ্গত লিখিছে "On the one hand, animals are worshipped and therefore neither killed or eaten. On the otherhand, animals are worshipped because they are habitually killed and eaten.(২৪) দঃভাৰতীয় টোডাসকলে মাহিষ এনেয়ে ভক্ষণ নকৰে; কিন্তু পূজাত বলি দিয়ে; পূজাৰ প্ৰসাদ হিচাপে ভক্ষণ কৰে। অসমৰ মানুহে এনে ম'হ নাখায়; কিন্তু ম'হ পূজাত বলি দিয়ে। ম'হ শস্যৰ অতি পবিত্ৰতম উপকাৰী (হালবোৱা) জন্তু গতিকে ম'হ বলি দিয়েই শস্যৰ দেৱীক সন্তুষ্ট কৰা নিয়ম। নৰবলি বন্ধ হোৱাৰ পিছত ম'হ, গাহৰি, ছাগলী, (পঠা), হাঁহ, পাৰ, কুকুৰা বলি দিয়া প্ৰথা এতিয়াও সম্পূৰ্ণ উদ্যমেৰে অসমত চলি আছে।

## ১.১০ ঐন্দ্ৰজালিক ক্ৰিয়াত মাতৃ আৰু কন্যা দেৱীসকল

জনজাতীয় মাতৃ আৰু কন্যা দেৱীসকল অসমত সুপ্ৰাচীন। গ্ৰীক ডিমিটাৰ (মাতৃ) আৰু পাৰ্চিফোনি (কন্যাৰ) উৎস যিদৰে প্ৰাচীন আৰু ইয়াৰো আগতে স্কটলেণ্ড আৰু জাৰ্মেনীত এনে মাতৃ আৰু কন্যা দেৱীক পূজা কৰাৰ নিয়ম প্ৰচলিত আছিল, ঠিক একেদৰে ভাৰতৰ বিভিন্ন স্থানত আৰু অসমতো শস্যৰ মাতৃ (বসুমতী) আৰু কন্যা (সীতা, পিচাচি, ভগ্নী আদি)ক পূজা কৰাৰ নিয়ম প্ৰচলিত। ফ্ৰেজাৰৰ মতে এনে পূজা

---

২৩ ফ্ৰেজাৰৰ Golden Bongh ৰ Ancient Deities of Vegetation As Animals অধ্যায় দ্ৰষ্টব্য।

২৪ ফ্ৰেজাৰৰ Golden Bongh ৰ Animals sacrament অধ্যায় দ্ৰষ্টব্য।

সকলো অশিক্ষিত জনগোষ্ঠীয়েই কৰিছিল। .. "a sufficient proff that the ideas on which these customs are not enfined to any one race but naturally suggests themselves to all untutored people engaged in agriculture" (২৫) mother in many lands দ্ৰষ্টব্য) পুৰণি গ্ৰীচিয়াম উপকথাৰ প্লুটাচৰ জন্ম বা সম্পদৰ জন্ম তিনিবাৰ হালবোৱা পথাৰত ডিমিটাৰ (বসুমতী)ৰ গৰ্ভত। এই গ্ৰীচিয়াম ঐন্দ্ৰজালিক ক্ৰিয়াত মাতৃৰ ভাও দিয়া গৰাকী হ'ল (শস্যৰ মাতৃ) আৰু পুত্ৰৰ ভাও দিয়াজন হ'ল শস্য-পুত্ৰ। ফ্ৰেজাৰৰ ভাষাত এই উৰ্বৰতা কৃষ্টি হ'ল— 'Charm to ensure crop in the next year'–আহি থকা বছৰত শস্যৰ আশাত এক মেজিক— ইন্দ্ৰজাল। আইচিছ আৰু ওচিৰিছৰ কল্পনা শস্য-মাতৃ আৰু শস্য-কন্যাৰ প্ৰতীকী, আমাৰ জনজাতিৰ কামাখ্যা (মাতৃ)— ভগ্নী (কন্যা), বুঢ়ী গোসাঁনী (পৃথিৱী মাতৃ)— পিচাচি (কন্যা), বুঢ়া গোসাঁই (পিতৃ)— বলিয়া বাবা (পুত্ৰ), শিল (পিতৃ)— গণেশ (পুত্ৰ), বসুমতী (মাতৃ)— সীতা (কন্যা)— এনে আদিম উৰ্বৰতা কৃষ্টিৰেই অৱশেষ ফল বুলি ভবাৰ যুক্ত আছে।

সাপ পূজা, ড্ৰেগন পূজা আদি মূলতঃ আদিম জনগোষ্ঠীয় পূজা। অসমত দেখা যায় শদিয়াৰপৰা ধুবুৰীলৈকে নানা নামত সাপ পূজা কৰা হয়। সাপ শিৱৰ কণ্ঠহাৰ, গণেশৰ অস্ত্ৰ, শস্যৰ ক্ষেত্ৰপাল। মনসা পূজা, নাগপূজা, গণেশ পূজা, শিব পূজা— প্ৰায় একেধৰণৰ পূজা। প্ৰাচীন তিব্বতী আৰু চীনা সকলৰ ড্ৰেগন পূজাও একে ধৰণৰ পূজা। গাই-লাওসকলৰ সৰ্পপূজাও একে ধৰণৰ। পাগান বৌদ্ধ ধৰ্মতো সাপ পূজা সোমাই পৰে। কম্বোডিয়াৰ ক্ষেত্ৰত নাগকন্যা সোমাৰ লগত কৌণ্ডিণ্যৰ সম্মিলন হয় প্ৰথম শতিকাত। পিছলৈ সপ্তমুখৰ নাগ নমপেনৰ ৰাজ-নাগ (প্ৰতীক)ত পৰিণত হয় (২৬)। এই নাম প্ৰকৃতাৰ্থত মানুহৰূপী নাগ, নাগ মাত্ৰ টোটেম। উন্নত স্তম্ভ-ভাস্কৰ্যৰ মাজত থকা সৰ্পস্তম্ভৰ বিস্তাৰ মন্-খ্মেৰ জনগোষ্ঠীসকলৰ প্ৰব্ৰজনৰ লগে লগে হৈছিল বুলি ভবাৰ থল আছে। অসমত সৰ্প স্তম্ভ পোৱা গৈছে শদিয়াত। শিয়ালমাৰী কছাৰী গাঁৱৰ সপ্তস্তম্ভ সদৃশ মুৰহীন লতাৰ চিত্ৰ (শিলৰ স্তম্ভত) বিৰাজমান। ছয়গাঁও বৰ মাৰী, বঙা মাটিৰ মনসা মন্দিৰ সৰ্পপূজাৰ ক্ষেত্ৰ। চাৰিমুখীয়া শিৱ, পঞ্চমুখী শিৱলিংগ, পঞ্চানন শিৱ আদিৰ লগত সৰ্প পূজাৰ পৰম্পৰা জড়িত।

বুঢ়া ডাঙৰীয়া, গণেশ, বেতাল আদিৰ পূজা আদিম জনগোষ্ঠীৰ পূজা। বহু ক্ষেত্ৰত একতা শিলত সেন্দূৰ (তেজৰ প্ৰতীক) দি বা বঙা ফুল দি এনে পূজা কৰা হয়। গণেশ

---

২৫ ফ্ৰেজাৰ, উক্তগ্ৰন্থ, The, Golden mother– The corn Mother in Many lands দ্ৰষ্টব্য।

২৬ দ্ৰষ্টব্য : The Fair Faces of Siva, R.G casey, ১৯৭৯ মুদ্ৰণ।

আদিম ৰূপত 'গণ'ৰ পতি। গণেশৰ বাহন জন্তু (এন্দুৰ), সম্ভৱ এন্দুৰ টোটেম। গণেশৰ জন্মতে হাতীৰ মূৰ নাছিল— পিছত সংলগ্ন কৰা। হাতী (মাতংগ)ৰ মূৰ বা হাতী টোটেম ব্যৱহাৰ কৰা কোনো জনগোষ্ঠীৰ (যিটো উত্তৰ-পূৰ্বাঞ্চলীয় বা পূব ভাৰতীয় হ'ব পাৰে) লগত পূৰণি গণপতিৰ সমন্বয়ৰ প্ৰতীক পৌৰাণিক দেৱতা হাতীমূৰীয়া গণেশ। গণেশৰ হাতৰ অস্ত্ৰ সাপ, ভৰিৰ তলত এন্দুৰ, মূৰ হাতীৰ। এইবোৰ মূলতঃ প্ৰতীকী কল্পনাও হ'ব পাৰে। য'তেই দুৰ্গা তাতেই গণেশ, য'তেই মহামায়া তাতেই গণেশ অৰ্থাৎ য'তে বসুমতী ত'তেই বসুমতী পুত্ৰ গণেশৰ স্থান, পৌৰাণিক ভাষ্য অনুসৰি গণেশ শস্য-মাতৃ (বসুমতী)ৰ ৰক্ষাকৰ্তা। দেখাতেই ই এক উৰ্বৰতা কৃষ্টিৰ সুবিকশিত ৰূপ। অসমত দেখা পায় সৰ্বত্ৰ জনজাতি অজনজাতিৰ সীমান্তবৰ্তী স্থানত গণেশৰ মূৰ্তি বিৰাজমান। বড়ো, গাৰো, মেচ আদি সম্প্ৰদায়ৰ বসতি প্ৰধান অঞ্চলৰ পাৰ্শ্ববৰ্তী বা সীমান্তবৰ্তী স্থানসমূহত গণেশৰ স্থান মন কৰিবলগীয়া।

## ১.১১ মাতৃতান্ত্ৰিকতাৰ অৱশেষ পুৰুষাতান্ত্ৰিকতাৰ বিকাশ

মাতৃ-তান্ত্ৰিক জনগোষ্ঠীবিলাকৰ ক্ষেত্ৰত গাৰোসকলৰ বৈশিষ্ট্য সৰ্বাপেক্ষা স্পষ্ট আৰু ই খাছি, জয়ন্তীয়া, কাৰ্বি, নগা (কোনো কোনো সম্প্ৰদায়)ৰ মাজত একেদৰেই বৰ্তি আছিল বুলিব পাৰি। গাৰোসকলৰ ক্ষেত্ৰত মাতুল বংশৰ বিবাহ এসময়ত একমাত্ৰ প্ৰচলিত বিবাহ পদ্ধতি আছিল।

গাৰোৰ আদিতে ভূমিৰ গৰাকী আছিল নক্‌মাসকল। নক্‌মা হ'ল সেই ব্যক্তি যি 'আকিঙ'ৰ উত্তৰাধিকাৰী মহিলা গৰাকীক বিবাহ কৰে। এটা মাচঙ (Clan)ৰ উত্তৰাধিকাৰী গৰাকীক বিবাহ কৰা নক্‌মাক 'আকিং নক্‌মা' বোলা হৈছিল। এই আকিং নক্‌মাই সাধাৰণ প্ৰশাসনিক কাম-কাজ চলাব পাৰিছিল (২৭)। এজন নক্‌মা আকিঙৰ তলত বহুত গাঁও থাকিব পাৰে— এনে গাঁওবিলাকৰ এজন গাওঁবুঢ়া বা চৰদাৰ থাকে। কোনো ব্যক্তিয়ে অন্য স্থানৰপৰা আহি নক্‌মা আকিঙৰ তলত থকা মাটিত খেতি কৰিলে নক্‌মা আকিঙক 'আবিল' বা মাচুল দিব লাগে। চৰদাৰবিলাক গাঁও বাসীয়ে নিজে বাচি লয়। তেওঁ খাজনা ৰহিত ভূমি নাপায়। কিন্তু আকিং নক্‌মাই খাজনা ৰহিত ভূমি পায়। 'গেনা' উৎসৱ পাতি বহুজন সংখ্যক লোকক ভোজ খুৱাই কিছুমান সামাজিক আৰু ধৰ্মীয় ৰীতি পালন কৰিব পৰা যি কোনো এজন গাৰো ব্যক্তিয়েই নক্‌মা হ'ব পাৰে; কিন্তু এনে নক্‌মাৰ কোনো সামাজিক-প্ৰশাসনিক ক্ষমতা নাথাকে, তেওঁ মাত্ৰ বাহুত পৰম্পৰাগত এবিধ বাহু বন্ধনী পিন্ধিব পাৰে। ইয়াক 'জেক্‌ছিল' বোলে।

---

২৭ দ্ৰষ্টব্য : *The Garos, D.N. Majumder, LBS, 1956 Edition*, পৃঃ 131

সামাজিক গাঁথনিৰ ফালৰপৰা গাৰোসকল খাছিৰ দৰেই মূলতঃ মাতৃতান্ত্ৰিক পৰম্পৰাভিত্তিক। মাতৃ-তান্ত্ৰিক এই ব্যৱস্থাটোত তেওঁলোকে গঢ়ি তুলিছে কিছুমান গোষ্ঠী বা মাচং (Machang) যি বিলাকক আমি বুজাৰ সুবিধাৰ বাবে ফৈদ (Clan) বুলি ক'ব পাৰোঁ। এনে তিনিটা বৃহৎ ফৈদ হ'ল ছাংমা, মাৰাক আৰু মমিন। গাৰো ভাষাত এই বিলাক হ'ল 'চেটচি' (Chatchi)। একেটা মাচঙৰ অন্তৰ্ভুক্তসকলক নিকট কুটুম বুলি ধৰা হয়, তেওঁলোক যিমান দূৰে দূৰেই নাথাকক কিয় তেওঁলোকৰ মাজত বিবাহ নহয় (২৮)।

একোটা মাচঙৰ মাজত আকৌ কিছুমান সৰু সৰু কুটুম্ব-গোট আছে যিবোৰক মাহাৰি বোলা হয়। মাহাৰি হ'ল পুৰুষ আৰু মহিলাৰ এনে গোট যাৰ মাজত সম্পৰ্কৰ পৰিচয় পোৱা যায়। এনে মাহাৰি বিলাকে নিজৰ মাজত সামাজিক দায়িত্ব যৌথভাৱে বহন কৰে। উদাহৰণস্বৰূপে যদি এটা মাহাৰিৰ কোনো সদস্যই দোষ কৰে আৰু তাৰ বাবে জৰিমনা ভৰিব লগীয়া হয়, তেন্তে সমুদায় মাহাৰিৰ সদস্যই জৰিমনা ভাগ ভাগ কৰি লয়। বিবাহৰ ক্ষেত্ৰত এটা মাহাৰিৰ কন্যা যদি অন্য এক মাহাৰিৰ দৰাই বিয়া কৰাই, কন্যাৰ যদি কোনো কাৰণত মৃত্যু হয় বা কন্যা সন্তানহীনা হয় নাইবা বৃদ্ধা বা অক্ষম হৈ পৰে তেন্তে কন্যাদাতা মাহাৰিয়ে বৰ পক্ষৰপৰা বিচৰা মতে অন্য এগৰাকী কন্যা দিবলগীয়া হয়। দেখা যায় বিবাহ হয় এক মাহাৰি বা সৰু ফৈদৰ অন্তৰ্ভুক্ত এক পৰম্পৰাৰ ভিত্তিত। কিন্তু কন্যা হিচাপে মাতৃপক্ষৰ ভগ্নী অৰ্থাৎ মোমায়েকৰ জীয়েকক সদায় অগ্ৰাধিকাৰ দিয়া হয়। ইয়াৰ সমাজতাত্ত্বিক ভিত্তি হ'ল পৰিয়াল বা ফৈদৰ সম্পত্তিৰ অধিকাৰ। যিহেতু কন্যাৰ জৰিয়তে সম্পত্তিৰ উত্তৰাধিকাৰ প্ৰাপ্ত হয়, গতিকে এটা পৰিয়ালৰ সম্পত্তি মূলতঃ একে নিকটাত্মীয়ৰ হাতত থাকি যায় যদিহে নিকট ভ্ৰাতৃ-ভগ্নীৰ বিবাহ হয়। এই পৰম্পৰাটো মানি চলা সকলো জনগোষ্ঠীয়েই মাতৃতান্ত্ৰিক আৰু প্ৰাচীন।

বাভাসকলৰ বৰ্তমান সামাজিক গাঁথনি আধুনিক। তাইসকলে যিদৰে পুৰণি পৰম্পৰা এৰি আন বহু জনজাতিৰ দৰে পিতৃতান্ত্ৰিক হৈছে, বাভাসকলো সেইদৰে পিতৃতান্ত্ৰিক হৈছে। কিন্তু সুদূৰ অতীতৰ কোনো প্ৰচলিত মাতৃতান্ত্ৰিক বিবাহ ব্যৱস্থাৰ অৱশেষ হিচাপে এতিয়াও মাতুল-কন্যা বিবাহৰ ক্ষেত্ৰত থাকি গৈছে সকলো দিশৰপৰাই গ্ৰহণযোগ্যতাৰ দৃষ্টি-ভংগী। বাভা সমাজত মাকৰ ককায়েক বা ভায়েকৰ জীয়েকক বিয়া কৰোৱাটো বিধিবদ্ধ— অন্য কোনো ককাই-ভগ্নী সম্পৰ্কৰ বিবাহৰ ক্ষেত্ৰত সমাজৰ

---

*২৮ দ্ৰষ্টব্য : Tribes of Assam, Part III, পৃঃ ৪ প্ৰথম তাঙৰণ, ১৯৯১ - ড. বি. এন. বৰুৱাদেৱে। আৰু The Garos, D N Majumder, প্ৰথম তাঙৰণ, পৃঃ ১৮–১৯ দ্ৰষ্টব্য*

অনুমতি নাই। কিন্তু মোমায়েকৰ জীয়েকৰ ক্ষেত্ৰত সম্পৰ্ক গঢ়ি তোলাটো অতি আদৰণীয় কাৰ্য (২৯)। মাটিমাহ বা কালাই শাক যিদৰে বাড়া জনজাতিৰ বাইজৰ অতি প্ৰিয় আঞ্জাৰ উপাদান সেইদৰে মোমায়েকৰ জীযেকো হ'ল অতীৱ আদৰণীয়। এনে ধৰণৰ ভগ্নী বিবাহৰ ব্যৱস্থা আধুনিক শিক্ষিত সমাজত গ্ৰহণযোগ্য নহয়। এনে বিবাহ মাথোঁ প্ৰাচীন মাতৃ-তান্ত্ৰিক সম্পত্তিৰ উত্তৰাধিকাৰৰ লগত সাঙোৰ খোৱা দীৰ্ঘ দিন ধৰি প্ৰচলিত ব্যৱস্থা— যাৰ অৱশেষ এক আদৰণীয় পৰম্পৰা হিচাপে আজিকোপতি থাকি গৈছে।

কাৰ্বিসকলৰ ক্ষেত্ৰতো গাৰোসকলৰ দৰেই মাকৰ ককায়েক বা ভায়েকৰ জীয়েকৰ বিবাহ কৰোৱাটো পৰম্পৰাগতভাৱে বৈধ আৰু আদৰণীয়ও। এইটো একেধৰণৰ মাতৃ-তান্ত্ৰিক সম্পত্তিৰ উত্তৰাধিকাৰ ব্যৱস্থাৰ দীৰ্ঘম্যাদী পৰিণতি।

কাৰ্বিসকলৰ লগত অতি ওচৰ সম্পৰ্ক বসতি স্থানৰ ক্ষেত্ৰত থকা তিৱাসকলৰো পাৰ্বত্য অঞ্চলৰ বিবাহ মোমায়েকৰ জীয়েকৰ লগত বৈধ বা আদৰণীয়; কিন্তু ভৈয়ামৰ বাসিন্দাসকলৰ ক্ষেত্ৰত নহয়। এই কথাটোৱে প্ৰমাণ কৰে যে য'ত ঝুম খেতি প্ৰচলিত, স্থায়ী ব্যক্তিগত কৃষিৰ ব্যাপকতা নাই, ভূমি সমূহীয়া সম্পত্তি, তেনে সমাজত এতিয়াও মাতৃ-তান্ত্ৰিক বৈবাহিক সম্পৰ্ক জীয়াই আছে, কিন্তু ব্যক্তিগত ভূ-সম্পত্তিৰ প্ৰাধান্য বিস্তাৰিত হোৱা স্থলত এনে ধৰণৰ মাতৃ-তান্ত্ৰিকতাৰ অৱশেষ নাই। নগাসকলৰো সমূহীয়া ভূমি মালিকানা থকা স্থানত অতীজতে মাতৃ-তান্ত্ৰিকতা থকাৰ প্ৰমাণ পোৱা যায়।

কাৰ্বিৰ নিকট-আত্মীয়, কাৰ্বি আৰু গাৰোৰ মাজৰ বাসিন্দা খাছি আৰু জয়ন্তীয়া সকলৰো আদিম সমাজ মাতৃ-তান্ত্ৰিক আছিল বুলি অনুমান কৰাৰ থল আছে। ক্ৰমান্বয়ে স্থায়ী কৃষি আৰু ভূ-সম্পত্তিৰ বিকাশ (খনি, বন আদিৰ ওপৰত অধিকাৰ) বাঢ়ি অহাত স্বাভাৱিকতে পুৰুষ প্ৰাধান্যও বঢ়াৰ সম্ভাৱনা থাকে। শিথিলভাৱে হ'লেও স্থায়ী ব্যৱসায় বৃত্তিৰ বিকাশে পুৰুষতান্ত্ৰিকতা বৃদ্ধিত সহায় কৰে।

পুৰুষতান্ত্ৰিকতা বৃদ্ধিৰ মূল কাৰণসমূহ আমি তলত দেখুওৱা ধৰণে ভাগ কৰিব পাৰো :

(১) ভূসম্পত্তিৰ ব্যক্তিগত মালিকানা,

(২) চিকাৰ, আত্মৰক্ষা আৰু ক্ষমতা বৃদ্ধিৰ অস্ত্ৰ-শস্ত্ৰ, আহিলাৰ ওপৰত ব্যক্তিগত

---

*২৯ ৰাজেন ৰাভাদেৱে কৈছে, "ক্ৰছকাজিন মেৰেইজ" প্ৰথামতে ৰাভা সমাজত মাকৰ ভায়েক বা ককায়েকৰ জীয়েকসকলে মাথোঁ বিয়া কৰাব পাৰে। সেই কাৰণে তেওঁলোকে কয় 'মামাৰ বেটী, কালাই শাক।'— ৰাভা জনজাতি, প্ৰথম তাঙৰণ, পৃষ্ঠা-৬২*

মালিকানা ;

(৩) শিথিলভাৱে বিকাশিত বৃত্তি আৰু বাণিজ্যৰ ওপৰত পুৰুষ প্ৰাধান্যতা বৃদ্ধি আৰু

(৪) শিক্ষা, সাংস্কৃতিক বিকাশ, আদান-প্ৰদান।

## ১.১২ নৈ পাৰত স্থায়ী কৃষিৰ বিকাশ

ভূ-সম্পত্তিৰ কৃষি-কাৰ্যত ব্যৱহাৰৰ সম্ভাৱনা মূলতঃ ডাঙৰ নদী ব্ৰহ্মপুত্ৰ আৰু বৰাক, ডাঙৰ উপনৈ তিস্তা, সোণকোষ, মানাহ, পাগলাদিয়া, বৰনদী, পুঠিমাৰী, ভৰলী, সোৱণশিৰি, দিহং, দিবং, লোহিত, দিচাং, দিহিং, দিখৌ, ধনশিৰি, কপিলী আদিৰ ঠেক উপত্যকাত প্ৰথম বসতি কৰা জনগোষ্ঠী বা পৰিয়ালৰ বিলাকৰে বেছি। ব্ৰহ্মদেশ (এতিয়া ম্যানমাৰ)ৰ ইৰাৱতী, চিণ্ডুইন তথা মেকং, মেনামৰ পাৰত এসময়ত বসতি কৰা, নাইবা চীনৰ দক্ষিণ ভাগৰ নৈৰ পাৰত এসময়ত যিবোৰ জনজাতি বাস কৰিবলৈ লৈছিল সেইবোৰৰ মাজত মাটিত স্থায়ী খেতি বা পানী খেতি কৰাৰ সম্ভাৱনা বেছি। মণিপুৰৰ ক্ষেত্ৰত লোকটক হ্ৰদৰ পাৰত এনে সম্ভাৱনা বেছি। এইবোৰ কাৰণতে আমি ক'ব পাৰো যে কিছুমান জনজাতি পৰিয়ালে অসমলৈ অহাৰ আগতেই ডাঙৰ নদীৰ বা ডাঙৰ জলভাগৰ পাৰত বসবাস কৰাৰ স্মৃতি কঢ়িয়াই আনিছে। ডিমাছা (ডি— পানী, মাছা— সন্তান), জিম ছায়া (জি— পানী, মছায়া—সন্তান), তিৱা (তি-পানী, ৱা-পাহৰি পোৱালি অৰ্থাৎ সন্তান), চুতীয়া, আহোম আদি অসমত প্ৰৱেশ কৰাৰ আগতেই নৈৰ পাৰত স্থায়ী খেতি কৰাৰ অভিজ্ঞতাপুষ্ট হোৱাৰ সম্ভাৱনাই বেছি। এনেবোৰ জনগোষ্ঠীৰ পিতৃতান্ত্ৰিকতা অতি প্ৰাচীন কালতে বিকশিত।

আনহাতে, কৃষিৰ আহিলা— শিলৰ কুঠাৰ, চিপৰাং, নাঙলৰ ফাল আদি যিবোৰ পাহাৰৰ দাঁতিকাষৰীয়া অঞ্চলত পোৱা গৈছে— সেইবোৰ স্থানত বাস কৰা পৰিয়াল বিলাকৰো স্থায়ী কৃষি বা ভূমিত স্থায়ী অধিকাৰ সুদীৰ্ঘ কালৰ আগতেই সুপ্ৰতিষ্ঠিত হৈছিল। নগা ৰাজ্যৰ সীমান্ত, বৰাইলৰ দক্ষিণাঞ্চলৰ বাসিন্দা জনগোষ্ঠীবিলাক— বিশেষকৈ কছাৰী (বৰাহী), ভৈয়ামৰ কাৰ্বি, ভৈয়ামৰ তিৱা, ভৈয়ামৰ অন্যান্য জনগোষ্ঠীৰ ক্ষেত্ৰত এনে সম্ভাৱনা বেছি।

## ১.১৩ কিৰাত বংশৰ ধ্বংসৰ কাল

পশ্চিমৰ ভাৰতীয় জনগোষ্ঠীবিলাকৰ প্ৰব্ৰজন তথা সঘন সম্পৰ্ক, সংঘাত আৰু আদান প্ৰদানলৈ অহা নিষাদ আৰু কিৰাত (মূলতঃ কছাৰী বড়ো জনগোষ্ঠী) বিলাক,

ভৈয়ামত বাস কৰা অঁকা আৰু মিৰি জনগোষ্ঠীবিলাকৰ ক্ষেত্ৰত এনে সম্ভাৱনা বেছি। কিৰাত বংশৰ ধ্বংস সাধন নৰক টোটেমধাৰী জনগোষ্ঠীৰ দ্বাৰা খৃঃ পূঃ পঞ্চম শতিকাৰপৰা দ্বিতীয় খৃষ্টাব্দৰ ভিতৰত বুলি ধৰিলে এই যুগৰপৰাই মাতৃতান্ত্ৰিকতাৰ অবলুপ্তি পশ্চিম অসমত আৰম্ভ হৈছিল। মাতৃ (মাতৃতান্ত্ৰিকতাৰ লগত) ভৌম্য বা পুত্ৰ নৰকৰ বিৰোধৰ সূত্ৰপাত হয়াতে বুলিব পাৰি।

একেদৰে অৰুণাচলৰ দাঁতিকাষৰীয়া দ-পৰ্বতীয়াৰ পৰা শদিয়া পৰ্যন্ত এই অঞ্চলত বাস কৰাসকলৰ ভিতৰত যিবোৰ কিম্বদন্তি বাণ, ভীষ্মক আদি ৰজাৰ লগত জড়িত আছে, সেইবোৰ লিংগপূজক জনগোষ্ঠী বা পৰিয়ালৰ মাজতো শিলৰ আহিলা-পাতিৰ সুবিকাশৰ বাবেই স্থায়ী কৃষিৰ বিকাশ আৰু ৰাজতন্ত্ৰৰ বিকাশৰ সম্ভাৱনা বেছি।

## ১.১৪ গভীয়া পিতৃ

যিবোৰ সম্প্ৰদায়ৰ মাজত অস্ত্ৰৰ উদ্ভাৱন— কাঁড়ৰ ব্যৱহাৰ প্ৰাচীন কালতে হয়, যিসকল চিকাৰত পাৰঙ্গত তেওঁলোকৰ মাজতো পুৰুষৰ প্ৰাধান্য বেছি। একেটা কথাই অতি জটিল খাদ্যাভাৱত খেদি খেদি চিকাৰ কৰি খোৱা পৰিয়ালবিলাকৰ মাজতো পুৰুষতান্ত্ৰিকতাৰ প্ৰাধান্যই বেছি সোনকালে বিকশিত হ'ব পাৰে। কুকি, মাৰ, মিজো, কিছুমান নগা পৰিয়াল, কিছুমান ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ পাৰ্বত্য অঞ্চলৰ জনগোষ্ঠী মিছিমি, ডফলা আদিৰ মাজতো এনে পুৰুষতান্ত্ৰিকতাই প্ৰবল। নাৰী এনেবোৰ ক্ষেত্ৰত প্ৰতিপক্ষৰ পৰা ধৰি অনা দাসী, কন্যাৰ দাম (Bride Price) দি কিনি অনা পত্নী ৰূপতে বেছি গ্ৰহণযোগ্য। এনেবোৰ জনগোষ্ঠীৰ ক্ষেত্ৰত কন্যাৰ দাম বা দেয় পূৰ্ণ ৰূপত বা নামমাত্ৰ প্ৰতীকী ৰূপত আজি পৰ্যন্ত বৰ্তি আছে।

উল্লিখিত কোনো ধৰণৰ কাৰণেই দীৰ্ঘকাল ধৰি কোনো প্ৰভাৱ পেলাব নোৱাৰা, কেৱল ঝুম খেতি কৰি হাজাৰ হাজাৰ বছৰ ধৰি পেট প্ৰবৰ্তন কৰা, আদিম অৱস্থাৰ পৰাই সমূহীয়াভাৱে নিয়ন্ত্ৰিত বা কোনো পৰিয়ালৰে নিয়ন্ত্ৰণ নথকা ৰাজহুৱা ভূমিত খেতি কৰা জনগোষ্ঠী বা পৰিয়াল বিলাকৰ মাজত মাতৃতান্ত্ৰিকতা সুদীৰ্ঘ যুগ ধৰি অব্যাহত আছিল আৰু এতিয়াও আছে। এনেবোৰ জনগোষ্ঠীৰেই বিচৰণ থলী খাছি পাহাৰ, জয়ন্তীয়া পাহাৰ, গাৰোপাহাৰ, কাৰ্বি পাহাৰ, বৰাইল পাহাৰ, নগা পাহাৰ, পাটকাই পৰ্বত।

এনেবোৰ পাহাৰত বসবাস কৰি ভৈয়ামলৈ নামি আহি স্থায়ী কৃষিত লিপ্ত হোৱা জনগোষ্ঠীবিলাকৰ মাজত এতিয়াও মাতুল বংশৰ কন্যা বেছি আদৰণীয় বুলি ভৱা সম্প্ৰদায়সমূহ আছে। কন্যাৰ দাম এনেবোৰ জনগোষ্ঠীৰ মাজত গুৰুত্বহীন, কাৰণ কন্যাহে আদিতে আছিল সম্পদৰ মালিক— উত্তৰাধিকাৰী।

এনেবোৰ পৰিয়ালৰ মাজতে দেখা যায় বিবাহযোগ্য লোক কন্যাৰ পিতৃ-মাতৃৰ ঘৰত চাপি থকা বা গভীয়া থকাৰ নিয়ম বহুল প্ৰচলিত। এনে নিয়ম অৱশেষ হিচাপে বড়ো জনগোষ্ঠীৰ মাজত, বড়ো জনগোষ্ঠীৰপৰা উদ্ভৱ হোৱা ভৈয়ামৰ জনগোষ্ঠীৰ মাজত, কাৰ্বি তথা অন্যান্য মন খ্মেৰ জনগোষ্ঠীৰ মাজত চপনীয়া বা গভীয়া থকাৰ অৱশেষ প্ৰথা বিদ্যমান।

## ১.১৫ পুৰুষতান্ত্ৰিক প্ৰাধান্য— ৰজা নিৰ্বাচন

যিবোৰ জনগোষ্ঠী ইতিহাসৰ সুদীৰ্ঘ কাল ধৰি ঝুমখেতি কৰি পৰ্বতে-জংঘলে ঘূৰি ফুৰিছিল নাইবা এটা পাৰ্বত্য-জংঘলী অঘৰী (Nomadic) বা অৰ্দ্ধ স্থায়ী (Semi-permanent) প্ৰকৃতিৰ সমাজ-গাঁথনি যিবোৰ জনগোষ্ঠীৰ সুদীৰ্ঘ কাল ধৰি আছিল নাইবা আজিকোপতি বিদ্যামান— তেনে জনগোষ্ঠী বিলাকৰ মাজত পুৰুষ-তান্ত্ৰিকতাই প্ৰভাৱ বিস্তাৰ কৰাটো স্বাভাবিক। কুকি, মাৰ, মিজো, মিতেই (মণিপুৰী), কিছুমান নগা জনজাতি আৰু উত্তৰৰ পাৰ্বত্য অঞ্চলৰ জনজাতি কিছুমানৰ লক্ষণ এনে অৰ্দ্ধ-স্থায়ী (Semi Nomadic) হিচাপে সুদীৰ্ঘ কাল ধৰি আছিল মূলতঃ ঝুম খেতি আৰু চিকাৰৰ উপযোগী ভূমিৰ সন্ধানত। পিতৃ-তান্ত্ৰিকতা এনেবোৰ সমাজৰ মূল চৰিত্ৰ।

কিন্তু এনেবোৰ সমাজতে আমি পিতৃ-তান্ত্ৰিকতাৰো কিছু বিশিষ্ট উপাদান দেখা পাওঁ। সেইবোৰ হ'ল জ্যেষ্ঠ পুত্ৰসকলক সুকীয়াভাৱে বসবাস কৰিবলৈ দিয়া আৰু কনিষ্ঠ পুত্ৰক পিতৃয়ে নিজ সম্পত্তিৰ উত্তৰাধিকাৰী নিৰ্ণয় কৰা। এনে উদাহৰণ মণিপুৰৰ কোনো কোনো পৰিয়ালৰ মাজত প্ৰচলিত আছিল।

এনে অৰ্দ্ধ-অঘৰী বা অৰ্দ্ধ-স্থায়ী অৱস্থাত ঘূৰি ফুৰা জনগোষ্ঠীবিলাকৰ মাজত সামাজিক প্ৰগতি, ভূমিৰ ওপৰত অধিকাৰ তথা ৰাষ্ট্ৰৰ বিকাশ (জাতীয়তাৰ বিকাশ) অতি পঁয়া লগা ধৰণৰ। কুৰি শতিকাৰ শেষ ভাগ পৰ্যন্ত এনে জনগোষ্ঠীবিলাকে নিজৰ স্থায়ী ভূমি বা বাসস্থান নিৰ্ণয়ৰ বাবে খাপ দিব লগা হৈছিল অটব্য বনাঞ্চলৰ মাজত। এনে সম্প্ৰদায়বিলাকৰ কিছুমান এতিয়াও স্থায়ী বাসস্থান নিৰ্ণয় নোহোৱাকৈয়েই থাকি গৈছে। কুকি, মাৰ আদি এনে জনগোষ্ঠী।

এনে জনগোষ্ঠীবিলাকৰ ক্ষেত্ৰত উত্তৰাধিকাৰৰ নিয়ম স্থায়ী ভূসম্পত্তি আৰু অন্য সম্পত্তি (বাঁহ-বেতৰ আহিলাৰ বাহিৰে) বৰ বেছি নাথাকে বাবেই সাধাৰণতে অবিকশিত ৰূপতে থাকি যায়। এনে ক্ষেত্ৰত একোটা পৰিয়ালেই যৌথভাৱে এটা পৰ্বতৰ উচ্চভাগত নাইবা টিঙত গাঁও পাতি বাস কৰে। পাহাৰটোৰ মাটি পৰিয়ালটোৱে সমূহীয়াভাৱে নিয়ন্ত্ৰণ কৰে। যৌথ পৰিয়াল বাবেই বয়োজ্যেষ্ঠ বা শক্তিমন্ত জ্যেষ্ঠজনেই গাঁওখনৰ

মুৰব্বী গাঁওবুঢ়া হয়। তেৰেই গাঁও পৰিষদ (Village council) ৰো মুৰব্বী হয়। এনে এটা ব্যৱস্থা প্ৰায় সকলো পাৰ্বত্য জনগোষ্ঠীৰ মাজতে এসময়ত আছিল। এতিয়াও কুকি, মাৰ, কিছুমান নগা জনগোষ্ঠীৰ মাজত এই গাঁও ব্যৱস্থা বিৰাজমান। পাৰ্বত্য অঞ্চলত অবিকশিত অবস্থাত থকা প্ৰায় সকলো জনগোষ্ঠীৰ মাজতে এনে ব্যৱস্থা বিৰাজমান।

এনে গাঁওবুঢ়া তথা গাঁওপৰিষদৰ মুখ্য বুঢ়া বা নেতৃস্থানীয় জনেই জনগোষ্ঠীৰ সমাজত ৰজা হিচাপে প্ৰাধান্য বিস্তাৰ কৰাটোও পৰিলক্ষিত হয়। মাতৃতান্ত্ৰিক গাৰো আদি সম্প্ৰদায়ৰ ক্ষেত্ৰত উত্তৰাধিকাৰী কন্যা বা মাতৃ গৰাকীৰ স্বামী এনে ধৰণে নেতৃস্থানীয় বা ৰজা হয়। পিতৃতান্ত্ৰিক ফৈদবোৰৰ ক্ষেত্ৰত কেতিয়াবা উত্তৰাধিকাৰী সূত্ৰে নাইবা কেতিয়াবা গাঁৱৰ বয়সীয়াল লোকসকলৰ দ্বাৰা নিৰ্বাচিত হৈ এনে ৰজা বা ৰজা -পোৱালি প্ৰতিষ্ঠিত হয়।

অসমৰ পাৰ্বত্য অঞ্চল, পৰ্বতৰ নামনি অঞ্চলত তথা উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায় সকলো অঞ্চলতে উল্লিখিত ধৰণেই অজস্ৰ ৰজা (Chieftain) ৰ জন্ম তথা বিকাশ হোৱা দেখা যায়। অসমত পাল বংশৰ ৰজা নিৰ্বাচন, চুতীয়া বংশৰ ৰজা নিৰ্বাচন, কিম্বদন্তি অনুসৰি সোণোৱাল কছাৰীসকলৰ ৰজা নিৰ্বাচন আদি কিছুদূৰ ইতিহাসে ঢুকি পোৱা আৰু কোনো কোনো ক্ষেত্ৰত ৰহস্যাবৃত হৈ থকা গণতান্ত্ৰিক প্ৰথাৰে ৰাইজে ৰজা পতাৰ নিদৰ্শন।

## ১.১৬ বিনিময়ৰ অভাৱ ঃ ভাষাৰ অনগ্ৰসৰতাৰ কাৰণ

বৰ্বৰ যুগত ভাষাৰ বিকাশ নাইবা কৃষ্টিৰ বিকাশ মূলতঃ উৎপাদন ব্যৱস্থাৰ কীৰ্ণতা, অৰণ্যৰ খাদ্য আৰু লাগনি কাঠৰ ওপৰত নিৰ্ভৰশীলতা, জীৱনৰ অন্য প্ৰয়োজন— বাসস্থান, বস্ত্ৰ আৰু পৰিধেয়ৰ বাবে বনাঞ্চলৰ সম্পদৰ ওপৰত নিৰ্ভৰশীলতাৰ বাবে সামাজিক আৰু আৰ্থিক লেন-দেন নহয় বা হ'লেও বস্তু-বিনিময় (Barter exchange) ৰ মাজতে সীমাবদ্ধ থাকে। বিনিময়েই প্ৰকৃততে ভাষাৰ বিকাশৰ ক্ষেত্ৰত ধাতৃৰ কাম কৰে। শব্দৰ ভঁৰাল বৃদ্ধি আৰু নতুন নতুন শব্দৰ ব্যৱহাৰ কেৱল বিনিময়ৰ বিকাশৰ জৰিয়তেহে সম্ভৱ। বৰ্বৰ যুগত মূলতঃ বস্তুগত সম্পদ— বিশেষকৈ চিকাৰ আৰু কৃষি-কাৰ্যৰ বাবে প্ৰয়োজনীয় আহিলাৰ অভাৱৰ ফলতে হিংস্ৰতা আৰু নিৰ্দয়তা বা আসুৰিক পাশৱিকতা হৈ পৰে জীৱনৰ ধৰ্ম।

জীৱিকা নিৰ্বাহ চিকাৰ— কোমল ছালৰ বা টান ছালৰ জন্তু বধৰ বাবে শিলৰ খণ্ড, ধাৰ দি লোৱা শিলৰ টুকুৰা, পিছলৈ এইবোৰক চাঁচ দি কুঠাৰ, যাঠি, কাঁড়ৰ টুপ আদি

নির্মাণৰ জৰিয়তে এক বস্তুগত শৈল কৃষ্টি গঢ়ি তোলা হয়। অসম তথা উত্তৰ-পূব ভাৰতৰ মানুহৰ বাবে সামান্য ধাৰ থকা আহিলা-পাতি নির্মাণৰ পিছতে বাঁহৰ আহিলা-পাতি নির্মাণ কৰাটো সহজ-সাধ্য। বাঁহৰ চুঙা, বাঁহৰ জোং, বাঁহৰ আহিলা-পাতি, বাঁহৰ ধনু, বাঁহৰ কাঁড় আদি নির্মাণত যে আদিবাসী প্রাগজ্যোতিষপুৰীয়া সকলো পাৰ্গত আছিল তাক আদিম কিম্বদন্তি বিলাকে কিছুদূৰ প্রত্যায়িত কৰে। তথাপি লোৰ ব্যৱহাৰ নজনা ঘটক কিৰাত লোৰ ব্যৱহাৰ জনা নৰক (উত্তৰ বিহাৰ)ৰ হাতত পর্যুদস্ত হোৱাটো স্বাভাৱিক। একেদৰে বাণৰ পৰাজয়ো হৰিৰ হাতত প্ৰায় নিশ্চিত।

আদিম বর্বৰ যুগৰ অৱসানৰ বস্তুভিত্তিক কাৰণবোৰ এই পর্যন্ত কিছু আখ্যান ভিত্তিক কথাৰ ওপৰত ভিত্তি কৰি আলোচনা কৰা হৈছে যদিও ব্যাখ্যাৰ সমন্বয় আমি যথাসম্ভৱ বস্তুগত সত্য আৰু প্ৰয়োজন পূৰণ প্ৰচেষ্টা তথা প্ৰয়োজন পূৰণৰ আহিলা বিলাকৰ ওপৰত ভিত্তি কৰি আলোচনা কৰিছো। এইবোৰ বিষয়ত প্ৰকৃততেই অধিক গৱেষণাৰ থল আছে।

# অধ্যয়ন - ২

# প্ৰাচীন যুগৰ সামন্তবাদী প্ৰৱণতাসমূহ

## ২.১ আৰ্যৰ প্ৰথম বসতি বিস্তাৰ

অসমৰ প্ৰাচীন যুগৰ ইতিহাস অস্পষ্ট। গৱেষণা আৰু অনুসন্ধানৰ ক্ষেত্ৰত দুৰ্বলতা আৰু তথ্যৰ অভাবেই ইয়াৰ মূল কাৰণ। তথাপি কাব্য আৰু পুৰাণসমূহৰ সমল, বিদেশী পৰিব্ৰাজকৰ টোকা, কিম্বদন্তি আৰু উপকথাসমূহৰ সহায়ত প্ৰাচীন যুগৰ ঘটনাৰাজিৰ এটা আনুমানিক চিত্ৰ অংকন কৰিব পাৰি। তদুপৰি পুৰাতাত্ত্বিক গৱেষণাৰ যিবোৰ সমল সামান্য ৰূপত হ'লেও পোৱা গৈছে, সেইবোৰেও আমাৰ প্ৰাচীন যুগৰ সমাজখনৰ বিষয়ে এটা আভাস দিয়ে। ভাষা তাত্ত্বিক অধ্যয়নেও আমাৰ প্ৰাচীন সমাজখনৰ বিষয়ে এটা আভাস দিয়ে। প্ৰাচীন যুগৰ সমাজখনৰ বিষয়ে পুংখানুপুংখ অধ্যয়ন নকৰিলে আমি আধুনিক যুগত সৃষ্টি হোৱা পুনৰুত্থানবাদী (Revivalist) প্ৰৱণতাবিলাকৰ বহু কথাই বুজিব নোৱাৰিম।

অসমৰ প্ৰাচীন নামেই কামৰূপ আৰু প্ৰাগজ্যোতিষপুৰ আছিল। কৰতোৱা নদীৰপৰা দিকৰাই আৰু দিকৰাইৰ পৰা পূবলৈ পৰশুৰামকুণ্ড পৰ্যন্ত এই ভূখণ্ডৰ বিভিন্ন প্ৰান্তত বাস কৰা প্ৰাচীন জনগোষ্ঠীসমূহৰ পাৰস্পৰিক সংযোগৰ ক্ষেত্ৰত প্ৰধান অন্তৰায় আছিল পৰিবহন আৰু যোগাযোগ। অটব্য অৰণ্য, তীব্ৰ বেগী নদী, হিংস্ৰ জীৱ-জন্তু আৰু মানুহৰ উপদ্ৰৱৰ ফলত যে কামৰূপ বা প্ৰাগজ্যোতিষপুৰ নামেৰে অভিহিত ভূখণ্ড মাত্ৰ এজন ৰজাৰ শাসনৰ তললৈ অহাত অসুবিধা আছিল সেইটো সহজবোধ্য। লোৰ ব্যৱহাৰ প্ৰাচীন কামৰূপত হোৱা নাছিল বা কম আছিল বুলি ধৰিলে আমি এই কথা বুজাত অসুবিধা নহয় যে শিলৰ আহিলা-পাতিয়ে সুদীৰ্ঘ কাল ধৰি প্ৰাধান্য বিস্তাৰ কৰিছিল। শিলৰ পিছতে সহজলভ্য উপাদান আছিল বাঁহ, কাঠ তথা জীৱ-জন্তুৰ হাড়, শিং, নখ ইত্যাদি। শিল আৰু ধাতুৰ আহিলা-পাতিৰ বাহিৰে অন্যান্য আহিলা-পাতিৰ স্থায়িত্ব অসমৰ দৰে আৰ্দ্ৰ আৰু বৰ্ষাপ্ৰধান অঞ্চলত যে নিচেই কম সেইটো সহজে অনুমেয়।

তথাপি প্ৰাচীন অসমৰ বিভিন্ন প্ৰান্তত কুণ্ডিল, শোণিতপুৰ বা তেজপুৰ, কামপুৰ-যমুনামুখ-ডবকা, গুৱাহাটী, যোগীঘোপা আৰু শ্ৰীসূৰ্য পাহাৰ, হাজো আদিত প্ৰাচীনত্বৰ আভাস থকাৰ কিছু সমল আৰু পৰোক্ষ প্ৰমাণ আছে। নদী আৰু স্থানৰ প্ৰাচীন নাম বাচক শব্দবোৰেও প্ৰাচীন বাসিন্দা সকলৰ বিষয়ে অনুমান কৰাৰ সহায় কৰে। প্ৰাগজ্যোতিষপুৰৰ নৰক, তেজপুৰৰ বাণ, বিদৰ্ভৰ ভীষ্মকৰ লগত জড়িত কাহিনীসমূহ মূলতঃ মহাভাৰত আৰু পুৰাণ প্ৰসিদ্ধ শ্ৰীকৃষ্ণৰ লগত জড়িত। নৰকৰ সময় সম্পৰ্কে কোনো সুস্পষ্ট ধাৰণা নাথাকিলেও, নৰকৰ শ্ৰীকৃষ্ণৰ হাতত মৃত্যু আৰু নৰকপুত্ৰ ভগদত্তৰ মহাভাৰতৰ যুদ্ধত কৌৰৱৰ পক্ষে অংশগ্ৰহণৰ কাহিনী সামঞ্জস্যপূৰ্ণ। সেই হিচাপে হৰি-হৰৰ যুদ্ধৰ সময় মহাভাৰতৰ যুদ্ধৰ আগৰ বুলি অনুমান কৰাৰ থল আছে। নৰকৰ গোত্ৰৰ আগমন মিথিলাৰপৰা হোৱালৈ চাই এই কথা অনুমান কৰিব পাৰি যে এইটোৱেই আৰ্যধৰ্ম গ্ৰহণকাৰীসকলৰ প্ৰাগজ্যোতিষপুৰত আধিপত্য বিস্তাৰৰ প্ৰধান আৰু প্ৰথম প্ৰচেষ্টা। মহাভাৰতৰ যুদ্ধৰ পূৰ্বৰ এই আৰ্যবসতি আৰু ধৰ্ম বিস্তাৰৰ কাহিনী মনোৰম, কিন্তু ভিতৰত লুকাই থকা ঐতিহাসিক তাৎপৰ্য ততোধিক মনোৰম আৰু গভীৰ

## ২.২ আৰ্য-অনাৰ্যৰ সমন্বয়

অসমৰ ইতিহাস ভাৰতৰ পৰা বিচ্ছিন্নভাৱে পৰ্যালোচনা কৰিব নোৱাৰি। তেনে প্ৰচেষ্টা কৰিলেও সেয়া হ'ব অসম্পূৰ্ণ আৰু অবৈজ্ঞানিক। অসমৰ ক্ষেত্ৰত অৱশ্যে উত্তৰ, পূব আৰু দক্ষিণ প্ৰান্তৰ চীন, ব্ৰহ্মদেশ (ম্যানমাৰ) আৰু পাৰ্শ্ববৰ্তী থাইলেণ্ড তথা মালয়ছিয়াৰ উত্থান-পতনৰ বিচিত্ৰ আৰু সুদীৰ্ঘ কালজোৰা ইতিহাসৰ পৰা বিচ্ছিন্নভাৱে সকলো কথা পৰ্যালোচনা কৰিব নোৱাৰি।

আৰ্যসকল প্ৰকৃততে বৃহৎ সংখ্যাত আহিছিলনে নাই, কোন সময়ত কিদৰে আহিছিল আৰু ভাৰতীয় সভ্যতাত এওঁলোকৰ প্ৰভাৱ কেনে ধৰণৰ সেই লৈ বহু পণ্ডিতৰ মত বিৰোধ আছে (১)। কোনো কোনো ইতিহাসবিদে সুনীতিকুমাৰ চেটাৰ্জী দৰেই আৰ্য-

১ সুনীতি কুমাৰ চট্টোপাধ্যায়ে 'ভাৰত সংস্কৃতি' গ্ৰন্থত লিখিছে, "নানা জাতিৰ সংমিশ্ৰণৰ ফল আমাৰ হিন্দু জাতি। এই সংমিশ্ৰণ প্ৰাচীন কালত অনুলোম-প্ৰতিলোম বিবাহৰ জৰিয়তে সংঘটিত হৈছিল। তাৰ পিছত তুৰ্কী বিজয়ৰ পৰাই জাতিভেদৰ কঠোৰতা আহি প'ল, সম্পূৰ্ণ মিশ্ৰণ আৰু নহ'ল, ইয়াৰ ফলত হিন্দু জাতিৰ বিভিন্ন সমাজৰ মাজত এটা স্বতন্ত্ৰতাবোধ থাকি গ'ল। ক'ৰবাত নতুনকৈ স্বতন্ত্ৰতাবোধ গঢ় লৈ উঠিল। বিভিন্ন শ্ৰেণীৰ মাজত এটা অবাধ অনুকম্পাৰ অভাৱ নতুনকৈ জন্মিল, এই অবাধ অনুকম্পাৰ অভাৱেই আধুনিক হিন্দু সমাজৰ সকলোতকৈ ডাঙৰ অভাৱ। এই স্বাতন্ত্ৰ্য বা পাৰ্থক্যবোধৰ ফলত নিজকে আৰ্য-সন্তান বুলি দাবী কৰা এক উচ্চশ্ৰেণীৰ হিন্দুৰ আভিজাত্যবোধ দৃঢ় হ'ল। ই ইউৰোপৰপৰা আমদানি কৰা অনাৰ্য-জয়ী আৰ্যৰ কল্পনা কৰাত সহায় কৰিলে।"— ভাৰত সংস্কৃতি, পৃঃ ৩

শ্ৰেষ্ঠ ধাৰণাটো পিছৰ যুগৰ ভাৰতীয়ই আমদানি কৰা ধাৰণা বুলি গণ্য কৰিছে।

'অনাৰ্য' শব্দটো আধুনিক ভাৰতৰ ইতিহাসবিদ সকলৰ সংযোজন— যি শব্দটোৰ লগত কিছু তাচ্ছিল্য ভৰা 'আৰ্যেতৰ' শব্দটোৰ প্ৰয়োগো চকুত পৰে। সুনীতি কুমাৰ চট্টোপাধ্যায়ে লিখিছে ঃ অনাৰ্য শব্দটো যদি কেৱল যি আৰ্য নহয় বা 'অন-আৰ্য' নাইবা আৰ্য সম্বন্ধীয় নহয়, ঠিক তেনে অৰ্থত ব্যৱহাৰ হ'লহেঁতেন তেন্তে কোনো আপত্তি নাছিল; কিন্তু 'অনাৰ্য' অৰ্থে ঘৃণ্য, নীচ, এই অৰ্থ সংস্কৃত যুগৰ পৰাই আহি থকাত শব্দটো জাতিবাচক বা সভ্যতা বাচক হৈ নাথাকিল; নৈতিক অপকৰ্মবাচক হৈ পৰিল। (২)। এনে দৃষ্টিভংগী মূলতঃ হিন্দুসকলক ইংৰাজৰ সমতুল্য শ্ৰেষ্ঠ জাতিবাদত পৰিণত কৰাৰ মনোবৃত্তিৰ আধাৰত প্ৰতিষ্ঠিত। ইউৰোপীয় ইংৰাজৰ দাসত্বৰ শিকলিৰে বান্ধখোৱা ভাৰতীয়ৰ আত্ম-সম্মান ঘূৰাই আনিবৰ বাবে ভাৰতীয়সকলক আৰ্য বুলি প্ৰতিষ্ঠা কৰাৰ, আনকি জাৰ্মান টিউটন তেজৰ লগত ভাৰতীয় আৰ্যসকলৰ সম্পৰ্ক প্ৰতিষ্ঠাৰ এটা প্ৰয়াস চলিছিল। আৰ্যসকলৰ জীৱন-ধাৰা ঋকবেদ ৰচনা কালত তথা তাৰ পূৰ্ব কালত পুৰ বা নগৰ নিৰ্মাণকাৰী, বাণিজ্য আৰু কৃষি উৎপাদনকাৰী আৰ্য-পূৰ্ব লোকসকলতকৈ সামাজিক- সাংস্কৃতিক ক্ষেত্ৰত শ্ৰেষ্ঠতৰ আছিল বুলি মানি ল'বলৈ টান (৩)।

প্ৰাচীন কামৰূপত কিৰাত অথবা আৰ্য-পূৰ্ব জনগোষ্ঠীবিলাক সকলো দিশৰপৰাই উন্নত আছিল বুলি অনুমান কৰিব নোৱাৰি। ইয়াৰ মূল কাৰণ সম্ভৱতঃ লো বা অন্য কঠিন ধাতুৰ আহিলা-পাতিৰ অভাৱ। শিলৰ আহিলা-পাতি ব্যৱহাৰ কৰা হৈছিল মাটি চহোৱা তথা জন্তুৰ ছাল চেলোৱা কাৰ্যত। কৃষিৰ লগত পৰিপূৰকভাৱে বনৰপৰা খাদ্য-সংগ্ৰহ (উদ্ভিদ, মাছ, জীৱ-জন্তু) চলি আছিল সুদীৰ্ঘ কাল ধৰি। এনে ব্যৱস্থাত অন্য জনগোষ্ঠীক আক্ৰমণ কৰা বা নিঃশেষ কৰাৰ প্ৰয়োজন অৰ্থনৈতিক কাৰণত কমেই হৈছিল, ফলত দানৱ আৰু অসুৰ বুলি অভিহিত জনগোষ্ঠীবিলাকৰ পৰস্পৰৰ মাজত সম্পৰ্ক শত্ৰুতামূলক নাছিল। প্ৰবল শত্ৰুতা আছিল পশ্চিমৰ পৰা অহাসকলৰ লগত। অসুৰ বা দানৱসকলক পৰস্পৰৰ মাজত মিত্ৰ হিচাপেই আমি পুৰাণ-উপপুৰাণ আদিত পাওঁ।

উত্তৰ ভাৰতত আৰ্যসকলৰ বসতি বিস্তাৰৰ যুগত কোল-মুণ্ডা আৰু দ্ৰাবিড়সকলৰ ওপৰত হেঁচা পৰাটো স্বাভাৱিক। দ্ৰাবিড়সকল অসমলৈ অহা কথাটো কিন্তু কোসাম্বীয়ে

---

*২ সুনীতি কুমাৰ চট্টোপাধ্যায়, উক্ত গ্ৰন্থ, পৃঃ ৪-৫।*

*৩ D. D Kosambi . "The Aryans were manifestly barbarians on a lower level of culture than the urban people they destroyed." The culture and civilisation of Ancient India in Historical outline, 1986 Edition, page 81।*

অস্বীকাৰ কৰিছে। ক্ষীণ জন-স্ৰোত হিচাপে কিছু লোকৰ প্ৰব্ৰজন অসম্ভৱ নহয় ব্ৰাহ্মণসকলে সম্ভৱতঃ পাতলিপুত্ৰৰ পৰৱৈল, ব্ৰহ্মপুত্ৰ উপত্যকাৰ পূব প্ৰান্তলৈকে যে আহিছিল তাৰ লগত পৰশুৰামৰ কাহিনী জড়িত আছে। লো ব্যৱহাৰৰ জ্ঞান নথকা আৰ্য-পূৰ্ব জনগোষ্ঠীবিলাক পশ্চিমৰপৰা কামৰূপত প্ৰৱেশ কৰাৰ সম্ভাৱনা ক্ষীণ আছিল। কুঠাৰধাৰী গছ কাটিব পৰা মানুহ, উপকথা হিচাপে কুঠাৰ (পৰশু) হাতত লোৱাসকলৰ প্ৰব্ৰজনৰ কাহিনী সেয়ে বাস্তৱসন্মত (৪)। আৰ্যসকল যে বিভিন্ন যুগত পূবলৈ প্ৰব্ৰজিত হৈছিল তাৰ প্ৰমাণ বিভিন্ন গ্ৰন্থত বিদ্যমান। সময় অতি সঠিকভাৱে নিৰ্দিষ্ট নহ'লেও বসতি বিস্তাৰৰ পৰ্ব ৮০০ খৃঃপূঃ ৰ পৰা ৫০০ খৃঃ পূঃৰ ভিতৰত অংগ আৰু মগধ পৰ্যন্ত বিস্তৃত হৈছিল বুলি কোনো কোনো ঐতিহাসিকে মত প্ৰকাশ কৰিছে (৫)। আৰ্যসকলৰ বসতি বিস্তাৰৰ পূব-ভাৰতীয় পৰ্যায়টো আমি থোৰতে ব্ৰাহ্মণ আৰু উপনিষদসমূহৰ ভিত্তিত এনেদৰে দিব পাৰোঁ :

(১) শতপথ ব্ৰাহ্মণ অনুসৰি মথৱ বা বিদেহ গোষ্ঠীৰ ব্ৰাহ্মণৰ জৰিয়তে কোশল পাৰ হৈ সদানিৰা (গণ্ডক) নদীৰ পাৰত বিদেহ ৰাজ্য প্ৰতিষ্ঠিত হৈছিল।

(২) অথৰ্ব বেদৰ মত অনুসৰি অংগ, মগধ আদি অনা-আৰ্য অঞ্চলৰ লোকসকলে আৰ্যৰ বসতি বিস্তাৰত বাধা দিছিল। কিন্তু আৰ্য ধৰ্মৰ বসতি বিস্তাৰ এইবোৰ অঞ্চলত সম্ভৱ খৃঃ পূঃ সপ্তম শতিকাৰ ভিতৰতে সম্ভৱ হৈছিল

(৩) ঐতৰেয় আৰণ্যক অনুসৰি বংগ, মগধ, চেৰ আদি জাতিয়ে আৰ্য ভাষা কোৱা নাছিল। সংস্কৃত ভিন্ন সম্ভৱতঃ কোল-মুণ্ডা বা অষ্ট্ৰিক ভাষাৰ প্ৰাধান্য আছিল।

(৪) ঐতৰেয ব্ৰাহ্মণ অনুসৰি অন্ধ্ৰ, শবৰ, পুলিন্দ, মুতিব, পৌণ্ড্ৰ আদি গোষ্ঠীৰ লোক আছিল আৰ্যসকলৰ সীমান্তৱৰ্তী।

(৫) কৌশিতকী উপনিষদ অনুসৰি পূব পঞ্জাবৰ উশীনৰ আৰু উত্তৰ বিহাৰৰ বিদেহ আছিল আৰ্য বসতিৰ সীমা।

খৃঃপূঃ অষ্টম শতিকা পৰ্যন্ত ব্ৰাহ্মণসমূহৰ ৰচনাৰ সময় বুলি ধৰিলে এই কথা ক'ব পাৰি যে সেই পৰ্যন্ত আৰ্যসকলৰ বিপুল বসতি বিস্তাৰ কামৰূপ তথা প্ৰাগজ্যোতিষপুৰলৈ হোৱা নাছিল।

---

৪ ইংৰাজৰ আগমনৰ সময়ত পৰশুৰামকুণ্ডৰ নাম 'কুন বু' আছিল বুলি জনা যায়। ই বজ্ৰ বা (প্ৰভু কুঠাৰৰ দৰে) দেৱ-অস্ত্ৰ বুজায়। ইয়াৰে হাবি কাটি প্ৰব্ৰজন সম্ভৱ কৰা এনেকুৱা মানুহৰ আগমনৰ কথা সূচায়। —দ্ৰষ্টব্য: Hill Tracts Between Assam and Burma, page 3 1978 সংস্কৰণ।

৫ The Aryanisation of India, N. K Dutta, 1970 Edition, পৃঃ ৬৪ দ্ৰষ্টব্য

উসীনৰ, বৎস, মৎস্য, কুৰু, পাঞ্চাল, কাশী— এইবোৰ আছিল ব্ৰাহ্মণ যুগৰ মূল আৰ্য ৰাজ্য। উত্তৰ ভাৰতৰ, অংগ, সিন্ধু, সৌচীৰ, কলিংগ, পুণ্ড্ৰ, বংগ, আৰাট্ট আদি সম্ভৱতঃ সংমিশ্ৰিত জনগোষ্ঠী আছিল। গৌতম বুদ্ধৰ দিনত অংগ, মগধ, কাশী, কোশল, বজ্জিয়, মল্ল, চেদি, বৎস, কুৰু, মৎস, সুৰসেন, অশ্মক, অৱন্তী, গান্ধাৰ, কম্বোজ আদি আৰ্যাবৰ্তৰ অন্তৰ্ভুক্ত ৰাজ্য হিচাপে বিবেচিত হৈছিল।

এইটো মন কৰিবলগীয়া যে গংগা উপত্যকাৰ পূৰ্বাঞ্চলত আৰ্য আৰু অনা আৰ্য জনগোষ্ঠীসমূহৰ সমন্বয়ৰ মাজেদিহে উত্তৰ ভাৰতত বৃহৎ সাম্ৰাজ্যৰ ভিত্তি প্ৰতিষ্ঠা সম্ভৱ হৈছিল। এইটোও সম্ভৱ হৈছিল নন্দ, মৌৰ্য আদি ব্ৰাত্য গোষ্ঠীৰ নেতৃত্বতহে। সমগ্ৰ অঞ্চলটো মাত্ৰ একেটা আঘাততে আৰ্যধৰ্মীসকলৰ নিয়ন্ত্ৰণলৈ গৈছিল বুলিব নোৱাৰি। ক্ৰমাগতে পূবমুখী হোৱা আৰ্যসকলৰ ভাষা আৰু ধৰ্ম গ্ৰহণ কৰি অনা-আৰ্যসকলে ধীৰে ধীৰে এক নতুন সভ্যতাৰ ভিত্তি প্ৰতিষ্ঠা কৰিছিল।

খৃঃ পূঃ ৬০০ পৰ্যন্ত বিহাৰ আৰু উত্তৰ প্ৰদেশৰো বিস্তৃত অংশ অৰণ্য আছিল আৰু ই আছিল জলাহ-পিতনিৰে ভৰা। নদীৰ পাৰে পাৰে আৰু বাণিজ্য পথেদি আগবাঢ়ি অহা আৰ্যসকলে ইতিমধ্যে কিছু বিকশিত জাত ব্যৱস্থা গঢ় দিছিল; কিন্তু তেজৰ বিশুদ্ধতা ৰক্ষা কৰাটো এই পৰ্যায়তো অতি কঠোৰ প্ৰয়োজনীয়তা হিচাপে দেখা দিয়া নাছিল।

## ২.৩ সমন্বয় আৰু কৃষিৰ ৰূপান্তৰ

প্ৰসেনজিত, অজাতশত্ৰু, বুদ্ধদেৱৰ দিনতো বিবাহৰ ক্ষেত্ৰত অনা-আৰ্য প্ৰভাৱ আছিল সুস্পষ্ট। কোশলৰ ৰজা প্ৰসেনজিত (প্ৰসেন্দি) কোনো কোনো ঐতিহাসিকৰ মতে মাতংগ কুলৰ, সেয়ে মাতংগ বা হাতী টোটেম ব্যৱহাৰ কৰা জনজাতি মূলৰো হ'ব পাৰে। তেওঁৰ ভগ্নী অজাতশত্ৰুৰ মাতৃ বিম্বিসাৰৰ পত্নীৰ জৰিয়তে মাতংগ কুলৰ সম্পৰ্ক মগধৰ প্ৰভাৱশালী ৰাজ বংশৰ লগতো প্ৰতিষ্ঠা হৈছিল। বুদ্ধদেৱে নিজে মোমায়েক সুপ্ৰবুদ্ধৰ কন্যা যশোধৰাক বিবাহ কৰিছিল। এইটো যে পুৰণি মাতৃতান্ত্ৰিক সমাজৰ অৱশিষ্ট বৈশিষ্ট্য তাক নুই কৰিব নোৱাৰি।

আৰ্য বসতি বিস্তাৰৰ এই পৰ্বত পুৰণি সমাজ ব্যৱস্থাৰ যে কিছু ৰূপান্তৰ ঘটিছিল সেইটো স্পষ্ট। বিম্বিসাৰে ৰাজত্ব কৰিছিল ৮০,০০০ গাঁৱত। ৰাজতন্ত্ৰৰ বিকাশ আৰু যুদ্ধৰ প্ৰয়োজনীয়তা মূলতঃ ভূমিৰ অধিকাৰৰ লগত জড়িত। যুদ্ধ-বিগ্ৰহ ইমানেই নিকটবৰ্তী ৰাজ্যৰ মাজত সঘনাই হৈছিল যে ইয়াৰ ফলত জন-প্ৰব্ৰজন হোৱাৰ অধিক সম্ভাৱনাই দেখা দিছিল। সৰু সৰু ৰাজ্যবিলাকৰ অন্তবিহীন যুদ্ধ আৰু অন্তৰ্কলহে একালে যিদৰে নন্দ বংশ আৰু মৌৰ্য বংশৰ উত্থানত সহায় কৰিছিল, ঠিক সেইদৰে

জনজাতি সমাজৰ অৱসানৰ উপযোগী পৰম ব্ৰহ্মবাদৰ উত্থানত অৰিহণা যোগাইছিল। অন্তবিহীন যুদ্ধ আৰু জনপদসমূহৰ সম্পদৰ অস্থিৰতাই আনহাতে ত্যাগৰ ওপৰত আধাৰিত নানা মাৰ্গৰ বিকাশত অৰিহণা যোগাইছিল। জৈন আৰু বৌদ্ধ ধৰ্ম দুয়োটাই মূলতঃ শক্তিশালী ৰাজতন্ত্ৰ আৰু বাণিজ্যৰ প্ৰসাৰৰ যুগত দ্ৰুতগতিৰে বিস্তাৰ লাভ কৰা ধৰ্ম।

এই পৰ্যন্ত কামৰূপ বা প্ৰাগজ্যোতিষপুৰ প্ৰকৃত ভাৰতৰ পোনপটীয়া দখল বা সংস্পৰ্শলৈ অহাই নাছিল। কিৰাত সকলৰ বসতি সম্ভৱতঃ ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাজতো সোমাই আছিল। নৰক, বাণ আদি ৰজাসকলৰ দিনত পূৰণি অস্থায়ী কৃষি-কাৰ্যৰ সম্পূৰ্ণ ৰূপান্তৰ সাধন হৈছিল বুলি ঠাৱৰ কৰিব নোৱাৰি। সহজে কৃষি-কাৰ্য কৰিবপৰা নৈ পৰৰীয়া অঞ্চলতহে কিৰাতসকল বাস কৰিছিল তেনে ধাৰণা কৰাটো যুক্তিসম্মত নহয়, কাৰণ ঝুমখেতি কৰাৰ সুবিধা পাহাৰীয়া তৃণভূমিবিলাকতো আছিল। বিশেষভাৱে গাৰো, খাচি, জয়ন্তীয়া, কাৰ্বি আদি পাৰ্বত্য জনগোষ্ঠীবিলাকৰ বিকাশ জনজাতি ঝুমখেতি কৰোঁতা হিচাপে হৈছিল আৰু এই ঝুমখেতি আছিল অৰণ্যৰপৰা খাদ্য আৰু বনৰ মাছ-মাংস সংগ্ৰহৰ পৰিপূৰক ক্ৰিয়া। কিন্তু ডিমাছা (ডি — পানী, মাছা — সন্তান), ডিমছায়া (ডি — পানী, মছায়া — সন্তান), তিৱা (তি—পানী, ৱা — পোৱালি বা গাহৰি পোৱালি) আদি জনগোষ্ঠীয় নামে পানী বা নৈ-উপনৈৰ পানীৰ লগত থকা ঘনিষ্ঠ সম্পৰ্কৰ কথাই বুজায়। কপিলী, ধনশিৰি, বৰাকৰ উপৰি যিবোৰ নৈৰ নাম ডি (পানী) শব্দৰে আৰম্ভ হৈছে— সেইবোৰৰ পাৰত সম্ভৱতঃ কিৰাত জনগোষ্ঠীবোৰৰ আৰু অন্য সৰেভভাৱে প্ৰব্ৰজিত লোকসকলে বাস কৰিছিল।

## ২.৪ আৰ্যৰ ওপৰত অনাৰ্যৰ প্ৰভাৱ বিস্তাৰ

প্ৰাচীন কামৰূপলৈ আৰ্য নাইবা আৰ্য ধৰ্ম গ্ৰহণকাৰী ব্ৰাত্যসকলৰ প্ৰব্ৰজন কিদৰে হৈছিল? অটবী অৰণ্য ভাঙি দলে দলে পশ্চিমৰপৰা লোক প্ৰৱেশ কৰিছিল নে? ব্ৰহ্মপুত্ৰৰ সমুদ্ৰ পথেদি আৰ্যসকল প্ৰৱেশৰ সম্ভাৱনা কিমান? আৰ্যসকলে নৌকা চলাব জানিছিলনে?

এইবোৰ প্ৰশ্নৰ যথাৰ্থ উত্তৰ নথকা নহয়, লোৰ কুঠাৰৰ ব্যৱহাৰ জনা এচাম লোকেহে অটবী অৰণ্য ভাঙি অসমত (প্ৰাচীন কামৰূপত) প্ৰৱেশ কৰাটো সম্ভৱ। প্ৰসংগতঃ উল্লেখযোগ্য যে দক্ষিণপূব বিহাৰ নাইবা বিহাৰ আছিল লোৰ প্ৰসিদ্ধ যোগানকাৰী।

প্ৰব্ৰজনৰ পথবিলাক প্ৰাচীন যুগৰ প্ৰব্ৰজনৰ অন্যতম অধ্যয়ন কৰিবলগীয়া উপাদান। অসমলৈ হোৱা প্ৰব্ৰজনৰ মূল পথ বিলাক হ'ল— (১) নদী পথ আৰু (২) স্থল পথ।

নদীৰ ভিতৰত ব্ৰহ্মপুত্ৰ আৰু বৰাক নদীৰ কাষে কাষে প্ৰব্ৰজনৰ উপৰি জলপথেদি নাও ব্যৱহাৰ কৰি ইপাৰ-সিপাৰ হোৱা নাইবা উজাই-ভটিয়াই অহা-যোৱা কৰাৰ সুবিধা বিদ্যমান। উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰতিখন পাৰ্বত্য উপনদীয়েই আনহাতে খৰালি নদীৰ বুকুৰেদি মানুহ অহা যোৱা কৰা বাট উলিয়াই দিয়ে। অসমৰ অন্ততঃ তিনিটা জনজাতিৰ নাম পানীৰ লগত বা পানী- বোকাৰ লগত জড়িত। জিম ছায়া (দেউৰী)— জি মানে পানী, ম ছায়া মানে সন্তান। পানীৰ সন্তান জিম ছায়াৰ দুটা উপঠালৰ নাম দিবঙীয়া আৰু পানী টেঙীয়া। দিবং আৰু পানী টেঙা নৈৰ কাষে কাষে প্ৰব্ৰজন কৰি আহি তেওঁলোকে তাতেই বসবাস কৰিছিল। ডিমাছা শব্দৰ অৰ্থও একে, ডি মানে পানী, মাছা মানে সন্তান। তিৱা শব্দৰ অৰ্থও প্ৰায় একে ধৰণৰ। তি মানে পানী ৱা মানে লেটি লোৱা বা গাহৰি পোৱালি। তিৱা মানে পানীৰ বুকুত লেটি লোৱা বা পানীত জন্মা। নৈৰ কাষে কাষে আগবাঢ়ি আহি নৈৰ কাষতে কুঠি পতা আৰু নৈৰ দুয়ো কাষে সভ্যতাৰ বীজ ৰোপণ কৰা এইবোৰ জনজাতি। মিচিংসকলৰ আনহাতে নৈৰ কাষত চাংঘৰ নিৰ্মাণ কৰি বাস কৰাৰ উদাহৰণ এতিয়ালৈকে বৰ্তি আছে। স্থানান্তৰত আমি নৈৰ বুকুৰেদি নাওবোৱাৰ অভিজ্ঞতা আৰ্যসকলৰ যে আছিল তাক ব্যাখ্যা কৰিছো।

নৈ পথতকৈও কিন্তু প্ৰাচীন যুগত দূৰৱৰ্তী আৰু পাৰ্শ্বৱৰ্তী উভয় শ্ৰেণীৰ দেশৰে প্ৰব্ৰজন মূলতঃ স্থলপথৰ ওপৰত বেছি নিৰ্ভৰ কৰিছিল। এনে স্থলপথেদিয়ে সাধু-শ্ৰমণ আৰু পৰিব্ৰাজক আৰু বিদেশী পৰিব্ৰাজকসকলৰ উপৰি বাণিজ্যও চলিছিল। এনে স্থলপথবিলাকৰ প্ৰথমবিধ গিৰিপথ বা গিৰি সংকট, দ্বিতীয়বিধ স্থলপথ সমতলভিত্তিক, তৃতীয় পথ হ'ল নৈ পথ। এই পথবিলাক হ'ল—

(১) গংগাৰপৰা ব্ৰহ্মপুত্ৰলৈ-ব্ৰহ্মপুত্ৰৰ বুকুৰেদি নৈ পথ। বৰাহৰূপী বিষ্ণু, নৰক, নৰকৰ মাতৃ, বশিষ্ঠ আদি নৈ পথেদি কামৰূপলৈ আহিছিল।

(২) স্থলপথ—- গংগাৰ অববাহিকাৰপৰা বংগৰ পূব প্ৰান্তইদি মণিপুৰৰ মাজভাগ আৰু সম্ভৱ ম্যানমাৰলৈ। এই পথ বংগৰপৰা নেপাল, ভুটানৰ মাজেদি তিব্বতৰ লগত সংযুক্ত।

(৩) ব্ৰহ্মপুত্ৰ উপত্যকাৰ সৌমাৰ পীঠ (উজনি অসম)ৰ মাজেদি পাটকাই পৰ্বত পাৰ হৈ ইউনান পৰ্যন্ত। 'ষ্টিলৱেল পথ' এই পথৰ আধুনিক ৰূপ। এই পথ বৰ্তমান বন্ধ।

(৪) এই পথটো আৰ্যাৱৰ্তৰ পাটলিপুত্ৰ, ভাগলপুৰ (চম্পা), কজংগমল (ৰাজমহল), গৌড়বৰ্ধন হৈ কামৰূপৰ প্ৰাগজ্যোতিষপুৰলৈ সংযুক্ত। এই পথটো প্ৰাগজ্যোতিষপুৰৰ পৰা নৌকাৰে পাৰ হৈ মধ্য অসমৰ দক্ষিণ ভাগৰ লগত সংযুক্ত হ'ব পাৰে। নাইবা ব্ৰহ্মপুত্ৰইদি উজাই গৈ দিখৌমুখেদি উজনিৰ পথৰ

লগত সংযুক্ত হ'ব পাৰে।

প্ৰাগজ্যোতিষপুৰৰপৰা এটা পথ উত্তৰ পাৰেদি গোঁহাই-কমল আলিয়েদি নাৰায়ণপুৰলৈ আৰু আন এটা পথ ব্ৰহ্মপুত্ৰৰ দক্ষিণে ডিমৰুৱাহৈ মাইবঙেদি মণিপুৰ হৈ ম্যানমাৰলৈ সংযুক্ত। এই পথ শ্ৰীহট্ট আৰু ত্ৰিপুৰালৈ সংযুক্ত।

(৫) আন এটা পথ প্ৰাগজ্যোতিষপুৰৰপৰা পুৰণি ম্লেচ্ছ ৰাজ্যৰ ৰাজধানী হাৰুপেশ্বৰ (বা হাটকেশ্বৰ)লৈ। বৰ্তমান তেজপুৰৰ পাৰ্শ্ববৰ্তী অঞ্চলেদি পাৰ হৈ এই পথটোৰেই পিছত নৰনাৰায়ণৰ দিনত গোঁহাই-কমল আলি হিচাপে নাৰায়ণপুৰলৈ সম্প্ৰসাৰিত হৈছিল।

(৬) প্ৰাগজ্যোতিষপুৰৰপৰা ডিমৰুৱা হৈ মাইবং আৰু মণিপুৰলৈ থকা পথটোৰ উপৰি ডিমৰুৱাৰপৰা জয়ন্তীয়া ৰাজ্যৰ মাজেদি শ্ৰীহট্টলৈ এটা পথ আছিল বুলি অনুমান কৰিব পাৰি. এই পথেদিয়েই জয়ন্তীয়াসকলৰ মাজত আৰ্য-ধৰ্ম আৰু ভাষা ব্যাপ্ত হৈছিল বুলিব পাৰি।

(৭) মণিপুৰৰ মাজেদি এটা পথ ভামোৰ লগত সংযুক্ত, উপৰোক্ত পাটকাই পাৰ হৈ যোৱা পথ আৰু আৰাকান পৰ্বতৰ গিৰিপথেদি যোৱা পথ এই তিনিওটাই ম্যানমাৰ ভামো নগৰীৰ লগত সংলগ্ন। ভামোৰপৰা বাকী পথবোৰ চীন, লাওছ আৰু কম্প্যুচিয়া আৰু থাইলেণ্ডৰ লগত সংযুক্ত।

(৮) আন এটা পথ কোচ ৰাজ্যৰ ৰাজধানী কোচবিহাৰৰপৰা লাচা পৰ্যন্ত আৰু লাচাৰ পৰাও মধ্য এছিয়া, ৰাছিয়া পৰ্যন্ত বিস্তৃত আছিল বুলি জনা যায়।

অসমৰপৰা আটাইতকৈ পুৰণি সংযোগ পথ মূলতঃ দুটা-এটা পাটকাই হৈ ভামোলৈ, আনটো মণিপুৰ হৈ টাগাউঙ আৰু তাৰপৰা ভামোলৈ। আনহাতে অন্য ৰাজ্য বংগ, মগধ আদিৰ লগত সংযোগৰ আটাইতকৈ বহুল ব্যৱহৃত পথ আছিল ব্ৰহ্মপুত্ৰ-গংগাৰ নৈ পথ। ইতিহাসে চুকি পোৱা যুগত প্ৰাগজ্যোতিষপুৰৰ পৰা ভাস্কৰ বৰ্মাই ত্ৰিছ হেজাৰ নাও আৰু কুৰি হেজাৰ হাতী লৈ কাজংগল (ৰাজমহল)ত হৰ্ষবৰ্ধনক লগ কৰিবলৈ যোৱাৰ কথা বুৰঞ্জীয়ে কয়। এই জলপথেই আছিল অৰণ্যাবৃত প্ৰাগজ্যোতিষপুৰলৈ অহাৰ বাবে সহজ পথ। আক্ৰমণ-প্ৰত্যাক্ৰমণ আৰু বেহা-বেপাৰ এই পথেদিয়েই হোৱাৰ বিস্তৃত তথ্য ইতিহাসত আছে।

ওপৰৰ আলোচনাৰ ভিত্তিত আমি ক'ব পাৰোঁ যে স্থলপথ আৰু জলপথ উভয়েদি কামৰূপ-প্ৰাগজ্যোতিষপুৰৰ লগত চীন, তিব্বত আৰু আৰ্যাবৰ্তৰ মূল ভূখণ্ডৰ সম্পৰ্ক প্ৰতিষ্ঠা হৈছিল। সংযোগৰ অসুবিধাৰ কথা সেয়ে এক সভ্যতা বিস্তাৰৰ বাধা আছিল বুলি ভবাৰ যুক্তিযুক্ততা ক্ষীণ।

## ২.৬ প্ৰাচীন কামৰূপলৈ আৰ্যৰ প্ৰব্ৰজন পথ

আৰ্যসকল পশ্চিমৰপৰা পুবলৈ সম্প্ৰসাৰিত হৈছিল দুটা পথেদি। এটা জলপথ আৰু আনটো নিম্ন হিমালয়ৰ শীৰ্ণ, দুৰূহ পথ।

আৰ্যসকলে নাও চলাব জানিছিল। ঋক বেদত উসাথিয়ৰ পুত্ৰ বৰ্ষীয়ান দীৰ্ঘতমসৰ কথা উল্লেখ আছে যি শত পালযুক্ত নৌকা তিনিদিন ধৰি পানীয়েদি চলাইছিল। গতিকে নদীপথেদি গংগা উপত্যকাত সম্প্ৰসাৰণৰ সুযোগ থকাত প্ৰতিখন প্ৰসিদ্ধ প্ৰাচীন নগৰ গঢ় লৈ উঠিছিল নদীৰ পাৰে পাৰে। হস্তিনাপুৰ, ইন্দ্ৰপ্ৰস্থ, কৌশাম্বী (কোশাম্বী), বাৰানসী এনে সম্প্ৰসাৰণৰ উদাহৰণ (৬)। নদীৰ মাছ সহজলভ্য সম্পদ বাবেই নদী-পথেদি সম্প্ৰসাৰণ অধিকভাৱে অৰ্থনৈতিকভাৱে গ্ৰহণযোগ্য। তদুপৰি ই বাণিজ্যৰ ক্ষেত্ৰতো সহায়ক—বস্তু বিনিময় প্ৰথাতো এনে বাণিজ্য সম্ভৱ। আৰ্যসকলৰ সম্প্ৰসাৰণৰ প্ৰথম পৰ্বটো হিমালয় পৰ্বতৰ কাষে কাষে শীৰ্ণ পথেদি সম্ভৱ হৈছিল, সম্ভৱতঃ ইয়াৰো কাৰণ আছিল খৃঃ পূঃ দ্বিতীয় সহস্ৰাব্দ পৰ্যন্ত গংগা উপত্যকা গভীৰ অৰণ্যৰে ভৰি থকাটো। অটব্য অৰণ্য পৰিস্কাৰ কৰাতকৈ তুলনামূলকভাৱে হিমালয়ৰ নামনিয়েদি সংকীৰ্ণ পাহাৰীয়া পথেদি আগবঢ়াৰ সম্ভাৱনাৰ কথা কোসাম্বীয়ে উল্লেখ কৰিছে।

কিম্বদন্তি অনুসৰি অগাস্ত মুনিয়ে বিন্ধ্য অতিক্ৰমি দক্ষিণাপথলৈ আৰু বশিষ্ঠ মুনিয়ে কামৰূপলৈ আহিছিল আৰ্য ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে। বাৰাণসীৰ আৰ্য-বসতি বিস্তাৰৰ সময় খৃঃপূঃ ৮৫০ ৰ আগৰ বুলি ধৰিলে কামৰূপলৈ বশিষ্ঠ মুনিৰ আগমন তাৰ পিছৰ বুলি কোৱাৰো যুক্তিযুক্ততা গহীন নহয়, কাৰণ ধৰ্ম প্ৰচাৰৰ বাবে আৰ্য মুনি আৰু ব্ৰাত্য ক্ষত্ৰিয়— দুয়ো অনুসন্ধিৎসা, জ্ঞান আৰু সাহসৰে সমৃদ্ধ হোৱা বাবে অটব্য অৰণ্যৰ মাজেদিও আগবঢ়া সম্ভৱ। কম সংখ্যাত হ'লে এনে ঋষি প্ৰাচীন কামৰূপলৈ অহাটো অসম্ভৱ নহয়। কামৰূপৰ প্ৰাচীন বাসিন্দাসকলক হিন্দু সংস্কৃতিৰ সংস্পৰ্শলৈ অনাত এওঁলোকেই গুৰুত্বপূণ ভূমিকা পালন কৰিছিল।

অসমলৈ হোৱা প্ৰব্ৰজনৰ ক্ষেত্ৰত যে জনপদবিলাকৰ পাৰস্পৰিক সংঘৰ্যই অৰিহণা যোগাইছিল সেইটো সহজবোধ্য। গ্ৰাম্য জনজাতি সমাজৰ পতন আৰু বৃহৎ ৰাজ্যৰ বিকাশত অৰিহণা যোগোৱাই নহয় এনে সংঘাতে অনাৰ্য ৰাজবংশৰ উত্থান আৰু অধিকতৰ পূৰ্ব প্ৰান্তলৈ হোৱা প্ৰব্ৰজনতো অৰিহণা যোগাইছিল। বৌদ্ধ ধৰ্মৰ উত্থান,

---

৬ কোসাম্বীয়ে উল্লেখ কৰিছে-- *"Once the ores were found, it was easy to extend the chain of foothills settlement to the river by a land route going as far as the jungle allowed land cleaning to proceed The hypothesis is not so wild as it might seem* পৃঃ ৯০, উক্ত গ্ৰন্থ।

বিম্বিসাৰৰ পিছৰ যুগৰ তীব্ৰ ক্ষমতাৰ সংঘাত আৰু কোলিয়ান তথা বজ্জিয়ানসকলৰ পতন আৰু প্ৰব্ৰজনৰ ঘটনাবলী সমসাময়িক। বিদুদভ আৰু অজাতশত্ৰুৰ যুদ্ধ আৰু অজাতশত্ৰুৰ উত্থান আৰু অজাতশত্ৰুৰ নাতি উদয়নে পাতলিপুত্ৰত ৰাজধানী পাতি হিন্দু ৰাজতন্ত্ৰৰ ভিত্তি গজগজীয়া কৰা কাৰ্যই পূৰ্বৰ ক্ষুদ্ৰ ক্ষুদ্ৰ পূব-প্ৰান্তীয় ৰাজ্যবোৰ ধ্বংস হোৱাৰ মূল কাৰণ। বিদুদভ আছিল শাক্য মহানামৰ দাসী পত্নী নাগমুণ্ডাৰ কন্যা বাসৱ ক্ষত্ৰিয়া, কিন্তু বিদুদভে মাতৃল বংশৰ ওপৰত প্ৰতিশোধৰ সংকল্পেৰে যুদ্ধ কৰিছিল। প্ৰসেনজিতে নিজ ভগ্নীৰ যৌতুকত দিয়া কাশী পুনৰ অধিকাৰৰ বাবে অজাত শত্ৰুৰ লগত যুদ্ধ কৰিছিল। প্ৰসেনজিতক অপসাৰিত কৰি বিদুদভ ৰজা হৈয়েই একেদৰে শাক্য আৰু বজ্জিয়ানসকলৰ ওপৰত আক্ৰমণ অব্যাহত ৰাখিছিল যদিও অকাল বানপানীত বিদুদভ সৈন্যে উটি যোৱাত প্ৰসেনজিতৰ ৰাজ্য সহজে অজাতশত্ৰুৰ হাতলৈ যায়। অজাতশত্ৰুৱে মল্ল, লিচ্ছবি (বজ্জিয়ান) আদি জনজাতিৰ সংযুক্ত ক্ষুদ্ৰ ৰাজ্যবোৰ একালৰপৰা জয় কৰি এখন শক্তিশালী সাম্ৰাজ্য গঢ়ি তুলিলে। অজাতশত্ৰুৰ নাতি উদয়নে পাতলিপুত্ৰত ৰাজধানী কৰি পূব ভাৰতত যি সাম্ৰাজ্যৰ পাতনি মেলিলে তাৰ অসম্পূৰ্ণ কামখিনি নন্দ বংশৰ মহাপদ্ম নন্দই কুৰু, পাঞ্চালআদি ৰাজ্য জয় কৰি সম্পূৰ্ণ কৰিলে। খৃঃ পূঃ ৩৫০ ৰ ভিতৰত সম্পূৰ্ণ হোৱা এই সাম্ৰাজ্য গঢ়া তথা জনজাতি সমাজ ধ্বংস কাৰ্যৰ পিছত পূব ভাৰতৰ ৰাজবংশৰ চৰিত্ৰও সলনি হৈছিল। প্ৰখ্যাত ইতিহাসবিদ কোসাম্বীৰ মতে ইয়াৰ পিছৰ ৰজাসকল চৰিত্ৰ শূদ্ৰৰ দৰে, অৰ্থাৎ অনাৰ্যমূলীয়া (৭)

এই সময়ত ব্ৰাহ্মণসকল সন্ন্যাসী হোৱা বা ঋষি হোৱাৰ লগত আজিৰ জাত ব্যৱস্থাৰ দৰে কোনো কটকটীয়া বৃত্তিগত বিভাজন আছিল বুলি মানি ল'ব নোৱাৰি। কোসাম্বীয়ে লিখিছে : The Brahmin need not even there be a hermit as he would be accompanied by one or more wives and a group of disciples, moreover he lived in the forest by pasturing cattle and food gathering (without taking any life) according to the rules that survive (৮) আৰ্থাৰ লিলিয়ে এই মতকে সমৰ্থন কৰি কৈছে— The Bralhmins ate flesh and had many wives Every new yeat there was a great synod of them They dwelt in groves near the great cities, on couches of leaves and skin " (৯)

মেগাস্থিনিচৰ টোকা অনুসৰি খৃঃপূঃ ৩০২ ৰপৰা ২৯৮ ৰ ভিতৰত বৌদ্ধসকল

---

৭ কোসাম্বীৰ *An Introduction to the study of Indian History* গ্ৰন্থ। পৃঃ ১৬৮।

৮ উক্ত গ্ৰন্থ, পৃঃ ১৬৮

৯ *Arthur Lillie, The Budha* ১৯৭৪ সংস্কৰণ, পৃঃ ১৬২

জংঘল আৰু পাহাৰীয়া অঞ্চলতহে বাস কৰিছিল। আনকি ৰাজকীয় পুৰোহিত (ব্ৰাহ্মণ)সকলেও নগৰৰ বাহিৰত অৰণ্যত বাস কৰিছিল আৰু জন্তুৰ ছাল তথা তৃণৰ শয্যাত শুইছিল।

## ২.৬ অনাৰ্য সাম্ৰাজ্যৰ উত্থান

মগধৰ উত্থান আৰু অনা-আৰ্যসকলৰ উত্থান একে মাত্ৰাৰ ঘটনা। ব্ৰাহ্মণ্য ধৰ্মৰ সম্প্ৰসাৰণ আৰু আৰ্যীকৰণৰ বিৰুদ্ধে পুব ভাৰতৰ অনা-আৰ্য গোষ্ঠীবিলাকে যি প্ৰতিক্ৰিয়া দেখুৱাইছিল সি অনাৰ্য গোষ্ঠীবোৰৰ প্ৰভাৱ ধৰ্মৰ ক্ষেত্ৰতো পৰাত নিশ্চিত অৰিহণা যোগাইছিল। নন্দ, মৌৰ্য আৰু শিশুনাগ বংশৰ আক্ৰমণ আৰ্যসকলৰ বিৰুদ্ধে অতি শক্তিশালী আছিল। মহাপদ্ম নন্দক দ্বিতীয় পৰশুৰাম বোলাৰ আঁৰত তেওঁৰ ক্ষত্ৰিয় (আৰ্য) নিধন কাৰ্যই ক্ৰিয়া কৰিছিল। নন্দ বংশৰ পতনৰ পিছতে মগধৰ সিংহাসনত আৰোহণ কৰা চন্দ্ৰগুপ্তই প্ৰথমে ব্ৰাহ্মণ্য ধৰ্ম গ্ৰহণ কৰিছিল যদিও পিছলৈ জৈন ধৰ্মৰ প্ৰতিহে আনুগত্য প্ৰদৰ্শন কৰিছিল (১০)। চন্দ্ৰগুপ্তৰ পিছত নাতিয়েক অশোকে বৌদ্ধ ধৰ্মৰ পৃষ্ঠপোষকতা কৰি ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰাধান্য প্ৰায় লুপ্তই কৰিছিল। নন্দ বংশৰ ৰাজত্বকালতে বেদ, মহাকাব্য আৰু পুৰাণ বৰ্ণিত কুৰু, ইক্ষাকু, অৱন্তী, কাশী আদি আৰ্য-ক্ষত্ৰিয় ৰাজ্যবোৰৰ পতন ঘটিছিল। চাৰিশ খৃঃ পূঃৰ পিছৰ প্ৰায় এহেজাৰ বছৰ ধৰি ৰাজত্ব কৰা নন্দ, মৌৰ্য, গুপ্ত, অন্ধ্ৰ, পল্লৱ, বৰ্ধন আৰু পাল বংশক অনা-আৰ্য বা অক্ষত্ৰিয় বুলি অনুমান কৰা হয় (১১)। অশোকৰ বিপুল ধৰ্ম প্ৰচাৰ অভিযানেও কামৰূপক স্পৰ্শ কৰা নাছিল। ফাহিয়ানৰ ভ্ৰমণকাল পৰ্যন্ত পাতলিপুত্ৰৰ পুবলৈ বৌদ্ধ ধৰ্মৰ বিস্তাৰ নাইবা বিপুল প্ৰব্ৰজনৰ কোনো তথ্য নাই (১২)।

গুপ্ত যুগত কামৰূপৰ এটা অংশ সমুদ্ৰগুপ্তৰ প্ৰত্যক্ষ শাসনৰ অধীনলৈ অহাৰ আগতে কামৰূপলৈ হোৱা প্ৰব্ৰজনৰ স্বৰূপ আছিল এনে ধৰণৰ ঃ

(১) কিৰাত আৰু নিষাদসকলৰ প্ৰসাৰণ।

(২) বুদ্ধদেৱৰ সমসাময়িক তথা ঠিক পিছৰ কালত কোলিয়ান আৰু অন্যান্য পূৰ্ব ভাৰতৰ লোকৰ প্ৰব্ৰজন।

(৩) বৌদ্ধ শ্ৰমণ, শৈৱ সিদ্ধ তথা ব্ৰাহ্মণৰ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে প্ৰব্ৰজন।

(৪) হিউৱেন চাঙে উল্লেখ কৰিছে কামৰূপত এটিও বৌদ্ধ বিহাৰ বা সঙ্ঘাৰাম নথকাৰ কথা। কিন্তু অগণন দেৱ-দেৱীৰ মন্দিৰ আছিল। বৌদ্ধসকলে নিজ ধৰ্ম গোপনে বা ব্যক্তিগতভাৱে পালন কৰিছিল।

---

১০ *The Aryanisation of India*, পৃঃ ৮৬।

১১ দ্ৰষ্টব্য *The Aryanisation of India*, পৃঃ ১১৭।

১২ H A Giles ৰ *Travels of Fa-Hien*, পৃঃ ৬৪-৬৫ দ্ৰষ্টব্য।

## ২.৭ অসমলৈ উচ্চ বৰ্ণৰ প্ৰব্ৰজন

পৰশুৰাম, কণ্ব, বশিষ্ঠ আদি আৰ্য ঋষিসকলৰ আগমন অসমলৈ কেনেকৈ ঘটিল তাক সঠিকভাৱে ক'ব পৰা নাযায় আৰু সঠিক সময়ো নিৰ্ণয় কৰা টান। গুপ্ত যুগত হিন্দু সভ্যতা-সংস্কৃতিৰ কামৰূপলৈ প্ৰসাৰ ঘটাৰ আগতেই অৱশ্যে এজন দুজন ব্ৰাহ্মণ নাইবা সৰু যুথবদ্ধ ব্ৰাহ্মণ কামৰূপলৈ আহি থলুৱা ধৰ্মৰ প্ৰাবল্যৰ প্ৰকোপত স্লেছাচাৰী হৈ পৰিছিল। পশুৰামৰ অভিশাপ আৰু জড়িত উপকথাৰ লগত মূলতঃ লোৰ কুঠাৰধাৰী এচাম ব্ৰাহ্মণৰ প্ৰব্ৰজনৰ কথাকে সদৰি কৰে। ইন্দ্ৰপালৰ তাম্ৰ শাসনত পৰশুৰাম গোষ্ঠীৰ ব্ৰাহ্মণৰ অস্তিত্বৰ উল্লেখ আছে।

অসমত ব্ৰাহ্মণৰ পিছতে উচ্চ জাতৰ দাবীদাৰ কলিতাসকলক কোলিয়ানসকলৰ বংশজ বুলি অনুমান কৰা হয়। ড. বাণীকান্ত কাকতিয়ে তেওঁৰ কলিতা জাতিৰ ইতিবৃত্ত ৰচনাত এই কোলিয়ানসকলক কলিতা জাতিৰ পূৰ্বপুৰুষ বুলি ঠাৱৰ কৰিছে।

কোলিযানসকল ইতিহাসপ্ৰসিদ্ধ হৈছে বুদ্ধদেৱৰ মাতুল বংশ হিচাপে। সুপ্ৰবুদ্ধ বুদ্ধদেৱৰ মোমায়েক আৰু যশোধৰাৰ পিতৃ। সেয়ে পিছলৈ শহুৰেক। বৌদ্ধ ধৰ্মগ্ৰন্থ অনুসৰি সুপ্ৰবুদ্ধ আৰু দেৱদত্ত (সুপ্ৰবুদ্ধৰ পুত্ৰ)— বুদ্ধদেৱৰ ভ্ৰাতৃ উভয়ে কোলিয়ান আৰু উভয়ে বুদ্ধদেৱৰ লগত সংঘাতলৈ আহিছিল। উপকথা অনুসৰি উভয়ে বুদ্ধদেৱৰ বিৰুদ্ধে অন্যায় কৰাৰ পৰিণতি স্বৰূপে তেওঁলোকক ধৰিত্ৰীয়ে গ্ৰাস কৰে। ধৰিত্ৰীয়ে গ্ৰাস কৰাৰ অৰ্থ পৃথিৱীৰ অজান স্থানলৈ অন্তৰিত হোৱাটোও হ'ব পাৰে।

কোসাম্বীয়ে কোলিয়ানসকলক নাগসকলৰ দৰেই বুলি অভিহিত কৰিছে : The Kolians as a whole often counted among the aboriginals with the generic label Nagas The Sakyam fighting with them over the water of the Rohini river, had naturally no compunction in poisioning that water, against all rules of water among Aryans." (১৩)। ৰোহিণী নৈৰ পানীক লৈ হোৱা এই বিবাদ মীমাংসা কৰিছিল বুদ্ধদেৱে।

মগধ আৰু বজ্জীয়ান (লিচ্ছবী) সাম্ৰাজ্যৰ যুদ্ধখন জৈন সাহিত্যত শিলেৰে কৰা শেষ যুদ্ধ বুলি অভিহিত কৰিছে। মগধৰাজ অজাতশত্ৰু যাক কুনিয়া বুলিও জনা যায়, লিচ্ছবীসকলৰ বিৰুদ্ধে দুবাৰকৈ যুদ্ধত লিপ্ত হৈছিল। মহাশিলকাটাৰ এই যুদ্ধত লিচ্ছবী নায়ক চেদাগে পৰাজিত হৈ আত্মহত্যা কৰে— লিচ্ছবীসকল নেপাললৈ পাছু হুহকি যায়। সত্তৰ হাজাৰ লিচ্ছবী চৌদিশে কৰিং ছিটিকা দিয়াৰ কাহিনী সুবিদিত। জৈন সাহিত্য আৰু এইচ এল বাছমৰ মতৰ ওপৰত ভিত্তি কৰি দেৱীপ্ৰসাদ চট্টোপাধ্যায়ে মত প্ৰকাশ কৰিছে যে সম্পূৰ্ণৰূপে লিচ্ছবীসকল বিধ্বস্ত হোৱা নাছিল (১৪)।

---

*১৩ কোসাম্বী, উক্ত গ্ৰন্থ, পৃঃ ১০৯।*

*১৪ দেৱী প্ৰসাদ চট্টোপাধ্যায়, Lokayata— A study in Ancient Indian Materialism, Peoples Publishing Home, 1992 Editon, P– 176*

অজাতশত্ৰুৰ বিবাদ কিন্তু ইমানতে সমাপ্ত হোৱা নাছিল। বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণৰ পিছত তেওঁৰ দেহাৱশেষ বা অস্থিৰ বাবে আঠটা ক্ষত্ৰিয় সম্প্ৰদায়ৰ মাজত যি বিবাদৰ সূত্ৰপাত হয় তাত কোলিয়ানসকলৰ আবেদনৰ কথা মহাপৰিনিৰ্বাণ সুত্তৰ পালি ভাষাত ৰচিত সূত্ৰৰ আধাৰত দাঙি ধৰিছে। সূত্ৰটো হ'ল—

ভগৱা পি খত্তিয়ো,
ময়ং পি খত্তিযা।
ভগৱতো শৰীৰাণাং ভাগং
ময়ং পি ভগৱতো শৰীৰাণাং থুপাঞ্চ
মহাঞ্চ কৰিস্সামীতি।

ভগৱান বুদ্ধৰ শৰীৰৰ অংশৰ ভাগ পোৱা সকলৰ মাজত আছিল নিম্নোল্লেখিত আঠটা গোষ্ঠী— এইকেইটা হ'ল শাক্য (কপিলাবস্তু), কোলিয় (ৰামগ্ৰাম), বুলি (স্বল্লকল্প), ভগ্‌গ (সুং-সুমাৰগিৰি), কালাম (কেসপুত্ত), মোৰিয (পিপ্‌কলিবন), মল্ল (কুশীনাৰ), লিচ্ছবী (বৈশালী)।

বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণৰ পিছত সাতোটা গোষ্ঠীয়ে স্তুপবান্ধি সংৰক্ষণ কৰা অস্থিৰ অংশ সংগ্ৰহ কৰাৰ বাবে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰা অজাতশত্ৰুৱে ৰাজগৃহত নিৰ্মাণ কৰে বিশাল বৌদ্ধস্তুপ। কিন্তু ৰামগ্ৰামস্থিত কোলিয়সকলৰ অস্থি অজাতশত্ৰুৱে বাৰে বাৰে চেষ্টা কৰিও সংগ্ৰহ কৰিব নোৱাৰিলে। চীনা পৰিব্ৰাজক ফা-হিয়ান আৰু হিউয়েন চাং উভয়ে ৰামগ্ৰামলৈ গৈছিল। তেওঁলোকৰ কাহিনীত নাগ এটিয়ে ৰামগ্ৰামৰ স্তুপত পহৰা দি থকাৰ কথা আছে। হিউয়েন চাঙৰ টোকাত পহৰাৰত নাগবোৰে দিনত মানুহৰ ৰূপ ধৰি থাকে আৰু স্তুপৰ সন্মান ৰক্ষা কৰি থাকে বুলিহে বৰ্ণনা কৰিছে। নাগ বংশৰ কথাটো সেয়ে উপকথা নহয়— পূৰ্ব ভাৰতৰ প্ৰসিদ্ধ নাগ জনজাতিৰ লোকসকলকে বিভিন্ন ধৰণে বিভিন্ন স্থানত ব্যাখ্যা কৰা দেখা যায়।

জনজাতিসকলৰ এই ফৈদটোৰ টোটেম নাগ আছিল বুলিও অনুমান কৰিব পাৰি। কোলিয়ানসকলৰ ক্ষেত্ৰত 'কোল' (বগৰী গছ) এক টোটেম বুলি অনুমান কৰিব পাৰি। বুদ্ধদেৱ শাল গছৰ তলত জন্মিছিল। শাক্যৰ টোটেম বৃক্ষ শাল। মাতৃতান্ত্ৰিক দেৱী লুম্বিণী (যাৰ নামত লুম্বিনী উদ্যান স্থাপিত)ৰ প্ৰতীকী বৃক্ষ লুম্বিনী বা ৰুম্মিণী বা ৰুম্মিনদেৱী। মানুহে বৌদ্ধ ধৰ্ম বাদ দিলে; কিন্তু ৰুম্মিনীদেৱী এতিয়াও থলুৱাভাৱে পূজিত হয়। সন্দেহ নাই যে নাগ দমনৰ ইতিহাস পূৰ্ব ভাৰতত আৰ্য বসতি বিস্তাৰৰ ইতিহাস। শ্ৰীকৃষ্ণৰ প্ৰখ্যাত কালীয় নাগ দমনৰ আখ্যান, পাণ্ডৱৰ ইন্দ্ৰপ্ৰস্থ নিৰ্মাণ পৰ্বত তক্ষক নাগৰ প্ৰতিক্ৰিয়া আৰু কুৰু-পাণ্ডৱৰ যুদ্ধত কৌৰৱৰ মিত্ৰ হিচাপে এক মাত্ৰ এজন নাগৰ অংশগ্ৰহণ, শিশু নাগ বংশৰ উত্থান, নাগ বংশীয় ৰামগ্ৰামত বুদ্ধ স্তুপত পহৰা দিয়া কাৰ্যৰ কাহিনী সামঞ্জস্যপূৰ্ণ; ইয়াত অলৌকিকতা একো নাই। এইবোৰ কাহিনীয়ে মাত্ৰ এইটো প্ৰতিপন্ন কৰে যে

জনজাতি নাগসকলৰ অস্তিত্ব আছিল সন্মানজনক আৰু তেওঁলোক কৃষি-কৰ্ম তথা যুদ্ধ উভয়তে পাৰ্গত আছিল।

অসমলৈ অহা বৌদ্ধসকল উৎপীড়িত বৌদ্ধ বুলি ড কাকতিয়ে বেডেন-পাৱেলৰ মতক সাৰথি কৰি মত প্ৰকাশ কৰিছে। এই পীড়ন মত পাৰ্থক্যৰ বাবে দেৱদত্ত আৰু সু প্ৰবুদ্ধৰ দিনতে আৰম্ভ হৈছে। অজাতশত্ৰুৰ প্ৰথম যুদ্ধ, দ্বিতীয় যুদ্ধ, লিচ্চৱীসকলৰ নেপাললৈ পলায়ন, স্তুপৰ অস্থি বিচাৰি ৰামগ্ৰামত অজাতশত্ৰুৰ বাৰম্বাৰ হেঁচা, হিন্দু গুপ্ত বংশ আৰু মিত্ৰ তথা শুঙ্গ বংশৰ ৰাজত্বকালত হিন্দু সভ্যতাৰ উত্থান— এই সকলোবোৰ কাহিনীয়ে বৌদ্ধসকলৰ এটা অংশৰ প্ৰব্ৰজনৰ হেতু বিলাকলৈ আঙুলি নিৰ্দেশ কৰে। জনজাতি সমাজৰ ভাঙোন আৰু স্থায়ী কৃষিৰ বিস্তাৰৰ বাবে এনে প্ৰব্ৰজনে পথ সুগম কৰি দিছিল।

ভাস্কৰ বৰ্মনৰ ৰাজত্বকালত অসমত থকা বৌদ্ধসকলে গোপনে আৰু ব্যক্তিগতভাৱে বৌদ্ধ ধৰ্ম পালন কৰাটোৱে নিজাভাৱে ধৰ্ম পালন কৰা অহিংসাবাদীসকললৈ আঙুলিয়ায়। তেওঁলোকে বিহাৰ নিৰ্মাণ কৰা নাছিল। ঘৰুৱাভাৱে বৌদ্ধধৰ্ম পালন কৰা এইসকল কোনো নহয় কোনো কাৰণত বিহাৰ আৰু সংঘকেন্দ্ৰিক পন্থাৰপৰা আঁতৰি অহাৰ কোনো হেতু থাকিব পাৰে এই বিষয়ে অধিক গৱেষণাৰ প্ৰয়োজন।

কলিতাসকলৰ প্ৰাচীন ধৰ্ম যিয়েই নহওক তেওঁলোকে যে পশ্চিমৰপৰা আহোঁতে পূব ভাৰতৰ থলুৱা কৃষি-জ্ঞান কঢ়িয়াই আনিছিল তাত সন্দেহৰ অৱকাশ নাই।

২ ৮ এইটো বৰ্তমান বিতৰ্কমূলক বিষয় নহয় যে ভাৰতীয় সমতল ভূমিত বা সিন্ধু গংগা-যমুনাৰ তীৰবৰ্তী অঞ্চলসমূহত যি গতিৰে জন-জাতি সমাজ ভাগি নতুন শ্ৰেণী-বিভাজিত সমাজ সৃষ্টি হৈছিল, তেনে বিভাজন-প্ৰক্ৰিয়া নাঙল আৰু পোহনীয়া গো-মেষ-ম'হৰ প্ৰচলন নথকা পাৰ্বত্য অঞ্চলত নাইবা বৰ্ষাৰণ্যৰ মাজত হ'ব নোৱাৰে। তেনে বিভাজন সুদূৰ অতীজতে কেৱল নৈ কাষৰীয়া মুকলি সমতল আৰু তৃণ-ভূমিতহে সম্ভৱ হৈছিল।

আমি দেখা পাওঁ ঋকবেদৰ যুগত পশুপালন ব্যাপক আছিল (১ ১১৪.৯)। ইয়াৰপৰা সিহঁত তৃণভূমিলৈ— সম্ভৱতঃ ভাৰতৰ বাহিৰৰ সমতল তৃণভূমি আৰু সিন্ধু উপত্যকাৰ পঞ্চনদীৰ সমতল অঞ্চলত তেওঁলোকে আৰম্ভ কৰিছিল ভ্ৰমণ (১.৪২)। ঋকবেদত সোণৰ অলংকাৰ (১৫), চিকিৎসক, কাঠমিস্ত্ৰি, কমাৰ, বণিক আৰু চহকী

১৫ ৮ ঋক ৪৬ ৩৩ দ্ৰষ্টব্য :

অধ স্যা যোষণা মহী প্ৰতীচী বশমশ্ব্যম।

অধিৰুক্মা বি নীয়তে।।

অৰ্থ : এতিয়াই তেওঁলোকে স্বৰ্ণালংকাৰ বিশিষ্ট, পূজনীয় কন্যাক অশ্বৰ পুত্ৰ বশ কৰিবৰ বাবে আনিছে।

১০ ৩৯ ১০ ঋকতো স্বৰ্ণালংকাৰৰ কথা উল্লেখ আছে।

লোকৰ কথা উল্লেখ আছে। শ্ৰম বিভাজন প্ৰকৃতাৰ্থত ঋকবেদৰ যুগতে সম্ভৱ হৈছিল (১৬)। কপাহী সূতা বোৱা (১.১০৫.৮) আৰু উলৰ সূতা বোৱা (১০.২৬) ৰ কথা উল্লেখ থকালৈ চাই তাঁতীৰ বিকাশ হৈছিল। ৰাজতন্ত্ৰৰ বিকাশ হৈছিল আৰু ৰজাক জনপদ (ভূমি)ৰ মালিক বা অধিকাৰী বুলি গণ্য কৰা হৈছিল (১০. ১৭৩. ১) (১৭)। প্ৰখ্যাত সমাজ-ৰাজনৈতিক তত্ত্ববিদ ভূপেন্দ্ৰ নাথ দত্তই মন্তব্য কৰিছে যে এই পৰ্যন্ত ৰজা নিৰ্বাচিত হোৱাৰ কোনো ইঙ্গিত নাই। ৰজা উত্তৰাধিকাৰ সূত্ৰে ভূমি (জনপদ) ৰ অধিকাৰী হোৱাৰ উল্লেখ পুৰু বংশৰ ক্ষেত্ৰত আছে (১৮)। ঋকবেদত কৃষি, কৃষিভূমি আৰু কৃষকৰ কথা উল্লেখ আছে। (৬ ২৫. ৪; ৮, ২২, ৬; ১৩. ২৭. ৯; ১০. ৩৪. ১৩; ১০. ১১৭ ৭, ১০ ১৪৬. ৬ দ্ৰষ্টব্য)

উদাহৰণস্বৰূপে ১০ ১৪৬ সূক্তৰ ষষ্ঠ ঋকত আছে কৃষক অৰণ্যানিৰ শত্ৰুস্বৰূপ: কৃষক য'ত আছে তাত অৰণ্য নাই, মৃগ য'ত চৰে তাত মৃগৰ খাদ্য আছে, কৃষক নাই।

'আঞ্জন গন্ধিং সুৰভিং বহু ন্নামকৰীবলাম্।
প্ৰাহং মৃগাণাং মাতৰ মৰণ্য নিম শংসিষম।।'

—মৃগনাভিৰ দৰে অৰণ্যানিৰ কত সৌৰভ, আহাৰ তাত বিদ্যমান— তাত কৃষক লোক নাই। অৰণ্যানি হৰিণৰ জননীস্বৰূপ। এইদৰেই মই অৰণ্যানিৰ বৰ্ণনা কৰিলো।।

দশম মণ্ডলৰ ১৭.৭ ঋকত নাঙলৰ ক্ষমতাৰ বৰ্ণনা অতি চমৎকাৰ,

'কৃষানিৎফাল আনিতং কৃণ্যোতি যন্নধ্বানমপ
বৃংক্তে চৰিত্ৰৈঃ। বদন্ ব্ৰহ্মাবদতো বনীয়ান্
পৃণন্নাপিৰ পৃণন্তমভি ষ্যাৎ।।

— নাঙলে কৃষি কৰ্ম কৰে উৎপাদন কৰে অন্ন উৎপাদন কৰে; আপোন পথে গমন কৰে আৰু শস্য উৎপাদন কৰে। পুৰোহিত যদি জ্ঞানী হয়, তেন্তে তেওঁ

---

*১৬ ৯-১১২- ১-৪ আৰু ১০-৯৩-১২ ঋক দ্ৰষ্টব্য*

*১৭ 'আ ত্বাহাৰ্ষমন্তৰেধি ধ্ৰুৱতিষ্ঠাবিচাচলিঃ।*
*বিশস্ত্বা সৰ্বাবাহুন্তু মা ত্বদ্ৰাষ্ট্ৰমধি ভ্ৰশং।।'*

*— হে ৰাজন! তোমাক ৰাজ পদত অধিষ্ঠিত কৰিলো। তুমি এই জনপদৰ প্ৰভু হোৱা, অটল অবিচলিত আৰু স্থিৰ হৈ থাকা।*

*১৮ ত্বং বৃক্সো ধৃষতা বীতহব্যং প্ৰাকে বিশ্বাভিৰুতিভিঃ*
*সুদাসম। প্ৰ পৌৰুকুৎসসিং এসদ স্যমাৰঃ*
*ক্ষেত্ৰস্যতা বৃত্ৰহত্যেষু পুৰুম।। (৭ ১৯. ৩)*

*— হে বৰ্ধক, সুদাসক ৰ্বৰ্ধক বস্তুৰ দ্বাৰা সামগ্ৰিকভাৱে ৰক্ষা কৰা, বৃত্ৰত ভূমিলাভৰ বাবে পুৰুকুৎসৰ পুত্ৰ ত্ৰসদস্যুক আৰু পুৰুক ৰক্ষা কৰা।*

মূৰ্খতকৈ শ্ৰেষ্ঠতৰ। একেদৰে দাতাব্যক্তি অদাতাৰ উপৰিৱৰ্তী।।

আমি অন্যদিশবিলাক লৈ ইয়াত চৰ্চা কৰা নাই। মাত্ৰ নাঙলৰ ব্যৱহাৰে কিদৰে এক উন্নত পৰ্যায় বা উৎপাদনশীল পৰ্যায় পাইছিল তাৰহে উল্লেখ কৰিছো। নাঙল এইদৰে ব্যৱহাৰ নহ'লে অৰণ্যানি ভঙা বা ধ্বংস কৰা, অৰণ্যবাসী (নিষাদ অথবা কিৰাত) সকলক বিতাড়িত কৰা, পুৰোহিত শ্ৰেণীক অন্নদান কৰা— একেবাৰেই সম্ভৱ নহয়। আনহাতে, ব্যক্তিগত সম্পত্তি (ভূমি, অলংকাৰ আদি)ৰ ধাৰণা গঢ় লৈ উঠাৰ ফলত সুপ্ৰাচীন মাতৃতান্ত্ৰিক ব্যৱস্থা— যিবোৰক মূলতঃ নিষাদ কিম্বা কিৰাতসকলৰ কৃষ্টি বুলি গণ্য কৰা হয়, আৰ্যবিলাকৰ মাজতো যিবোৰ অতি প্ৰাচীন অৱস্থাত আছিল, সেই মাতৃতান্ত্ৰিক ব্যৱস্থাৰ ধ্বংসসাধনো সম্ভৱ হয়।

বেদৰ যুদ্ধত চহকী শ্ৰেণীৰ (মাঘৱন)ৰ বিকাশ, পুৰোহিত বা ঋষিসকলক অজস্ৰ মূল্যবান সম্পদ দান তথা সম্পদৰ ওপৰত ব্যক্তিগত অধিকাৰৰ অলেখ স্থানত উল্লেখ পাওঁ (৭. ১৮ ২২-২৩, ৮. ৪৬ ২১-২২-২৮) চহকীসকলৰ মাজতো আনকি এই যুগতে স্তৰ বিভাজন হৈছিল, চহকী বা কম ধনবানসকলে বেছি চহকী সকলক বন্দনা কৰিছিল (১৯)। এই সূক্তবে নৱম ঋকত মানুহৰ মাজত সৃষ্টি হোৱা অসমতাৰ সুন্দৰভাৱে উল্লেখ কৰা হৈছে। সম্পদৰ পাৰ্থক্য ইমানেই তীব্ৰতৰ হৈছিল যে যাক প্ৰণয়নকাৰী ঋষি সকলে মূল্যবান গৃহ, সম্পদ, গাভী আদি বিচাৰিও বন্দনা কৰিছিল।

ঋক বেদৰ যুগটো ব্ৰঞ্জৰ যুগ বুলি অভিহিত; এই যুগত লোৰ ব্যৱহাৰ হোৱা নাছিল। কাঠৰ আচবাব এই যুগত ব্যৱহৃত হৈছিল (২০)। ধনু-কাঁড় ব্যৱহাৰ হৈছিল, কাঁড়ৰ ৰূপবিলাক সজ্জিত কৰা হৈছিল জোঙা কৰা শিলেৰে। শিলৰ কুঠাৰ আদি ব্যৱহাৰ হৈছিল (২১)। প্ৰশ্ন উঠিব পাৰে এনে এটা অৱস্থাত কৃষিকাৰ্য সম্ভৱ হ'ব পাৰেনে? নিশ্চয় পাৰে। ইতিহাসবিদসকলে এই প্ৰশ্নৰ উত্তৰ ইতিবাচকভাৱে দিছে। কোসাম্বীয়ে কৈছে যে শেষ প্ৰস্তৰ যুগত কিন্তু কৃষি কাৰ্য হৈছিল (২২)। ইয়াক নব্য প্ৰস্তৰ যুগৰ বিপ্লৱ বুলি কোৱা

---

*১৯ একপাদ্ভূয়ো দ্বিপদো বি চক্ৰমে দ্বিপাদত্ৰিপাদমভ্যেতি পশ্চাৎস্ত। চতুষ্পাদেতি দ্বিপদামভিস্বৰে সংপশ্যান্ পংক্তীৰু পতিষ্ঠমানঃ।। (১০, ১১৭.৮)*

*২০ দ্ৰষ্টব্য ঋকবেদ, ১.১৭৫.৩ আৰু ১০.১০১.১০। উদাহৰণস্বৰূপে ঃ*

*আ তু ষিঞ্চ হৰিমিং দ্ৰোৰুপস্থে*

*বাশী ভিস্তক্ষ তাশ্মন্ময়ীভিঃ।*

*২১ পৰি ষ্বজধ্বং দশকক্ষ্যাভিৰুভে*

*ধুৰৌ প্ৰতি বহ্নিং যুনক্ত।। (১০. ১০১. ১০)*

*ভাবাৰ্থ ঃ কাঠৰ পাত্ৰত সোম হৰিদ্বৰ্ণ সোমলতাত পুষ্ট ঔপত কৰা। শিলৰ কুঠাৰৰ দ্বাৰা পাত্ৰ প্ৰস্তুত কৰা। দহ আঙুলিৰে পাত্ৰটি ধাৰণ কৰা। বহনকাৰী পশুক ৰথৰ দুই ধুৰাত প্ৰোথিত কৰা। (১০ ১০১ ১০)*

হৈছে। কিন্তু এই বিপ্লৱ সেইবোৰ স্থানতে সীমাবদ্ধ আছিল যিবোৰ স্থানত ডাঠ অৰণ্য মুকলি কৰাৰ প্ৰয়োজনীয়তা কম আছিল। মেছ'পটেমিয়া, ইজিপ্ত, সিন্ধু উপত্যকা, ইৰাণৰ উচ্চ সমতলভূমি, তুৰ্কী, পেলেষ্টাইন, ডানিয়ুব উপত্যকাৰ এটা অংশ, লোৱেছ অঞ্চল, যাৰ বিস্তৃতি চীন পৰ্যন্ত হ'ব পাৰে— এইবোৰেই আছিল নব্য-প্ৰস্তৰ যুগৰ উন্নত অঞ্চল। ব্ৰহ্মপুত্ৰ উপত্যকাত এনে এক নব্য-প্ৰস্তৰ যুগৰ বিপ্লৱ অসম্ভৱ নাছিল; কিন্তু কি ধৰণে পাতলীয়াভাৱে জনবসতি গঢ়ি তোলা মাতৃ-তান্ত্ৰিক জনগোষ্ঠী (কিৰাত, নিষাদ আদি) বিলাকে কৃষি কাৰ্য সমাপন কৰিছিল তাৰ ইতিহাস নাই। সম্ভৱতঃ এই কিৰাত-নিষাদ সভ্যতাত শিলৰ আহিলাৰে কৰা কৃষি ঝুম খেতিৰ পৰ্যায়ৰ আছিল আৰু ই অৰণ্যৰ চিকাৰ, মাছ তথা ফল-মূল আদিৰ পৰিপূৰক হিচাপে খাদ্য উৎপাদন সম্ভৱ কৰি তুলিছিল। নৈ-কাষৰীয়া অঞ্চলবোৰত বাস কৰা এনে সম্প্ৰদায়বোৰে নৈৰ স্থায়ী নাম আদিম কালতে দিয়াটোৱেই ইয়াৰ প্ৰমাণ। আমাৰ ধাৰণা, উন্নত ৰাজতন্ত্ৰৰ বিকাশ নহলেও এনেদৰে নৈৰ নাম দিব পাৰে।

বৈদিক যুগতে কিষাণ (ঋকবেদ ৪. ৫৭. ৮), বলধ (ঋকবেদ, ৪ ৫৭ ৪), নাঙল (সীতা); কাঁচি (শ্ৰেণী, অস্ত্ৰ), চিপৰাং অথবা খন্তি (খামিত্ৰ), পথাৰ (ক্ষেত্ৰ, উৰ্বৰ), বেৰা দিয়া পথাৰ (খিল্য, খিল), কৰিস (গোবৰ), কৃষি, দত্ৰ, ফৰ্বৰ, সযন, শ্ৰেণী, লাঙ্গল আদি অনেক কৃষিবাচক শব্দ ব্যৱহৃত হৈছিল হাল বাই যৱ খেতি কৰা (ঋকবেদ ৮ ২২. ৬), পকা শস্য কাঁচিৰে দোৱা (ঋক বেদ ১০. ১০১), আনন্দেৰে হালবোৱা (৪. ৫৭ ৮), ভঁৰালত যৱ জমা কৰা (১০ ৬৮. ৩), পথাৰত কুঁৱা খন্দা (১ ১০৫ ৯ আৰু ৪. ১৭ ১৬) আদিত উল্লেখ আছে।

ঋকবেদৰ যুগৰ কৃষক আৰু কৃষিৰ অৱস্থা কেনে আছিল তাক দশম মণ্ডলৰ সূক্ত ১০১ ৰপৰা ঠাৱৰ কৰিব পাৰোঁ। ড. ভূপেন্দ্ৰ নাথ দত্তই ঋকবেদৰ যুগত কৃষি কৰ্ম আৰু পশুপালন কৰ্ম ব্যক্তিগতভাৱে কৰাৰ তথ্য দাঙি ধৰিছে। জন-জাতীয় সাম্যবাদ (Tribal Communism) বা গ্ৰাম্য সাম্যবাদ (Village Communism) এই আৰ্যসকলৰ মাজত নাছিল বুলি উল্লেখ কৰিছে :

" So far we have found the Rigvedic peasants cultivating their own land There was a village common and common reservoirs of water for the use of men and animals, to this description and aforesaid references we do not find any trace of tribal communism or village communism" (২৩)। কোনো গ্ৰাম্য

২২ কোসাম্বী : *The Culture and Civilization of Aucient India, A Historical outline*, পৃ: ২৯।

২৩ ড' ভূপেন্দ্ৰ নাথ দত্ত, উক্ত গ্ৰন্থ, পৃ ৭।

সমাজ বা গ্ৰাম্য সাম্যবাদৰ কথা দস্তুই আৰ্য নিয়ন্ত্ৰিত সমাজখনত আছিল বুলি ভবা নাই। কিন্তু এইটো অতি স্বাভাৱিক যে ব্ৰঞ্জ আৰু লো দুয়োটাই কম ব্যৱহাৰ কৰা বা সমূলি নকৰা আৰ্য-ভিন্ন মাতৃ-তান্ত্ৰিক সমাজ বিলাক নাইবা ব্ৰঞ্জ আৰু লো ব্যৱহাৰ কৰাৰ আগৰ আৰ্যসমাজৰ সামাজিক গাঁথনিৰ বিষয়ে বিস্তৃত তথ্য-পাতি পোৱা নাযায়। য'ত উন্নত প্ৰযুক্তিৰে মাটি চহাই খেতি কৰা নহয়, মাতৃ-তান্ত্ৰিক সমাজ য'ত কৃষিৰ আহিলা ন্যূনতম বিকশিত, নাঙল আৰু নাঙলৰ ফাল অজানা, তেনে স্থানত নাৰীক উৎপাদন ব্যৱস্থাৰপৰা স্থান-চ্যুত কৰি দাস-দাসীৰ পৰ্যায়লৈ অৱনমিত কৰা সম্ভৱ নহয়। তেনে সমাজত একে পৰিয়ালৰ মাজতে বিবাহৰ জৰিয়তে নাইবা মাতুল বংশৰ কন্যা বিবাহৰ জৰিয়তে একে পৰিয়ালৰ গাঁথনি ৰক্ষা কৰা হয়। পিছলৈ ভূ-সম্পদৰ মালিকানা ব্যক্তিগত হোৱাৰ পিছতো পূৰ্বৰ মাতৃ-তান্ত্ৰিকতাৰ প্ৰভাৱ থাকি যোৱা দেখা যায়। প্ৰসঙ্গতঃ উল্লেখযোগ্য যে বুদ্ধদেৱৰ আৰ্বিভাৱৰ সময়তো মাতৃ-তান্ত্ৰিক সমাজৰ অৱশিষ্ট আৰ্যমূলীয় সমাজত থাকি গৈছিল। বুদ্ধই নিজে মাতুল-কন্যা যশোধৰাক বিবাহ কৰিছিল। এইটো মাতৃ-তান্ত্ৰিক অৱশিষ্টৰ একাটা প্ৰমাণ। বৈদিক যুগত যিটো উৎপাদন ব্যৱস্থা গঢ় লৈছিল সি ব্যক্তিগত ভূমি মালিকানাৰ বিকাশ ঘটাইছিল সচা, পশু-পালক জনগোষ্ঠীবিলাক ক্ৰমান্বয়ে কৃষিজীৱী জনগোষ্ঠীলৈ ৰূপান্তৰিত হোৱা প্ৰক্ৰিয়াত আৰ্যভিন্ন নিষাদ আৰু কিৰাতসকলৰ প্ৰভাৱ আছিল অতি ব্যাপক। পাহাৰীয়া অঞ্চল আৰু গভীৰ অৰণ্যানিত সমূহীয়া মাটিত ঝুম খেতি কৰাৰ সম্পূৰ্ণ সম্ভাৱনা থকা অৱস্থাত কিছু সমূহীয়া সামাজিক নিয়ন্ত্ৰণ থকাই স্বাভাৱিক আৰু এনে নিয়ন্ত্ৰণ মাতৃতান্ত্ৰিক ব্যৱস্থাত সমূহীয়া হোৱাই অতি স্বাভাৱিক। উমৈহতীয়া পত্নী (দ্ৰৌপদী)ৰ অৱশেষ মহাকাব্য মহাভাৰতৰে বিদ্যমান। এনে বিবাহ অৱমাননাসূচক নোহোৱাটোৱেই বুজায় যে ইয়াৰ পূৰ্বে এনে ব্যৱস্থাই মান্যতা পাইছিল। এই প্ৰসংগটো আমি পিছত আলোচনা কৰিছো।

## ২.৯ সংঘ আৰু ৰজাৰ বিকাশ

গৌতম বুদ্ধৰ আবিৰ্ভাৱৰ লগে লগেই (খৃঃপূঃ ৫৬৩- খৃঃ পূঃ ৪৮৩) বৈদিক শাস্ত্ৰৰ ৰচনাৰ অন্ত পৰিল বুলি ক'ব নোৱাৰি। কিছুমান 'অপৌৰুষেয়' বুলি মান্যতা প্ৰদান কৰা বেদোত্তৰ যে খৃঃ পূঃ ৩০০ মানলৈকে ৰচিত হৈছিল তাক আধুনিক ইতিহাসবিদ সকলেই স্বীকাৰ কৰে।

বুদ্ধোত্তৰ যুগৰ বৌদ্ধ ধৰ্মৰ ৰচনাৱলী, জৈন ধৰ্মগ্ৰন্থসমূহ, স্মৃতি শাস্ত্ৰকাৰসকলৰ বক্তব্য আৰু মনু সংহিতাৰ বক্তব্যৰ ওপৰত ভিত্তি কৰি বৈদিক যুগোত্তৰ ভাৰতৰ অৱস্থাৰ বিষয়ে পৰ্যালোচনা কৰিব পাৰি। গৌতমবুদ্ধৰ আৱিৰ্ভাৱৰপৰা মৌৰ্য যুগৰ অন্ত পৰালৈকে

এই কালছোৱা মূলতঃ নিষাদ-কিৰাত আৰু আৰ্যৰ ব্যাপক সমন্বয় আৰু মগধ-কেন্দ্ৰিক ৰাজতন্ত্ৰৰ উত্থানৰ কাল।

খাদ্য উৎপাদনৰ ক্ষেত্ৰত সিন্ধু উপত্যকাতে প্ৰথম আৰ্যসকলৰ উৎপাদন- বিপ্লৱৰ সূচনা হয় বুলি অনুমান কৰা হয় যি আৰ্যসকলৰ বসতি বিস্তাৰৰ বাবে প্ৰয়োজনীয় শক্তি সঞ্চয়ত সহায় কৰে। এই পৰ্যায় খৃঃ পূঃ ৩০০০-১৭৫০ খৃঃ পূঃৰ ভিতৰত সম্পূৰ্ণ হয় বুলি অনুমান কৰা হয় (২৪)। ইয়াৰ পিছৰ পৰ্বত হ'ল দীঘলীয়া সম্প্ৰসাৰণৰ। গঙ্গা উপত্যকাৰ প্ৰায় ১৮০০ কিল'মিটাৰ জুৰি ইয়াৰ বিস্তাৰ। এই প্ৰক্ৰিয়া খৃঃ পূঃ ৭০০ বছৰৰ ভিতৰত সম্পূৰ্ণ হ'ল বুলি ধৰা হয়। ধাতুৰ জ্ঞান আয়ত্ত কৰাৰ পিছতহে ক্ৰমান্বয়ে দক্ষিণলৈ আৰু পূবলৈ সম্প্ৰসাৰণ দ্ৰুততৰ হয় বুলি অনুমান কৰিব পাৰি। ইয়াৰ পিছৰ কাল পুৰাণ ৰচনাৰ কাল— এই কালত পূৰ্বৰ জনজাতি (Tribe) বিলাকক বৰ্বৰ অবস্থাৰ পৰা মৰ্যাদাসম্পন্ন অৱস্থালৈ অনা হৈছে। নতুন অঞ্চলবিলাকলৈ সম্প্ৰসাৰিত হোৱা আৰ্যসকলেই অজস্ৰ নতুন জনজাতিৰ লোকৰ লগত সমন্বয়ৰ জৰিয়তে জন্ম দিলে উত্তৰ আৰু পূব ভাৰতৰ বিপুল ব্ৰাত্য সমাজৰ। ব্ৰাহ্মণসকলে পুৰাণসমূহ ৰচনা কৰিলে আৰু আদিম অধিবাসী কিৰাত আৰু নিষাদসকলৰ ধৰ্মীয় পন্থাবোৰক আৰ্যীকৃত কৰি ল'লে। আৰ্যভিন্ন দেৱ-দেৱীবোৰৰ নতুন নামকৰণ হ'ল; পুৰণি ৰীতিক আৰ্যীকৃত সমমৰ্যাদাসম্পন্ন ৰূপ দিয়া হ'ল (২৫)। আৰ্য-ভিন্ন জনগোষ্ঠীৰ পূজা পদ্ধতি আৰ্যৰ ধৰ্মাচৰণৰ পদ্ধতিত পৰিণত হ'ল। দেব-দেৱীৰ প্ৰতীকৰ গাত ফুল, পাত, চন্দন, সেন্দুৰ প্ৰভৃতি দিয়াৰ ব্যৱস্থা আৰ্য-ভিন্ন পদ্ধতি। আৰ্যৰ হোম-যজ্ঞৰ পদ্ধতিৰ লগত আৰ্য-ভিন্ন পূজাৰ পদ্ধতিয়ে সম-মৰ্যাদা লাভ কৰিলে (২৬)। এই যুগতে পূৰ্বৰ জনজাতি বিলাকৰ শীৰ্ষ নেতাবিলাকক ৰজা হিচাপে স্বীকৃতি দি একোটা নতুন জাত (caste) সৃষ্টিৰ পথ সুগম কৰা হ'ল, জনজাতিৰ পূৰ্বৰ গোত্ৰ নাম বা টোটেম নতুন জাতৰ নাম হিচপে স্বীকৃত হ'ল। মোৰীয়ৰপৰা মৌৰ্য বংশ, নাগৰপৰা নাগ বংশ অথবা শিশুনাগ বংশ, কোল বা বগৰী গছৰপৰা কোলীয় জাত, ঘোঁৰা (অশ্ব)ৰ পৰা অশ্ব-পুত্ৰ বা বিলিবায়-কুৰ বা সাত বাহন বংশ, কচ্ছপৰপৰা কাশ্যপ গোত্ৰ, ঘঁৰিয়াল বা মগৰৰপৰা মগৰ জাত, কুকৰ নেচীয়াৰ (Wolf) ৰপৰা লাংড়ে, আঁহত বা অশ্বত্থ (পিম্পল) গছৰ পৰা পিম্পল বা পিপ্পল বংশৰ জন্ম এইদৰেই হয় বুলিব পাৰি (২৭)। আৰু অধিক পূবলৈ বা উত্তৰ-পূবলৈ আৰ্যসকল বা আৰ্যধৰ্মী ব্ৰাত্যসকল

---

*২৪ দ্ৰষ্টব্য : কোসাম্বী, উক্ত গ্ৰন্থ: পৃ : ৫১।*

*২৫ কোসাম্বী, উক্ত গ্ৰন্থ, পৃঃ ৫১।*

*২৬ দ্ৰষ্টব্য : ভাৰত সংস্কৃতি, সুনীতি কুমাৰ চেটাৰ্জী, চতুৰ্থ মুদ্ৰণ, পৃ : ১১*

*২৭ দ্ৰষ্টব্য : (১) কোসাম্বী উক্তগ্ৰন্থ, পৃঃ ৫০-৫১, (২) এছ চি দুবে— Indian Society, First Edition, পৃষ্ঠা-৭, ৮, ৯।*

আহি কামৰূপৰ তন্ত্ৰ ধৰ্মৰ শাক্ত মতৰ প্ৰাবল্যৰ ফলত এক আৰ্যীকৃত শাক্ত ধৰ্মৰ ৰূপ দিবলৈ সমৰ্থ হ'ল (২৮)।

স্মৃতিকাৰ গৌতম, বৌধায়ন, আপস্তম্ভ আদিৰ যুগত অৰ্থাৎ মৌৰ্য যুগৰ ভিতৰত ৰজাৰ অধিকাৰ ভূমি তথা সমগ্ৰ ৰাষ্ট্ৰৰ (ব্ৰাহ্মণৰ বাহিৰে) সকলোৰে ওপৰত প্ৰতিষ্ঠিত হ'ল। ৰাজতন্ত্ৰৰ প্ৰতিষ্ঠাৰ এই সৰ্বাত্মক গ্ৰাসকাৰী ৰূপটোৱেহে মাতৃতান্ত্ৰিক সমাজৰ গাঁথনিটো সম্পূৰ্ণ ধ্বংস কৰিলে। আপস্তম্ভ সূত্ৰৰ বক্তব্য উল্লেখ কৰি দত্তই কৈছে যে ব্ৰাহ্মণ আৰু সকলো বৰ্ণৰ নাৰী— যিসকলৰ সম্পত্তি গ্ৰহণ নিষেধ নিষিদ্ধ তেওঁলোকক কৰমুক্ত কৰা হৈছে (২৯)।

বুদ্ধদেৱৰ আবিৰ্ভাৱৰ ঠিক আগৰ যুগত পূব ভাৰতৰ বজ্জিয়ান বা বজ্জান মহাসংঘৰ ভিতৰত আছিল। মহাসংঘৰ সদস্য জনপদ বিলাক গণতন্ত্ৰ বুলি কোৱা হয় যদিও ইয়াৰ নায়কসকলক ৰজা বোলা হৈছিল সম্ভৱতঃ প্ৰভাৱশালী আৰু চহকী লোকসকলে এনে জনপদৰ শাসনত প্ৰভাৱ বিস্তাৰ কৰিছিল। কৌটিল্যাই সম্ভৱতঃ এইবিলাক সংঘকে 'ৰাজোশপোপ জীৱিনঃ সংঘ' বুলি অভিহিত কৰিছে (৩০)। ৰজাৰ বাহিৰেও এই বজ্জিয়ান মহাসংঘত কৃষক আৰু শিল্পী আছিল। এনে সংঘৰ সদস্য জনপদৰ ভিতৰত বিভিন্ন উচ্চ বৃত্তিত নিযুক্ত লোকৰ নিজা গাঁও আছিল। খেতি পথাৰৰ উপৰি চৰণীয়া পথাৰ আছিল, অৰণ্যৰ বিস্তীৰ্ণ অংশ ৰাজহুৱা ভূমি আছিল, য'ত গো-মেৰ চৰোৱা আৰু বনজ সম্পদ সংগ্ৰহৰ সাধাৰণ অধিকাৰ সকলোৰে আছিল। একে বংশৰে একজন ৰজা আৰু বাকী অংশ খেতিয়ক গতিকে, ই 'জনজাতি সাম্যবাদ' (Tribal Communism)ৰ সমাৰ্থক নহয় বুলি দত্তই মত প্ৰকাশ কৰিছে (৩১)।

২.১০ মৌৰ্য যুগত ভাৰতীয় সমাজৰ অৱস্থা কেনে আছিল তাৰ বিৱৰণ ঐতিহাসিক ভাৱে কৌটিল্য বা বিষ্ণু গুপ্তৰ 'অৰ্থশাস্ত্ৰ' গ্ৰন্থৰপৰা পোৱা যায়। কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ' নন্দ বংশৰ নিঃশেষৰ পিছত মৌৰ্য চন্দ্ৰগুপ্তৰ ৰাজত্বকালত ৰচনা কৰা বুলি অনুমান কৰা

---

*২৮ দ্ৰষ্টব্য ড্ৰুবে, উক্ত গ্ৰন্থ, পৃঃ ৯।*

*২৯ দত্ত, ভূপেন্দ্ৰনাথ, পৃঃ ১৬।*

*৩০ কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ', খণ্ড ১১, অধ্যায় এক।*

৩১ "... *We gather the information that Tribal communism, in the sense of Morgan never existed in Indo-Aryan society since the Rig-Vedic days* "– *পৃঃ ১৯, উক্ত গ্ৰন্থ, দত্ত।*

হয়। মৌৰ্য বংশৰ চন্দ্ৰগুপ্তৰ লগত ব্ৰাহ্মণ চাণক্য (৩২) সংযুক্ত হৈহে ভাৰতত যে ৰাষ্ট্ৰৰ বিকাশ সাধন কৰিব পাৰিছে আৰু ইযেই সামন্তবাদৰ বিকাশৰ মূল ভিত্তি ৰচনা কৰিছে সেইটো সহজবোধ্য। মোৰীয় (ম'ৰা) গোত্ৰ নামৰপৰা মৌৰ্য বংশৰ উদ্ভৱ মূলতঃ আৰ্যীকৰণৰ সুফল। মৌৰ্য সাম্ৰাজ্যই হ'ল আলেকজেণ্ডাৰৰ আক্ৰমণৰ পিছত গঢ় লৈ উঠা ভাৰতীয় ৰাজতন্ত্ৰৰ সৰ্বোত্তম বিকশিত ৰূপ আৰু চাণক্যৰ অৰ্থশাস্ত্ৰ এই বিকশিত ৰাজতন্ত্ৰ (সামন্তবাদ)ৰ সৰ্বশ্ৰেষ্ঠ ৰাজনৈতিক-অৰ্থনৈতিক-প্ৰশাসনিক শাস্ত্ৰ— যি মৌৰ্য চন্দ্ৰগুপ্তৰ ৰাষ্ট্ৰৰ প্ৰণালীবোৰৰ সকলো কথাই লিপিবদ্ধ কৰিছে। অৰ্থশাস্ত্ৰ ১৫ টা অধিকৰণ আৰু ১৫০ টা প্ৰকৰণত বিভক্ত। আমি এই বিশাল গ্ৰন্থৰ সকলো কথা এই প্ৰসংগতে আলোচনা নকৰোঁ। কোনো কোনো ঐতিহাসিকে মৌৰ্য ৰাজক পাৰস্যৰ ডেৰাযাছৰ দৰেই একছত্ৰী আছিল বুলি অভিহিত কৰিছে। আমাৰ গ্ৰন্থৰ পৰিসৰ কেৱল অৰ্থশাস্ত্ৰত উল্লিখিত সমাজৰ গাঁথনিৰ বিষয়ে আলোচনা কৰা। গতিকে মৌৰ্য ৰাজতন্ত্ৰৰ অন্য বৈশিষ্ট্যবিলাকৰ আলোচনালৈ আমি হাত নেমেলোঁ।

কৌটিল্য নিৰ্দেশিত বিধি অনুসৰি এখন গাঁৱৰ শূদ্ৰ বা কৃষিজীৱী লোকৰ সংখ্যা ন্যূনতম ১০০ ঘৰ হ'ব আৰু গাঁও এখনৰ সীমাৰ দৈৰ্ঘ্য এক ক্ৰোশ বা দুই ক্ৰোশ হ'ব (৩৩) আৰু প্ৰতিখন গাঁৱেই নিজাকে সুৰক্ষিত কৰিব পৰাকৈ গঠন কৰা হ'ব। যিসকলে যজ্ঞ কৰে (আহুতি দিয়ে, ৩৪) জ্ঞান প্ৰদান কৰে, পুৰোহিতৰ কাম কৰে, যিসকল বেদজ্ঞ তেওঁলোকক ব্ৰহ্মাদেয় ভূমি প্ৰদান কৰা হ'ব— যি ভূমিৰ উৎপাদন হ'ব যথেষ্ট, কৰ আৰু জৰিমনাৰূপৰা তেওঁলোক মুক্ত হ'ব। দেখা যায় অৰ্থশাস্ত্ৰত বৰ্ণিত এই গাঁও পতাৰ আদৰ্শ অসমত আহোম ৰাজতন্ত্ৰত অনুসৰণ কৰা হৈছিল আৰু বৰ্মন বংশৰ দিনৰ পৰাই ব্ৰহ্মোত্তৰ ভূমি প্ৰদান কৰা হৈছিল। অৰ্থশাস্ত্ৰত উল্লেখ আছে যে ৰাজ কাৰ্যত নিয়োজিত বিষয়াবৰ্গ— পৰিদৰ্শক,

---

*৩২ টোকা: চাণক্যৰ আন এটা নাম বিষ্ণুগুপ্ত। 'অৰ্থশাস্ত্ৰ' বিষ্ণুগুপ্তই ৰচনা কৰা বুলি উল্লেখ আছে গ্ৰন্থখনৰ শেষত। এই বিষ্ণুগুপ্তয়েই যে চাণক্য সেই কথা পিছৰ যুগৰ সাহিত্যিক দণ্ডিৰ 'দশকুমাৰ চৰিত'ত উল্লেখ আছে। এই গ্ৰন্থ মূলতঃ মৌৰ্যৰাজৰ স্বাৰ্থতেই ৰচনা কৰা হৈছিল বুলি দণ্ডিয়ে উল্লেখ কৰিছে। আধুনিক যুগৰ ইতিহাসবিদসকলৰ মতেই এই গ্ৰন্থৰ পৰামৰ্শমূলক চৰিত্ৰৰ বিষয়ে আলোচনা কৰিছে। লুনিয়াই উল্লেখ কৰিছে: The Arthasastra is Principally instructional in character It is intended to teach a ruler how he should conduct himself in the various that are likely to arise in course of his rule But there is nothing to show that the instructions are addressed to any particular king.– B. N Luniya, Life and culture in Ancient India. 1982 edition* ***Page 244*** *;*

*৩৩ এক ক্ৰোশ ২, ২৫০ গজৰ সমান।*

*৩৪ অধিকৰণ ২, প্ৰকৰণ ১, ৪৫।*

হিচাপৰক্ষক, গোপেশ (গ্ৰাম্য হিচাপ ৰক্ষক) স্থানিক, চিকিৎসক, পশু চিকিৎসক, ঘোঁৰা প্ৰশিক্ষক দূত—, আদিয়ে ভূমি পাব; কিন্তু এই ভূমি হস্তান্তৰিত বা বিক্ৰী কৰিব নোৱাৰিব (৩৫)। এই কথাটোৱে প্ৰমাণ কৰে যে বিষয়াবৰ্গকো ভূমিৰ পৰম অধিকাৰ প্ৰদান কৰা হোৱা নাই। আনহাতে কৃষিকাৰ্যৰ বাবে প্ৰস্তুত কৰা ভূমি কৰদাতাক দিয়া হ'ব, ভূমি প্ৰস্তুত কাৰ্যত লাগি থকাসকলৰপৰা ভূমি কাঢ়ি লোৱা নহ'ব। কৰদাতাক ভূমি কেৱল জীৱনটোৰ বাবে বন্দৱস্তি দিয়া হ'ব। যিসকলে খেতি নকৰি আনক খেতি কৰিবলৈ দিয়ে তেওঁলোকৰ ভূমি বাজেয়াপ্ত হ'ব (৩৬)। এইবোৰ কথাই প্ৰমাণ কৰে যে মৌৰ্য যুগত ৰজাই আছিল ভূমিৰ পৰম অধিকাৰী। ৰাজকোষ ভূমিৰ কৰ আৰু জৰিমনাৰে পূৰ্ণ কৰি ৰখাটো ৰাষ্ট্ৰৰ বাবে হিতকৰ গণ্য কৰা হৈছিল। অৰ্থশাস্ত্ৰৰ পৰাই আমি সেই যুগত কৃষি কাৰ্যত নিযুক্ত ভেৰোণীয়া শ্ৰমিক থকাৰ কথা, যৌথ (Joint) কৃষি কৰ্ম থকাৰ কথা জানিবলৈ পাওঁ। অৰ্থশাস্ত্ৰই ৰজাৰ বাবে সংৰক্ষিত ভূমি থকাৰ কথা উল্লেখ কৰিছে। এই ভূমিৰ বাহিৰে বাকী ভূমি খাজনাৰ ভিত্তিত ভোগ কৰিবলৈ দিয়াৰ নিয়ম আছিল প্ৰচলিত। ৰজাৰ বাবে সংৰক্ষিত ভূমিত দাস, শ্ৰমিক আৰু ৰাজবন্দীবিলাকে কৃষি কাৰ্য সম্পাদন কৰিছিল। এই ভূমিৰ উৎপাদনৰ এটা ভাগ ৰাজকোষত (ভাগ), এটা ভাগ ধৰ্মীয় দান (বলি) কাৰ্যত ব্যৱহৃত হৈছিল কৰ প্ৰদান মুদ্ৰাৰে পৰিশোধৰ নিয়ম আছিল (৩৭)।

ভূমি সম্পৰ্কীয় বিবাদ গাঁৱৰ মুখিয়ালসকলে বা চাৰিওফালৰ গাঁৱৰ মুখিয়ালসকলে লগ হৈ মীমাংসা কৰাৰ কথা অৰ্থশাস্ত্ৰত উল্লেখ কৰা হৈছে (৩৮)। গাঁৱৰ গাঁওবুঢ়া বা মুখিয়ালৰ কথা উল্লেখ থকা এনে ব্যৱস্থাই সেই যুগত গাঁও পৰিষদ থকাৰ এটা ইংগিত দিয়ে। কৌটিল্যই ভূমি হস্তান্তৰৰ নিয়ম কেনে হ'ব লাগে তাকো নিৰন্ধিত কৰি দিছিল। কৰদাতাৰ হাতত থকা ভূমি কৰদাতালৈহে হস্তান্তৰ কৰাটো সম্ভৱ হ'ব। ব্ৰাহ্মণে ব্ৰহ্মদেয় ভূমি হস্তান্তৰ কৰিব পাৰিব তেনে ব্ৰাহ্মণলৈহে যি ব্ৰহ্মদেয় ভূমি ভোগ কৰাৰ সুবিধাপ্ৰাপ্ত। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল ৰজাই ভূমি ক্ৰয়-বিক্ৰয় কৰিবপৰা অধিকাৰ অৰ্থশাস্ত্ৰত প্ৰদান কৰা হৈছে (৩৯)। চন্দ্ৰগুপ্তৰ ৰাজত্বকালৰ ভিতৰতে এইদৰে ভূমিৰ ওপৰত ৰজাৰ সৰ্বাত্মক একচ্ছত্ৰী অধিকাৰ প্ৰতিষ্ঠা হোৱাৰ পিছত স্বাভাৱিকতে ভূমিৰ অধিকাৰ ৰজাই হেৰুওৱাৰ প্ৰশ্ন নুঠে। প্ৰথম চন্দ্ৰগুপ্তৰ ৰাজত্বৰ দিনত প্ৰতিষ্ঠা হোৱা ৰজাৰ একচ্ছত্ৰী

---

*৩৫ অৰ্থশাস্ত্ৰ ২ ১ ৪৬।*

*৩৬ অৰ্থশাস্ত্ৰ, ২ ১ ৪৭।*

*৩৭ অৰ্থশাস্ত্ৰ, ২. ৬. ৬০ আৰু ২. ২৪. ১৭৫ ; ড. ভূপেন্দ্ৰ নাথ দত্তই এই ভূমি ব্যৱস্থাক এক প্ৰকাৰ লেটিফুণ্ডিয়া (Latifundia) বুলি উল্লেখ কৰিছে।*

*৩৮ অৰ্থশাস্ত্ৰ, ৩ ৯ ১৬৯।*

*৩৯ অৰ্থশাস্ত্ৰ, ৭ ১১ ২৮৭।*

অধিকাৰ মহামতি অশোকৰ দিনত বৃদ্ধিহে পাইছিল।

## ভূমিত সমান অধিকাৰ প্ৰতিষ্ঠা ঃ জৈমিনিৰ যুগ

২. ১১ ভাৰতত ভূমিৰ ওপৰত সামন্তবাদী দখল প্ৰতিষ্ঠাৰ প্ৰক্ৰিয়াক পূৰ্ণৰূপ দিয়াত মনুস্মৃতিৰ পিছৰ ভৰশিৱ-ৱাকাটক বংশ আৰু গুপ্তবংশৰ ৰাজত্বকালত হিন্দু ৰজাসকলে গুৰুত্বপূৰ্ণ প্ৰভাৱ বিস্তাৰ কৰা বুলিব পাৰি। ভৰশিব-ৱাকাটক এই দুটা মধ্য-ভাৰতীয় ৰাজবংশ বৈদিক হিন্দু ধৰ্মৰ পৃষ্ঠপোষক আছিল আৰু তেওঁলোকে ব্ৰাহ্মণক গাঁও দান দিয়া আৰম্ভ কৰিছিল। ৱাকাটক ৰাজবংশ খৃষ্টাব্দ ৩০০ ত ক্ষমতাধিষ্ঠিত আছিল আৰু সম্ৰাট প্ৰৱৰসেন (দ্বিতীয়)ৰ দৰে শক্তিশালী ৱাকাটক সম্ৰাটে এক হাজাৰ ব্ৰাহ্মণক গ্ৰামদান দিয়ে। এই যুগটো জৈমিনিৰ (৪০০ খৃষ্টাব্দ, ৪০) পূৰ্ব-মীমাংসা ৰচনাৰ যুগ। ধৰ্মীয় পৰম্পৰা হিচাপে বৈদিক পৰম্পৰাক পুনৰ প্ৰতিষ্ঠাৰ বাবে জৈমিনিয়ে কৰা প্ৰচেষ্টাৰ মাজতে সেইসময়ৰ সামাজিক-গাঁথনি তথা ভূমি সম্পৰ্কৰ কিছু প্ৰতিফলন ঘটিছে। এই ক্ষেত্ৰত যিটো সূত্ৰ বা যোজনাৰ প্ৰসংগ প্ৰায়ে আলোচনাৰ মাজলৈ অনা হয় সেইটো হ'ল 'সৰ্বাণ প্ৰত্যাভিশিষ্টত্বত" (৪১)। ইয়াৰ অৰ্থ এনেকৈ দিয়া হয় "সকলোৰে মান সমান পৰ্যায়ৰ" বা "সকলোৰে স্থিতি সম মৰ্যাদাৰ।" ভূমি এই ক্ষেত্ৰত কোনো এজন মাত্ৰ ব্যক্তিৰ একক সম্পত্তি নহয়— সকলোৰে সমান অধিকাৰ ভূমিত। ড দত্তই মত প্ৰকাশ কৰিছে যে এইটো কোনো ৰাষ্ট্ৰৰ বা কোনো সময়ৰ প্ৰসঙ্গত আগবঢ়োৱা সূত্ৰ নহয়। সেই সময়ৰ প্ৰকৃত ঘটনা বা বাস্তৱ সত্য প্ৰৱৰসেন (দ্বিতীয়)ৰ ভূমিদানৰ তথ্যৰ ভিত্তিতহে প্ৰামাণ্য ৰূপত ফুটি উঠিছে। প্ৰৱৰসেনে দান দিয়া ভূমি কৰমুক্ত, ৰজাৰ নিয়মীয়া সেনাৰ প্ৰৱেশ তথা ছত্ৰধাৰী (বিষয়া)ৰ প্ৰৱেশৰপৰা মুক্ত, সকলো ধৰণৰ ৰাজ দায়বদ্ধতাৰপৰা মুক্ত কৰি দিয়া হৈছিল। এই ভূমি ৰজাই সম্পূৰ্ণ অধিকাৰ এৰি দানগ্ৰহণকাৰীক দিয়া নাছিল। ৰজাই দাসত্ব (Forced Labour) ৰপৰা মুক্ত কৰি দিলেও ভূমিৰপৰা হোৱা গাভী আৰু বলধ, খনিজ সম্পদ (লোণ), গাখীৰ, চামৰা, ফুল আদিৰ ওপৰত থকা ৰাজ অধিকাৰ কিন্তু ত্যাগ কৰা হোৱা নাছিল। এইবোৰ কথালৈ লক্ষ্য ৰাখি ড. দত্তই উল্লেখ কৰিছে যে সেই যুগতে দাস-শ্ৰমৰ প্ৰচলন হৈছিল আৰু ৰজাৰ ভূমিকে ধৰি সকলো সম্পদৰ ওপৰতে

---

*৪০ দ্ৰষ্টব্য ঃ ড° দত্ত, পৃঃ ৩৯।*

*.."We find the Vakataka king Pravarsena II donating a Village named Charmanika to one thousand Brahmins of various gotras and charanas"*

*৪১ পূৰ্ব-মীমাংসা, (৬ ৭ ৩)।*

আধিপত্য আছিল চূড়ান্ত। প্রৱৰসেনৰ যুগৰ (নাচ্‌নে-কি-টালাই লিপি) ৱাকাটক বংশৰ সামন্ত ৰজা ব্যাঘ্রদেৱৰ কথা উল্লেখ আছে বুলি ড. দত্তই বৰ্ণনা কৰিছে আৰু ইয়াৰ ভিত্তি সামন্ত ভূমি সম্পৰ্কই মৌৰ্য যুগতকৈ উন্নত স্তৰ পোৱা বুলি মত প্ৰকাশ কৰিছে (৪২)। মৌৰ্য যুগৰ পিছত উত্তৰ ভাৰতৰ গুপ্ত বংশৰ ৰাজত্ব কালতেই উত্তৰ ভাৰতৰ সামাজিক গাঁথনিয়ে বলিষ্ঠ ৰূপত সামন্তবাদী গঢ় ল'লে। এই গুপ্তযুগৰ প্ৰভাৱেই ভাৰতৰ অন্য প্ৰান্তৰ দৰে প্ৰাগজ্যোতিষপুৰতো কিছু পৰিমাণে পৰিছিল বুলি অনুমান কৰা হয়। মৌৰ্য আৰু ৱাকাটক ৰাজবংশৰ যুগৰ বিকাশৰ কোনো প্ৰভাৱ প্ৰাগজ্যোতিষপুৰত পৰিছিল বুলি ভাবিব পৰা স্থল নাই। নৰক আৰু বশিষ্ঠৰ দিনৰপৰা পুষ্য বৰ্মা তথা ভূতি বৰ্মাৰ দিনলৈকে প্ৰাগজ্যোতিষপুৰত যি বিকাশ ঘটিছিল তাৰ কোনো ঐতিহাসিক সমল নাই গতিকে এই আন্ধাৰ যুগটোত ঘটা বিকাশক আমি থলুৱাভাৱে হোৱা বুলি অনুমানহে কৰিব পাৰোঁ। এই বিকাশে বৰ্মণ যুগত গুপ্ত যুগৰ আৰ্হিতে এক ভূমি সম্পৰ্ক আৰু সামাজিক গাঁথনিৰ বুনিয়াদ ৰচনা কৰে; কিন্তু ই সমান্তৰালভাৱে সহাবস্থান কৰা জন-জাতি সামাজিক গাঁথনি ভাঙিব যে পৰা নাছিল তাৰ প্ৰমাণ নৈ আৰু স্থানবিলাকৰ পৰিবৰ্তন নোহোৱা নাম আৰু ক্ষুদ্ৰ ৰাজ্য বিলাকৰ সুদীৰ্ঘকালীন অস্তিত্ব, ঝুম খেতিৰ সমান্তৰাল অস্তিত্বৰ পৰা পাওঁ।

২.১২ গু প্ত-যুগৰ ভূমি-সম্পৰ্ক আৰু সামাজিক গাঁথনিৰ বিষয়ে আমি কিছু প্ৰাসংগিক আলোচনা কৰা উচিত বিবেচনা কৰিছো। গুপ্ত যুগৰ পূৰ্ববৰ্তী উত্তৰ ভাৰতৰ নাগবংশী ৰজাসকলেই কুশান আৰু শক ক্ষত্ৰপবিলাকৰ আধিপত্য সমূলে ধ্বংস কৰি নাগবংশৰ নেতৃত্বত হিন্দু ধৰ্মৰ পৃষ্ঠপোষকতা কৰে। নাগবংশ (২০০-৩৫০ খৃঃ) আৰু ৱাকাটক বংশ (২৫০-৪৩৫ খৃঃ)ৰ মাজত চলি থকা আঁৰিয়া-আঁৰিয়ে নাগ বংশৰ পতন ঘটাত অৰিহণা যোগালে আৰু উত্তৰ ভাৰতৰ নাগ বংশৰ ৰাজ্যখণ্ড বেৰাৰৰ ৱাকাটক ৰজা প্ৰৱৰসেন (প্ৰথম)ৰ নাতি ৰুদ্ৰসেন (এক)ৰ দিনত ৱাকাটক বংশৰ ৰাজ্যৰ অন্তৰ্ভুক্ত হয়। এওঁৰ পুত্ৰ পৃথিৱীৰাজসেন (এক)ৰ দিনত গুপ্ত সম্ৰাট সমুদ্ৰ গুপ্তৰ লগত ৱাকাটক বংশৰ সংঘাত সৃষ্টি হৈছিল যদিও পৃথিৱীৰাজে তেওঁৰ ৰাজ্য ৰক্ষা কৰিবলৈ সমৰ্থ হয়। সাময়িকভাৱে গুপ্তসকলে ৱাকাটকসকলক ছায়াচ্ছন্ন কৰিবলৈ সমৰ্থ হ'লেও ৱাকাটক ৰাজবংশই গুপ্ত বংশতকৈও অধিক কাল মধ্য ভাৰতত বিশাল সৈন্য বাহিনী গঠন কৰি তিষ্ঠি থকাই নহয়, ভাৰতীয় হিন্দু সংস্কৃতি আৰু দৰ্শনৰ ভেটি নিৰ্মাণতো প্ৰভূত অৰিহণা আগবঢ়ায়। তাৰ স্বাক্ষৰ আমি অজন্তাৰ কিছুমান অতুলনীয় সৃষ্টিত আজিও সঞ্জীৱিত থকা দেখা পাওঁ।

---

৪২ ***These two Vakataka epigraphic records fully demonstrate that India has entered the new socio-economic phase of Feudalism. India has moved further from the days of the Mauryas.***

গুপ্ত বংশৰ ৰাজত্ব কালতে মগধ (পাতলিপুত্ৰ) উত্তৰ ভাৰতৰ প্ৰধান শক্তিকেন্দ্ৰ, হিন্দু ধৰ্ম আৰু সভ্যতাৰ প্ৰধান বিকাশ-স্থলীত পৰিণত হয়। গুপ্ত বংশ প্ৰতিষ্ঠা কৰে এক নামবিহীন ক্ষুদ্ৰ ৰজা ঘটোৎকচ গুপ্তৰ পুত্ৰ প্ৰথম চন্দ্ৰগুপ্তই। এওঁ লিচ্চবি ৰাজকুমাৰী কুমাৰ দেৱীক বিবাহ কৰি গুপ্ত বংশৰ মৰ্যাদা আৰু শক্তি বৃদ্ধি কৰে আৰু এওঁৰে সংস্কৃতিবান পুত্ৰ অশ্বমেধ যজ্ঞকাৰী, কবি-সংগীতজ্ঞ সমুদ্ৰ গুপ্তই সমগ্ৰ উত্তৰ ভাৰত জয় কৰাৰ পটভূমি ৰচনা কৰে। সমুদ্ৰ গুপ্ত (৩৩৫-৩৭০ খৃঃ) ৰজাৰ পুত্ৰ দ্বিতীয চন্দ্ৰগুপ্ত তথা বিক্ৰমাদিত্যৰ দিনত মগধৰ গৌৰব শীৰ্ষত উঠে আৰু পঃ ভাৰতত থকা শক তথা বিদেশী আক্ৰমণকাৰীসকলৰ শেষ অস্তিত্বকণো নিঃশেষ কৰা হয। এওঁৰ দিনতে সাহিত্য-সংস্কৃতিৰ বিপুল বিকাশ উত্তৰ ভাৰতত হৈছিল আৰু হিন্দু সভ্যতাৰ সোণালী যুগ বুলি আজি পৰ্যন্ত গুপ্ত যুগ চিহ্নিত হোৱাৰ ক্ষেত্ৰত বিক্ৰমাদিত্যৰ অৱদান আটাইতকৈ বেছি।

কামৰূপৰ বৰ্মন বংশৰ সম্ৰাটসকলৰ লগত সংঘৰ্ষলৈ অহা গুপ্তসকলৰ বিষয়ে আলোচনা কৰাৰ আগতে আমি গুপ্ত যুগৰ ভূমি-সম্পৰ্ক তথা আৰ্থ-সামাজিক গাঁথনিৰ বিষয়ে কিছু আলোচনা কৰাৰ প্ৰযোজনীযতা অনুভৱ কৰিছো। কাৰণ এই ভূমি সম্পৰ্কই পিছলৈ উত্তৰ-ভাৰতৰ আৰু সম্ভৱতঃ ইয়াৰ সীমা অতিক্ৰমি প্ৰাগজ্যোতিষতো সামন্তবাদী ব্যবস্থা আৰু হিন্দু ধৰ্মৰ প্ৰবলতা গঢ লৈ উঠাত প্ৰভাব বিস্তাৰ কৰিছিল।

আমি পূৰ্বে উল্লেখ কৰি অহা জৈমিনিৰ সূত্ৰটোৰ ব্যাখ্যা ৫০০ খৃঃত সবৰস্বামীয়ে এইদৰে দিয়ে— 'ক্ষেত্ৰনাম ইসিতাৰো মনুষ্যা দৃশ্যযন্তি''— অৰ্থাৎ মানুহবিলাকক তেওঁলোকৰ পথাৰৰ গৰাকী ৰূপত দেখা যায়। ৰজা যিদৰে নিজৰ ৰাজ্যৰ সমগ্ৰ ভূমিৰ অধিকাৰী আৰু যি অধিকাৰৰ ভিত্তিত তেওঁ ৰাজ্য ভোগ কৰে, সমান্তৰালভাৱে প্ৰতিজন মানুহে ভূমিৰ গৰাকী হিচাপে নিজৰ ভূমি ভোগ কৰে। সবৰস্বামীয়ে ৰাজ অধিকাৰ আৰু অন্য মনুষ্যৰ অধিকাৰৰ সমান্তৰাল স্থিতিৰ পটন্তৰ এইদৰে দিছে—"য়াৱিতা ভোগেন সৰ্বভৌমো ভূমেৰস্থিতে, তাৱত অনেয়াপি ন বিত্ৰ কেচিচ্ছ্ব বিশেষঃ"— অৰ্থাৎ যিধৰণৰ উপভোগৰ জৰিয়তে ৰজা ৰাজ্যৰ সকলো ভূমিৰে গৰাকী, ঠিক একে ধৰণৰ উপভোগৰ জৰিয়তে অন্যসকলো তেওঁলোকৰ ভূমিৰ গৰাকী। ড দত্তই সবৰস্বামীৰ ভূমি-সম্পৰ্ক সম্পৰ্কীয় কথাখিনিৰ জেৰ টানি মন্তব্য কৰিছে: Thus in the Gupta era when Feudalism was in the heyday of its flonsh in Indian History, We hear that Savara is arguing that the king is not the owner of the land of his realm What he gets as vali is his share for the protection of his subjects and their properties " ড. দত্তই নিজৰ গৱেষণা গ্ৰন্থত দেখুৱাইছে যে বাস্তৱত এইটো ঠিক এনেধৰণৰ নাছিল। দত্তই দেখুৱাইছে যে মহাৰাজ জয়নাথৰ দিনত ভূমি দান কৰা কাৰিতালাই লিপিত এজন ব্ৰাহ্মণক এখন বসতিপূৰ্ণ গাঁও দান কৰাৰ কথা উল্লেখ কৰিছে (পৃঃ ৪০)। কুমাৰ গুপ্তৰ (খৃঃ ৪৪৭-৪৮) ৰ দিনৰ

বাইগ্ৰাম তাম্ৰলিপিত ৰাজ্য (ৰজা)ৰ ভূমি দুজন ব্যক্তিয়ে তিনি কুল্যবাপ খাজনাবিহীন খিল (ভূমি) ক্ৰয় কৰাৰ কথা আছে— যি ভূমি ফুল, সুগন্ধি দ্ৰব্যৰ মূল্যৰ বাবে দান দিয়াটো হ'ল উদ্দেশ্য। দামোদৰপুৰ তাম্ৰশাসনতো (কুমাৰগুপ্তৰ দিনৰ) ৰজা আৰু এগৰাকী ক্ৰেতাৰ মাজত ভূমি ক্ৰয়-বিক্ৰয়ৰ কথা উল্লেখ কৰা হৈছে (৪৩)। কুমাৰ গুপ্তৰ ধনাইদহা লিপি (৪৩২-৩৩ খৃঃ) ৰজা আৰু সাধাৰণ প্ৰজাৰ মাজত ভূমি ক্ৰয়-বিক্ৰয়ৰ কথা লিপিবদ্ধ আছে— য'ত ভূমিৰ ক্ৰেতাই স্থায়ীভাৱে, সেই স্থানত প্ৰচলিত দামত, সেই স্থানৰ ৰীতি অনুসৰি ক্ৰয় কৰাৰ কথা উল্লেখ আছে। এইদৰে দেখা যায় যে কুমাৰ গুপ্তৰ দিনত বংগ পৰ্যন্ত ৰজাই ভূমি প্ৰচলিত দৰত বিক্ৰী কৰিব পৰাকৈ অধিকাৰ সাব্যস্ত কৰিছিল। জৈমিনিয়ে যি সময়ত ভূমিৰ ওপৰত কৃষকৰ অধিকাৰৰ কথা উল্লেখ কৰিছে সেই সময়ত বাস্তৱত ৰজাই প্ৰতিষ্ঠা কৰিছিল একচ্ছত্ৰী অধিকাৰ (৪৪)। গুপ্ত যুগৰ পিছত হৰ্ষবৰ্ধনৰ দিনলৈকে (খৃঃ ৬০৬—৬৪৬) ভাৰতত ভূমিৰ ওপৰত ৰজাৰ একচ্ছত্ৰী অধিকাৰৰ তথ্যই পোৱা যায়। প্ৰস্তৰলিপি আৰু শিলালিপিসমূহৰ ভাষা আৰু ৰচনা-প্ৰণালীলৈ লক্ষ্য ৰাখি এই কথা অনুমান কৰিব পাৰি যে এই সুদীৰ্ঘ কালছোৱাত প্ৰাচীন কামৰূপ লগত কনৌজ আৰু উত্তৰ ভাৰতৰ অন্যান্য ৰাজ্যসমূহৰ ওচৰ সম্পৰ্ক আছিল আৰু ইয়াৰ ফলত ভূমি সম্পৰ্ক, উৎপাদন ব্যৱস্থা আৰু ভাষাৰ ক্ষেত্ৰতো গুৰুত্বপূৰ্ণ প্ৰভাব পৰিছিল।

---

*৪৩ দত্ত, উক্ত গ্ৰন্থ, পৃঃ ৪১*

*৪৪ "Thus the reality of the custom of the age is manifest in these epigraphic records when Jaimini and his amotator are polerising that the land belong to the cultivators! —পৃঃ ৪২, ড. দত্ত*

## অধ্যয়ন - ৩

# বৰ্মণ যুগত আৰ্য আৰু ভাৰতীয় প্ৰভাৱত সামন্তবাদ

**৩.১ ভৌম অৰ্থ ভূমিজ বা থলুৱা নেকি ? :** ভৌম্য বা ভূমিজাত বংশৰ ৰাজত্বকাল খৃষ্টাব্দ ৩৫০ ৰপৰা সপ্তম শতিকাৰ মাজভাগলৈ (খৃঃ ৬৫০)। বৰ্মণ বংশৰ ৰজাসকলৰ প্ৰধান চকুতপৰা বৈশিষ্ট্য হ'ল যে তেওঁলোকে নৰকৰ নাতি, ভগদত্তৰ পুত্ৰ বজ্ৰদত্তৰপৰা নিজৰ বংশটোৰ উদ্ভৱ হোৱা বুলি দাবী কৰিছিল। অৱশ্যে এইটোও আৰম্ভণিৰেপৰা নহয়। ৰত্নপালৰ বৰগাঁও তাম্ৰলিপিত আৰু ভাস্কৰ বৰ্মণৰ দিনৰ তথ্য-পাতি তথা বাণৰ 'হৰ্ষচৰিত'ত নৰকৰ বংশোদ্ভৱ হিচাপে বৰ্মণ বংশক দাবী কৰা হৈছে। নিধানপুৰ তামৰ ফলিত বৰ্মণ বংশৰ আদি ৰজা পুষ্য বৰ্মণ নৰকৰ নাতি বজ্ৰদত্তৰ মৃত্যুৰ তিনি হেজাৰ বছৰ পিছত কামৰূপৰ ৰজা হোৱা বুলি দাবী কৰিছে। কুৰুক্ষেত্ৰ যুদ্ধৰ সময় ৩১০২ খৃঃ পূঃ আৰু ২৪৪৯ খৃঃ পূঃ বুলি ধৰা হয়, সেই হিচাপে নিধানপুৰ লিপিয়ে দাবী কৰা পুষ্যবৰ্মণৰ সময় খৃঃ পূঃ ১০২ ৰপৰা খৃঃ ৫৫১ হয়। কুৰুক্ষেত্ৰ যুদ্ধৰ সুদীৰ্ঘ কালৰ পিছত এনে এটা বংশ-সূত্ৰ উদ্ভাৱনৰ হেতু এইটোও হ'ব পাৰে যে নৰক বা বজ্ৰদত্তৰ উত্তৰাধিকাৰী বুলিলে বংশটোৰ মৰ্যাদা সুপ্ৰতিষ্ঠিত হয়। মাজৰ আনুমানিক তিনি হেজাৰ বছৰৰ কোনো নিৰ্দিষ্ট, নিৰ্ভৰযোগ্য ইতিহাস নাই। এই সুদীৰ্ঘ কালৰ কামৰূপৰ ইতিহাস নৰকৰ পতন, হৰিহৰ যুদ্ধত বাণৰ পতনৰ পিছৰ ইতিহাস। এই ইতিহাস জনজাতি কিৰাত আৰু অন্যান্য অৰণ্যৰাসী জনগোষ্ঠীবিলাকৰ লগত উত্তৰ ভাৰতৰ মিথিলা আদি দেশৰপৰা অহা লোকসকলৰ সমন্বয় আৰু সহাৱস্থানৰ ইতিহাস বুলিব পাৰি। এই যুগতেই সম্ভৱতঃ ধীৰে ধীৰে কিৰাতসকলে প্ৰদান কৰা নদীৰ নাম, স্থানৰ নাম প্ৰব্ৰজনকাৰী আৰ্য আৰু ব্ৰাত্যসকলে গ্ৰহণ কৰে। এই গ্ৰহণ বৰ্জনৰ প্ৰক্ৰিয়াত আমি দেখা পাওঁ যে সংস্কৃত ভাষা অথবা সংস্কৃতমূলীয় ভাষাই প্ৰাধান্য বিস্তাৰ কৰে। পাগৰ্-জ্যৌ-তিছ-পুৰৰ ৰূপান্তৰ প্ৰাগজ্যোতিষপুৰলৈ, খামাৰ ৰূপান্তৰ কামাখ্যালৈ হোৱাৰ যুগটো দীঘলীয়া। গুৰুত্বপূৰ্ণ কথা হ'ল এই সংস্কৃতৰ প্ৰাধান্য বচাৰ প্ৰক্ৰিয়াত প্ৰাচীন নদী আৰু উপনদীবিলাকৰ পুৰণি

নামেই কিন্তু তিষ্ঠি থাকিল— ইয়াৰ কাৰণ সম্ভৱতঃ সহাৱস্থান,— যোগিনী তন্ত্ৰ বৰ্ণিত সকলো পীঠৰ ধৰ্ম আৰু জীৱন পদ্ধতিক সমান মৰ্যাদা প্ৰদানৰ ব্যৱস্থা। দিহুং, দিবং, দিচাং, দিখৌ, ডিমৌ, দিক্ৰং, ডিব্ৰু, ডিফলু, ডিগাৰু, কলং, কিলিং আদি নৈৰ নামবোৰ সমন্বয় আৰু সহাৱস্থানৰ মাজেদি থাকি গ'ল। কলং, কিলিং আদি কাৰ্বি ভাষাৰ আৰু লামচাখাং লামডিং আদি ঠাইৰ নামো কাৰ্বিৰ অৱদান বুলি ক'ব পাৰি।

নৰক নামৰ ব্যৱহাৰ টোটেমভিত্তিক বা গোত্ৰ পৰিচয় ভিত্তিক বুলি ধৰিলে কথাটো অধিক সহজবোধ্য হয়। 'নৰক' গোত্ৰ হ'লে ইয়াৰ মৰ্যাদা বিষ্ণু-বৰাহ আৰু পৃথিবীৰ লগত জন্ম-সূত্ৰে প্ৰথিত। পৃথিবীৰ পুত্ৰ হিচাপে ভূমিজ— থলজ বা থলুৱা। উপকথাৰ বস্তুগত অৰ্থ সম্পূৰ্ণ দুৰ্বোধ্য নহয়। ভূমিজাত বাবে ভৌম্য যি ব্ৰাহ্মণৰ দৰেই নিজেই পূজা-অৰ্চনা কৰিব পাৰে। মহেশ্বৰ শিৱৰ আৰধনাত ব্ৰতী বৰ্মণ বংশৰ উত্থানে আনহাতে এইটোও সূচায় যে হৰি-হৰৰ যুদ্ধত হৰিৰ মাহাত্ম্য প্ৰতিষ্ঠা হ'লেও শৈৱ-ধৰ্ম শিশু পূজা ৰূপত নাইবা শিৱ-ব্ৰহ্মা ৰূপত পূজা কৰাৰ জৰিয়তে শৈৱ ধৰ্ম ব্যাপক ৰূপত থাকি গ'ল। কামৰূপৰ ধৰ্মৰ ক্ষেত্ৰত অত্যন্ত তাৎপৰ্যপূৰ্ণ দিশটো হ'ল বলোভদ্ৰ বা সংকৰ্ষণৰ প্ৰাধান্য। বলোভদ্ৰ হ'ল হলধৰ, নাঙল অস্ত্ৰ। অতি স্বাভাৱিক কাৰণতে হলধৰৰূপী কৃষক-ভগবানৰ এটি প্ৰতিমূৰ্তি আমাৰ মনলৈ আহে। আমাৰ লৌকিক শিৱও হলধৰ— কৃষক শিৱ ভোলানাথ।

ভৌম্য অৰ্থত পৃথিবীৰপৰা জন্মা বা থলুৱা বুলি ধৰিলে বৰ্মণ বংশ হয় কামৰূপৰ স্থায়ী বা পুৰণি বাসিন্দাসকলৰ পৰা উদ্ভৱ হোৱা আৰ্য ধৰ্ম আৰু ভাষা গ্ৰহণকাৰী ব্ৰাত্য— সংমিশ্ৰিত গোষ্ঠীৰ লোক। এই গোষ্ঠীয়ে পূৰ্বৰ নৃগোষ্ঠীগত স্বৰূপ আৰু পৰম্পৰা ৰক্ষা কৰা, সংমিশ্ৰিত কৰা আৰু গ্ৰহণ-বৰ্জনৰ মাজেদি উন্নীত কৰাটো সেয়ে সম্ভৱ। পিছলৈ ম্লেছ বিদ্ৰোহৰ নায়কজনে নিজকে শালস্তম্ভ বোলা আৰু জাতিটো নৰক বংশোদ্ভৱ বোলাটোও একে ধৰণৰ টোটেম (গোত্ৰ) ভিত্তিক দাবী বুলি গণ্য কৰাৰ ভিত্তি আছে। মৰ্যাদাৰ স্বীকৃতি লাভৰ উদ্দেশ্যে এনে গোত্ৰৰ নাম ব্যৱহাৰ কৰা হয় (১)।

## ৩.২ কনৌজৰে মিত্ৰতাৰ ভিত্তি

বৰ্মণ বংশৰ ৰজাসকলে যে সংস্কৃত ভাষা ব্যৱহাৰ কৰিছিল বা জানিছিল তাৰ প্ৰমাণ

---

১ ডি ডি সৰকাৰে মন্তব্য কৰিছে এইদৰে— *'Since the epico-Puranic myths associated Pragjyotisha with Naraka and his disendents, it was quite natural for the kings of Ancient Assam to fabricate the story of thier descent from Narka's family Page 96, The comprehensive History of Assam, Vol I, First Edition*

তেওঁলোকৰ নাম আৰু তেওঁলোকৰ দিনৰ লিপিবোৰৰপৰা জনা যায়। পুষ্য বৰ্মণৰ পৰা ভাস্কৰ বৰ্মণ পৰ্যন্ত প্ৰতিজন ৰজাৰে নাম সংস্কৃত। অন্য কোনো জনজাতীয় নাম বা অষ্ট্ৰিক কিম্বা মংগোলীয় নাম তেওঁলোকৰ নাছিল। আহোম ৰজাসকলে হিন্দু ধৰ্ম আৰু পৰম্পৰা গ্ৰহণ কৰি আৰ্য ভাষাৰ নাম আৰু সংস্কৃত ভাষাৰ নাম একে লগে ব্যৱহাৰ কৰাৰ নিদৰ্শন বৰ্মণ বংশৰ ক্ষেত্ৰত দেখা নাযায়। এইটোৱে বুজায় যে তেওঁলোকৰ কোনো অষ্ট্ৰিক বা মংগোলীয় ভাষাৰ লগত জন্ম-সূত্ৰগত সম্পৰ্ক নাছিল অথবা এইটোও হ'ব পাৰে যে সংস্কৃত বা সংস্কৃতগন্ধী ভাষা ৰাইজৰ সহজবোধ্য আছিল বাবেই অন্য কোনো থলুৱা নামৰ প্ৰয়োজন হোৱা নাছিল। সাধাৰণতে ৰাজবংশৰ গোত্ৰ-ভাষা ভিন্ন হ'লে ভিন্ন নাম থকা দেখা যায়— এইটো বৰ্মণ বংশৰ ক্ষেত্ৰত দেখা নাযায়

পুষ্য বৰ্মণৰ আনুমানিক ৰাজত্বকাল সমুদ্ৰগুপ্তৰ (গুপ্ত বংশৰ) সমসাময়িক নাইবা সমুদ্ৰগুপ্তৰ শাসনৰ শেষ পৰ্বৰ সমসাময়িক বুলি ধৰা হয়। কিন্তু পুষ্য বৰ্মণ বা কামৰূপ নৃপতি সমুদ্ৰ গুপ্তৰ পৰাভূত বা পৰাধীন নৃপতি নাছিল কামৰূপৰ ৰজাক সমুদ্ৰ গুপ্তৰ এলাহাবাদ স্তম্ভ লিপিত 'প্ৰত্যন্ত নৃপতি' অৰ্থাৎ গুপ্ত সাম্ৰাজ্যৰ সীমান্তৱৰ্তী ৰাজ্যৰ নৃপতি বুলি উল্লেখ কৰিছে। এই সম্পৰ্কটো সমুদ্ৰ গুপ্তই অশ্বমেধ যজ্ঞ অনুষ্ঠিত কৰাৰ পিছত পৰিৱৰ্তিত হোৱাৰো কোনো ঐতিহাসিক প্ৰমাণ নাই।

বৰ্মণ বংশৰ ৰাজত্বকালত আমি উত্তৰ ভাৰতৰে সংঘাত আৰু সংঘৰ্ষৰ তথা সহযোগিতাৰ তিনিটা নিদৰ্শন পাওঁ। প্ৰথম মালৱৰ ৰজা মহাসেন গুপ্তৰ লগত যুদ্ধত লৌহিত্যৰ পাৰত সুস্থিত বৰ্মণৰ পৰাজয় (২)। স্থিত বৰ্মণৰ হাতত গৌড়ৰ সাময়িক পৰাজয়ৰ পোতক তোলাৰ বাবেই তেওঁৰ পুত্ৰ সুস্থিত বৰ্মণৰ বিৰুদ্ধে গৌড়ৰ বন্ধু মহাসেন গুপ্তই আক্ৰমণ চলাইছিল। ইয়াৰ পিছতো ভাস্কৰ বৰ্মণৰ ভ্ৰাতৃ সুপ্ৰতিষ্ঠিত বৰ্মণৰ দিনত গৌড়ৰ আক্ৰমণ আৰু কামৰূপৰ ওপৰত সাময়িক আধিপত্য বিস্তাৰৰ প্ৰতিশোধ লাভৰ উদ্দেশ্যে মিত্ৰতাৰ পাশত আবদ্ধ হৰ্ষবৰ্ধনৰ লগ লাগি সম্ভৱতঃ গৌড় আক্ৰমণ কৰিছিল ভাস্কৰ বৰ্মনে। গৌড়ৰ ৰাজধানীও কিছুদিনৰ বাবে জয় কৰি ভাস্কৰ বৰ্মনে সাব্যস্ত কৰিছিল প্ৰাগজ্যোতিষপুৰৰ শৌৰ্য। ইয়াৰ প্ৰমাণ ডুবি আৰু নিধানৰপুৰ তাম্ৰ শাসনে বহন কৰিছে। ভাস্কৰ বৰ্মণৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ দিশটো হ'ল নিজে শৈৱ হৈও হৰ্ষবৰ্ধনৰ দিনত অনুষ্ঠিত বৌদ্ধ মহাসানীতিত যোগদান। ভাস্কৰ বৰ্মণে গৌড় দখল কৰাই নহয়, গৌড়ৰ ৰাজধানী কৰ্ণসুবৰ্ণত শিবিৰপাতি সেই শিবিৰৰপৰা নিধানপুৰ

---

*২ আদিত্য সেনৰ অফচৰ লিপিৰ বৰ্ণনাৰ ভিত্তি ডি চি সৰকাৰৰ মন্তব্য দ্ৰষ্টব্য। বাণৰ হৰ্ষ চৰিতত মালৱৰ ৰাজধানী বেত্ৰৱতী (বিদিশা) আৰু কুমাৰ গুপ্ত তথা মাধৱ গুপ্তক (হৰ্ষবৰ্ধনৰ পৰাধীন) মালৱৰাজৰ পুত্ৰ বুলি উল্লেখ আছে।— দ্ৰষ্টব্য হৰ্ষচৰিত, বাণভট্ট প্ৰবোধ কুমাৰ ঠাকুৰ বাবুজি ১৯৮৬ সংস্কৰণ সুস্থিত বৰ্মনৰ পৰাজয়ৰ পিছৰ কালত হৰ্ষবৰ্ধনৰ লগত মালৱৰ বিবাদ অধিক তীব্ৰতৰ হয় হৰ্ষৰ ভগ্নী, তাজ্যশ্ৰীৰ হত্যাকাণ্ডৰ পিছত।*

তাম্র শাসন প্ৰদান কৰিছিল।

## ৩. ৩ বানভট্টৰ হৰ্ষচৰিতত কামৰূপৰ অৰ্থনীতি

বাণভট্টৰ হৰ্ষচৰিতত আছে ভাস্কৰে হৰ্ষবৰ্ধনলৈ পঠোৱা উপঢৌকনৰ নাম, গুণাগুণ আৰু ঐতিহ্যৰ কথা। ভাস্কৰ বৰ্মণৰ দিনত অন্ততঃ অসমৰ প্ৰাগজ্যোতিষপুৰ পৰ্যন্ত ভূ-ভাগত উপভোগৰ দ্ৰব্য উৎপাদন বাঢ়িছিল আৰু বাণিজ্যও বাঢ়িছিল। ভূমিৰ ক্ষেত্ৰত স্থায়ীভাৱে ভূমি বন্দবস্ত কৰি দিয়াৰ ব্যৱস্থা প্ৰৱৰ্তিত হৈছিল।

প্ৰথম চোৱা যাওক উৎপাদিত সামগ্ৰী বিলাকৰ চৰিত্ৰ। হৰ্ষহৰ্ধনে গৌড়ৰ ৰজাৰ বিৰুদ্ধে যুদ্ধ কৰাৰ বাবে চলোৱা প্ৰস্তুতি পৰ্বত কামৰূপৰ মহাৰাজাধিৰাজ ভাস্কৰ বৰ্মনো হৰ্ষবৰ্ধনৰ প্ৰতি বন্ধুত্বৰ প্ৰতিশ্ৰুতি দি আৰু তেনে প্ৰতিশ্ৰুতি হৰ্ষৰ পৰা বিচাৰি উত্তৰাধিকাৰ সূত্ৰে ভগদত্তৰ বংশৰপৰা পোৱা বৰুণ ছত্ৰ বা 'আভোগ' ছত্ৰসহ মুঠ পাঁচিছবিধ সামগ্ৰী হংসবেগৰ হাতত পঠাইছিল। এই সামগ্ৰী কেইবিধ হ'ল— (১) ৰক্তবৰ্ণ পদ্মৰাগ ৰত্ন, (২) ৰাজ উত্তৰাধিকাৰসূত্ৰে পোৱা অমূল্য অমূল্য ৰত্নৰ পেৰা, (৩) কাৰু শিল্পৰ মহিমামণ্ডিত উজ্জ্বল শিখৰমণি, (৪) বক্ষহাৰ, (৫) সুচিত্ৰিত বেটৰ পেৰা, (৬) শঙ্খ আৰু স্ফটিকৰ বান-পাত্ৰ, (৭) সোণৰ পাতেৰে মেৰিওৱা খেটক-ঢাল, (৮) অশ্বাৰোহীৰ জংঘন-গ্ৰন্থনৰ বাবে ব্যৱহৃত ভূৰ্জপত্ৰৰ নিচিনা কোমল জাতীপট্টিকা, (৯) বিচিত্ৰ হৰিণৰ কোমল চৰ্মোপাধান, (১০) প্ৰিয়ংপুষ্পৰ দৰে ৰঙৰ কিছুমান বেতৰ আসন, (১১) অগৰুৰ সুবাসিত বাকলিৰে গ্ৰন্থিবদ্ধ কিছুমান পুস্তক, (১২) তামোল-পাণ, (১৩) অগৰু তেল, কপৌ আৰু পলাশ আদিৰ ৰঙেৰে প্ৰলেপযুক্ত মুৰলী, (১৪) গৰদৰ পট্ট-সূত্ৰ নিৰ্মিত বিৰাট আধাৰ-পাত্ৰত চূড়া প্ৰমাণ কৃষ্ণ অগৰু, গোপীৰ্ষক চন্দন, কৰ্পূৰ, কক্কোল সুগন্ধি লবঙ্গ ফুলৰ মঞ্জৰী, জাতী ফলৰ স্তবক, নাটমেঘ আৰু উগ্ৰগন্ধ কস্তুৰীমৃগৰ নাভি, (১৫) শ্বেত চামৰ, (১৭) চিত্ৰ অংকনৰ বাবে কিছুমান ফলক আৰু তুলিকা ৰাখিবৰ বাবে লাওৰ পাত্ৰত কিছুমান অংকেন সম্ভাৰ, (১৮) কণ্ঠত সোণৰ শিকলি বন্ধা দুটি কিন্নৰ, (১৯) দুটি বন-মানুহ (২০) দুটি জীৱঞ্জীৱ চৰাই (২১) দুটা কস্তুৰী মৃগ, (২২) পোহমনা এজনী চোৰৰী গাভী, (২৩) সোণৰ পিঞ্জৰাৰ মাজত এজোৰ ভাটৌ, (২৪) প্ৰবালৰ পিঞ্জৰাৰ মাজত চন্দ্ৰচকোৰ পক্ষী (২৫) গড়ৰ খড়্গৰ কুণ্ডল, তাতে জলহস্তীৰ কুম্ভ-মোতিৰ দুলি থকা মালা (৩)। আভোগ বৰুণ ছত্ৰ যিটো উপহাৰ হিচাপে দিয়া হৈছিল, সেইটো অদাহ্য, হৰণ কৰিব নোৱাৰে, তিয়াব নোৱাৰে, মলিন কৰিব নোৱাৰে আৰু জৰাৰ কোনো কাৰণে জৰ্জৰিত কৰিব নোৱাৰে। বাণভট্টৰ বৰ্ণনাৰ বাহুল্যতাখিনি বাদ দিলে বস্তুবিলাকৰ মাজত দেখা যায় বনাঞ্চলৰ জনজাতি- উৎপাদিত বা প্ৰকৃতিৰ

৩ হৰ্ষচৰিত, উক্ত অনুবাদ গ্ৰন্থ, পৃঃ ২৮৬-২৮৭।

বুকুৰপৰা প্ৰত্যক্ষভাৱে আহৰণ কৰা সম্পদৰপৰা আৰম্ভ কৰি অতি সূক্ষ্ম কাৰিকৰী বা শিল্প-নৈপুণ্য থকা শিল্পীৰ দ্বাৰা উৎপাদিত পাট আৰু অন্যান্য সামগ্ৰী, চাৰু-কাৰু শিল্পৰ সামগ্ৰী, বাঁহ আৰু বেতৰ সামগ্ৰী, ফুল আৰু পাতৰ সুগন্ধি দ্ৰব্য তথা আৰু তেল আৰু কৰ্পূৰৰ দৰে উৎপাদিত তেল, গড়ৰ খড়্গ আৰু হস্তী দাঁত নিৰ্মিত সামগ্ৰী আদিৰ উৎপাদন আৰু ব্যৱসায় চলাৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰমাণ এইবোৰে দাঙি ধৰে। বন-মানুহ, কিন্নৰ আৰু জল-মানুহ আদিৰ প্ৰকৃত স্বৰূপ আৰু যোগানৰ উৎস অৱশ্যেই সুস্পষ্ট নহয়। বৰুণ ছত্ৰৰ নিৰ্মাণৰ সামগ্ৰী আৰু গুণাগুণ সম্পৰ্কীয় কথাখিনিৰ বৈজ্ঞানিক সত্যতাও 'হৰ্ষচৰিত'ৰপৰা নিৰ্ণয় কৰিব নোৱাৰি।

ভাস্কৰ বৰ্মণৰ দিনৰ ভূমি ব্যৱস্থা সম্পৰ্কে আৰু অৰ্থনৈতিক ৰূপান্তৰৰ বিষয়ে আমি নিধানপুৰ আৰু ডুবিৰ তাম্ৰ-শাসনৰপৰা জানিব পাৰোঁ। ডুবিৰ তাম্ৰলিপি নিধানপুৰ তাম্ৰলিপিতকৈ পুৰণি। নিধানপুৰ তাম্ৰলিপি আনহাতে প্ৰদান কৰা হৈছিল কৰ্ণ-সুবৰ্ণ (গৌড়ৰ ৰাজধানীৰপৰা)। এইটো পৰোক্ষভাৱে নিধানপুৰ লিপিৰপৰা প্ৰমাণিত হয় যে কৰ্ণসুবৰ্ণত শিৱিৰ পাতি ভূমিৰ সুব্যৱস্থা কৰা ভাস্কৰ বৰ্মণৰ বীৰত্ব নাইবা বুদ্ধিমত্তাক ঐতিহাসিকভাৱে হেয় কৰাৰ কোনো যুক্তি নাই (৪)। নিধানপুৰ তাম্ৰলিপি আৰু ডুবি তাম্ৰলিপি--- দুয়োখনৰে নষ্ট হোৱাৰ ধৰণ আৰু পিছত ভাস্কৰ বৰ্মনে পুনৰ তাম্ৰ লিপি প্ৰদান কৰাৰ ধৰণ প্ৰায় একে। প্ৰথমে ডুবি তাম্ৰ লিপি প্ৰদান কৰাৰ প্ৰায় এশ বছৰ পিছত ভাস্কৰ বৰ্মনে পুনৰাই তাম্ৰলিপি প্ৰদান কৰি খাজনা ৰহিত ভূমিৰ প্ৰকৃত উত্তৰাধিকাৰীক ভূমিৰ অধিকাৰ প্ৰদান কৰা ঘটনাই কেবাটাও কথা পৰোক্ষভাৱে প্ৰমাণিত কৰে। প্ৰথম কথা, ৰাষ্ট্ৰৰ ধাৰাবাহিকতা। এশ বছৰ আগৰ এখন নথি হেৰালে নথিৰ অভাৱত ৰাষ্ট্ৰ আৰু ভূমিৰ মালিক উভয়ৰে ক্ষতি হয়। গতিকে নথি পুনৰাই প্ৰদান কৰাৰ যৌক্তিকতা কেৱল ৰাষ্ট্ৰৰ ধাৰাবাহিকতাৰ সূত্ৰ ধৰিহে প্ৰতিষ্ঠা কৰিব পাৰি। দ্বিতীয়তে, ভূমিৰ মান অনুসৰি খাজনা নিৰূপণৰ ব্যৱস্থা এটা থকাৰ বা প্ৰবৰ্তন কৰাৰ ইংগিত পোৱা যায়। এইটোৱেই মূল কাৰণ যাৰ বাবে তাম্ৰ লিপি হেৰোৱা খাজনা ৰহিত ভূমি ভোগ কৰা ব্ৰাহ্মণে অসুবিধাত পৰাৰ সম্ভাৱনাৰ প্ৰতি লক্ষ্য ৰাখি ৰজা ভাস্কৰ বৰ্মনে পুনৰাই নথি প্ৰদান কৰিছিল। তৃতীয়তে এই কথাও প্ৰতীয়মান হয় যে ৰজা ভাস্কৰ বৰ্মনে আজো আজো ককাকৰ দিনৰ মাটিৰ নথি এশ বছৰ পিচত পুনৰাই প্ৰদান কৰাটো তেওঁৰ

---

*৪ কোনো কোনো ইতিহাসবিদে দুৰ্বল যুক্তিৰে ভাস্কৰ বৰ্মণে অকলে কৰ্ণসুবৰ্ণ জয় কৰাৰ কথাটো মানি নলয়। (দ্ৰষ্টব্য : DC Sirkar, The Bhanma Naraka or Varman Dynasty of Pushya Varman, The Comprehensive History of Assam, Vol I, Edition I, আৰু কৰ্ণসুবৰ্ণৰ শিৱিৰত থাকি ভূমি বৰ্মণৰ দিনত দিয়া লিপি পুনৰ প্ৰদান কৰাটোৱে কৰ্ণ সুবৰ্ণত ভাস্কৰ বৰ্মণৰ স্থিতি প্ৰমাণিত কৰে।*

ৰাজশক্তিৰ গৰিমামণ্ডিত হোৱাৰ লগত সম্পৰ্কিত ঘটনা। ৰাজশক্তি আৰু শ্ৰীবৃদ্ধি নহ'লে বা ৰজাই ভূমি-ব্যৱস্থাৰ শৃংখলা লগাবলৈ প্ৰয়াস নকৰিলে ভূমিৰ স্থায়ী মালিকানাৰ প্ৰমাণ-পত্ৰ প্ৰদানৰো প্ৰয়োজন নাথাকে। খাজনা বিহীন ভূমি-মালিকানাৰ নথি নাথাকিলে খাজনা ভৰিব লাগে। খাজনাৰ নিয়ম বিকশিত হোৱাটোৱে পুৰণি জনজাতীয় ভূমি মালিকানা অসমৰ (প্ৰাচীন কামৰূপৰ) সমতল ভাগত আৰু অসম-অধিকৃত ওচৰ ঘৰীয়া ৰাজ্যত বিলোপ ঘটাৰ পৰোক্ষ প্ৰমাণ দাঙি ধৰে।

## ৩.৪ ডুবি আৰু নিধানপুৰ তাম্ৰফলিৰ গুৰুত্ব

প্ৰাচীন কামৰূপৰ ডুবি আৰু নিধানপুৰৰ তাম্ৰফলি দুখনৰ অসমৰ অৰ্থনৈতিক বুৰঞ্জীত গুৰুত্ব অসীম। দুয়োখনৰ ওপৰতে বিশদ আলোচনা বিভিন্ন গ্ৰন্থত হৈছে। নিধানপুৰ তাম্ৰফলি হ'ল বৰ্মণ বংশৰ ৰাজত্ব কালত অসমৰ ভূমি-ৰাজহ ব্যৱস্থা, শ্ৰম সংগঠন বা শ্ৰম বিভাজন, ৰাজনীতি, ৰাজস্ব প্ৰশাসন, সমাজ-ব্যৱস্থা, কৃষি, উদ্যোগ, পশুধন তথা নদী-প্ৰকৃতিৰ এক নিৰ্ভৰযোগ্য অধ্যয়নৰ উৎস। নিধানপুৰ তাম্ৰফলি আৱিষ্কৃত হৈছিল ১৯১২ চনত আধুনিক বাংলাদেশৰ চিলেট (শ্ৰীহট্ট) জিলাৰ নিধানপুৰ নামৰ স্থানত। গতিকে ইয়াক কোৱা হয় নিধানপুৰ তাম্ৰফলি।

নিধানপুৰ তাম্ৰফলি প্ৰদানৰ উদ্দেশ্য আছিল মূলতঃ এক বৃহৎ সংখ্যক ব্ৰাহ্মণক স্থায়ীভাৱে খাজনাৰহিত ভূমিৰ মালিকীস্বত্ব প্ৰদান কৰা। নিধানপুৰ তাম্ৰফলিৰ মুঠ পাত আছিল সাতখন, ইয়াৰে এখন হ্ৰূত, বাকী আৱিষ্কৃতপত্ৰ কেইখন এটা ৰাজকীয় মোহৰযুক্ত আঙঠিৰ দ্বাৰা গ্ৰন্থিত। ভগ্ন ৰাজকীয় মোহৰটোত আছে এটা হস্তীৰ অগ্ৰ ভাগৰ চিত্ৰ।

নিধানপুৰ তাম্ৰফলি বৰ্তমান যি ৰূপত পোৱা হৈছে সেয়া হ'ল মহাভূতি বৰ্মণৰ দিনত (খৃঃ ৫১৮-৫৪২) ব্ৰাহ্মণসকলক খাজনাৰহিত ভূমি উপভোগ কৰিবৰ বাবে প্ৰদান কৰা ৰাজকীয় মঞ্জুৰীৰ পুনৰ নৱীকৰণ। মহাভূতি বৰ্মনে প্ৰদান কৰা মঞ্জুৰী ফলি কোনো কাৰণত হেৰোৱাত খাজনা সংগ্ৰহকাৰী বিষয়াসকলৰ অসুবিধা হৈছিল। গতিকে কৰ্ণসুবৰ্ণ জয় কৰা ভাস্কৰ বৰ্মনে প্ৰশাসনৰ কাম-কাজ নিয়াৰি কৰাৰ উদ্দেশ্যে সেনা শিবিৰৰপৰাই এই ফলিৰ নৱীকৰণ কৰিছিল। এই ফলিয়ে প্ৰত্যক্ষভাৱে প্ৰাচীন কামৰূপৰ ৰাজহ অঞ্চলৰ সীমা তথা দক্ষিণসীমা সম্পৰ্কে এটা ধাৰণা দিয়ে।

আটাইতকৈ গুৰুত্বপূৰ্ণ দিশ হ'ল ভূমিৰ শেষ অধিকাৰ সেই যুগত কাৰ? এই প্ৰশ্নটোৰ এটা সুসমাধান ফলিখনে দিয়ে। ফলিখন নতুনকৈ প্ৰদান কৰিবলগীয়া হোৱাৰ কাৰণ হ'ল পূৰ্বে প্ৰদান কৰা ফলি কোনো কাৰণত হেৰাইছিল। ফলি তথা খাজনা হীন ভূমি ভোগ কৰাৰ অধিকাৰৰ নথিখন হেৰোৱাৰ লগে লগে সেই ভূমি পুনৰ খাজনা দিবলগীয়া ভূমিত পৰিণত হ'ল, অৰ্থাৎ পুনৰ ৰজাৰ নিয়ন্ত্ৰণলৈ আহিল। নৱীকৰণো পুনৰ ৰজাইহে

কৰিব পাৰিছিল। গতিকে ৰজাই যে চূড়ান্ত অধিকাৰী এই কথা প্ৰমাণিত হয়। এই দিশটোৰ প্ৰতি লক্ষ্য ৰাখি প্ৰসিদ্ধ ৰাজনৈতিক-অৰ্থনৈতিক ইতিহাসবিদ ভূপেন্দ্ৰ নাথ দত্তই লিখিছিল ঃ-

"In the grant it is to be seen that the land granted by a previous King as a revenue free one, became liable to taxation on account of the loss of the charter. This means that on account of the proper documents, the land lapsed to the royal treasury This manifests that the propritory right and its prergoatives belonged to the king " (৫)

ড. দত্তই তেওঁৰ বিস্তৃত অধ্যয়নত গুপ্তযুগতেই ভাৰতৰ হিন্দু সামন্তবাদৰ চূড়ান্ত বিকাশৰ উদাহৰণসমূহ দাঙি ধৰি দেখুৱাইছে যে এই যুগতে ভূমিৰ ওপৰত ৰজাৰ সৰ্বোচ্চ অধিকাৰ প্ৰতিষ্ঠা হৈছিল। প্ৰথম কুমাৰ গুপ্তৰ দিনৰ বাইগ্ৰাম তাম্ৰফলি, (খৃঃ ৪৪৭-৪৮), বুধ গুপ্তৰ দিনৰ তিনিখন দামোদৰপাৰ তাম্ৰফলিৰ জৰিয়তে সামন্তবাদী অধিকাৰ চূড়ান্ত ৰূপত বিকশিত হোৱাৰ উদাহৰণ দাঙি ধৰি ড. দত্তই কৈছে যে এনে তাম্ৰফলি বিলাকৰ লিপি ছটা খণ্ডত ভাগ কৰি পৰ্যালোচনা কৰিব পাৰি। প্ৰথম ভূমি বিচৰাজনৰ আবেদন, দ্বিতীয়তে ভূমি হস্তান্তৰ (ক্ৰয়)ৰ উদ্দেশ্য, ভূমিৰ দাম; তৃতীয়তে চৰকাৰী বা ৰজাৰ পিছত ৰজা (ৰাষ্ট্ৰ)ৰ ভূমি হস্তান্তৰত সন্মতি দান, এই ভাগতে ভূমিৰ সীমা জৰীপৰ কথাখিনি সামৰি লোৱা হয়; পঞ্চমতে এনেদৰে কিনি লোৱা (হস্তান্তৰিত) মাটি কিনি লওতাজনে কোনো নিৰ্দিষ্ট দেৱ-দেৱতালৈ দান দিয়াৰ কথা আৰু ষষ্ঠ ভাগত দান কৰোতাৰ পূণ্য ভাগৰ কথা অন্তৰ্ভুক্ত। ১ম কুমাৰ গুপ্ত আৰু অন্যান্য ৰজাসকলে প্ৰকাশ কৰা অন্য ভূমি বিক্ৰীৰ তাম্ৰ ফলিবিলাকে প্ৰমাণ কৰে ভূমিৰ ওপৰত ৰজাৰ একাধিপত্য বিস্তাৰৰ কথা। হৰ্ষবৰ্ধনৰ যুগত ৰজাৰ ভূমিৰ ওপৰত অধিকাৰ সু প্ৰতিষ্ঠিত হৈছিল। মধুবন তাম্ৰফলিৰ ভাষ্য এই ক্ষেত্ৰত উল্লেখযোগ্য। এই তাম্ৰলিপিতে বৰ্ধনে অকল উপযুক্ত নথি নথকা বাবে এখন গাঁৱৰ অধিকাৰীক তেওঁৰ অধিকাৰৰপৰা চ্যুত কৰাই নহয়, অন্য দুজনলোকক সেই গাঁৱৰ অধিকাৰ প্ৰদান তাম্ৰফলিৰ জৰিয়তে কৰা হৈছে। বৰ্ধন যুগৰ ত্ৰিপুৰাতো একে ধৰণৰ তাম্ৰফলি প্ৰদানৰ প্ৰমাণ আছে। ডুবি আৰু নিধানপুৰ তাম্ৰফলিয়ে সেই বাবেই অঞ্চলটোৰ ভূমি ব্যৱস্থাৰ ক্ষেত্ৰত, উত্তৰ ভাৰতত ইতিমধ্যে সুপ্ৰতিষ্ঠিত হোৱা সামন্তবাদী ব্যৱস্থাৰ সৈতে সংগতি থকা এটা ব্যৱস্থাৰ প্ৰবৰ্তনৰ ইংগিত দিয়ে। পূৰ্বৰ জনজাতি সমাজবোৰৰ আংশিক ধ্বংস-সাধন, যুদ্ধ, ধৰ্মৰ প্ৰসাৰ, সামাজিক অৰ্থনৈতিক বিনিময় তথা সাংস্কৃতিক বিনিময় আদিৰ জৰিয়তে সম্ভৱ হয়। পৰিবৰ্তনৰ এনে দ্ৰুতবেগী

*৫ Dialectics of Land Relations in India, Dr Bhupendra Nath Dutta, Page 53, 1952 edition।*

সংঘটক বিলাকৰ ভিতৰত যে যুদ্ধই প্ৰধান তাৰ প্ৰমাণ দাঙি ধৰে নৰকাসুৰৰ হাতত বিষ্ণুৰ সহাযত (পুনৰ ধৰ্মীয় উপাদান), পৃথিৱী মাতৃৰ (থলুৱা জন-সাধাৰণ)ৰ সহযোগিতাত ঘটক কিৰাতৰ পতনৰ ঘটনাটোৱেই ইযাৰ প্ৰমাণ। প্ৰতিটো ক্ষুদ্ৰ ক্ষুদ্ৰ জনগোষ্ঠীকে যুদ্ধৰ জৰিযতে পতন ঘটালেও ধৰ্ম আৰু কৃষ্টিৰ উপাদানসমূহ, বিশেষভাৱে উৎপাদনৰ প্ৰধান আহিলাসমূহৰ নিযন্ত্ৰণৰ ধৰণ আৰু উৎপাদন-সম্পৰ্কসমূহৰ সলনি কৰি দিযাৰ ওপৰতহে সমাজ গাঁথনিৰ পৰিবৰ্তন নিৰ্ভৰ কৰে। ডুবি আৰু নিধানপুৰৰ তাম্ৰফলিৰ প্ৰদত্ত অধিকাৰসমূহে মূলতঃ পুৰণি জনজাতি সমাজৰ সমূহীযা মালিকানাৰ নাইবা পৰিযালৰ মুৰব্বীৰ মালিকানাৰ ঠাইত ৰজাৰ নাইবা বিকশিত ৰাষ্ট্ৰৰ নিযন্ত্ৰণ প্ৰতিষ্ঠাৰ কথাকেই প্ৰতিফলিত কৰিছে। এনে পৰিবৰ্তনে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভৈযামৰ বিস্তীৰ্ণ অঞ্চলত ভূমি মালিকানাৰ স্বৰূপ সলনি কৰি দিছিল।

ডুবি তাম্ৰলিপিযে ইংগিত দিযে যে সুপ্ৰতিষ্ঠিত বৰ্মণ আৰু ভাস্কৰ বৰ্মনে অপৈণত বযসতে ৰাজ্য হেৰুৱাবলগীযা হৈছিল, সম্ভৱতঃ গৌড়ৰ ৰজা শশাংকৰ আক্ৰমণৰ ফলত। সম্ভৱতঃ তেওঁলোকক গৌড়ৰ ৰজাই বন্দী কৰি নিছিল। কোনো উপাযেৰে দুযো পুনৰ মুক্ত হৈ আহিছিল। দুযোৰে প্ৰচেষ্টাত গৌড়ৰ কবলৰপৰা প্ৰাগজ্যোতিষপুৰ মুক্ত কৰিবলৈ সমৰ্থ হৈছিল। বশ্যতা স্বীকাৰ নকৰিলে শশাংকৰ দৰে ৰজাই বন্দী শত্ৰু ৰাজকুমাৰক এৰি দিযাৰ পক্ষে যুক্তিযুক্ততা কম। সম্ভৱতঃ প্ৰমাণ নাথাকিলেও তেওঁলোকে বশ্যতাই স্বীকাৰ কৰিছিল। সেযে ভাস্কৰ বৰ্মনে (গৌড়ৰ পৰাধীনতা ওফৰাই পেলাই) পুনৰ ৰাজক্ষমতা গ্ৰহণৰ আগতে শুদ্ধীকৰণৰ কথা ডুবি তাম্ৰলিপিত উল্লেখ কৰা হৈছে।

ডুবি তাম্ৰলিপিত বৰ্ণিত ভাস্কৰ বৰ্মণ হ'ল মহাকাশ্যিক মহাবীৰ ভীষ্মকৰ দৰে চিৰ কুমাৰ, জ্ঞানী আৰু কাব্যিক প্ৰতিভাসম্পন্ন। ৰাজ্য শাসনত শৃংখলা লগাবৰ বাবেই তেওঁ আজো আজো-ককাক মহাভূতি বৰ্মণৰ দিনত (৫১৮-৪২ খৃঃ)ত প্ৰদান কৰা, পিছত জুয়ে পুৰি নাশ কৰা বাবে ৰজাৰ মঞ্জুৰীৰ খোদিত প্ৰমাণ নাইকিযা হৈছিল গতিকে সেই ফলিৰ পাতবোৰ গলাই নতুনকৈ সাঁচ দিয়াই ভাস্কৰ বৰ্মনে ভূমি দানৰ ৰাজাদেশ খোদিত কৰাইছিল। মহাভূতি বৰ্মনে ডুবি তাম্ৰ শাসনেৰে ঘোষ পৰিয়ালৰ দুজন ব্ৰাহ্মণক খাজনা ৰহিত ভূমি দান কৰিছিল। এইটো অতি আশ্চৰ্যজনক তথ্য কাৰণ এতিয়া উত্তৰ-পূব বংগত ঘোষ পৰিয়ালৰ অব্ৰাহ্মণ থাকিলেও ভাৰতত কোনো ঘোষ পৰিয়ালৰ ব্ৰাহ্মণ বা অব্ৰাহ্মণ প্ৰাচীন পৰিয়াল নাই। ইয়াৰ অন্তৰালত থকা ৰহস্যটো এনেকুৱাও হ'ব পাৰে ঘোষ উপাধিৰ ব্ৰাহ্মণ পৰিয়াল কালক্ৰমত— এশ বছৰৰ ভিতৰত পূৰ্বৰ উপাধি বাদ দি অন্য উপাধিৰে পৰিচিত হৈছিল নাইবা সেই স্থানৰ বা বাহিৰৰপৰা অহা কায়স্থ কুলৰ লোকৰ লগত মিলি গৈছিল। মহাভূতি বৰ্মনে প্ৰদান কৰা, ভাস্কৰ বৰ্মনে নবীকৰণ কৰা নিধানপুৰ ফলিত আনহাতে ভূমি মঞ্জুৰী প্ৰদানৰ স্থানখিনিৰ সুস্পষ্ট বৰ্ণনা আছে। সেই মতে ময়ূৰ শাল্মল

নামৰ চন্দ্ৰপুৰী বিষয়ৰ খাজনা-শূন্য (অগ্ৰহাৰ-ক্ষেত্ৰ) ভূমিখণ্ড আধুনিক শ্ৰীহট্টজিলাৰ অন্তৰ্ভুক্ত। ফলিত উল্লেখ কৰা মতে কৌশিকা নদী বা শুকাক কৌশিকা নদীখন পূব, উত্তৰ-পূব আৰু দক্ষিণ পূব সীমাত থকা এই ভূমিখণ্ডৰ দক্ষিণ-পশ্চিম, পশ্চিম আৰু উত্তৰ পশ্চিম সীমা গংগানিকা গংগিনী নদীয়ে আৱৰি আছে। এই কৌশিকা নদীক আধুনিক কুছিয়াৰা নদী আৰু গংগানিকাক গংগা, গংগ আদি নামেৰে পৰিচিত জলস্ৰোতক বুজাব পাৰি। সংকীৰ্ণ জলস্ৰোতক গংগানিকা বুলি কোৱাটো অস্বাভাৱিক নহয়। শ্ৰীহট্ট জিলাৰ কুছিয়াৰা নদীৰ পাৰৰ ময়ূৰশাল্মল নামৰ ভূমিখণ্ড যে মহাভূতি বৰ্মণৰ দিনত কামৰূপৰ অধীন আছিল সেইটো তাৎপৰ্যপূৰ্ণ কথা। ডুবি তাম্ৰ ফলিৰ শেষৰখণ্ড বা শেষ পাতখিলা হেৰোৱা বাবেই সম্ভৱতঃ বিষয়ৰ নাম, ভাস্কৰ বৰ্মণৰ কৰ্মচাৰীসকলৰ নাম আৰু সম্ভৱতঃ কিছুসংখ্যক গাঁও আৰু খাজনাৰহিত ভূমি লাভ কৰা মানুহৰ নাম লুপ্ত হৈছে।

নিধানপুৰ তাম্ৰ ফলিৰ তথ্য-পাতিসমূহে প্ৰমাণ কৰে যে প্ৰাচীন অসমৰ ৰাজতন্ত্ৰত ভূমিৰ তথ্য-পাতি, ভূমিৰ মান বিভাজনৰ তথ্য-পাতি, নদীৰ প্ৰকৃতি, খাজনাৰ হাৰ আৰু পৰিমাণ, সংগঠিত শ্ৰম-বিভাজন সম্পৰ্কীয় তথ্য-পাতি, মঠ-মন্দিৰত ব্ৰাহ্মণে গ্ৰহণ কৰিবলগীয়া দায়িত্ব আদিৰ নিৰ্দেশ, বিষয়াসকলৰ বিশিষ্ট দায়িত্ব আদিৰ তথ্য যথাযথভাৱে ৰখা হৈছিল। গুপ্ত সাম্ৰাজ্যৰ প্ৰথাই সম্ভৱতঃ বংগ আৰু কামৰূপৰ পশ্চিমভাগ পৰ্যন্ত এক গুৰুত্বপূৰ্ণ আৰ্থ-সামাজিক প্ৰভাৱ পেলাইছিল। ভূমি দান তথা মঞ্জুৰীৰ তাম্ৰ লিপিবোৰে মূলতঃ এইটো প্ৰমাণিত কৰে যে গুপ্ত যুগ আৰু বৰ্ধন যুগত যি ব্যৱস্থাৰে ৰজাসকলে ভূমিৰ সকলো নিয়ন্ত্ৰণ নিজৰ হাতলৈ আনিছিল— সেই একে ব্যৱস্থাৰেই কামৰূপৰ, (প্ৰাগজ্যোতিষপুৰৰ) ৰজাসকলেও ভূমিৰ নিয়ন্ত্ৰণ সম্পূৰ্ণ নিজৰ হাতলৈ আনিছিল। ইচ্ছামতে ৰজাই ভূমিৰ মালিকানা নিজৰ হাতলৈ অনা, হস্তান্তৰিত কৰাৰ অধিকাৰ অৰ্জন কৰিছিল।

## ৩.৫ ভাৰতবে সম্পৰ্ক আৰু আৰ্যীকৰণ

ভাস্কৰ বৰ্মণৰ বংশলতাৰ পৰিচয় 'হৰ্ষ চৰিত', ডুবি তাম্ৰলিপি আৰু নিধানপুৰ তাম্ৰলিপি— এই তিনিও উৎসতে বিদ্যমান। তিনিও উৎসতে ভাস্কৰ বৰ্মণক নৰক, ভগদত্ত, পুষ্পদত্ত, বজ্ৰ দত্তৰ বংশৰ লগত সম্পৰ্কিত বুলি কোৱা হৈছে। এইটো আনহাতে 'হৰ্ষচৰিত'ত হংসবেগে কৈছে যে নৰক হ'ল লক্ষ্মী দেৱীয়ে ৰসাতলত জন্ম দিয়া সন্তান (৬)। ইয়াত ভগদত্ত নৰকৰ পুত্ৰ বুলি কোৱা নাই, কৈছে "এই মহাত্মা (নৰক)ৰ বংশাৱলীতে দেখা যায় বেইজনমান মহীপাল— যেনে ভগদত্ত, পুষ্পদত্ত, বজ্ৰদত্ত। তেওঁলোকৰ পিছত

৬ হৰ্ষচৰিত, উক্ত অনুবাদ, পৃঃ ২৯০।

যিসকল ৰজাৰ নাম পোৱা যায়, তেওঁলোকৰ সম্পৰ্কত প্ৰপৌত্ৰ হৈ জন্ম ল'লে মহাৰাজ ভূতি বৰ্মণ, তাৰ পিছত পৌত্ৰ চন্দ্ৰমুখ বৰ্মণ, তাৰ পিছত পুত্ৰ কৈলাস স্থিৰ স্থিতি বৰ্মণ। তাৰ পিছত আহে মহাৰাজাধিৰাজ সুস্থিত বৰ্মণ। " .. শ্যামাদেৱীৰ গৰ্ভত জন্ম ল'লে ভাস্কৰ বৰ্মনে। ভীষ্মৰ দৰে তেওঁ চিৰকুমাৰ আৰু সূৰ্যৰ দৰে প্ৰিয়-সুন্দৰ। এওঁৰ আধুনিক নাম কুমাৰ।'"

এইদৰে পৰিচয় দিয়াৰ পিছত বাণৰ ভাষাত হংসবেগে ক'লে— আমাৰ মহাৰাজ 'কুমাৰ'ৰ ক্ষেত্ৰত দেখা পাঁও আশৈশৱ প্ৰণামত বিৰক্তি। মহাদেৱক প্ৰণাম কৰাৰ দৰে কেৱল আপোনাৰ পাদ অৰবিন্দতেই নিবেদিত হ'ল তেওঁৰ প্ৰণাম। তেওঁৰ আকাংক্ষা আপোনাৰ দৰে এক মিত্ৰ লাভ। বিজয়ৰ প্ৰবাহ, মৃত্যুৰ অনিবাৰ্যতা আৰু দিগ্বিজয়ৰ প্ৰচণ্ড প্ৰতাপৰ মাধ্যমতেই পৰিচয় পোৱা যায় মৈত্ৰীৰ।

"মোৰ প্ৰভুৰ মৈত্ৰী-সন্ধিতাৰ মূল কাৰণ আপোনাৰ যশৰ প্ৰতিভা আৰু তেওঁৰ ঐশ্বৰ্যৰ সহায়তা। সাহায্য-বিধানেই তেওঁৰ মৈত্ৰীৰ আকাংক্ষা।"..

."আপুনি নিশ্চিতভাৱে জানিব আপোনাৰ সহ-সংগতিৰ মাজেদিয়েই প্ৰাগজ্যোতিষেশ্বৰে লাভ কৰিব খোজে স্বাধীনতা।"

এই স্বাধীনতা প্ৰসংগত উল্লেখযোগ্য যে বংগৰ পৰাক্ৰান্তকাৰী ৰজা শশাংকই ভাস্কৰ বৰ্মণৰ পিতৃৰ মৃত্যুৰ পিছতে কামৰূপ আক্ৰমণ কৰি ভাস্কৰ বৰ্মণ আৰু তেওঁৰ ভ্ৰাতৃক হৰণ কৰি নিছিল। ভাস্কৰ বৰ্মনে কোনো উপায়েৰে বশ্যতা মানি গৌড়ৰাজৰ বন্দিত্বৰপৰা হাত সাৰে। গতিকে এই গৌড়ৰ সাময়িক পৰাধীনতাৰপৰা উদ্ধাৰৰ আকাংক্ষাও হ'ব পাৰে হৰ্ষবৰ্ধনৰ লগত মিত্ৰতাৰ এক মূল কাৰণ। সেইবাবে গ্ৰহ বৰ্মণৰ মৃত্যুৰ পিছত ভগ্নী ৰাজ্যশ্ৰীৰ অনিশ্চিত ভৱিষ্যতৰ সন্ধিক্ষণত, যুদ্ধৰ বাবে প্ৰস্তুতি চলোৱা হৰ্ষবৰ্ধনৰ লগত মিত্ৰতা পাশত আবদ্ধ হ'বৰ বাবে উপযাচি চিন্তা কৰা ভাস্কৰ বৰ্মণৰ কূটনৈতিক বিচক্ষণতা তাৎপৰ্যপূৰ্ণ।

হৰ্ষবৰ্ধনৰ আগত বাৰম্বাৰ হংসবেগে উল্লেখ কৰিছে যে দাস্য-বৃত্তিক তেওঁ ঘৃণা কৰে। ভাস্কৰ বৰ্মনেও দাস্য-বৃত্তিৰে তেওঁৰ ওচৰলৈ দূত পঠোৱা নাই।

..."মই ঘৃণা কৰোঁ এই 'দাস' শব্দটি। এয়া কি তেওঁলোকৰ প্ৰায়শ্চিত্ত প্ৰতিক্ৰিয়া, সৰ্বশেষ শান্তি? এইটো কি দাসত্বৰ অভিমান, বিলাস, ভোগ, শ্ৰদ্ধা? প্ৰবল পংকৰ মাজত যদি ভৰি সোমাই পৰে, তেন্তে মহানদীৰ প্ৰবাহ নামি আহিলেও মুক্ত নহয় ভৰি দুখনি।'

..."দাস শব্দত মূৰ্চ্ছনা নাই, ই এটা
কাঠৰ বাঁহী।"...

.. "মহাৰাজ! মনীষাই চিনিব পাৰে

মানৱতাক। যিসকলে শিৰ
নত নকৰে, তেওঁলোকেই মনস্বী।”...

— “আশা কৰোঁ, ৰাজ পৰিয়ালৰ লগত মোৰ এই প্ৰীতিৰ সম্বন্ধক আপুনি অভিনন্দন কৰিব। আৰু ই আশা কৰোঁ প্ৰাগজ্যোতিষৰ 'কুমাৰ' ৰজাই আপোনাৰ হাতত বান্ধি দিব প্ৰীতিৰ মংগল-সূত্ৰ।” (৭) ভাস্কৰ বৰ্মনে কৰ্ণসূবৰ্ণ জয় কৰা সন্দৰ্ভত কোনো কোনো ঐতিহাসিকে যি সন্দেহ প্ৰকাশ কৰিছে সিও হাস্যকৰ যেন লাগে। কাৰণ 'হৰ্ষচৰিত' পুথিতে আছে যে হৰ্ষবৰ্ধনে নিজে প্ৰথম গৌড় আক্ৰমণ কৰিবলৈ অহাই নাছিল। গৌড় আক্ৰমণ কৰিবলৈ পঠাইছিল তেওঁৰ সেনাপতি হিচাপে মাতুল পুত্ৰ শ্ৰীভণ্ডিদেৱক। হৰ্ষবৰ্ধন নিজে যায় ৰাজ্যশ্ৰীক উদ্ধাৰ কৰিবৰ বাবে বিন্ধ্যাচললৈ— ৰাজ্যশ্ৰীক উদ্ধাৰ কৰাৰ পিছত কণৌজলৈ ৰাজধানী স্থানান্তৰিত কৰি হৰ্ষবৰ্ধনে গৌড়ৰপৰা কিছু দূৰলৈহে গতি কৰিলে— অকল সেয়ে নহয়, পিছলৈ বৌদ্ধ ধৰ্ম গ্ৰহণ কৰি এক বিৰল প্ৰচেষ্টা হাতত ল'লে বৌদ্ধ ধৰ্মৰ মাৰ্গ অনুসৰণৰ বাবে। সুদীৰ্ঘ কাল ধৰি গৌড়ৰ লগত শত্ৰুতা থাকিলেও, ভাস্কৰ বৰ্মনে কৰ্ণসুবৰ্ণত শিবিৰ পতাৰ যিদৰে প্ৰমাণ আছে হৰ্ষবৰ্ধনে তেনেদৰে গৌড়ৰ ৰাজধানীত আক্ৰমণ কৰাৰ কোনো প্ৰমাণ নাই (৮)। কুমাৰ ভাস্কৰ বৰ্মণৰ লগত মৈত্ৰীভাৱেৰে মিলিত হোৱাত হৰ্ষবৰ্ধনে যে কোনো আক্ষেপ কৰাৰ প্ৰশ্নই থাকিব নোৱাৰে, সেইটো আমি ধৰ্ম ক্ষেত্ৰত হৰ্ষৰ লগত চৰ্যাৰ পাৰ্থক্য থকা ভাস্কৰ বৰ্মনে নিজকে বিলীন কৰি সহযোগিতা কৰাৰ পৰাই বুজিব পাৰি। দুয়োজন ৰজাই চিৰকুমাৰ আৰু জ্ঞানানুৰাগী, ধৰ্মপ্ৰাণ আৰু প্ৰজাবৎসল হোৱা হেতু পৈণত বয়সত উভয়ে উভয়ক শত্ৰু জ্ঞান নকৰাটো স্বাভাৱিক।

বাস্তৱত দেখা যায় হিউয়েন চাঙেও কুমাৰ ৰজাৰ গুণাৱলীৰ প্ৰশংসা কৰিছিল আৰু হৰ্ষৰ লগত থকা মিত্ৰতাৰ মহত্ত্বৰ দিশটো তেওঁ অৱহেলা কৰা নাই। তেওঁ কুমাৰৰ ৰাজসভাত দীৰ্ঘদিন থকাত হৰ্ষ কিছু অসন্তুষ্ট হোৱাটো দুয়োজন ৰজাৰ অহংকাৰ বা শত্ৰুতাৰ ফল নহয়, ধৰ্ম আৰু পাণ্ডিত্য-প্ৰীতিৰহে ফল। হৰ্ষবৰ্ধনে উৰিষ্যা অভিযান শেষ কৰি কাজংগলা নামৰ ঠাইত পূৰ্বে নিধাৰিত কৰা মতে হিউয়েন চাঙক লগ নাপাই কিছু অসন্তুষ্ট হৈছিল। ভিক্ষুজন কামৰূপত থকা বুলি জানি তেওঁ এজন দূত পঠিয়াই তুৰন্তে হিউয়েন চাঙক পঠাই দিবলৈ ক'লে। ভাস্কৰ বৰ্মনে নিজৰ পণ্ডিত-প্ৰীতিৰ ভাৱনাত বিভোৰ হৈ ক'লে “মই মোৰ মুৰটোকে দিব পাৰোঁ, এই সময়ত ভিক্ষুজনক নোৱাৰোঁ।' হৰ্ষই কুমাৰ

৭ দ্ৰষ্টব্য : হৰ্ষচৰিত, উক্ত অনুবাদ গ্ৰন্থ : পৃ: ২৯৩-২৯৬।

৮ ডি চি সৰকাৰে লিখিছে : "There is hardly any reason to believe that, after a war lasting for many years, he deprived himself of the glory of occupying the enemies capital and allow his ally alone to enjoy it "– P-117, Comprehensive History of Assam, Vol I, Edition I

ভাস্কৰ বৰ্মণৰ এনে উক্তিত সম্ভবতঃ আত্মাভিমানত আঘাত পোৱা যেন পালে আৰু কুমাৰৰ উত্তৰত ক'লে 'তুৰন্তে দূতজনৰ হাতত কটা মূৰটো পঠাই দিয়ক।' সংঘাতটো অপ্ৰীতিসূলভ যেন দেখি ভাস্কৰ বৰ্মনে ২০,০০০ হস্তী আৰু ৩০,০০০ নাও সহ ব্ৰহ্মপুত্ৰ হৈ গংগাইদি আগবাঢ়ি গ'ল কাজংগালালৈ। দুয়োজনৰে পুনৰ মিত্ৰতা হ'ল। এই প্ৰসংগত আমি ভাস্কৰ বৰ্মণৰ আত্ম-মৰ্যাদা চেতনা যে অতি বেছি আছিল তাৰ উদাহৰণস্বৰূপে হিউয়েন চাঙক কামৰূপলৈ আমন্ত্ৰণ কৰাৰ লগত জড়িত আন এক সংঘাতলৈ আঙুলিয়াব পাৰোঁ। হিউয়েন চাঙক প্ৰথম বাৰ কামৰূপলৈ আমন্ত্ৰণ কৰি ভাস্কৰ বৰ্মণ ব্যৰ্থ হৈছিল। আমন্ত্ৰণ কৰাৰ পিছতো নালন্দাৰপৰা হিউয়েন চাং নহাত হেনো ভাস্কৰে ভাবুকি দিছিল যে প্ৰয়োজন হ'লে সমগ্ৰ নালন্দাখনকে তেওঁ ধ্বংস কৰি দিব। ভাস্কৰ বৰ্মণ যে শক্তিশালী আৰু গৌৰৱশালী আৰু আত্ম-মৰ্যাদাত আঘাত দিবপৰা কামত ব্ৰতী তেওঁ নহৈছিল এই কথাৰ উমান বাণভট্টত থকা হংসবেগৰ উক্তিতে পোৱা যায়। তদুপৰি তেওঁ আছিল বিজ্ঞ। পৰিণত বয়সত তেওঁ নালন্দাখনকে ধ্বংস কৰি দিম বুলি ভাবুকি দিয়াটো কিছু কষ্টকল্প কথা। তথাপি কোনো কোনো ইতিহাসবিদে এই কথাত বিশেষ গুৰুত্ব দিছে। আৰ্থাৰ লিলিয়ে The Budha গ্ৰন্থত লিখিছে: It would seem as if this spot was not in the actual teritory ruled by Siladitya, for a king named kumara, in Eastern India sent a message to the Mahathero that if he did not send Huentsang to him he would come to Nalanda and make it a heap of ruins." হিউয়েন চাঙক নাপাই অপমানিত হোৱা ভাস্কৰে নালন্দাকে ধ্বংস কৰি দিম বোলাত যিদৰে পণ্ডিত-প্ৰীতিহে ফুটি ওলাইছে, ঠিক সেইদৰে হৰ্ষ (শিলাদিত্য)ই হিউয়েন চাঙক সময়মতে পঠাই নিদিয়াত মিত্ৰ ভাস্কৰৰ শিৰকে কাটি পঠাবলৈ কোৱাৰ মাজতো পণ্ডিত-প্ৰীতিহে ফুটি উঠিছে। ভাস্কৰে নালন্দা ধ্বংসও কৰা নাছিল আৰু হৰ্ষয়ো ভাস্কৰৰ মূৰ কটাত জোৰ দিয়া নাছিল। অন্তৰালৰ সত্যটো সেয়ে অতিমাত্ৰা পণ্ডিত-প্ৰীতিৰ পৰিণতি মাত্ৰ।

দাসত্ব আৰু মিত্ৰতাৰ দুয়োটাৰ পাৰ্থক্যৰ ওপৰত বাণভট্টই হৰ্ষচৰিতত যি গুৰুত্ব দিছিল একাংশ ঐতিহাসিকে সেই কথা আধুনিক যুগৰ বুৰঞ্জী ৰচনা কৰিবলৈও কৰা প্ৰচেষ্টাতো সুস্পষ্ট নহয়। বাস্তৱত দেখা যায় উত্তৰ ভাৰতৰ ৰজাসকলৰ লগত, বিশেষভাবে হৰ্ষবৰ্ধনৰ লগত ভাস্কৰ বৰ্মণৰ যি সম্পৰ্ক আছিল সেয়া মিত্ৰতাৰ নীতিৰ আধাৰত প্ৰতিষ্ঠিত। হৰ্ষবৰ্ধনৰ মৃত্যুৰ পিছত অৰ্জুনাশ্বৰ ভূমিকা আৰু তেওঁৰ বিৰুদ্ধে ব্যৱস্থা গ্ৰহণত ভাস্কৰ বৰ্মণৰ সৈনিক সাহায্যই এই কথাই প্ৰতীয়মান কৰে যে হৰ্ষবৰ্ধনৰ সাম্ৰাজ্য অৰ্জুন বা অৰুণাশ্বই হৰ্ষৰ মৃত্যুৰ পিছত হস্তগত কৰাত ভাস্কৰ বৰ্মণৰ সমৰ্থন নাছিল। শিলাদিত্য বা হৰ্ষবৰ্ধনৰ মৃত্যুৰ এবছৰ পিছত ৬৪৮ খৃঃত বাং হিউয়েন —ৎসো (Wang Huen Tsoe)ৰ

লগত কিছুসংখ্যক অশ্বাৰোহীৰে এটা দল আহিছিল। তেওৰ লগত আহিছিল ছিয়াং-চেউ-জেন। অৰুণাশ্বই এই আক্ৰমণকাৰীসকলক খেদি পঠায়। কিন্তু ইয়াৰ পিছত যেতিয়া ৱাং হিউয়েন-ছোৱে তিব্বত, নেপাল আৰু অন্যান্য ওচৰঘৰীয়া ৰাষ্ট্ৰৰ সাহায্য বিচাৰিলে, তেতিয়া তিব্বতে ১০০০ সৈন্য, নেপালে ৭০০০ অশ্বাৰোহী সৈন্য দি সহায় কৰিলে। কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মনে ৱাঙৰ সেনা-বাহিনীৰ বাবে ৰচদ হিচাপে ৩০,০০০ গৰু-ঘোঁৰা আৰু অজস্ৰ অস্ত্ৰ-শস্ত্ৰ সাহায্য হিচাপে দিলে। উত্তৰ ভাৰতৰ লগত থকা সম্পৰ্কৰ ক্ষেত্ৰত এইটো বিশেষ তাৎপৰ্যপূৰ্ণ ঘটনা। কাৰণ, নেপাল আৰু তিব্বতৰ দৰে কামৰূপেও সুকীয়া ৰাষ্ট্ৰীয় সত্তা হিচাপে অৰুণাশ্বক দমন কৰাতহে সহায় কৰিছিল। ভাস্কৰ বৰ্মণ কেনে ধৰণৰ ৰজা আছিল, মিত্ৰতা আৰু স্বাধীনতাক তেওঁ কেনে গুৰুত্ব দিছিল, হৰ্ষবৰ্ধনৰ সিংহাসন হস্তগত কৰোঁতাজনক তেওঁ কিদৰে শাস্তি বিধানত সহায় কৰিছিল সেইবোৰ কথা এই ঘটনাক্ৰমে প্ৰমাণ কৰে। চীনৰ সম্ৰাটলৈ কিছুমান উপহাৰ সামগ্ৰী আৰু দেশৰ এখন মানচিত্ৰ প্ৰেৰণ কৰাৰ উপৰি তেওঁ চীনা সম্ৰাটৰপৰা লাও-চু (লাও-ছে)ৰ এটা মূৰ্তি উপহাৰ হিচাপে বিচাৰিছিল।

সন্দেহ নাই যে শিলাদিত্যৰ মৃত্যুৰ পিছৰ এই ঘটনাক্ৰমে কামৰূপৰ ৰাজতন্ত্ৰ আৰু সমাজৰ স্বাধীন সত্তাৰ বিকাশত পৰোক্ষ অৰিহণা যোগাইছিল।

## ৩. ৬ ভাস্কৰ বৰ্মণৰ পিছৰ যুগ ঃ ম্লেছ বিদ্ৰোহ

ভাস্কৰ বৰ্মণৰ মৃত্যু হৈছিল ৬৫০ খৃঃত। তেওঁ অপুত্ৰক হোৱা হেতুকে আৰু তেওঁৰ বংশৰ অন্য কোনো ৰাজসিংহাসন দখল কৰিব পৰা উত্তৰাধিকাৰী নথকা বাবে কামৰূপত যে ৰাজনৈতিক শক্তিৰ দুৰ্বলতা আহি পৰিছিল সেইটো নিশ্চিত। এই অনিশ্চয়তাৰ সুযোগ লৈ কামৰূপত ম্লেছ বিদ্ৰোহৰ সূত্ৰপাত হয় আৰু ম্লেছসকলৰ নায়ক শালস্তম্ভই খৃঃ ৬৭৫ত প্ৰাগজ্যোতিষপুৰ দখল কৰে। ম্লেছ বংশনো প্ৰকৃততে কোনবোৰ জনগোষ্ঠীৰ মানুহক কোৱা হয়? বৈদিক আচাৰ-নীতি নমনা জনগোষ্ঠীকে ম্লেছ বুলি সাধাৰণতে কোৱা হয় যদিও শালস্তম্ভ বংশৰ ৰাজত্বকালৰ কাম-কাজলৈ লক্ষ্য কৰি এইটো ক'ব পাৰি যে তেওঁলোকে শিৱ ভক্তি কৰিছিল, ব্ৰাহ্মণাদিক মাটি দান কৰিছিল, সংস্কৃত ভাষা ৰাজভাষা কাৰ্যত ব্যৱহাৰ কৰিছিল। গতিকে খুব বেছি ধৰ্মীয় ক্ষেত্ৰত তেওঁলোকৰ সম্পৰ্ক শৈৱ তান্ত্ৰিক নাইবা শিৱদেৱতা পূজক তান্ত্ৰিকসকলৰ লগত থাকিব পাৰে। তেওঁলোকে তাম্ৰ ফলিত গুপ্তাব্দ ব্যৱহাৰ কৰিছিল গতিকে ভাৰতীয় সভ্যতা সংস্কৃতিৰ পোহৰতেই তেওঁলোক আহিছিল। তেওঁলোকে পিছলৈ নিজকে বৰ্মণ বংশৰ দৰেই ভৌমা বা নৰক বংশী বুলি দাবী কৰিছিল। গতিকে ম্লেছ বুলি অনা-আৰ্য জাতিকে বুজোৱা হৈছিল যদিও তেওঁলোক হীনাচাৰী আছিল বুলি ক'ব পৰাকৈ কোনো ঐতিহাসিক প্ৰমাণ নাই। ম্লেছ শব্দটোৱে মেচ

শব্দটোৰ লগত বহন কৰা সাদৃশ্য আৰু ম্লেচ্ছসকলৰ বড়ো, ৰাভা তথা ৰাজবংশী কোচসকলৰ লগত থকা সম্পৰ্কীলৈ লক্ষ্য ৰাখি এইটো অনুমান কৰিব পাৰি যে ম্লেচ্ছ শব্দটো হয়তো মেচ শব্দৰ সমাৰ্থক হিচাপেই ব্যৱহৃত হৈছিল। কোচ ৰাজবংশৰ আদি পুৰুষ হাৰিয়া আছিল মেচ। মেচৰ বংশও শৈৱজাত ৰাজবংশ। শৈৱ তান্ত্ৰিকসকলৰ সংস্পৰ্শৰ ফলত সূচনা হোৱা আচাৰ-নীতি নাইবা অন্য তান্ত্ৰিকসকলৰ প্ৰভাৱত প্ৰচলিত আচাৰ-নীতিক যদি নীতি বিগৰ্হিত বা ম্লেচ্ছাচাৰ বুলি গণ্য কৰা হয় তেন্তে তেনে আচাৰ-নীতি অনুসৰণ কৰা জনগোষ্ঠীক ম্লেচ্ছ বুলি কোৱাটো সম্ভৱ। এইটোও অনুমানহে। কাৰণ ম্লেচ্ছ বংশ ৰাজপাটত গজগজীয়া হোৱাৰ পিছত নিজৰ বংশ মৰ্যাদা ভৌমসকলৰ লগত বিজড়িত কৰিলে। একেদৰে পিছত পাল বংশৰ ৰজাসকলেও নিজকে নৰক বংশৰ বা ভৌমা বুলি দাবী কৰিছিল। তাৰো পিছত কোচ ৰাজবংশৰ জন্ম মেচৰপৰাই হৈছিল; কিন্তু শৈৱ গৰ্ভজাত হিচাপে দেৱ তেজৰ অংশ থকাটো দাবী কৰিছিল। ম্লেচ্ছসকল যে কৃষক আছিল আৰু কিৰাত আৰু ব্ৰাত্যসকলৰ সংমিশ্ৰণত থলুৱা বিকশিত এটা জনগোষ্ঠী আছিল তেনে এটা অনুমান কৰাটো থল আছে। তেজপুৰৰ ঐতিহাসিক সমল পুৰাতাত্ত্বিক সম্পদ বিলাকৰ মাজত হলধৰ বলোৰামৰ মূৰ্তি পোৱাৰ পিছত শালস্তম্ভ ৰাজত্ব কালত হলধৰৰ পূজাও হৈছিল বুলি কোৱাৰ থল আছে

ম্লেচ্ছ ৰাজবংশই প্ৰাগজ্যোতিষপুৰ দখল কৰাৰ পিছত কিন্তু ৰাজধানী প্ৰাগজ্যোতিষপুৰত নাৰাখি হাৰুপেশ্বৰ (তেজপুৰৰ ওচৰৰ দ-পৰ্বতীয়া) লৈ স্থানান্তৰিত কৰে। বিষ্ণু প্ৰসাদ

১ বহু বুৰঞ্জীবিদে কিন্তু হাৰুপ্পেশ্বৰ শব্দটোৰ অস্তিত্বকে প্ৰশ্নৰ বিষয় কৰিছে। মূলতঃ দুটা কাৰণত বিভিন্ন ইতিহাসবিদৰ অধ্যয়নৰ ভিন্নতা সৃষ্টি হৈছে : (১) আখৰবোৰৰ অস্পষ্ট ক্ষয়প্ৰাপ্ত অৱস্থা, (২) প্ৰাকৃত ভাষাৰ প্ৰভাৱ আৰু (৩) শিৱ আৰু বলোৰাম আদি স্থানীয় উপাস্য দেৱতা সম্পৰ্কে সুস্পষ্ট ধাৰণাৰ অভাৱ। হৰ্জৰ বৰ্মণৰ হায়ুংথল লিপিত ৰাজধানীখনৰ নাম হাৰুপেশ্বৰ বুলি অধ্যয়ন কৰা হয়, হৰ্ণলে চাহাবে (R Hornle) প্ৰথম নগাঁও তাম্ৰ শাসনৰ (বনমালবৰ্মণৰ) অধ্যয়নৰ ক্ষেত্ৰত প্ৰথম দুটা আখৰৰ অস্পষ্টতাৰ বাবে প্ৰকৃত অধ্যয়ন হাৰু (Haru) হ'ব নে সাৰু (Saru) হ'ব সেই সম্পৰ্কে প্ৰশ্ন তোলে। হায়ুংথল লিপিৰ অধ্যয়নত প্ৰথম পি এন ভট্টাচাৰ্যদেৱে হাটপ্পেশ্বৰ (Hatappeswar) বুলি কৈছিল যদিও পিছত হাৰুপেশ্বৰ বুলি শুধৰণি দিয়ে। ডি চি সৰকাৰে এই প্ৰসংগত লিখিছে : *Thus it will be seen that the reading of the first two syllables of the name is disputed and doubtful in all the cases, though the first of them is probably ha and not ha The parbatiya plate of Vanamal Varman, however, gives the name quite clearly as Hadapeswara which must also have been the reading in vanamal's lost Tezpur plates, the hornbly inaccurate transcript of which published during the early days of the epigraphic studies in India, giving it as Harayeswara"– page 130, the Compe History of Assam, Vol I*

বনমাল বৰ্মণে হেট্টিকা-ভূমিন বা শিৱকালী হেট্টকেশ্বৰ বা হটকেশ্বৰ মন্দিৰ ভগ্নাৱশেষৰপৰা পুনৰ

ৰাভাই হা ৰুবু ৰুবু মানে মাটি চহাই সমান কৰা আৰু সেই অৰ্থত মাটি চহাই সমান কৰা দেৱতা বা হলধৰক বুজাইছে। এইটো অৰ্থত ম্লেছ বংশ হয় বড়ো, শ্ৰেণীগতভাৱে হলধৰ বা কৃষক (৯)। মতভেদে এই নাম হাৰুপেশ্বৰ লাই হৰুপেশ্বৰ, সাৰুপেশ্বৰ, হাটপেশ্বৰ বা হাদপেশ্বৰ বুলি উল্লিখিত হৈছে। নাম ভিন্ ভিন্ হ'লেও কিন্তু একেজন শিৱলৈ আঙুলিয়ায়। মাত্ৰ হাৰুপেশ্বৰ হ'লে বিষ্ণু প্ৰসাদ ৰাভাই কোৱাৰ দৰে বড়ো ভাষাৰ হা— ৰুবু—ঈশ্বৰ শব্দ কেইটাৰ লগত মিল হয়। সেই হিচাপে হাৰুপেশ্বৰ হয় হলধৰ— বলোৰাম। হলধৰ বলোৰাম শিৱৰেই এক অংশ বুলি ধৰিলে— এইটো অৰ্থতো সাংঘাতিক মতভেদৰ থল নাথাকে। এইটো কিন্তু স্পষ্ট যে হাৰুপেশ্বৰলৈ ৰাজধানী স্থানান্তৰিত কৰাৰ লগত কামৰূপৰ পূব সীমাৰ ভিতৰত স্থায়ী কৃষিৰ বিস্তাৰৰ এটা সুস্পষ্ট দিক নিৰ্দেশক লক্ষণ সন্নিবিষ্ট হৈছে।

## ৩.৭ ৰজাক ঈশ্বৰত্ব আৰোপ

তাম্ৰলিপিসমূহৰ অধ্যয়নে আমাক সামন্তযুগীয় ব্যৱস্থাৰ বিকাশৰ এটা বিশেষ স্তৰৰ ধাৰণা দিয়ে। প্ৰথম ধাৰণাটো হ'ল— এই শালস্তম্ভ পৰ্বত ৰজাক অকল মহাৰাজাধিৰাজ বুলিয়েই কোৱা হোৱা নাই— কোৱা হৈছে "পৰমেশ্বৰ পৰমভট্টাৰক পৰমাহেশ্বৰ" বুলি অভিহিত কৰিছিল। ইয়াত ৰজাৰ গাত ঈশ্বৰত্ব বা ৰুদ্ৰত্বৰ গুণ থকাৰ এক ইংগিত বা সুস্পষ্ট। হৰ্জৰ বৰ্মাৰ হায়ুংথল লিপিত আছে—

**"শ্ৰীমান হাৰুপ্পেশ্বৰাবাসি জয়স্কন্দাবাৰ পৰম**
**পৰমেশ্বৰ পৰম ভট্টাৰক পৰমমাহেশ্বৰ**
মাতাপিতৃ পাদানুধ্যাত" (১০)

**হাৰুপেশ্বৰ শব্দৰ লগত বড়ো হবা (ভূমি) আৰু ৰুবু বা ৰুবু ৰুবু (সমান বা মিহি কৰা)— হাৰুবুৰ সম্পৰ্ক দেখা যায়। ম্লেছ বা মেচ শব্দৰ মিলৰ দৰেই এই মিলো মাত্ৰ সাদৃশ্যগত নহৈ ঐতিহাসিকো হ'ব পাৰে (১১)।**

**হাৰুপেশ্বৰবাসী বা হাৰুপেশ্বৰৰ বাসিন্দা এই জনগোষ্ঠীৰ ৰজাসকলে নিজকে নৰক, ভগদত্ত আৰু বজ্ৰদত্তৰ বংশধৰ বুলি কোৱাৰ কাৰণ হিন্দু বৰ্ণাশ্ৰম ধৰ্মৰ প্ৰভাৱ বুলি ক'ব**

*৯ টোকা নিৰ্মাণ কৰে বুলি জনা যায়, সেই হিচাপে হেটুকেশ্বৰ বা হেটুপেশ্বৰ নাই বা হেদুপেশ্বৰ আদি তিনিটা ৰূপত শিৱৰ নামকৰণ হ'ব পাৰে। হাটক, হেটুকা আৰু হাদপ আদি একেজন শিৱৰেই নাম। ৰাজধানীৰ নামৰ ওপৰত শিৱৰ নামৰ প্ৰভাৱ থাকিব পাৰে।*

*১০ দ্ৰষ্টব্য : (১) কামৰূপ শাসনাৱলী, পৃ : ২৪৭, (২) কামৰূপ ৰাজাৱলী, পৃঃ ৪৮*

*১১ প্ৰসংগতঃ উল্লেখযোগ্য যে 'হাটক' কালিকাপুৰাণ বৰ্ণিত এক দানৱ ৰজাৰ নাম। ব্ৰাত্য হোৱা দানৱ (ম্লেছ) বংশৰ দিনত হাটকৰ ঈশ্বৰ— শিৱ মৰ্যাদাৰ শিখৰত অধিষ্ঠিত হৈছিল বুলি অনুমান কৰাত বিসংগতি নাই। হাটক শব্দৰ লগত ৰজাৰ বা ৰজাৰৰ (হাটৰ) বিকাশৰ সম্পৰ্ক বিচৰাটো কিন্তু টনা-আঁজোৰা কৰা বিষয়।— লিখক।*

পাৰি। ভাস্কৰ বৰ্মনে যিদৰে নিজকে বৰ্ণাশ্ৰম ধৰ্মৰ ৰক্ষক বুলি কৈ (নিধানপুৰ তাম্ৰ শাসন) কামৰূপৰ ৰজাসকলে আৰ্য ধৰ্ম প্ৰসাৰৰ ক্ষেত্ৰত ৰজাই নিজকে দায়বদ্ধ বুলি কান্ধপাতি লৈছিল গুৰুভাৰ— তেনে ধৰণৰ লক্ষণ এটা শালস্তম্ভ বংশৰ শক্তিশালী ৰজাসকলৰো গঢ় লৈ উঠিছিল বুলি অনুমান কৰিব পাৰি। মহাদেৱৰে অজস্ৰ নামৰ মাজত হাস্তুকেশ্বৰ, হাটকেশ্বৰ, হেটুকা আদি নামো বিদ্যমান। বৌদ্ধ তন্ত্ৰৰ অৱলোকিতেশ্বৰ জটাধাৰী, ত্ৰিশূল খড়্গাধাৰী, বাঘছাল পৰিহিত শিৱৰ দৰেই। বনমাল বৰ্মণৰ তেজপুৰ তাম্ৰশাসনত (৮২৯ খৃঃ) হাটকেশ্বৰ মহাদেৱ, পিনাকপাণি মহাদেৱ, নটী থকা মন্দিৰ, গীত-বাদ্য ধ্বনিৰদ্বাৰা উখল-মাখল দেৱালয়ৰ উল্লেখ আছে। ভাগ্যশালী সাধু, পণ্ডিত, সকলো বন আৰু আশ্ৰমৰ লোক সেই সময়ত হাৰুপেশ্বৰৰ শাসনত আছিল বুলি তাম্ৰলিপিৰ পৰা জনা যায়। বনমাল বৰ্মণৰ পৰৱৰ্তীয়া লিপি আৰু নগাঁৱৰ তাম্ৰ ফলি অনুসৰিও ৰজা আছিল শৈৱ আৰু মহাৰুদ্ৰৰ শক্তিৰ ওপৰত জন-গণৰ ভৱিষ্যতো নিৰ্ভৰ কৰিছে বুলি কোৱা হৈছে। এই সময়ত কামেশ্বৰ, মহাগৌৰীদেৱী, চণ্ডিকা, ভৈৰৱ, ৰুদ্ৰ আদিৰ পূজা চলিছিল। যজুৰ্বেদি শাণ্ডিল্য গোষ্ঠীৰ ব্ৰাহ্মণ তেজপুৰ (হাৰুপেশ্বৰ)ত বেছ প্ৰভাৱশালী আছিল বুলি তাম্ৰশাসনসমূহে কয়।

## ৩.৮ ৰুদ্ৰৰ তেজ মানে কি

বনমাল বৰ্মণৰ তাম্ৰ শাসনত ৰুদ্ৰৰ তেজ জগতৰ শক্তিৰ কাৰণ হওক বুলি উল্লেখ কৰা হৈছে ঃ

ভৱতু ভৱতিমিৰভি দুৰন্তৈঃ
ৰৌদ্ৰং প্ৰশান্তয়ে জগতঃ।

ৰুদ্ৰৰ পূৰ্ণ আধিপত্য বিস্তাৰৰ এই প্ৰক্ৰিয়াটো স্থায়ী কৃষিৰ বিকাশৰ যুগ, মাটিৰ ওপৰত ৰুদ্ৰৰ তেজধাৰী ৰাজাৰ পূৰ্ণ অধিকাৰ প্ৰতিষ্ঠাৰ যুগ— যি অধিকাৰ সাব্যস্ত কৰি ৰজাই ভূমিৰ ওপৰত খাজনা লগোৱা আৰু খাজনা মাফ দিয়াৰ ক্ষমতা পাইছে। মাতৃপ্ৰধান উৰ্বৰতা কৃষ্টি এই যুগত মহাৰুদ্ৰৰ প্ৰচণ্ড শক্তিৰ প্ৰভাৱত ক্ৰমান্বয়ে সৰ্বাপেক্ষা শ্ৰেষ্ঠ আসনৰপৰা শিৱৰ সমান বা মহাৰুদ্ৰতকৈ কম শক্তিশালী স্থানত অধিষ্ঠিত হৈছিল। এই যুগত ধৰ্মীয় কৃষ্টিৰ ক্ষেত্ৰত শৈৱতন্ত্ৰই বৌদ্ধ তন্ত্ৰৰ জৰিয়তে বৌদ্ধ ধৰ্মক হিন্দু ধৰ্মৰ অংগীভূত কৰি লয়। বৌদ্ধ তন্ত্ৰ প্ৰকৃতাৰ্থত হৈ পৰে হিন্দু পৰম্পৰাৰ অংগীভূত বৌদ্ধ ধৰ্ম। অসমত তন্ত্ৰ ধৰ্মৰ প্ৰতিষ্ঠাই আনহাতে ৰজাৰ শক্তি বৃদ্ধি, পূৰ্বৰ ম্লেছ অৱস্থাৰপৰা আৰ্যীকৃত সম্মানিত আসনত (নৰক, ভগদত্ত, বজ্ৰদত্তৰ বংশধৰ হিচাপে) প্ৰতিষ্ঠা লাভত সহায় কৰিছে।

ভূমিদানৰ ধৰণ আৰু কাৰণসমূহ পৰ্যালোচনা কৰিলে ভূমিৰ ওপৰত অধিকাৰ প্ৰতিষ্ঠা, প্ৰশাসনিক (আৰক্ষী) ব্যৱস্থা, খাজনাৰ ধৰণ, শ্ৰম-বিভাজন আদিৰ এটা আভাস পোৱা যায়। হৰ্জৰ বৰ্মণ (৮১৫-৮৩২ খৃঃ) (১) হায়ুংথল তাম্ৰলিপি আৰু (২) তেজপুৰৰ ব্ৰহ্মপুত্ৰৰ কাষৰ শিলালিপিৰ ভিতৰত শিলালিপিৰ আখৰসমূহ অস্পষ্ট। হায়ুংথল লিপিৰ ভাষ্য অনুসৰি ৰজাৰ সভাসদসকলৰ মাজত ব্যৱসায়ী, তলতীয়া ৰজা, ৰাজকুমাৰসকল আৰু পাৰ্বত্য অঞ্চলৰ শাসকসকল (বিবাদ মীমাংসা কৰিবলৈ অহা) আছিল। এটা ৰূপৰ কলসীত ৰখা বিভিন্ন নদীৰূপৰা সংগৃহীত পবিত্ৰ পানী ছটিয়াই তেওঁক সিংহাসনত অধিষ্ঠিত কৰিছিল ৰাজকুমাৰ আৰু সদাগৰসকলে। শৈৱ ধৰ্মৰ তথা শৈৱ তান্ত্ৰিক হিন্দু ধৰ্মৰ প্ৰাবল্য আৰু সংস্কৃত ভাষাৰ বিপুল ব্যৱহাৰ থকা সত্বেও এই পবিত্ৰ জলাভিষেক কৰাৰ কামখিনি ব্ৰাহ্মণ বা পুৰোহিত শ্ৰেণীৰ মানুহে কৰাৰ কথা উল্লেখ নথকাটো বিশেষ তাৎপৰ্যপূৰ্ণ কথা। এই তাম্ৰ প্ৰশাসন প্ৰদান কৰাৰ স্থান হাটপেশ্বৰ (বা মতান্তৰত হাৰুপেশ্বৰ) আৰু মহাৰাজক 'পৰমেশ্বৰ পৰম ভট্টাৰক' বোলা হৈছে। বুৰঞ্জীবিদসকলে অনুমান কৰিছে যে হৰ্জৰ বৰ্মণৰ বয়স এই তাম্ৰশাসন প্ৰদানৰ কালত সম্ভৱতঃ অতি বেছি হৈছিল আৰু সেয়ে যুৱৰাজ বনমাল বৰ্মণৰ আদেশ তাম্ৰ শাসনত অন্তৰ্ভুক্ত হৈছে। বনমাল বৰ্মনে যিসকলক সম্বোধি আদেশ দিছে তেওঁলোক হ'ল মহা সৈনাপতি গণ, মহাদ্বাৰাধিপতি (দ্বাৰ বা দুৱাৰসমূহৰ অধিপতি), মহা অমাত্য (মন্ত্ৰী) গোবিন্দ আৰু মধুসূদন আৰু ব্ৰাহ্মণাধিকাৰ (ব্ৰাহ্মণক দানাদি দিয়াৰ দায়িত্বত থকা বিষয়া) ভট্ট শ্ৰীকান্ত আৰু অন্যান্যসকল। বিষয়া তন্ত্ৰৰ এই বিকশিত ৰূপটো তাৎপৰ্যপূৰ্ণ। হৰ্জৰ বৰ্মণৰ তেজপুৰ শিলালিপিৰ আখৰ ক্ষয় প্ৰাপ্ত যদিও কেবাগৰাকীও ইতিহাসবিদে ইয়াৰ অধ্যয়ন কৰিছে (১২)। ডি চি সৰকাৰে এই শিলালিপিৰ বিভিন্ন অধ্যয়নৰ তুলনামূলক বিশ্লেষণৰ আধাৰত কৈছে ঃ

The document records a transaction when the illustrious Suchitta, described as Mahasamanta (i. e a feudatory ruler) and Senadhyakhsa (i.e. Commander in chief) was governing the area. The last sentence seems to say that one who deviates (Chyavanam Karoti) should have to pay a tax or a fine of five butikas (i.e. 5 budis = 100 cowries shells). According to H.P. Sastri, the deviation refers to an official decision recorded in the document to the effect that the boatmen should sail the boats, about the place concerned, not near the bank (i. e.

---

*১২ কামৰূপ শাসনাৱলী, পৃঃ ১৮৫, এইচ কে শাস্ত্ৰীৰ মতেও এই শিলালিপি ভূমি দানৰ তথ্য সম্বলিত। ভূমি দান সম্পৰ্কীয় এটা দ্বন্দ্বৰ ইয়াত মীমাংসা কৰা হৈছে। (উক্ত শাসনাৱলী পৃঃ ১৮৪ দ্ৰষ্টব্য।)*

nothern bank of the Brahmaputra) but only by the middle of the river. Immediately before this, Sastri reads a passage, describing the four passage describing the four boundaries of a plot of land apparently on the bank of the river, while P N Bhattacharya suggests that only the easten and western boundarias of a section of the river bank are expected here Sastri thinks that the inscription records the decision on a dispute in which there were three parties, viz, the toll collecting Kaivartas, the controller of the naurajju (" boat's towing ropes" taken to mean 'towing of the boats') and the person in the possession of Nakkjosa which seems to be read as the name of the locality later in the inscription Unfortunately all this is based on a reading which is admittedly conjectured in places, and the interpretation also appears to be more or less arbitrary (১৩)

হৰ্জৰ বৰ্মণৰ হায়ুংথল লিপি আৰু তেজপুৰ শিলালিপিৰ পাঠোদ্ধাৰত বিভিন্ন ইতিহাসবিদৰ অধ্যযনৰ গড মিল থাকিলেও কেইটামান কথাত সকলোবোৰ অধ্যযনৰে মিল আছে। সেই কেইটা হ'ল— (১) বৰ্মণ বংশৰ ৰজাসকলৰ দৰেই এই শালস্তম্ভ বংশৰ ৰজাসকলেও ৰাজকীয় মোহৰ বা প্ৰতীক ব্যবহাৰ কৰিছিল, (২) ৰাজতন্ত্ৰৰ বোধগম্য আৰু অৰ্থপূৰ্ণ বিকাশৰ ফলত 'পৰমেশ্বৰ, পৰমভট্টাৰক, পৰম মাহেশ্বৰ' উপাধি ৰাজাধিৰাজসকলে বহুলভাৱে ব্যবহাৰ কৰিছিল, (৩) ৰাজতন্ত্ৰৰ উন্নতিৰ লগে লগে বিষয়াতন্ত্ৰতো বিকাশ ঘটিছিল আৰু বিষয়াবৰ্গৰ পদবীৰ নাম সংস্কৃতমূলীয় বা সম্পূৰ্ণ সংস্কৃত আছিল। ই গুপ্ত বংশৰ ৰাজত্বকাল পৰ্যন্ত বা তাৰো পিছত ভাৰতৰ হিন্দু ৰজাসকলে ব্যৱহাৰ কৰা বিষয়াবৰ্গৰ পদবী তথা নামৰ সমান্তৰাল এক প্ৰাগজ্যোতিষপুৰীয়া ব্যৱস্থা, (৪) কৰ-কাটল আৰু ভূমি ৰাজহৰ ব্যৱস্থাৰ প্ৰবৰ্তিত হৈছিল। সংখ্যা গণনাৰ ক্ষেত্ৰত অসমীয়া সমাজত বহুল প্ৰচলিত কুৰিটাত এক 'বুৰি' আৰু মুদ্ৰামূল্য প্ৰকাশ তথা পৰিশোধৰ ক্ষেত্ৰত কড়ি ব্যৱহাৰ হৈছিল, (৫) ব্ৰহ্মপুত্ৰৰ বুকুৰেদি নাও চলাচল হৈছিল আৰু নাও চলাচলৰ নিয়ম বান্ধি দিয়া হৈছিল। কৈৱৰ্তসকল ঘাটিত কৰতোলা কামত সম্ভৱতঃ বঠীৰে নাও টনা কামতো নিয়োজিত হৈছিল, (৬) ব্যৱসায়ী শ্ৰেণীৰ প্ৰভাৱ আছিল আৰু মৰ্যাদাসম্পন্ন আসন ৰাজ সভাত আছিল। ৰাজকুমাৰৰ লগতে ৰাজাভিষেকৰ সময়ত ব্যৱসায়ীসকলেও গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল।

---

১৩ *The comprehensive History of Assam, Vol-1, page-131, First Edition*

হৰ্জৰ বৰ্মণৰ পিছত ৮৩২ খৃঃ ৰপৰা ৮৬৫ খৃঃলৈ বনমাল বৰ্মনে ৰাজত্ব কৰে। বনমাল বৰ্মনে দুটা দশকতকৈও অধিক কাল ৰাজত্ব কৰিছিল আৰু ৰাজ্যৰ উন্নতি সাধনত ব্ৰতী হৈছিল। বনমাল বৰ্মণৰ দুখন লিপিৰ কথা জনা যায়। প্ৰথমখনৰ অৰ্থাৎ তেজপুৰ তাম্ৰশাসনৰ লিপি ১৮৪০ চনতে এছিয়াটিক ছোচাইটী অব বেংগলৰ জাৰ্ণেলত প্ৰকাশিত হৈছিল; কিন্তু এই তাম্ৰ শাসনৰ মূল লিপি উক্ত সংস্থাৰ জিম্মাৰপৰাই হেৰায়। দ্বিতীয় তাম্ৰশাসন পৰ্বতীয়া তাম্ৰশাসন নামেৰে জনাজাত। কামৰূপ শাসনাবলীৰ অন্তৰ্ভুক্ত পৰ্বতীয়া লিপি আৰু এই লিপিৰ পাঠৰ আধাৰত শুদ্ধ কৰা তেজপুৰ তাম্ৰ শাসনৰ পাঠে সেইসময়ৰ কামৰূপৰ অৱস্থাৰ এটা আভাস দিয়ে। দুয়োখন তাম্ৰশাসনতে শালস্তম্ভ বংশক ভৌমা নৰকৰ বংশোদ্ভূত বুলি অভিহিত কৰা হৈছে। নৰক, ভগদত্ত আৰু বজ্ৰদত্তৰ বংশোদ্ভূত বোলোতে অৱশ্যে বজ্ৰদত্তক ভগদত্তৰ ভ্ৰাতৃ বুলি উল্লেখ কৰা হৈছে।

এই তাম্ৰশাসনৰ প্ৰথম বৈশিষ্ট্য হ'ল ইয়াত হাতীৰ প্ৰতীক ওপৰত আৰু মহাৰাজাধিৰাজ বনমাল বৰ্মণৰ নাম তলত ব্যৱহাৰ কৰা হৈছে। হাতী (নাগ)ৰ প্ৰতীক বৰ্মণ বংশৰ দৰেই শালস্তম্ভ বংশয়ো ব্যৱহাৰ কৰাটোৱে বৰ্মণ বংশৰ বংশানুক্ৰমিক ৰাষ্ট্ৰীয় আৰু গোষ্ঠীগত ধাৰাটো অনুসৰণ কৰাটো বুজায়। আনহাতে ই ভৌমা বংশৰ উৎপত্তিগত প্ৰতীকী চিহ্ন (সম্ভৱতঃ প্ৰাচীন কালৰেপৰা সুবিদিত টোটেম চিহ্ন)ৰ ব্যৱহাৰো হ'ব পাৰে। ম্লেছ বংশ এইদৰে চাবলৈ গ'লে কোনো সূত্ৰে অনাৰ্য নাগ বংশোদ্ভূত হ'ব পাৰে। নিজৰ শক্তি বৃদ্ধিৰ পিছত মৰ্যাদা বৃদ্ধিৰ উদ্দেশ্যে এই বংশই নিজকে মহাভাৰত প্ৰসিদ্ধ ভগদত্ত তথা পুৰাণৰ মহানায়ক নৰকৰ বংশোদ্ভূত হিচাপে দেখুৱাবলৈ যত্ন কৰিছিল।

তাম্ৰলিপি দুখনৰ দ্বিতীয় বৈশিষ্ট্য হ'ল লৌহিত্য বা ব্ৰহ্মপুত্ৰৰ আৰম্ভণিতে বন্দনা। যিটো বৈশিষ্ট্য হিচাপে দুটা কাৰণত তাৎপৰ্যপূৰ্ণ। প্ৰথম কথা কৃষি আৰু দ্বিতীয়তে বাণিজ্যৰ ক্ষেত্ৰত এই নদীৰ তাৎপৰ্য ৰাষ্ট্ৰীয়ভাৱে স্বীকৃত হৈছিল আৰু এই নদীয়েই যে ৰাষ্ট্ৰখনৰ মূল শক্তিৰ এক ভিত্তি সেইটো সম্পূৰ্ণ স্বীকৃত হৈছিল। লৌহিত্য নদী নুবুলি সমুদ্ৰ বোলাটো বিশেষ তাৎপৰ্যপূৰ্ণ কথা। সাগৰ (সমুদ্ৰ) হিচাপে প্ৰচলিত ধাৰণাটো সম্ভৱতঃ সুপ্ৰাচীন। সমুদ্ৰৰ পাৰলৈ বৈদিক যুগতে খেদাই দিয়া দৈত্য-দানৱ-অসুৰ অভিহিত অনাৰ্যসকলৰ আদি বাসস্থান সম্পৰ্কে ই এটা আভাস দাঙি ধৰে।

তাম্ৰলিপিত বৰ্ণিত বনমাল বৰ্মণ অৰাত্ৰিৰ পুত্ৰ হৰ্জৰ বৰ্মণৰ পুত্ৰ পৰমেশ্বৰ পৰম ভট্টাৰক— মহাৰাজাধিৰাজ পৰম মাহেশ্বৰ। শিৱ ভক্ত এই ৰজাই ধ্বংসপ্ৰাপ্ত অৱস্থাত থকা হেতুকা-শুলিণ (হেতুকা ৰূপী শিৱ শূলপাণি)ৰ মন্দিৰ লৌহিত্যৰ পাৰত পুনৰ নিৰ্মাণ কৰিছিল। ৰজা বনমাল বৰ্মনে হাদপেশ্বৰ (বা হাটপেশ্বৰ)ৰ পৰা তাম্ৰশাসন প্ৰদান

---

*১৪ বৰ্তমান তেজপুৰৰ দক্ষিণ পাৰে কামাখ্যা, এই পৰ্বতৰ শীৰ্ষত কামাখ্যা মন্দিৰ আৰু ত্ৰিশূলধাৰী উপাসনাস্থলী এতিয়াও বিদ্যমান।*

কৰিছিল। হাদপেশ্বৰ আছিল ব্ৰহ্মপুত্ৰ (লৌহিত্য)ৰ পাৰত অৱস্থিত। লৌহিত্য বৈ গৈছিল কামকূট (কামাখ্যা) পৰ্বতৰ কাষেদি (১৪)। এই কামকূট পৰ্বতৰ শীৰ্ষত কামেশ্বৰ আৰু কামেশ্বৰী দেৱীৰ মন্দিৰ। প্ৰসংগত উল্লেখযোগ্য যে কামা (খামা) সুপ্ৰাচীন প্ৰাক-বৌদ্ধ যুগৰ বোন ধৰ্মৰ উপাস্য নীলাচল আকাশ দেৱতাৰ শক্তি ৰূপিনী মাতৃ খামা। এই খামাৰ পৰাই কামা আৰু কামাখ্যা শব্দৰ উদ্ভৱ বুলি অনুমান কৰাটো অধিক যুক্তিসম্মত। প্ৰাচীন কিৰাত (তিব্বেতো-বাৰ্মান) সকলৰ এটা ঠালৰ এই উপাস্য দেৱ-দেৱীৰ ৰূপান্তৰ কৰণ হৈ পিছত আৰ্যমূলীয় কামাখ্যা আৰু শিৱ হৈছে। নীলাচল য'ত খামা তাতেই; ৰূপান্তৰিত হৈ ভৈৰব য'ত ভৈৰবী তাতেই নাইবা শিব্ৰাই য'ত ভল্লী বুঢ়ী তাতেই। আৰ্যীকৰণৰ এই দীঘলীয়া যুগটোত বৰ্মণ বংশ আৰু শালস্তম্ভ বংশৰ অৱদান নিশ্চিতভাৱে অধিক গৱেষণাৰ বিষয় হ'ব পাৰে।

প্ৰসংগত উল্লেখযোগ্য যে হাটক-ভৈৰৱ আৰু হেতুকা-শূলপাণি বা হেটুকা-শূলিন একেজনেই— ভিন্ন নামত একেই ৰুদ্ৰ। প্ৰাচীন মাতৃতান্ত্ৰিক কামাখ্যাৰ তুলনাত এই যুগত ৰুদ্ৰ-ভৈৰৱ-মহেশ্বৰ শূলপাণি ত্ৰিশূলৰ অধিকাৰী শিৱৰ প্ৰাধান্যৰ বিস্তাৰ ঘটে। লৌহিত্যৰ দুয়োপাৰ হৈ পৰে পৰম মাহেশ্বৰসকলৰ।

ৰজা বলমাল বৰ্মনে মঞ্জুৰী দিয়া গাঁওখন হ'ল হাপোচগ্ৰাম, ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ ক্ষুদ্ৰ মংগোক (স্বল্প মংগোক) মণ্ডলৰ অন্তৰ্ভুক্ত। গাঁওখনৰ পূবে অগ্নিদাহিকা, দক্ষিণ পূবত চণ্ডিকা মন্দিৰ আৰু দক্ষিণত দীৰ্ঘাংগ। স্থানৰ নামবোৰ সম্ভৱতঃ প্ৰচলিত থলুৱা নামৰ সংস্কৃত সংস্কৰণ। এই তাম্ৰশাসনৰ গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হ'ল ইয়াত গাঁওখন খাজনাৰহিত কৰাৰ কোনো উল্লেখ নাই। কিন্তু দুটা কথা উল্লেখ আছে সেয়া হ'ল ৰজাৰ চাট আৰু ভাট (আৰক্ষী আৰু বিষয়া)ৰ গাঁওখনত প্ৰৱেশাধিকাৰ নাথাকিব; কিন্তু গাঁওখনৰ মুক্ত পৰিকাৰসকলৰ ওপৰত কোনো ৰাজস্ব আৰোপ কৰিব নোৱাৰিব। তাম্ৰশাসনে প্ৰদান কৰা গাঁওখনৰ দান গ্ৰহণকাৰী হ'ল চূড়ামণি ব্ৰাহ্মণ, তেওঁৰ যৌথ পৰিয়ালৰ আন তিনিজন ভ্ৰাতৃ হ'ল দেউভা, গৰ্গ আৰু শম্ভু।

তাম্ৰশাসনখনত মণ্ডল শব্দৰ ব্যৱহাৰ, অস্থায়ী বাসিন্দাসকলৰ ওপৰত খাজনা লগোৱাৰ অধিকাৰ প্ৰদান নকৰা তথা আৰক্ষী বিষয়া প্ৰৱেশত বাধা দিয়াটো বিশেষ তাৎপৰ্যপূৰ্ণ কথা। পূৰ্বে উল্লেখ কৰা তাম্ৰশাসনৰ দৰে এই তাম্ৰশাসনত অমাত্য, সেনাপতি আদি বিষয়াৰ কথা উল্লেখ নাই।

তেজপুৰ তাম্ৰশাসনৰ আৰম্ভণিৰ কথাখিনি পৰ্বৱৰ্তীয়া তাম্ৰশাসনৰ সৈতে একেই। এই তাম্ৰশাসনত দান দিয়া গাওঁখন হ'ল অভিভৱাবাটক, ত্ৰিস্ৰোতা (আধুনিক তিস্তা) নদীৰ পশ্চিমে। গাঁওখনৰ সীমাৰ কথা কোৱা হৈছে এইদৰে— চন্দ্ৰপুৰি দক্ষিণ-পূবত, দপলাত্মল পূবত আৰু উত্তৰ-পূবত, অৱাৰি দক্ষিণত নউকুৰা পশ্চিমত। এই স্থান তিস্তা নদীৰ পশ্চিম

পাৰত অৱস্থিত বুলি অনুমান কৰিলে— ইয়াৰ বৰ্তমান স্থান হয় বাংলাদেশৰ ৰংপুৰ জিলাত। এই ভূমিদান গ্ৰহণকাৰী ব্ৰাহ্মণ হ'ল যজুৰ্বেদী ব্ৰাহ্মণ শাণ্ডিল্য গোত্ৰৰ— ভিজ্জতা আৰু সত্ৰায়িকাৰ পুত্ৰ ইন্দোক নামৰ ব্ৰাহ্মণ। দান-সূত্ৰে দিয়া এই ভূমিত মাটি আৰু পানী উভয়তে অধিকাৰ প্ৰদান কৰা হৈছে; কিন্তু এই ভূমি খাজনা-মুক্ত কৰাৰ কোনো উল্লেখ নাই।

বনমাল বৰ্মণ অকল নিৰ্মাতা, দাতা আৰু ৰাজ শক্তিৰ নিৰ্মাতাই নহয়, তেওঁ আছিল অতিমাত্ৰা ধৰ্মপ্ৰাণ আৰু তাৰ নিদৰ্শন ৰক্ষা কৰি তেওঁ অতিশয় বৃদ্ধ অৱস্থাত অনশনৰ জৰিয়তে দেহত্যাগ কৰি (শিৱৰ তেজৰ লগত নিজকে বিলীন কৰি দি) পুত্ৰ জয়মালক ৰাজ সিংহাসন এৰি দিয়ে। মৃত্যুৰ আগতে তেওঁ দুই চোৱৰী (শ্বেত চোৱৰী) যুক্ত ৰাজছত্ৰ পুত্ৰৰ হাতত অৰ্পণ কৰে। এনে ধৰণৰ দেহত্যাগ আৰু ৰাজক্ষমতা হস্তান্তৰ এইটো অতি বিৰল উদাহৰণ। অচিন ৰোগত আক্ৰান্ত জয়মাল, যি ৰাজাভিষেকৰ সময়ত বীৰবাহু নাম লৈছিল— তেওঁ বেছিদিন ৰাজত্ব কৰিব নোৱাৰিলে। তেওঁৰ পিছত বল বৰ্মণ ৰজা হয় ৮৬০ খৃঃত। বল বৰ্মণৰ তাম্ৰ শাসন তিনিখন — (১) নগাঁও তাম্ৰশাসন আৰু (২) বৰবিল (হাওৰাঘাট) তাম্ৰশাসন আৰু (৩) তেজপুৰৰ উলুবাৰী তাম্ৰশাসন। তিনিওখন তাম্ৰশাসনেই প্ৰদান কৰা হৈছিল হাটপেশ্বৰ বা হাদপেশ্বৰৰপৰা। বনমাল বৰ্মণৰ তাম্ৰশাসন দুখনৰ আৰম্ভণিতে ৰুদ্ৰৰ তেজ আৰু লৌহিত্য সাগৰৰ পবিত্ৰ জলৰাশিৰ বন্দনা কৰা হৈছে।

নগাঁও তাম্ৰশাসন প্ৰদান কৰা হৈছিল ৰজাৰ শাসনৰ অষ্টম বৰ্ষত। নগাঁও তাম্ৰ ফলিত প্ৰদান কৰা ভূমি ব্ৰহ্মপুত্ৰৰ দক্ষিণ কূলত, গতিকে বনমাল বৰ্মণৰ ৰাজত্বকালত দক্ষিণ পাৰৰ মাটিত উৎকৃষ্ট ধান খেতি হোৱাৰ প্ৰমাণ ই দাঙি ধৰে। মঞ্জুৰী প্ৰদান কৰা গাঁওখনৰ নাম হেৰ্ণশিৰা (শেনশিৰা বা শেনচোৱা?)— য'ত চাৰি হাজাৰ দোন ধান বছৰি উৎপাদন হৈছিল। দক্ষিণ পাৰৰ দিজ্জিনা (Dijjina) বিষয়ত এই স্থান অৱস্থিত। মাটিখিনিৰ পূব প্ৰান্তৰ কোপ্পা (১৫) নামৰ এক নৈৰ কথা কোৱা হৈছে। দান গ্ৰহণ কৰোতা ব্ৰাহ্মণ পৰিয়াল কপিল-গোত্ৰৰ ভট্ট মালাধৰৰ নাতি, দেৱধৰ আৰু শ্যামায়িকৰ পুত্ৰ শ্ৰুতিধৰ।

বল বৰ্মণৰ হাওৰাঘাট তাম্ৰ শাসনৰ যি ভূমি দান দিয়া হৈছিল সেয়া বম্নদেৱ নামৰ

---

*১৫ ইংগিত কপিলীলৈ হ'ব পাৰে।*

*১৬ ডি চি সৰকাৰে এই স্থান অনুমান কৰিছে। ই বল বৰ্মণৰ ৰাজ্যৰ দক্ষিণ সীমাৰ বিস্তৃতিলৈ ইংগিত দিয়ে। ডি চি সৰকাৰ, উল্লিখিত গ্ৰন্থ, পৃঃ ১৩৫।*

*১৭ দ্ৰোণ বা দোন হ'লে উৎপাদনৰ পৰিমাণ বৰ বেছি নহয়। প্ৰকৃত মান্য একক কি আছিল এইটো স্পষ্ট যেন লাগে— লিখক।*

জনৈক ব্যক্তিৰ সম্পত্তিৰ অংশ আছিল নাইবা আদিতে বপ্পদেৱৰপৰা লোৱা। এই বপ্পদেৱৰ ভূমি বৰ্ষাপট্টনম (আনুমানিক বৰ্তমানৰ শিলচৰৰ ওচৰৰ বৰসাই পাহাৰৰ নাম ? (১৬) দুই হেজাৰ দ্ৰোণ (১৭) শস্য উৎপাদন হোৱা এই ভূমি দান দিয়া হৈছিল যজুৰ্বেদী উপমন্যৱ-গোত্ৰৰ কণ্ব শাখাৰ ব্ৰাহ্মণ গৰ্গৰ নাতি, গাভিষ্থিৰ আৰু গৰ্ভেশ্বৰিকাৰ পুত্ৰ শ্যামদেৱ ভট্ট। ভূমি দান দিয়াৰ দিন হ'ল শক্ৰোত্থান বা ইন্দ্ৰপূজাৰ বাৰ্ষিকী বা অম্বপূজা। ভাদ মাহৰ শুক্লাদ্বাদশীত এই পূজা এতিয়া পালন কৰা হয়। ই বুজায় যে সেই সময়ত অসমত ইন্দ্ৰ পূজাও প্ৰচলিত আছিল। শাল গছক আকাশ (বা ইন্দ্ৰ)ৰ প্ৰতীক গণ্য কৰা হয়। ইন্দ্ৰধ্বজ শাল গছৰ লগত শালস্তম্ভ নামৰ সম্পৰ্ক মন কৰিবলগীয়া— কোনো ঐতিহাসিক ভিত্তি নাথকিলেও এই ইন্দ্ৰধ্বজ পূজাই পিছলৈ কামৰূপ জিলাত লোক উৎসৱত বাঁহ গছ পোতাৰ পৰম্পৰা জন্ম দিছে বুলি অনুমান কৰাৰ থল আছে। এই ভূমি দান দিয়াৰ ঘোষণাত মহাৰাজাধিৰাজ বল বৰ্মনে বোধন কৰা লোকসকলৰ মাজত আছে— দেশখনৰ সকলো প্ৰজাক—ব্ৰাহ্মণ, ৰাজ্যৰ বিষয়া, জিলাখন বিষয়া আৰু ৰজাৰ তলতীয়াসকলকে ধৰি গ্ৰাম্য বাসিন্দাসকলক। এই লোকসকলৰ তালিকাত আছে ৰাজন, ৰাজ্ঞীসকল (ৰাণীসকল), ৰাজনক, ৰাজনকৰ বিষয়াসকল, ৰাজপুত্ৰসকল, ৰাজ বল্লভ (পাৰিষদ) সকল, বিভিন্ন সময়ত সেই ভূমিখণ্ডৰ প্ৰশাসনৰ লগত জড়িত বিষয়াসকল। এইবোৰ বিষয়া আৰু লোকৰ উপৰি নগাঁও (বল বৰ্মণৰ) তাম্ৰশাসনত ৰাজবল্লভ মহল্লাক— প্ৰৌধিক, হস্তী-বন্ধিক, নৌকাবন্ধিক, চৌৰাধৰণিক, দণ্ডিক, দণ্ডপাশিকা, উপকাধিক (কম গুৰুত্বৰ কৰ সংগ্ৰহকাৰী), ঔটক্ষেত্ৰিক, ছত্ৰভাস আদি বিষয়া আৰু কৰ্মচাৰীৰ কথা উল্লেখ আছে। ভূমি দানৰ লগতে তাম্ৰশাসনে বাস্তু, কেদাৰ বা ক ভূমি, স্থল (উচ্চ ভূমি), জল, গোপচাৰ (গো-প্ৰচাৰ), অবকাৰ, হস্তীবন্ধা কৰ, নৌকাবন্ধা কৰ, চোৰ ধৰা আৰু চুৰি কৰা সামগ্ৰী উদ্ধাৰ কৰা কৰ-সংগ্ৰহো ভূমি দান গ্ৰহণকাৰীক দিয়া হৈছে (১৮)।

নগাঁও তাম্ৰ-শাসনত যিবোৰ অশান্তিৰ পৰা দান গ্ৰহণকাৰীক মুক্ত কৰি দিয়া হৈছে সেইবোৰ অতি বিশিষ্ট তাৎপৰ্যপূৰ্ণ। এনে বেহাই বিলাকে বুজায় যে ৰজা এই সময়ত অকল ভূমিৰ ওপৰতে সৰ্বময় কৰ্তা হৈছে তেনে নহয়, তেওঁৰ বাহিৰে অন্য সকলো জন-প্ৰাণীৰ চাল-চলন পৰ্যন্ত নিয়ন্ত্ৰণ কৰাৰ সামগ্ৰিক ক্ষমতা তেওঁৰ হাতলৈ আহিছে। তাম্ৰশাসনে দান গ্ৰহণকাৰীৰ ভূমি ভাগৰ প্ৰজাক যিবোৰ অশান্তিৰ কাৰকৰ প্ৰবেশৰপৰা মুক্তি দিছে সেইবোৰ হ'ল— (১) ৰাণী, (২) ৰাজকোঁৱৰসকল, (৩) সম্ভ্ৰান্ত বৰ্গ, (৪) পাৰিষদ বা ৰাজবল্লভসকল, (৫) অন্তেঃপুৰৰ পুৰুষ আৰু মহিলা প্ৰহৰী (মহল্লক-মৌধিকা), হাতী

*১৮ পত্ৰৰ তালিকাত উট, ভেড়া, ছাগলী আদি সকলো অন্তৰ্ভুক্ত হোৱাটোৱে বুজায় যে লিপিকাৰে অন্য কোনো সৰ্বভাৰতীয় ক্ষেত্ৰৰ লিপিত থকা উট আৰু ভেড়াকে ধৰি সকলো জন্তুৰ নাম লিপিবদ্ধ কৰোতে কামৰূপত আজি পৰ্যন্ত নথকা জীৱ জন্তুৰ নামো উল্লেখ কৰিছে। - - লিখক।*

ধৰোতা আৰু নৌ-ঘাটৰ নাৱৰীয়াৰ ওপৰত কৰ সংগ্ৰহকাৰী চোৰ ধৰা আৰক্ষী আৰু চৌৰ্য সম্পত্তিৰ উদ্ধাৰকাৰী, আৰক্ষীৰ নায়ক (দণ্ডিকা), আৰক্ষী (দণ্ড পাশিকা), অস্থায়ী খেতিয়কৰ পৰা গ্ৰহণকৰা কৰ সংগ্ৰহকাৰী উপকাৰিক), উৎক্ষেত্ৰিক বা কৰ সংগ্ৰহকাৰী তথা ছত্ৰভাস (পিয়ন) আদি। অৰ্থাৎ, ৰজাই ৰেহাই নিদিলে এই সকলৰপৰা হ'ব পৰা অশান্তিৰপৰা প্ৰজাই হাত সাৰিব নোৱাৰে। পৰোক্ষভাৱে এইটো প্ৰমাণিত হয় যে ৰজাইহে— একমাত্ৰ ৰজাইহে প্ৰজাক এইবোৰ অসুবিধাৰ পৰা মুক্তি দিব পাৰে।

ৰজা আনহাতে, সকলো বিচাৰ-ব্যৱস্থা তথা আইন কাৰ্যকৰী কৰোঁতাৰ দণ্ডৰপৰা মুক্ত, আনকি ৰজাই নিজৰ প্ৰাণো নিজে নিঃশেষ কৰাৰ সৰ্বোচ্চ অধিকাৰ আয়ত্ত কৰিছে। বনমাল বৰ্মণৰ দেহত্যাগৰ ঘটনাটো এনে ৰাজসিক সৰ্বোচ্চ তেজৰ (ৰুদ্ৰৰ তেজৰ) নিদৰ্শন।

বল বৰ্মণৰ ৰাজত্বৰ ত্ৰয়োদশ বছৰত বছৰ সংক্ৰান্তি (অৰ্থাৎ বৰ্তমানৰ মাঘ বিহু) উপলক্ষে আয়োজিত লক্ষ-হোম যজ্ঞ উপলক্ষে প্ৰদান কৰা ভূমিৰ তাম্ৰশাসন তেজপুৰৰ উলুবাৰীত শেহতীয়াভাৱে আৱিষ্কাৰ হোৱাত শালস্তম্ভ-বংশৰ ৰাজত্বকালৰ আন এক কৃষি উৎসৱৰ নিদৰ্শন ঐতিহাসিকভাৱে উদ্ভাসিত হ'ল। লক্ষ-হোম যজ্ঞ আজিৰ অগ্নি পূজা, মাঘ বিহুৰ মেজি জ্বলোৱাৰ দৰে ই এক অগ্নিৰ পূজা।

উলুবাৰী তাম্ৰ-শাসনত দান কৰা ভূমি দিকুৰ (১৯) অঞ্চল মন জয় বিষয়ৰ অন্তৰ্ভুক্ত। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ এই অঞ্চলৰ উৎপাদন বাৰ্ষিক দুহেজাৰ দোন। লক্ষ হোম যজ্ঞৰ পটভূমিত এই কৃষি ভূমি দানৰ তথ্যই যেন কৃষিৰ বিকাশ আৰু ৰাজতন্ত্ৰৰ যুগত ভূমিৰ ওপৰত চূড়ান্ত ক্ষমতা বিস্তাৰ কৰা ৰাজতন্ত্ৰৰ চূড়ান্ত ৰাষ্ট্ৰশক্তিৰ নিদৰ্শন দাঙি ধৰে— সামন্তযুগীয়া কৃষ্টি সভ্যতাৰ বিকাশত যি ৰাজতন্ত্ৰৰ অৱদান এক যুগজয়ী ধাৰা হিচাপে আজিকোপতি উন্নীত কিছু গুণগতভাৱে ভিন্ন ৰূপত বৰ্তি আছে।

## ৩.৯ প্ৰজাৰ দ্বাৰা নিৰ্বাচিত ৰজা ঃ পিতৃ-মাতৃৰ মিলন

শালস্তম্ভ বংশৰ পিছত পাল বংশৰ ৰজাসকলে প্ৰাগজ্যোতিষপুৰত ৰাজত্ব কৰে। পাল বংশৰ প্ৰথম ৰজা ব্ৰহ্মপাল বৰ্মণদেৱ শালস্তম্ভ বংশৰ শেষ ৰজা ত্যাগ সিংহ অপুত্ৰক হৈ স্বৰ্গীহোৱাত প্ৰজাৰ দ্বাৰা নিৰ্বাচিত হয় ৰজা হিচাপে। এই প্ৰজাৰ দ্বাৰা নিৰ্বাচিত হোৱাৰ বিষয়টো যুক্তিসম্মতভাৱে বিশ্লেষণৰ বিষয়। কাৰণ, কোনো গণতান্ত্ৰিক নিৰ্বাচক মণ্ডলী সকলোৰে সমান মতদানৰ অধিকাৰৰ ভিত্তিত নথকা অৱস্থাত, সকলো প্ৰজাৰ দ্বাৰা এজন মাথোঁ ৰজা নিৰ্বাচিত হোৱাৰ সম্ভাৱনা ক্ষীণ, বংগৰ পাল বংশৰ ৰজা গোপালো প্ৰজাৰ দ্বাৰা নিৰ্বাচিত। চুতীয়া ৰাজবংশৰ প্ৰথম ৰজাজনো প্ৰজাৰ দ্বাৰা নিৰ্বাচিত। এই ধৰণৰ

---

১৯ *দিকৰাই নামৰ লগত মিল দেখা যায়।*

প্ৰজাৰ নিৰ্বাচন মূলতঃ একোখন সমাজৰ প্ৰতিপত্তিশীল শ্ৰেণীটোৱে বা প্ৰতিপত্তিশীল শ্ৰেণীসমূহে কৰে, যিটো হৈ পৰে স্বাভাৱিকতে শক্তিশালী, বুদ্ধিমন্ত আৰু সৎ ব্যক্তি এজনৰ সপক্ষে গ্ৰহণযোগ্য সিদ্ধান্ত। এইটো স্বাভাৱিক বাবেই ধৰি লোৱা হয় প্ৰাকৃতিক বুলি প্ৰসংগত উল্লেখযোগ্য যে ম্লেচ্ছ বংশৰ ৰাজত্ব কালত হাদপেশ্বৰ বা হাটপেশ্বৰ ব্ৰাহ্মণ্য শৈৱ সভ্যতা-সংস্কৃতিৰ প্ৰাণ-কেন্দ্ৰ হৈ পৰিছিল, ব্ৰাহ্মণ আৰু ব্যৱসায়ীসকলৰ প্ৰতিপত্তি বাঢ়িছিল, অমাত্য আৰু অন্যান্য বিষয়াবৰ্গৰ বিকাশ হৈছিল। গতিকে এই বিকশিত শ্ৰেণীৰ লোকসকলে অৰাজকতা দূৰ কৰিবৰ বাবে সৰ্বসন্মতভাৱে এজনক ৰজা পতাটো প্ৰজাৰ মঙ্গল হেতু প্ৰজাৰ নিৰ্বাচনৰ দৰে হয়। পণ্ডিত ব্ৰাহ্মণসকলৰ যে বিকাশ হৈছিল আৰু কাবিক চণ্ডত একোজন ৰজাৰ প্ৰশস্তি ৰচনা কৰি তেওঁক ঈশ্বৰৰ সমপৰ্যায়ৰ দুৰ্বাৰ শক্তিশালী ৰজাত পৰিণত কৰিছিল তাৰ উদাহৰণ ৰত্নপালৰ তাম্ৰশাসনৰ বৰ্ণনাত্মক কথাখিনিৰ পৰাই অনুমান কৰিব পাৰি। ৰত্নপালৰ বৰগাঁও তাম্ৰশাসন তেওঁৰ শাসনৰ পঁচিছ বছৰ পূৰ্ণ হোৱাৰ পিছত প্ৰদান কৰা হৈছিল। এই তাম্ৰশাসনতো ম্লেচ্ছ বংশৰ ৰজাসকলৰ দৰেই ৰজাক মহাৰাজাধিৰাজ পৰমেশ্বৰ পৰম ভট্টাৰক বুলি সম্বোধন কৰা হৈছে আৰু নটৰাজ শিৱ তথা শক্তিশালী লৌহিত্য সমুদ্ৰক বন্দনা কৰা হৈছে। নটৰাজ শিৱৰ বন্দনা বিশেষ তাৎপৰ্যপূৰ্ণ কথা— কাৰণ শিৱৰ নটৰাজৰূপ পৰমানন্দময় ৰূপ সকলো কলাৰে গুৰু ৰূপ। সাংস্কৃতিক আৰু সুকুমাৰ কলাৰ সুবিকাশৰ এটা উন্নত পৰ্বতহে আৰাধ্য প্ৰধান দেৱতা শিৱক নটৰাজৰূপত কল্পনা কৰাটো সম্ভৱ। আন এক তাৎপৰ্যপূৰ্ণ কথা হ'ল প্ৰাগজ্যোতিষপুৰৰ ৰাজধানী হাটপেশ্বৰৰ পৰা দুৰ্জয়ানগৰ বা শ্ৰীদুৰ্জয়ালৈ স্থানান্তৰিত কৰাটো। এই শ্ৰীদুৰ্জয়াও লৌহিত্যতীৰবৰ্তী। ৰজা ৰত্নপালৰ বীৰত্বৰ প্ৰশস্তি গাবলৈ গৈ প্ৰশস্তিৰচনাকাৰীয়ে বাণ ভট্টৰ 'হৰ্ষচৰিত'ৰ ৰাজ্যবৰ্ধনৰ ক্ষেত্ৰত প্ৰযোজ্য কথাখিনি অনুকৰণ কৰা বুলি ইতিহাসবিদ সৰকাৰে অভিযোগ কৰিছে। শক্তিশালী ৰজা বন্দনাত সাধাৰণতে এনে আতিশয্য ঘটে প্ৰশস্তিকাৰ ব্ৰাহ্মণ পণ্ডিত, যাৰ সংস্কৃত-জ্ঞান আছিল, ব্যৱসায়ী তথা মন্ত্ৰীবৰ্গ আৰু সম্ভ্ৰান্ত লোকসকলে মিলি ৰত্নপালৰ পিতৃ ব্ৰহ্মপালক ৰজা নিৰ্বাচিত কৰাটো একো অস্বাভাৱিক নহয়। এই ঘটনাটো সংঘটিত হৈছিল তেজপুৰত যাৰ পাৰ্শ্ববৰ্তী অঞ্চলবোৰ শক্তিশালী পৰ্বতীয়া ৰজাসকল তথা জনজাতি ক্ষুদ্ৰ ৰজাসকলৰ দ্বাৰা সদায় আক্ৰান্ত হয়। এনে স্থানত এজন ৰজা পতাটো প্ৰকৃতিৰ নিয়মসিদ্ধ— ৰজাবিহীন অৱস্থাত অৰাজকতা হয়। দান গ্ৰহণকাৰী ব্ৰাহ্মণ বৈদিক পণ্ডিত দেৱদত্তৰ নাতি, গংগাদত্ত আৰু শ্যামাৰিকাৰ পুত্ৰ, পৰাশৰ গোত্ৰৰ কন্ব শাখাৰ বাজসনেয় চৰণৰ বীৰদত্ত। দুহেজাৰ দোন ধান উৎপাদন হোৱা লবুকুটি ক্ষেত্ৰ বা লাবকুটি নামৰ পথাৰ বা আদিতে লাবুকুটি নামৰ এজন ব্যক্তিৰ মাটি আৰু বামদেৱ নামৰ আন এজনৰপৰা গ্ৰহণ কৰা মাটি দত্ত উপাধিৰ (যি উপাধি বৰ্তমান ব্ৰাহ্মণে ব্যৱহাৰ নকৰে) ব্ৰাহ্মণক প্ৰদান কৰা হয়। দান নিজৰ আৰু

পিতৃ-মাতৃৰ মংগল কামনা কৰি ধৰ্মীয় কাৰণত দিয়া হয়। শুৱালকুছি তাম্ৰশাসনতো তিনি হেজাৰ দোন ধান উৎপাদন হোৱা মাটি প্ৰদান কৰা হৈছে। এই ক্ষেত্ৰতো দান গ্ৰহণকাৰী ব্ৰাহ্মণ, ভৰদ্বাজ গোত্ৰৰ কণ্ব শাখাৰ বাজসনেয় চৰণৰ কামদেব। দেব উপাধিৰ এই গোত্ৰৰ লোকসকলকো ডি চি সৰকাৰে বংগত অব্ৰাহ্মণৰ মাজতহে পোৱা যায় বুলিছে।

ৰত্নপালৰ পিছত তেওঁৰ নাতি ইন্দ্ৰ পাল ৰজা হয় ৯৬০ খৃঃত। ইন্দ্ৰপালে বংগৰ ৰজা কল্যাণচন্দ্ৰক (খৃঃ ৯৭৫-৯৫)ক যুদ্ধত পৰাস্ত কৰিছিল বুলি গাচতল লিপিত বৰ্ণনা থকা বাবে ইন্দ্ৰপালৰ ঐতিহাসিকত্ব সম্পৰ্কে সম্পূৰ্ণ নিঃসন্দেহ হ'ব পৰা যায়। ইন্দ্ৰপালে তেওঁৰ শাসনৰ অষ্টম বছৰত আৰু একবিংশতি বছৰ (১) গুৱাহাটী আৰু (২) গুৱাকুছিত দুখন তাম্ৰ শাসন প্ৰদান কৰে। দুযোখন ফলি আৰম্ভ হৈছে শম্ভু, পশুপতি আৰু মহাবৰাহ (বিষ্ণুৰ বৰাহ অবতাৰ) আৰু পৃথিৱীৰ বন্দনাৰে। হৰ্জৰ বৰ্মণৰ তেজপুৰ শিলালিপি (এডৱাৰ্ড গেইটে কৰা পাঠোদ্ধাৰ মতে) যিদৰে শ্ৰীবাৰাহ উপাধিৰে বৰাহৰূপী বিষ্ণুৰ ভক্ত হিচাপে হৰ্জৰ বৰ্মণক চিনাক্ত কৰা হৈছে, একেদৰে ইন্দ্ৰপালৰ তাম্ৰ-শাসনতো শ্ৰীবৰাহৰূপী বিষ্ণুৰ বংশোদ্ভূত কথাটো লিপিবদ্ধ হৈছে (২০)। গুৱাহাটী তাম্ৰশাসনৰ ভূমি কাশী পতাকৰ ভূমিৰপৰা গ্ৰহণ কৰা, ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ হাপ্যোম বিষয়ৰ (২১) অন্তৰ্ভুক্ত। ভূমি প্ৰায় সকলো কৰৰপৰা মুক্ত কৰি দেশপাল নামৰ কাশ্যপগোত্ৰৰ যজুৰ্বেদী ব্ৰাহ্মণক দিয়া হৈছে। এই পাল উপাধিৰ পৰিয়ালো বৰ্তমান অব্ৰাহ্মণৰ শাৰীতহে দেখা যায়। গুৱাকুছি তাম্ৰ শাসনৰ ক্ষেত্ৰতো দুহেজাৰ দোন শস্য (ধান) উৎপাদন হোৱা মাটি মণ্ডি জিলা (বিষয়)ৰ পাণ্ডাৰি নামৰ ঠাইত, ইতিহাসবিদসকলে চিনাক্ত কৰা ৰঙিয়া ষ্টেচনৰ ওচৰৰ পাণ্ডৰি মৌজাৰ ভিতৰত ভূমি দান কৰা হয়। দান দিয়া হয় কণ্ব শাখাৰ, কাশ্যপ গোত্ৰৰ যজুৰ্বেদী ব্ৰাহ্মণ সোমদেৱৰ নাতি, বিষ্ণুদেব আৰু অনুৰাধাৰ পুত্ৰ দেব উপাধিধাৰ দেব নামৰ ব্ৰাহ্মণক। এই পৰিয়ালো আধুনিক যুগত অব্ৰাহ্মণ পৰিয়ালৰ শাৰীত থকা দেখা যায়।

---

*২০ ডি. চি. সৰকাৰে লিখিছে : "Both the charters were issued by parameswara-paramabhāttaraka Mahārahadirāja who meditated on (or was favoured by) the feet of his grand father Ratnāpalavarmanadeva enjoying the same imperial tittes The epithet varah (i e descendent of the Boar incanration of Vishnu) is applied to the reigning monarch of Pragjyotish-Kamrupa for the first time in Indrapālas record."—উক্ত গ্ৰন্থ, পৃঃ ১৪৮। তেজপুৰ শিলালিপিত হৰ্জৰ বমাই নিজকে শ্ৰীবাৰাহ বোলা কথাটো ডি. চি সৰকাৰে উল্লেখ কৰা নাই। অন্য ইতিহাসবিদে অৱশ্যে শ্ৰীবাৰাহৰ উল্লেখক অস্বীকাৰ কৰা নাই। দ্ৰষ্টব্য : সদানন্দ চলিহা, শোণিতপুৰ সন্দীপিকা, প্ৰথম তাণ্ডৱ, পৃঃ ১৮।*

*২১ হাবুং শব্দৰ লগত মিল দ্ৰষ্টব্য— লিখক।*

ইন্দ্ৰপালৰ পিছত পুত্ৰ গোপাল ৰজা হয় (৯৯০ খৃঃ-১০১৫ খৃঃ), গোপালৰ পিছত ৰজা হয় হৰ্ষপাল (১০১৫-৩৫ খৃঃ)। গোপালৰ গছতল তাম্ৰশাসনত প্ৰথম ৰত্নপালে গৌড়ৰ ৰজা ৰাজ্যপালক পৰাস্ত কৰাৰ কথা আছে। ইন্দ্ৰপালে বংগৰ ৰজা কল্যাণ চন্দ্ৰক পৰাস্ত কৰাৰ কথাও লিপিত আছে। ইন্দ্ৰপালৰ দিনতে প্ৰাগজ্যোতিষপুৰৰ ৰাজধানী শ্ৰীদুৰ্জয়াৰপৰা পুনৰ হাদপ্পেশ্বৰলৈ স্থানান্তৰিত কৰা হয়। গছতল তাম্ৰশাসন ৮০০০ দোন ধান উৎপাদন কৰা চাক্কাকেমবুৰা বিষয়ৰ খাৰিকোণাকুদিৰ মাটি বিতৰণৰ কথা উল্লেখ আছে।

ধৰ্মপাল ৰজা হয় ১০৩৫ খৃঃত। এইজন ধৰ্মপালৰ ভূমিদান আৰু কৰ ৰেহাইৰ তথ্য সম্বলিত তিনিখন তাম্ৰশাসন উদ্ধাৰ হোৱাৰ ফলত সেই সময়ৰ অসমৰ ভূমি-ব্যৱস্থা, ভূমি-ব্যৱস্থাৰ লগত সংগতি ৰাখি ধৰ্মীয় উপাস্য দেৱ-দেৱীৰ আৰু সমাজৰ পৰিৱৰ্তনৰ কিছু আভাস পোৱা যায়। এই তিনিখন তাম্ৰশাসন হ'ল— (১) খনামুখ তাম্ৰশাসন, (২) শুভাংকৰপটক তাম্ৰশাসন আৰু (৩) পুষ্পভদ্ৰা তাম্ৰশাসন। হৰ্জৰ বৰ্মণৰ তাম্ৰফলিৰ পৰেই 'পৰমেশ্বৰ পৰমভট্টাৰক মহাৰাজাধিৰাজ' বুলি প্ৰথম দুখন ফলি আৰম্ভ হৈছে যদিও ধৰ্ম পালৰ ফলিত 'ৱাৰাহ' (বৰাহ বিষ্ণুৰ ঔৰসজাত) উপাধি সুস্পষ্টভাৱে লিপিবদ্ধ হোৱাৰ উপৰি প্ৰথম ফলি দুখনত 'অৰ্ধযুৱতীশ্বৰ' বা 'অৰ্ধনাৰীশ্বৰ'ৰ বন্দনা কৰা হৈছে, মহেশ্বৰ বা নটৰাজৰ ঠাইত অৰ্ধনাৰীশ্বৰ বন্দনা— কৃষকসমাজৰ বিকাশৰ পৰ্যায় বিশ্লেষণত বিশেষ তাৎপৰ্যপূৰ্ণ ঘটনা বুলি বিবেচনা কৰিব পাৰি।

আমি পূৰ্বে উল্লেখ কৰি আহিছো যে মাতৃতান্ত্ৰিক খামা বা কামাখ্যা কামতেশ্বৰী দেৱীৰ আদ্যা শক্তিৰ বন্দনাত জনজাতি সমাজৰ লগত সহাবস্থান কৰা ব্ৰাত্য সমাজৰ অস্তিত্ব বিবাদমুখী নহয় যদিও নৰকৰ উত্থানে মাতৃ আৰু পুত্ৰৰ এক সংঘাত সৃষ্টি কৰিছিল। মাতৃ-পুত্ৰৰ সংঘাতৰ অন্তত কিন্তু ৰুদ্ৰৰ তেজৰ উত্তাপ ক্ৰমান্বয়ে বাঢ়িবলৈ ধৰিলে। ৰজাসকলে নিজকে 'পৰমভট্টাৰক পৰমমাহেশ্বৰ' উপাধিৰে সজ্জিত কৰাই নহয়, ৰাজতন্ত্ৰক বা ৰাষ্ট্ৰক ঈশ্বৰ প্ৰদত্ত শক্তিৰে একচ্ছত্ৰীভাৱে শাসন কৰাৰ এক দৃষ্টান্ত দাঙি ধৰিলে। শালস্তম্ভ আৰু ম্লেচ্ছ বংশৰ শাসনত আমি এই ৰুদ্ৰতেজৰ বা ভৈৰৱ তেজৰ উত্থান দেখা পাওঁ।

এই মাতৃ-পিতৃৰ সংঘাত কিছু স্থায়ী হোৱাৰ কোনো হেতু নাই। মাতৃতান্ত্ৰিক আৰু পিতৃতান্ত্ৰিক উভয় সমাজৰ সমন্বয়ত— গৌৰী আৰু শিৱ, ভৈৰৱী আৰু ভৈৰৱ নাইবা পাৰ্বতী আৰু হৰৰ সমন্বয় সম্ভৱ হ'ল আৰু ৰাজতন্ত্ৰয়ো মাতৃ-প্ৰধান আৰু পিতৃ প্ৰধান দুই জনজাতিমূলৰ সংঘাত দূৰ কৰি এক সমন্বয়মুখী ধৰ্ম আৰু সমাজৰ পাতনি মেলিলে ম্লেচ্ছ বংশৰ শেষৰ ফালে আৰু পাল বংশৰ ৰাজত্বকালত জনজাতিমূলৰ (ব্ৰহ্মপুত্ৰ

উপত্যকাৰ সকলো উপাদান সন্মিলিত কৰি) সম্ভৱতঃ মহাৱাৰাহ বা বৰাহী বংশোদ্ভূত, সম্ভৱতঃ ম্লেছ বা ব্ৰাত্য হোৱা কছাৰীসকলো কোনো এটা ঠালৰ ৰাজবংশই মাতৃ-তান্ত্ৰিকতা আৰু পিতৃ-তান্ত্ৰিকতাৰ প্ৰভেদ গুচাই 'পৰমমাহেশ্বৰ' মহাৰজাই অৰ্ধযুৱতীশ্বৰ বা অৰ্ধনাৰীশ্বৰৰ বন্দনাৰে আৰম্ভ কৰিলে তাম্ৰ শাসনৰ নিৰ্দেশ। এই তাম্ৰ শাসনৰ অন্য এক প্ৰধান বৈশিষ্ট্য হ'ল লৌহিত্যৰ বিষয়ে উল্লেখ নথকাটো গুৰুত্বপূৰ্ণ কথা।ম্লেছ আৰু পাল বংশৰ এক বিশেষ অংগ ব্ৰহ্মপাল (২) ৰ দিনত এই লৌহিত্য-বন্দনা উপাদানটি বিলুপ্ত। এই তিনিখন তাম্ৰ শাসনৰ গুৰুত্বপূৰ্ণ দিশ এটা হ'ল ক্ৰমশঃ অধিক বেছি ধান হোৱা গ্ৰামাঞ্চল দান। খনামুখ তাম্ৰশাসনত ছয় হাজাৰ দোন ধান হোৱা গ্ৰাম, শুভাংকৰপটক তাম্ৰ শাসনত ছয় হেজাৰ দোন ধান উৎপাদন হোৱা গ্ৰাম আৰু পুষ্পভদ্ৰা তাম্ৰ শাসনত দহ হেজাৰ দোন উৎপাদন হোৱা গ্ৰাম দান কৰাৰ উদাহৰণে প্ৰমাণ কৰে ৰাজতন্ত্ৰৰ অৱস্থা কৃষিৰ উৎপাদন বৃদ্ধিৰ ফলত চহকী হৈ পৰিছিল— গতিকে ধানৰ নাটনিৰ প্ৰশ্নই উঠা নাছিল। দান দিয়া ভূমি খাজনাৰহিত আছিল।

পালবংশী ৰজাসকলৰ দিনত কামৰূপৰ ৰাজধানী দুৰ্জয়া বা শ্ৰীদুৰ্জয়া বুলি উল্লেখ আছে। ড. বাণীকণ্ঠ কাকতিয়ে এই শ্ৰীদুৰ্জয়া নগাঁও জিলাত বুলি ঠাৱৰ কৰিছে কালিকা পুৰাণৰ কথা 'দুৰ্জয়াখ্যো বৰগিৰৌ' উক্তিৰ ভিত্তিত (২১)। তদুপৰি ধৰ্মপালৰ শাসনত উল্লিখিত কামৰূপ নগৰক বৰ্তমানৰ কামপুৰ বুলি অভিহিত কৰিছে। ৰত্নপালৰ শাসনৰ দ্বাৰা প্ৰদত্ত ভূমি— 'কলংগা-বিষয়ান্তঃপাতী',— এই তথ্যৰ আধাৰে নগাঁও জিলাত পাল বংশৰ দিনত হোৱা কৃষি আৰু কৃষি ভিত্তিত অজনজাতি সমাজৰ উন্নতিৰ কথা ঠাৱৰ কৰিব পাৰি। কলংগা বিষয় বৰ্তমানৰ কলং নদীৰ পাৰ্শ্ববৰ্তী অঞ্চলত হ'ব বুলি ড. কাকতিয়ে অনুমান কৰিছে।

গেইট চাহাবে কমতাপুৰকে কামৰূপ নগৰ বুলি অভিহিত কৰিছে যদিও এই মতটোৰ পক্ষে যুক্তি দুৰ্বল। কনকলাল বৰুৱাই আনহাতে কামৰূপ নগৰ উত্তৰ গুৱাহাটীত বুলি উল্লেখ কৰিছে। দুটা কাৰণত এই মত গ্ৰহণযোগ্য নহয়। প্ৰথম কাৰণ পালবংশী ৰজাসকলে ৰাজধানী স্থানান্তৰৰ লগতে লৌহিত্যৰ নাম লোৱাটোও বাদ দিছে। উত্তৰ গুৱাহাটীত ৰাজধানী হ'লে লৌহিত্যৰ বন্দনা কিদৰে বাদ দিলেহেঁতেন? দ্বিতীয়তে সাময়িকভাৱে হলেও ত্ৰয়োদশ শতিকাত কামৰূপৰ পশ্চিম অংশৰ শাসন বংগৰ পালবংশীসকলৰ অধীন হৈছিল। তেনে ক্ষেত্ৰত উত্তৰ গুৱাহাটীত ৰাজধানী স্থাপন কৰাৰ সম্ভাৱনা ক্ষীণ। মুছলমানৰ আক্ৰমণৰ সন্মুখীন হৈ পৰাভূত হোৱাৰ ভয় দেখা দিলে কামৰূপ বা অসমৰ ৰজা পৰ্বতৰ দাঁতি কাষৰীয়া অঞ্চললৈ বা লৌহিত্যৰপৰা দূৰলৈ পলাই যোৱাৰ বহু উদাহৰণ আছে

২১ *বাণীকান্ত চয়নিকা, চতুৰ্থ ভাগৰণ, পৃঃ ১৭৮।*

(২২)। কামৰূপৰ ৰাজধানী কামৰূপ নগৰো এই অৰ্থত লুইতৰপৰা দূৰত বুলি ভবাৰ যুক্তি আছে। লুইতৰপাৰত এই কামৰূপ নগৰ হোৱাৰ সম্ভাৱনা ক্ষীণ। পি এন ভট্টাচাৰ্যই গেইটৰ মতৰ ওপৰত ভিত্তি কৰি কামৰূপ নগৰ আৰু কমতাপুৰ একে বুলি ক'লেও ঐতিহাসিক তথ্যই একাদশ শতিকাৰ মাজভাগত ব্ৰহ্মপালে কামৰূপ নগৰ প্ৰতিষ্ঠা কমতাপুৰত কৰিছিল বোলাৰ তথ্য-ভিত্তিক প্ৰমাণ নাই। সেই হিচাপে আনুমানিক হ'লেও ড. বাণীকান্ত কাকতিৰ বক্তব্যৰ ওপৰত অধিক গৱেষণাৰ প্ৰয়োজন আছে। কামপুৰ আৰু ইয়াৰ ওচৰে-পাজৰে যোগীজান, যমুনামুখ আৰু দক্ষিণৰ অঞ্চলবিলাকত ৮ম শতিকাৰপৰা দ্বাদশ শতিকাৰ ভিতৰৰ নানা ঐতিহাসিক সমললৈ দৃষ্টি ৰাখি বৰ্তমানৰ কামপুৰৰ নাম আদিতে কামৰূপ থকাৰ সম্ভাৱনা অস্বীকাৰ কৰিব নোৱাৰি। প্ৰাকৃত ৰূপত নাইবা অপভ্ৰংশ ৰূপত 'ৰূপ' 'পুৰ'লৈ পৰ্যৱসিত হোৱাটো অসম্ভৱো নহয়; কিন্তু এইটো অনুমানহে। কামপুৰৰ চাংচকীত পোৱা মৈথুন মূৰ্তি (কামেশ্বৰ-কামেশ্বৰী মূৰ্তি?) আৰু শিঙৰীৰ মৈথুন মূৰ্তিৰ মিল আছে। যোগীজান আৰু চাপানলাত পোৱা মন্দিৰ দ্বাৰ স্তম্ভৰ কাৰু-কাৰ্য আৰু আৰ্হিৰ মিল দ-পৰ্বতীয়াৰ দ্বাৰ স্তম্ভৰ বা তোৰণৰ পূৰ্ণ আৰ্হিৰ অনুকৰণ বুলি ঠাৱৰ কৰাৰ থল আছে

অৰ্ধনাৰীশ্বৰ শিৱ যে ৰুদ্ৰ বা ভৈৰৱ শিৱৰেই এক ৰূপ তাত কোনো সন্দেহ নাই; কিন্তু এক শিৱৰ ৰূপতকৈও মূলতঃ সামাজিক ঐক্য-সাধিনী মাতৃতন্ত্ৰ আৰু পুৰুষতন্ত্ৰৰ সম্মিলনৰ তন্ত্ৰ হিচাপেহে অধিকতৰ তাৎপৰ্যপূৰ্ণ। কামৰূপৰ অজস্ৰ মাতৃ-তান্ত্ৰিক প্ৰতীকী যোনি আৰু পিতৃতান্ত্ৰিক লিংগ পূজাৰ সমন্বয় ৰাজতন্ত্ৰৰ জৰিয়তে সম্ভৱতঃ এই অৰ্ধনাৰীশ্বৰ পূজাই অধিকতৰ অৰ্থবহ আৰু ঐক্য সাধিনী কৰি তুলিছিল।

## ৩.১০ শ্ৰেণী ৰাষ্ট্ৰৰ জন্ম

এই অধ্যায়টোৰ সামৰণিত আমি বৰ্মণ, ম্লেচ্ছ বংশ আৰু পাল বংশৰ দিনত হোৱা সামাজিক গঠনৰ বিৱৰ্তনৰ এটা চমু টোকা সংযোজিত কৰাৰ প্ৰয়োজন বোধ কৰিছো।

২২ এন এন বসুৱে কামৰূপ নগৰৰ স্থান ৰংপুৰ (বৰ্তমানৰ বাংলাদেশ) বুলি ঠাৱৰ কৰিছে। পি এন ভট্টাচাৰ্যৰ যুক্তিৰ দৰেই এই যুক্তিও অসাৰ; কাৰণ, মুছলমান আক্ৰমণত ৰংপুৰ নগৰ দখলৰ ক'টও কামৰূপ নগৰী দখল বুলি উল্লেখ নাই। তদুপৰি পূৰ্বৰপৰা হোৱা অনাৰ্যৰ আক্ৰমণত পালবংশীসকল পশ্চিমলৈ পলাই যোৱাৰ নিদৰ্শন এক অদ্ভুত কল্পনা। বৰঞ্চ পশ্চিমৰ প্ৰবল সংঘাত গুপ্ত বংশৰ ৰাজত্বকালৰপৰাই হৈছিল। বংগৰ পাল বংশৰ ৰাজত্ব কালত এই আক্ৰমণ অধিক প্ৰবল হৈছিল। কামৰূপ দখলো কৰিছিল সময়ে সময়ে। আহোম ৰাজ্যৰ প্ৰতিষ্ঠা চৌমাৰত ১২২৬ খৃঃত হ'লেও পূৰ্বলৈ এই ৰাজ্যৰ আগ্ৰাসন হওতে প্ৰায় তিনিশ বছৰ পাৰ হৈ গৈছে। গতিকে পূৰৱ হেঁচাৰ তুলনাত ম্লেচ্ছ বংশ আৰু পাল বংশৰ ওপৰত পশ্চিমৰ বংগৰ হেঁচাই আছিল প্ৰবল- - গ্ৰন্থকাৰ।

অসমীয়া-কামৰূপীয়া-প্ৰাগজ্যোতিষপুৰীয়া সমাজখনত সামন্তবাদী ৰাষ্ট্ৰক্ষমতাৰ বিকাশ চতুৰ্থ শতিকাৰপৰাই হয় বুলিব পাৰি। তাৰ আগৰ কালছোৱাৰ নিৰ্ভৰযোগ্য ঐতিহাসিক সমল, লিখিত ইতিহাস পাবলৈ নাই। প্ৰত্নতাত্ত্বিক প্ৰাগৈতিহাসিক সামগ্ৰীসমূহৰ বিজ্ঞানসন্মত সংগ্ৰহ তথা সুস্থ বিজ্ঞানসন্মত বিশ্লেষণ সামগ্ৰিক ৰূপত আজি পৰ্যন্ত হৈছে বুলিব নোৱাৰি। কিন্তু এই কথা স্পষ্ট যে লো আৰু অন্য কঠিন ধাতুৰ সামগ্ৰী, অস্ত্ৰ-শস্ত্ৰ, আহিলা-পাতি সমল হিচাপে নোলোৱা বাবে ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰাগৈতিহাসিক প্ৰাচীন সভ্যতা সম্পৰ্কে মত দিয়াটো সহজসাধ্য নহয়। আমি 'যোগিনীতন্ত্ৰ' আৰু 'কালিকা পুৰাণ'ৰ বক্তব্যৰ ওপৰত ভিত্তি কৰি সমাজৰ কিছু আভাস আৰু জীৱন-চৰ্যাৰ কিছু আভাস দাঙি ধৰিব পাৰোঁ; কিন্তু পৰিবৰ্তনৰ ইতিহাস চৰ্চা কৰাত এই দুই গ্ৰন্থ আৰু পুৰাণ, মহাকাব্য তথা অন্য কাব্য-সাহিত্যৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰোঁ।

সেই হিচাপে শিলৰ ফলি আৰু তাম্ৰ-শাসনেই হ'ল আটাইতকৈ নিৰ্ভৰযোগ্য আহিলা যাৰ তথ্যৰ ওপৰত ভিত্তি কৰি আমি সামাজিক যুগ পৰিবৰ্তন আৰু প্ৰযুক্তি কৌশলৰ ৰূপান্তৰত ইতিহাস দাঙি ধৰাৰ উপৰি ভাষা আৰু কৃষ্টিৰ বিকাশৰ ইতিহাস দাঙি ধৰিব পাৰোঁ।

সমাজৰ বিবৰ্তনৰ ইতিহাসৰ ক্ষেত্ৰত আমাৰ বাবে অতি নিৰ্ভৰযোগ্য এই লিপিবিলাকৰ তথ্যৰ ওপৰত ভিত্তি কৰি আমি ভূমিৰ মালিকানা কেনে আছিল তাৰ বিশ্লেষণ দাঙি ধৰিব পাৰোঁ। ভূমি-ভিত্তিক উৎপাদন-সম্পৰ্ক বিশ্লেষণৰ বাবে প্ৰধান প্ৰশ্নকেইটা হ'ল— (১) ভূমিৰ অধিকাৰ (মালিকী স্বত্ব) কোনে ভোগ কৰিছে (২) ভূমিত কিদৰে বসতি বিস্তাৰ আৰু (৩) কৃষিৰ বিস্তাৰ হৈছে? এই প্ৰশ্নবোৰৰ উত্তৰ দিবৰ বাবে তাম্ৰ শাসন আৰু শিলালিপি বিলাকে যথেষ্ট তথ্য-পাতি আমাক দিয়া নই। এই বিলাকৰ প্ৰধান দুৰ্বলতা হ'ল প্ৰায় সকলো ক্ষেত্ৰতে ব্ৰাহ্মণ্য আৰু ৰাজন্য প্ৰভাৱ প্ৰকট— সাধাৰণ সমাজৰ বিকাশৰ কথাত গুৰুত্ব কমেই দিয়া হয়। যিখিনি সমাজৰ অন্য শ্ৰেণীৰ কথা প্ৰকাশ পায় সেয়া মাথোঁ চালনিৰ ফুটাবোৰেদি সৰকি অহা সত্যৰ কণিকাৰ দৰে।

ৰাজন্য আৰু ব্ৰাহ্মণ্য স্বাৰ্থৰ পৰস্পৰ পৰিপূৰক চৰিত্ৰ থকা বাবে দুয়োৰে মাজত সাধাৰণতে একে চৰিত্ৰ ফুটি উঠে। অসমৰ ক্ষেত্ৰত কিন্তু দেখা যায় মাজে মাজে স্বাৰ্থৰ গড়মিল ঘটে। কাৰণ, ব্ৰাহ্মণসকল প্ৰায়ে প্ৰব্ৰজিত, থলুৱা বা ভূমিজ ৰজাসকল অনাৰ্য, আৰ্য ধৰ্ম গ্ৰহণ কৰা অনাৰ্য বা ব্ৰাত্য, যাক বহু সময়ত ম্লেছ বুলি কোৱা হৈছে তেওঁলোকো অনাৰ্য, বড়ো বা কিৰাত। গতিকে বাহিৰৰপৰা অহা পণ্ডিত ব্ৰাহ্মণ নাইবা পণ্ডিত ব্ৰাহ্মণৰ অনুকৰণ কৰি থলুৱা ৰজাৰপৰা ভূ-সম্পত্তি আদায় কৰা ব্ৰাত্যসকলে (বা ব্ৰাহ্মণৰূপী

অসৎ লোকে) ৰজাক ভূয়সী প্ৰশংসা কৰাটো স্বাভাৱিক। ৰজাই আনহাতে এনে লোকক ব্ৰহ্মোত্তৰ (অগ্ৰহাৰ) ভূমি প্ৰদান কৰাত বদান্যতা প্ৰকাশ কৰা দেখা যায়, কৰ ৰেহাই দিয়া তথা অন্য সা-সুবিধা প্ৰদান কৰাত আগভাগ লয় ৰজাই। এনে লেন-দেন ব্ৰাহ্মণ আৰু ৰজাৰ মাজত নাইবা ব্ৰাহ্মণবেশী ব্ৰাত্য আৰু ৰজাৰ মাজত হোৱাৰ জৰিয়তে সমাজজনৰ আৰ্থ-ৰাজনৈতিক-সামাজিক গাঁথনিটো প্ৰতিফলিত হয়।

বৰ্মণ বংশ, ম্লেছ বংশ আৰু পাল বংশ এই তিনিওটা মূল বংশৰে ৰজাসকলে গ্ৰহণ কৰা উপাধিবিলাক প্ৰকৃততে কোনে দিয়া? এয়া যে সংস্কৃত জনা ব্ৰাহ্মণসকলে দিয়া সেইটো স্পষ্ট। ৰজাসকলক দিয়া উপাধিবিলাক হ'ল— 'মহাৰাজাধিৰাজ-পৰমেশ্বৰ' নাইবা 'পৰমবৰাহ' 'শ্ৰীবৰাহ'— 'পৰমযুবতীশ্বৰ' 'পৰম অৰ্ধনাৰীশ্বৰ' ইত্যাদি। দেখাদেখিকৈ ওলাই পৰে যে 'পৰমেশ্বৰ-পৰম মাহেশ্বৰ-পৰম ভট্টাৰক' এনে উপাধিৰে ৰজাসকলৰ গাত দেৱত্ব আৰোপ কৰি মানুহৰ ওপৰত শাসন কৰাৰ বৈধতা প্ৰদান কৰিছে ব্ৰাহ্মণসকলে। ৰজাসকলে নিজেই নিজকে ভগৱান কিম্বা দেৱতাৰ অংশ বুলি কয়, কয় পুৰোহিত শ্ৰেণীয়ে।

সামন্ত ক্ষমতাৰ প্ৰথম লক্ষণ ফুটি উঠে আমাৰ ৰাজতন্ত্ৰই পুৰুষতান্ত্ৰিক ব্যৱস্থাৰে, পুৰুষ দেৱতাৰ বৰাহ ৰূপী বিষ্ণু নাইবা মহেশ্বৰৰ শক্তিক প্ৰতিষ্ঠা কৰাৰ পৰা। ভাস্কৰ বৰ্মণৰ তাম্ৰ শাসন আৰম্ভ হৈছে শিৱৰ বন্দনাৰ জৰিয়তেঃ

ওঁ প্ৰণমৎ দেৱং শশিশেখৰং প্ৰিয়ং

পিনাকিনং ভষ্মকগৌৰবিভূষিতম।

মহেশ্বৰ শিৱক প্ৰণাম কৰা ভাস্কৰ বৰ্মণ কিন্তু হিন্দু (আৰ্য) ধৰ্মৰ বৰ্ণাশ্ৰমভিত্তিক বিভাজিত সমাজৰ ৰক্ষক। এইটো পৰোক্ষভাৱে প্ৰতিপন্ন হয় যে ভাস্কৰ বৰ্মণৰ দিনৰ বা তাৰো আগতেই বৰ্ণাশ্ৰম ধৰ্মই অসমৰ সমাজ-ব্যৱস্থাত গভীৰ খুঁটি পুতিবলৈ সমৰ্থ হৈছিল। বৰাহবংশী (স্বাভাৱিকতে অনাৰ্য) ৰজাসকলক ক্ষত্ৰিয় বুলি প্ৰতিষ্ঠা কৰি নিজে ব্ৰাহ্মণ পুৰোহিতৰ স্থান দখল কৰাৰ প্ৰয়াস নৰকক কামৰূপত প্ৰতিষ্ঠা কৰাৰপৰাই চলি আহিছে। নৰকে শৈৱ ৰজা বাণৰ বুদ্ধিমতে চলি ব্ৰাহ্মণৰ ক্ষমতাক বা বশিষ্ঠক অস্বীকাৰ কৰাৰ ফলশ্ৰুতি কি হ'ল সেয়া জনা কথা। বশিষ্ঠৰ শাপৰ ফলত কামৰূপৰ অৱস্থা 'কালিকা পুৰাণ'ত আছে। মানুহে বেদপন্থা আৰু পুণ্যকামৰ প্ৰতি সম্পূৰ্ণ পিঠি দিলে। দেৱ মনুষ্য আৰু ঋষিসকলৰ কোনো নৰকৰ প্ৰাসাদলৈ নোযোৱা হ'ল। দেশত বিপ্লৱ হ'ল। মৃত্যু হ'ল অজস্ৰ নৰ-নাৰীৰ। এনে সংকট কালত তেওঁ বন্ধু বাণৰ ওচৰ চাপিল। বাণে উপদেশ দিলে ব্ৰহ্মা নাইবা শিৱক আৰাধনা কৰিবলৈ। বাণৰ পৰামৰ্শমতেহে নৰকে ব্ৰহ্মপুত্ৰৰ পাৰত ব্ৰহ্মাক আৰাধনা কৰি বৰ খুজি লৈ মহাবলী হ'ল। 'কালিকা পুৰাণে' একালে

কামাখ্যাৰ মাহাত্ম্য আনফালে (২৩)। ব্ৰহ্মপুত্ৰ (লৌহিত্যৰ)ৰ মাহাত্ম্য সাহিত্য হিচাপে প্ৰতিষ্ঠা কৰিছে। লৌহিত্য বা ব্ৰহ্মপুত্ৰৰ লগত এই সম্পৰ্ক কালিকা পুৰাণে যিদৰে প্ৰতিষ্ঠা কৰিছে ঠিক সেইদৰে বৰ্মণ বংশ, ম্লেছ বংশ, পাল বংশৰ ৰজাসকলে লৌহিত্যৰ বন্দনা কৰিছে। একমাত্ৰ ধৰ্মপালৰ লিপিতহে এই লৌহিত্য বন্দনা নাই। নৰকৰ পিছতো প্ৰতিজন কামৰূপী ৰজাই লৌহিত্য বন্দনা কৰি গ'ল; কিন্তু মাতৃ (কামাখ্যাৰ) লগত নৰকৰ যি বিচ্ছেদ হ'ল তাৰ কিন্তু দৃশ্যমানভাৱে অন্তনপৰিল। সম্ভৱতঃ আদিম মাতৃ-তান্ত্ৰিক ব্যৱস্থাৰ লগত বিচ্ছেদ চলি থাকিল তেতিয়াৰপৰাই।

মহেশ্বৰ শিৱক প্ৰণাম কৰা ভাস্কৰ বৰ্মণে, সম্ভৱ তেওঁৰ ককাক, আজো ককাকসকলেও আৰ্য ধৰ্ম (চলিত অৰ্থত বৰ্ণাশ্ৰম ধৰ্ম) প্ৰকাশ আৰু ৰক্ষাৰ দায়িত্ব ল'লে। অনাৰ্য দেৱতা শিৱ হৈ পৰিল আৰ্য ধৰ্মৰ ৰক্ষক।

"যথাযথচিত কৰণিকৰ বিতৰণাকুলিত
কলি তিমিৰ সঞ্চয়তয়া প্ৰকাশিতাৰ্য ধৰ্মালোকঃ।"

নিধানপুৰ তাম্ৰ ফলিৰ এই বক্তব্য অনুসৰি বৰ্ণাশ্ৰম ধৰ্মৰ ৰক্ষক ভাস্কৰ বৰ্মণ। নিধানপুৰ ফলি যিহেতু মহাভূতি বৰ্মণৰ দিনত দান দিয়া ব্ৰহ্মোত্তৰ ভূমিৰ প্ৰমাণৰ নবীকৰণ— গতিকে মহাভূমি বৰ্মণৰ দিনৰপৰাই এই ভূমিকা বৰ্তি থকা বুলি অনুমান কৰিব পাৰি। এই বৰ্ণাশ্ৰম ধৰ্মৰ প্ৰকাশে যিটো সামাজিক ব্যৱস্থাৰ বিনাশ কৰিছে সেইটো হ'ল বৰ্ণাশ্ৰমবিহীন প্ৰাচীন কিৰাত ধৰ্ম, জনজাতীয় সমাজৰ ধৰ্ম। জনজাতীয় সমাজত ব্ৰাহ্মণ-ক্ষত্ৰিয়-বৈশ্যৰ কোনো ভেদ নাই, শূদ্ৰ বোলা কোনো বৰ্ণ নাই। বৰ্ণাশ্ৰম ধৰ্মৰ এই ব্যৱস্থাটোত পুৰণি উৰ্বৰতা কৃষ্টি নতুন ৰূপত ব্ৰাহ্মণ্য সাঁচত সোমাই পাৰিল। বৌদ্ধ ধৰ্মৰ প্ৰভাৱো আনকি নৰজিল। বুদ্ধদেৱক হিন্দু ধৰ্মৰ অন্তৰ্ভুক্ত অৱতাৰী পুৰুষ কৰি লোৱা হ'ল।

প্ৰতীকী অৰ্থত পৃথিৱী বা বসুমতী থল বা নিষাদ কিম্বা কিৰাতী মাতৃ, পিতৃ বৰাহৰূপী (বৰাহী) বিষ্ণু। অনাৰ্য, কিন্তু আৰ্য (ব্ৰাত্য) কৰি লোৱা হ'ল। এই আৰ্যীকৰণৰ প্ৰক্ৰিয়াত নিষাদ, কিৰাত আদি জনজাতিৰ লগত থকা নাড়ীৰ সম্পৰ্ক ছেদ হ'ল। জন্ম হ'ল গুণগতভাৱে নতুন যুগৰ ৰাষ্ট্ৰ— সামন্ত ৰজাৰ ৰাষ্ট্ৰ।

বিষ্ণু প্ৰসাদ ৰাভাই নৰক মানে বড়ো ভাষাৰ নাৰখুৰ এটা ৰূপ বুলিছে। নাৰখু মানে

---

২৩ *বাণৰ পৰামৰ্শত নৰক উৎফুল্লিত হৈ বাণক উত্তৰ দিয়া 'কালিকা পুৰাণ'ৰ ভাষ্যক কেইটা এনে ধৰণৰ :*

*তস্মাদ ব্ৰহ্মা সমাৰাধ্যো বচনাওৱ মিত্ৰক।*
*তৎপুত্ৰস্য মহাবাহো লৌহিত্যস্যাম্বু সন্নিধৌ।।*
*ভৱতাখ্যাশিশ্চাহং শিখোহজ গুৰুণা যথা।*
*মিত্ৰং মিত্ৰং যথা ধীৰ সাম্না পৰম বল গুণা।।*

শকত আৰত। ভূগদাঠ (ভগদত্ত) মানে সাহসী বূৰ্জাদাঠ (বজ্ৰদত্ত) মানে অসম সাহসী বুলিছে। হাৰুপেশ্বৰত ৰাজধানী পতা সকলোলোককে বিষ্ণু প্ৰসাদ ৰাভাই বড়ো বুলিছে। নদী, স্থান, মানুহৰ নাম আদিৰ ওপৰত ভিত্তি কৰি ইতিহাস চৰ্চা কৰিলে বহু সময়ত বিভ্ৰান্তিকৰ সিদ্ধান্তত উপনীত হোৱাৰ ভয় আছে। তথাপি নদী আৰু ঠাইৰ নামত তাৰ প্ৰধান বাসিন্দাসকলে দিয়ে, কালক্ৰমত সি সৰ্বসাধাৰণৰ গ্ৰহণযোগ্য নামত পৰিণত হয়। নামবোৰ আৰ্যীকৃত বা সংস্কৃত গন্ধী হোৱাৰ মূল হেতু হ'ল আৰ্যধৰ্মৰ প্ৰভাব বিস্তাৰ, আৰ্যধৰ্ম গ্ৰহণকাৰী অনাৰ্য (ব্ৰাত্য, ম্লেচ্ছ আদিৰ প্ৰাধান্য বিস্তাৰ), শিক্ষা আৰু বাণিজ্যৰ ক্ষেত্ৰত আৰ্য বসতি প্ৰধান অঞ্চলৰ লগত লেন-দেন, বিশেষভাৱে শ্ৰমণ, ভিক্ষু, পণ্ডিত আদিৰ সমাগম আৰু লেন-দেনে ভাষাৰ প্ৰসাৰ ঘটায়। এই ৰূপান্তৰ প্ৰক্ৰিয়াৰ আটাইতকৈ শক্তিশালী কাৰক সেয়ে অৰ্থনৈতিক ৰূপান্তৰ, এই পৰ্যায়ত কামৰূপত সেয়া হ'ল জনজাতিমূলৰ সমাজ ভাঙি অজনজাতি সামন্ততান্ত্ৰিক সমাজ-ব্যৱস্থাৰ উত্থান। কৃষিৰ ক্ষেত্ৰত সমান্তৰালভাৱে স্থায়ী কৃষিৰ লগত অস্থায়ী কৃষি (ঝুম খেতি)ৰ অস্তিত্ব থাকি যোৱাত পূৰ্বৰ জনজাতি মূলৰ অৰ্থনীতি, সমাজ আৰু কৃষ্টিৰ ধ্বংস সাধন নহৈ সহাৱস্থানহে হ'ল, ফলত পূৰ্বৰ স্থানৰ নাম আৰু নদীৰ নাম সম্পূৰ্ণ সলনি নহ'ল।

এটা প্ৰব্ৰজনকাৰী জনগোষ্ঠীয়ে পূৰ্বৰ ব্যৱস্থা এটা সলনি কৰিলে তাৰ স্বাক্ষৰ কৃষ্টি আৰু ভাষাৰ ওপৰতো থাকি যায়! পৰিবৰ্তন এই প্ৰক্ৰিয়াত প্ৰথম অষ্ট্ৰিকসকলৰ সামাজিক-ৰাজনৈতিক চামিলকৰণ আৰু তাৰ পিছতে বড়ো বা বৃহত্তৰ তিব্বেতো-বাৰ্মান জনগোষ্ঠীসমূহৰ চামিলকৰণ আৰু শেষত তাই-জনগোষ্ঠীসমূহৰ চামিলকৰণ পৰ্যায় ক্ৰমে হৈছিল বুলি অনুমান কৰা হয় যদিও মনখ্‌মেৰ, বিভিন্ন অষ্ট্ৰিক গোষ্ঠী আৰু তিব্বেতো-বাৰ্মান মংগোলীয় আনকি তাইসকলৰ প্ৰব্ৰজনো ইতিহাসত মাত্ৰ এবাৰহে হৈছিল বুলি ভাবিবই নোৱাৰি, তেওঁলোক ইতিহাসৰ বিভিন্ন যুগত সৰু সৰু গোটত বিভক্ত হৈ বহুবাৰ আহিছিল। চুকাফাৰ দিনত তাইসকল অহাৰ দৰে কেতিয়াবা বৃহৎ সংখ্যাত আহিলেও কম সংখ্যাত অহাৰ ধাৰাবাহিকতা অবিৰতভাৱে চলি আছিল। আৰ্যসকল অহাৰ এই প্ৰক্ৰিয়াটোও অতি দীঘলীয়া, সংখ্যাত (সুকীয়া সুকীয়া হিচাপে অহা ব্ৰাহ্মণৰ পৰিয়াল বা ব্ৰাত্যৰ পৰিয়াল হিচাপে) কম; কিন্তু কম কমকৈ আহোঁতে আহোঁতে সময়ত সংখ্যাগতভাৱে শক্তিমন্ত হৈ পৰাৰ সম্ভাৱনা অধিক।

নৰকে ঘটক কিৰাতক বধ কৰাৰ পিছত সুদীৰ্ঘ কাল কামৰূপত কিৰাত আৰু ব্ৰাত্যৰ সংঘাত চলি থকাৰ সম্ভাৱনাই বেছি। সেই হিচাপে নৰক বা ভৌম্যসকলৰ ৰাজত্ব কাল অন্ত পৰাৰ লগে লগে ম্লেচ্ছ বিদ্ৰোহ— ম্লেচ্ছসকলৰ জাগৰণে পুনৰ আৰ্যধৰ্ম গ্ৰহণ কৰা কিৰাতসকলৰ জাগৰণকে সূচায়; বৰাহৰূপী বিষ্ণুৰ উত্তৰাধিকাৰী (বৰাহী বা মত্ত্যবাহী) আৰু মহামাহেশ্বৰ (শিব মহাদেবৰ ভক্ত) এই কিৰাতসকল ম্লেচ্ছ নামেৰে অভিহিত হোৱাৰ

আন এটা কাৰণ ধৰ্ম আৰু আচাৰ-নীতিৰ ক্ষেত্ৰত আৰ্যতকৈ উদাৰ (আৰ্যৰ দৃষ্টিত নিম্ন মানৱ) বা প্ৰগতিশীল হোৱাটোও হ'ব পাৰে। 'যোগিনীতন্ত্ৰ' বৰ্ণিত ধৰ্মীয় ব্যৱস্থাটো এনে এটা বিশেষণযুক্ত হোৱাৰ অন্য এক ধৰ্মীয় কাৰণ হ'ব পাৰে। যিটোক পুৰণি বৈষ্ণৱ আৰু নৱ-বৈষ্ণৱ উভয়ে ম্লেছাচাৰ বুলি গণ্য কৰে।

আনহাতে, কলিতাৰ দৰে যিবোৰ উত্তৰ বিহাৰৰ (বজ্জিয়ান সাম্ৰাজ্যৰ পতনৰ পিছত) বা প্ৰথম বৌদ্ধ মহা সংগীতিৰ সমসাময়িক যুগৰে পৰা বা তাৰো কিছু দিন আগৰেপৰা কামৰূপলৈ প্ৰব্ৰজিত হৈছিল সেইসকল শদিয়া পৰ্যন্ত বিয়পি পৰিছিল— এনে আৰ্যধৰ্ম গ্ৰহণকাৰী ব্ৰাত্য নাইবা আৰ্যসকলৰ (আৰ্য এক কৃষ্টিসূচক শব্দ হিচাপে ধৰিলে আৰ্য ধৰ্ম, কৃষ্টি আৰু ভাষা কোৱা সকলো আৰ্য) সংখ্যা ইমানেই শক্তিশালী হ'ল যে তেওঁলোকে অৰাজক অৱস্থাত ৰজা নিৰ্বাচন কৰিবপৰা ক্ষমতাও অৰ্জন কৰিলে। ব্ৰহ্মপাল এনে ৰজা। এনেদৰে বৰ্মণ বংশ, ম্লেছ বংশ আৰু পাল বংশ— তিনিওটা তিনিটা ভিন্ন উপাদানেৰে শক্তিমন্ত ৰাজতন্ত্ৰই কামৰূপৰ সামন্তযুগীয় ৰাষ্ট্ৰৰ ভেটি প্ৰতিষ্ঠা কৰিলে। প্ৰতিটো ৰাজবংশই কিন্তু নিজকে আৰ্য ধৰ্মৰ সৌজন্যতা আৰু কিৰাত আৰু নিষাদ (মিশ্ৰিত) জন-সাধাৰণৰ গ্ৰহণযোগ্যতাৰ বাবে নিজৰ সামন্ত চৰিত্ৰত দেৱত্ব আৰোপ কৰি 'পৰমেশ্বৰ পৰম ভট্টাৰক পৰমমাহেশ্বৰ,' কেতিয়াবা তাৰ পিছত 'শ্ৰীবাৰাহ' সংযুক্ত কৰি প্ৰজাৰ বাবে গ্ৰহণযোগ্য সামন্ত ৰজাৰ উত্তৰাধিকাৰত ঈশ্বৰত্ব আৰোপ কৰিলে।

৩.১২ ভাষাৰ বিকাশত সামন্ত ৰাজতন্ত্ৰই কিদৰে প্ৰভাব বিস্তাৰ কৰিলে সেই সম্পৰ্কে কিছু কথা আলোচনা নকৰিলে অসমত সামন্ত যুগৰ প্ৰথম পৰ্বৰ অধ্যয়ন সম্পূৰ্ণ নহ'ব।

দানৱ বংশ বুলি যিবোৰ বংশক চিহ্নিত কৰা হৈছে তাৰে কিছুমান তিব্বেতো বাৰ্মান আৰু কিছুমান মন-খ্মেৰ হোৱাই স্বাভাৱিক। নৰকাসুৰ অহাৰ আগতেই এই খণ্ডৰ প্ৰধান নদী ব্ৰহ্মপুত্ৰৰ নাম আছিল লৌহিত্য। আহোমবিলাকৰ আগমনৰ আগৰে পৰাই লাও তি বা নাম তি লাও (২৪) নাম প্ৰচলিত আছিল। অষ্ট্ৰিক ভাষাত লাও পৰিষ্কাৰ তু নদী। দেউৰী ভাষাত লুই তুদ— দীঘল আৰু দ। দেউৰী আৰু অষ্ট্ৰিকসকলৰ গোষ্ঠীগত দূৰত্ব বা ভেদ নাছিল বুলি ধৰিলে এই লাও তি শব্দৰ উদ্ভাৱনত মন খ্মেৰ অৱদান আছে বুলিব পাৰি। অষ্ট্ৰিক ভাষাত পানী বা নদীবাচক শব্দ 'হং' ড. কাকতিৰ মতে আগৰে পৰাই প্ৰচলিত আছিল।

"Where Bodo di was Placed before austric hong (water)-

---

২৪ ড *বাণীকান্ত কাকতি* : *Assamese Its Formation and Development*, *পৃ: ৫১ দ্ৰষ্টব্য।*

perhaps the name of the river in older times" (২৫) একেটা কাৰণতে দিহং শব্দৰ দৰেই দিবং, কৰতোৱা, দিচাং, লাও তু আদি অষ্ট্ৰিক শব্দবোৰৰ আগত 'দি' পানীবাচক বড়ো শব্দটো সংযুক্ত হৈ তিব্বেতো বাৰ্মান বা কিৰাতসকলৰ জন-সংখ্যা বৃদ্ধি বা আধিপত্য বিস্তাৰৰ ইংগিত প্ৰদান কৰে। আহোম যুগতো একেটা প্ৰক্ৰিয়া চলি থকা দেখা যায়। আহোমে নিজৰ ৰাজ্যৰ ভিতৰত পৰা অঞ্চলত নিজৰ ভাষাৰে প্ৰথম সকলো নদীৰ আৰু ঠাইৰ নাম দি লৈছিল। যেনে নাম তি লাও, নামখুন্ (দিলিহ্), নামখে (জাঁজী), নাম চাওঁ (দিখৌ), নাম হৈখে (শামুক জান— হৈ মানে খোলা-শামুকৰ খোলা), নামৰূপ, নামদাং, নামচিক, নামজিন, নামতি আদি নৈৰ নাম দিছিল; কিন্তু স্থানীয় পূৰ্বৰ নামটো কিছুমান নৈৰ থাকি গ'ল— ই অষ্ট্ৰিক আৰু বড়ো প্ৰাধান্যৰ কথাই বুজায়। অৰ্থাৎ ৰাজতন্ত্ৰ শক্তিশালী হ'লেও পূৰ্বৰ জন-সাধাৰণৰ ভাষাৰ প্ৰভাৱ থাকি যায়। একেটাই ঘটনা কিৰাতসকলৰ আদিম ৰাজ্য তথা অষ্ট্ৰিকসকলৰ আদিম ৰাজ্য (ক্ষুদ্ৰ ক্ষুদ্ৰ জনজাতি ৰাজ্য) ধ্বংস হোৱাৰ পিছতো তেওঁলোকৰ ভাষা নদী আৰু ঠাইৰ নামত জীয়াই আছিল বুলিব পাৰি।

সামন্ততন্ত্ৰৰ উত্থানে কামৰূপত এটা মাত্ৰ ভাষাৰ প্ৰচলন কৰাৰ প্ৰয়োজনীয়তা সৃষ্টি কৰিছিল। এইটো আমি শিলালিপি আৰু তাম্ৰ শাসনৰ ভাষাৰ পৰাই জানিব পাৰোঁ। শিলালিপি আৰু তাম্ৰ শাসনত পঞ্চম শতিকাৰ পৰাই ব্ৰাহ্মী লিপি আৰু সংস্কৃত ভাষা ব্যৱহাৰ হৈছিল। ব্ৰাহ্মী লিপি আৰু অন্য থলুৱা ভাষা ব্যৱহাৰৰ কোনো স্পষ্ট উদাহৰণ নাই। তথাপি হিউয়েন চাঙে সপ্তম শতিকাতে কামৰূপলৈ আহোতে মন কৰিছিল যে এই অঞ্চলৰ ভাষা মধ্য-ভাৰতৰ ভাষাতকৈ কিছু বেলেগ (২৬)। শিলালিপি আৰু তাম্ৰ শাসনৰ ভাষা অধ্যয়ন কৰি ভাষাতত্ত্ববিদ টি পি বাৰ্মাই উল্লেখ কৰিছে :

Although we can trace the origin of the Assamese language into antiquity, we have written epigraphic material only in sanskrit, the language of the court in Assam as in many other parts of the Country The epigraphs show that the Assamese scripts seek the parentage to the Brahmi scripts which later on developed in North India into protoriginal scripts," ..(২৭)

---

*২৫ উক্ত গ্ৰন্থ, পৃঃ ৫১ দ্ৰষ্টব্য।*

*২৬ হিউয়েন চাঙে কামৰূপলৈ অহাৰ আগতে নালন্দাত কিছু কাল কটাইছিল। বৌদ্ধ শাস্ত্ৰ অধ্যয়ন কৰিছিল। গতিকে সেই যুগৰ নালন্দা আৰু কামৰূপৰ ভাষাৰ পাৰ্থক্য চকুত পৰিছিল।— গ্ৰন্থকাৰ।*

২৭ *Development of script in Ancient India, 1976 edition, Pub. Assam Sahitya sabha.* ।

ভাৰতীয় সামন্ততন্ত্ৰৰ আৰ্হিত অসমত সামন্ততান্ত্ৰিক ৰাজতন্ত্ৰ, কৃষ্টি, ধৰ্মৰ প্ৰসাৰ ঘটাবলৈ প্ৰয়াস কৰা শক্তিশালী বৰ্মণ, ম্লেছ আৰু পাল ৰজাসকলে প্ৰশাসনিক কাম-কাজ, ধৰ্মীয় কাম, সাংস্কৃতিক আদান-প্ৰদান আদি সংস্কৃত ভাষাত কৰিছিল। আনহাতে এই অঞ্চলৰ কিৰাত, নিষাদ আৰু কলিতাকে ধৰি অন্যান্য জনগোষ্ঠীবিলাকে নিজৰ মাজত আদান-প্ৰদানত ব্যৱহাৰ কৰিছিল এটা ঘৰুৱা কথিত ভাষা— যিটো ভাষা মূলতঃ কিৰাত, নিষাদ, কলিতা আদি ব্ৰাত্য ব্ৰাহ্মণ, শূদ্ৰৰ আদান-প্ৰদানৰ ভাষা। এই আদান-প্ৰদানৰ ভাষাটোৰ বিস্তাৰত অৰ্থনৈতিক লেন-দেনৰ ভূমিকা আছিল ধাত্ৰীৰ দৰে। এনে লেন-দেন মূলতঃ সামন্তবাদৰ প্ৰসাৰৰ ফলত হোৱা দ্ৰব্যৰ উৎপাদন বৃদ্ধিহে সম্ভৱ কৰি তুলিছিল। এই বিষয়ে আমি পিছত সুকীয়াভাৱে আলোচনা কৰিছো।

## ৩.১১ সামন্তবাদৰ ভেটি সুদৃঢ়কৰণ

পাল বংশৰ পতনৰ পিছত ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰ পাৰতে হওক বা দক্ষিণ পাৰতে হওক কোনো ধৰণৰ একচ্ছত্ৰী শাসন-কৰ্তা কিছু দিনলৈ নাছিল। পশ্চিম প্ৰান্তত কমতা ৰাজ্য আৰু চিতা-ভস্মৰ ওপৰত কোচ ৰাজ্য প্ৰতিষ্ঠা নোহোৱা পৰ্যন্ত কামৰূপীয়া সমাজখনত অন্ততঃ পশ্চিমাঞ্চলত সমূহীয়া নেতৃত্ব দিব পৰা শক্তি নাছিল। একেদৰে উজনি অসমতো আহোম ৰাজতন্ত্ৰই ঠন ধৰি নুঠা পৰ্যন্ত বহল ভিত্তিত প্ৰশাসনিক আৰু সাংগঠনিক কাৰ্যৰে সমাজ বিকাশৰ ব্যৱস্থা গ্ৰহণ কৰিবপৰা একচ্ছত্ৰী শাসক নাছিল। ইয়াৰ অৰ্থ এইটো অৱশ্যেই নহয় যে কামৰূপ নামৰ তাৎপৰ্য হেৰাই গৈছিল বা কামৰূপক নিজৰ দেশ বুলি ভবা সমাজ এখন নাইকিয়া হৈছিল। পৰাক্ৰমী একচ্ছত্ৰী শাসনকৰ্তা নথকা বাবে ব্ৰহ্মপুত্ৰ উপত্যকাৰ পুৰণি কামৰূপ ৰাজ্যখনৰ বিভিন্ন খণ্ড বা পীঠ বিলাকত বিভিন্ন জনগোষ্ঠীৰ প্ৰাধান্য সুপ্ৰতিষ্ঠিত হৈছিল। এই জনগোষ্ঠীবিলাক আছিল— কোচ, কায়স্থ বাৰভূঞা, কলিতা, চুতীয়া, কছাৰী, মৰাণ, বৰাহী, আহোম, ব্ৰাহ্মণ, কৈৱৰ্ত, কাৰ্বি, লালুং (তিৱা), পৰ্বতীয়া খাছি, গাৰো, জয়ন্তীয়া, অকা, ডফলা, মিছিমি, চিংফৌ, খামটি, নগা আদি। পাৰ্বত্য জাতিসমূহৰ স্বকীয় অস্তিত্ব ভিন্ন ৰূপত আছিলেই, কামৰূপৰ ভিতৰতো বিভিন্ন জনগোষ্ঠীবিলাকে সৰু-সুৰা ৰাজ্য প্ৰতিষ্ঠা কৰি বস-বাস কৰিছিল। ব্ৰাহ্মণ, কলিতা, কৈৱৰ্ত আদি জনগোষ্ঠীবিলাক আৰু সৰ্বত্ৰ ব্যাপ্ত সকলো পীঠতে তেওঁলোকৰ বাসস্থান আছিল।

অসংখ্য জনগোষ্ঠীৰ বাসস্থান নৈৰ কাষে কাষে, পৰ্বতৰ দাঁতিয়ে দাঁতিয়ে, বিশেষকৈ ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে গঢ় লৈ যে উঠিছিল আৰু আহোম-পূৰ্ব যুগতে সেইবোৰত কিছু উৎকৰ্ষ সাধন হৈছিল তাৰ প্ৰমাণ তেজপুৰ, বিশ্বনাথ আৰু ভালুকপুং আদি স্থানৰ ধ্বংসাৱশেষ, ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰৰ গুৱাহাটীৰ কামাখ্যা, শুক্ৰেশ্বৰ, গুৱালকুছি, গুৱালকুছিৰ অৱস্থান আৰু ঐতিহাসিক অৱশেষ, কপিলী আৰু বৰপানী পাৰৰ যমুনামুখ-কামপুৰ, হাওৰাঘাট, ডবকা অঞ্চলৰ প্ৰাচীন কীৰ্তি-চিহ্ন, উত্তৰ পাৰে হাজো অঞ্চলৰ পুৰণি কীৰ্তি-চিহ্ন-বিশেষকৈ হয়গ্ৰীৱ মাধৱ মন্দিৰৰ প্ৰাচীনতাই দিয়ে। আটাইতকৈ ডাঙৰ কথা মাটিৰ অধিকাৰ সম্পৰ্কে চেতনা— অৰ্থাৎ এখন দেশ হিচাপে উপলব্ধি কৰাৰ যিটো চেতনা, যিটো আমি সাধাৰণ ভাষাত মাটিৰ প্ৰেম বা দেশপ্ৰেম বুলি কওঁ সেই প্ৰেম কামৰূপৰ মানুহৰ আছিল। প্ৰশ্ন উঠিব পাৰে বৰ্মণ বংশ, ম্লেচ্ছ বংশ, পাল বংশ আদিৰ ৰাজত্বৰ অন্ত পৰাৰ পিছত যি ইতিহাসবিহীন অৰাজকতাৰ (?) সৃষ্টি হৈছিল তাতো এই স্বদেশ প্ৰেম আছিলনে? আছিল যদি তাৰ ঐতিহাসিক বস্তুগত আৰু সাংস্কৃতিক প্ৰমাণ কি?

লেঠেৰি নিছিগা ইতিহাস নাথাকিলেও পৰোক্ষ প্ৰমাণ নিশ্চয় আছে। তান্ত্ৰিক ধৰ্মৰ

বিকাশৰ পীঠস্থান কামৰূপৰ কৈৰাতজ ধৰ্মই নিঃসন্দেহে ধৰ্মীয় ক্ষেত্ৰত এক প্ৰকাৰ উদাৰ সংমিশ্ৰণৰ সৃষ্টি কৰিছিল— যিটোৰ ফল দীৰ্ঘম্যাদী বিচাৰত ভালেই হৈছিল। জাত বিচাৰ নকৰা ম্লেছাচাৰটো এক প্ৰকাৰ সংমিশ্ৰিত বা প্ৰকৃত কামৰূপীয়া সত্তাৰ উৎপত্তিৰ ভিত্তি হৈ পৰিছিল। ইয়াৰ প্ৰতিক্ৰিয়া হিচাপে আনহাতে নৱ-বৈষ্ণৱ ধৰ্মৰ জাগৰণ সম্ভৱ হৈছিল। এই ধৰ্ময়োপুনৰ উদাৰতাকেই পৃষ্ঠপোষকতা কৰিছিল। আটাইতকৈ ডাঙৰ কথা উপৰিসৌধৰ কীৰ্তি। নৱবৈষ্ণৱ ধৰ্মৰ জাগৰণৰ আগতেই ৰামায়ণ আৰু মহাভাৰতৰ কাব্য ৰস কামৰূপীয়া ভাষাত এই দেশৰ মানুহক দিবলৈ সক্ষম হৈছিল পণ্ডিতসকলে। এই ক্ষেত্ৰত কাৰো দ্বিমত থাকিব নোৱাৰে যে কলা-সাহিত্য আৰু শিল্প তথা সুকুমাৰ কলাৰ বিকাশ কেতিয়াও হঠাৎ নহয়— ইয়াৰ এটা পুঞ্জীভূত ৰূপ পৰিগ্ৰহ কৰাৰ লক্ষণ আছে। স্তৰে স্তৰে ক্ৰমান্বয়ে ই উচ্চতৰ শিখৰ অভিমুখে গতি কৰে। বৰ্মণ বংশ, ম্লেছ বংশ আৰু পাল বংশৰ অন্তৰ পিছতো সেই সুদীৰ্ঘ যুগৰ সংস্কৃত চৰ্চা কৰা মানুহখিনিৰ বিলুপ্তি ঘটা নাছিল। বিলুপ্তি ঘটা নাছিল শৌৰ্য-বীৰ্য আৰু বুদ্ধিৰো।

তাৰ প্ৰমাণ স্বৰূপে আমি আহোম পূৰ্ব যুগতে তিনিটাকৈ বিদেশী আক্ৰমণ ওফৰাই দিয়া কামৰূপীয়া প্ৰজাৰ বীৰত্বৰ মাজত পাও। প্ৰজা শব্দটো আমি এই কাৰণেই ব্যৱহাৰ কৰিছো যে কোনো একচ্ছত্ৰী ৰজাৰ অস্তিত্ব আৰু বিকাশৰ ইতিহাস এই পৰ্বত নাই। আছে কেৱল কানাই বৰশীবোৱা শিলৰ লিপি আৰু বুৰঞ্জী লিখকৰ কিছু টোকা।

ছুকাফাৰ ৰাজত্ব (১২২৬ খৃঃ)ৰ সূচনা হোৱাৰ আগৰেপৰা অসমৰ উজনিখণ্ড আৰু মধ্য অসমত বস-বাস কৰা জন-জাতি আৰু বিভিন্ন সম্প্ৰদায়ৰ আবাসভূমি এনে ধৰণৰঃ

| জাতি/জনজাতি | আনুমানিক অৱস্থান/সীমা | | | |
|---|---|---|---|---|
| | উত্তৰ | দক্ষিণ | পূব | পশ্চিম |
| ১। চুতীয়া | পৰ্বত | বুঢ়ীদিহিং | ব্ৰহ্মকুণ্ড | চিচিনৈ |
| ২। মৰাণ | বুঢ়ীদিহিংনৈ | দিচাং নৈ | চফ্ৰাই নৈ | ব্ৰহ্মপুত্ৰ নৈ |
| ৩। বৰাহী | দিচাং | দিখৌ | নগাহাট | বৰাহীফিকা |
| ৪। কছাৰী | দিখৌ | পাহাৰ | পাহাৰ | ধনশিৰি |
| ৫। বাৰভূঞা* | পৰ্বত | ব্ৰহ্মপুত্ৰ | চিচি নৈ | গাংবিহালি |
| ৬। ডফলা | পৰ্বত | ব্ৰহ্মপুত্ৰ | গাংবিহালি | ভৈৰবী |
| ৭। দৰঙী | পৰ্বত | ব্ৰহ্মপুত্ৰ | ভৈৰবী | মানাহ |
| ৮। কামৰূপীয়া কমতাৰ বাসিন্দা | পৰ্বত | খাছি পাহাৰ | বৰনদী | কৰতোৱা |

টোকাঃ (১) তথ্য বিভিন্ন বুৰঞ্জীৰ আধাৰত।

বাৰভূঞাসকলৰ ৰাজ্য বা আবাসভূমি উক্ত অঞ্চলত দেখুওৱা হৈছে যদিও তেওঁলোক ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত নগাঁৱত তথা কামৰূপ-কমতাৰ বিভিন্ন স্থানত থকাৰ উমান পোৱা যায়।

উল্লিখিত জাতিসমূহৰ ভিতৰত বাৰভূঞা (কায়স্থ)সকলক বাদ দি বাকী সকলো জনগোষ্ঠী মংগোলীয় তথা মন-খ্মেৰ। কায়স্থসকলৰ উপৰি অসমত কলিতা, কৈৱৰ্ত, কেওঁট, নাথ তথা যোগী আৰু বিভিন্ন বৃত্তিয়াল গোষ্ঠীৰ লোক কামৰূপ আৰু কমতাত আছিল। দক্ষিণ পাৰ্বত্য অঞ্চলত নগা, কুকি, কাৰ্বি, বিভিন্ন বড়ো ফৈদ, তিৱা, মিৰি (মিচিং), খাছি, গাৰো, জয়ন্তীয়া আদি জনগোষ্ঠীৰ লোক আছিল। এনে বিভিন্ন জনগোষ্ঠীৰ লোকসকলে আহোম ৰজা চুকাফাৰ নেতৃত্বত হোৱা সংমিশ্ৰিত জাতি-গঠন প্ৰক্ৰিয়াত মুখ্য ভূমিকা গ্ৰহণ কৰিছিল। কলিতাসকলৰ বসতি স্থল সম্পৰ্কে আমি দ্বিতীয় অধ্যয়নত আলোচনা কৰিছো।

অসমীয়া মানুহৰ মনস্তাত্বিক গঢ় এক স্বাধীন সত্তা হিচাপে চুকাফাৰ দিনৰ পৰাহে স্পষ্টতৰ হয় বুলি ভাবিবই নোৱাৰি। পূৰ্বৰ পৰাই কামৰূপীয়া-প্ৰাগজ্যোতিষপুৰীয়া কমতাপুৰীয়া মনস্তত্বই গঢ় লৈ উঠিছিল। ভাষা, কৃষ্টি, সভ্যতাৰ এক সুন্দৰ ভেটিত অসমীয়া জাতিয়ে যি পৰম্পৰা আহোমৰ দিনত উত্তৰাধিকাৰসূত্ৰে পাইছিল, সেই পৰম্পৰা বৰ্মণ, শালস্তম্ভ আৰু পালবংশৰ বলিষ্ঠ পৰম্পৰাৰ ভিত্তি দৃঢ়ভাৱে গঢ় লৈ উঠিছিল। তাৰ আভাস আমি কামৰূপীয়া হিচাপে শত্ৰু সৈন্যৰ মুখামুখি হোৱাৰ তীব্ৰ মানসিকতাৰ মাজত দেখা পাওঁ। কানাই বৰশী বোৱা শিলালিপিতে এই মনস্তত্ব প্ৰথম ক্ৰিয়াশীল ৰূপত দেখা পোৱা যায়।

কানাই বৰশীবোৱা শিলৰ লিপিৰ ভাষা তথা আখৰৰ তাৎপৰ্যৰ বিষয়ে আমি এই প্ৰবন্ধত আলোচনা কৰিব খোজা নাই। আমাৰ আলোচ্য বিষয় ফলিখনত নিহিত থকা কামৰূপীয় মানসিক গঢ়টো। ফলিখনত আছে ঃ

শাকে তুৰগ-যুগ্মেশে মধুমাস ত্ৰয়োদশে
কামৰূপং সমাগত্য তুৰুষ্কাঃ ক্ষয়মায়যুঃ।।
(শক ১১২৭)

ৰংমহলৰ দক্ষিণ-পূব কোণত আবিষ্কৃত এই ফলিখন ড মহেশ্বৰ নেওগৰ ভাষাত অসমীয়া আখৰেৰে লিখা প্ৰথম ফলি। ফলিখনৰ তাৎপৰ্য ইয়াতে শেষ হোৱা নাই। ফলিখনে নিৰ্দেশ কৰিছে মূলতঃ কেইবাটাও তাৎপৰ্যপূৰ্ণ কথা। প্ৰথম কথা আহোম পূৰ্ব যুগতে পশ্চিমৰ আক্ৰমণ প্ৰতিহত কৰিবৰ বাবে সক্ষম এচাম কামৰূপীয়া আছিল। শক্তিশালী একচ্ছত্ৰী ৰজা নথকা সত্বেও তেওঁলোকে গৌড়ৰ নবাব তথা মুছলমানৰ

আক্ৰমণ ওফৰাই দিবলৈ প্ৰয়াস কৰিছিল। মুছলমানৰ প্ৰথম আক্ৰমণৰ সূচনা হৈছিল ইবন বখতিয়াৰ বা কুতুবুদ্দিন আইবেকৰ দিনত, সেনাপতি ইখ্‌তিয়াবউদ্দিন মহম্মদ বিন্ বখ্‌তিয়াৰে বংগৰ শেষ মুছলমান ৰজা লক্ষ্মণসেনক পৰাস্ত কৰি, ১০,০০০ সুসজ্জিত অশ্বাৰোহী সৈন্য লৈ কামৰূপত প্ৰৱেশ কৰে। আলী মেচ নামৰ এগৰাকী নব্য-দীক্ষিত ইছলামে পথ-প্ৰদৰ্শক হিচাপে এই বাহিনীক লৈ আহিছিল। সেই সময়ত কামৰূপৰ ৰজা পৃথু বা কামেশ্বৰ আছিল বুলি তবকত-ই-নাছিৰিত উল্লেখ কৰা হৈছে। কানাই বৰশী শিলৰ লিপি উত্তৰ গুৱাহাটীত হোৱা হেতু কামেশ্বৰ বা পৃথুৰ ৰাজধানী কমতাপুৰত আছিল বুলি অনুমান কৰাটো কষ্টসাধ্য। ১১২৭ শকৰ ১৩ চ'ত বা ১২০৬ চনৰ ২৭ মাৰ্চত খোদিত লিপি অনুসৰি তুৰ্কী সৈন্য বাহিনী সমূলঞ্চে ধ্বংস প্ৰাপ্ত হয়। বখতিয়াৰ যে তিব্বতত উপস্থিত হোৱাই নাছিল সেইটো নিশ্চিত। মংগোলীয় সৈন্যৰ হাতত তেওঁ বিধ্বস্ত হোৱালৈ লক্ষ্য ৰাখি আৰু শিলসাঁকো পাৰ হৈ পোন্ধৰ দিন যাত্ৰা কৰাৰ প্ৰসংগ গুৰুত্ব দি এই কথা ক'ব পাৰি যে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে কোনো জনজাতীয় বাহিনীৰ হাতত বখতিয়াৰৰ বাহিনী বেয়াকৈ ক্ষতিগ্ৰস্ত হয় আৰু পৃষ্ঠভংগ দিয়ে। পৃষ্ঠভংগ দিয়া বাহিনীৰ ঘূৰি যোৱা পথত পৰা দলংখন কামৰূপৰ ৰজাই ছিন্ন কৰি দিয়াত বখতিয়াৰসহ অৱশিষ্ট বাহিনী শ'লঠেকত পৰে আৰু কামেশ্বৰৰ হাতত বিধ্বস্ত হয়। ভৈৰবীৰপৰা মানাহৰ মাজত কোচ আৰু ভৈৰবীৰপৰা বিহালিৰ মাজত ডফলাৰ দখল থকালৈ চাই, বখতিয়াৰে সম্মুখীন হোৱা প্ৰবল শত্ৰু হয় কোচ নাইবা ডফলাও হ'ব পাৰে। কামেশ্বৰ কৰতোৱাৰপৰা বৰনদীৰ মাজৰ কোনো এটা অঞ্চলৰ ৰজা হ'ব পাৰে। ৰঙিয়া , তামুলপুৰত বখতিয়াৰে কোনো বাধা নোপোৱালৈ চাই এইখণ্ডত কামেশ্বৰৰ দখলত থকা বুলি ক'ব পাৰি। কামেশ্বৰে ওভতা পথতহে বখতিয়াৰক আক্ৰমণ কৰিছিল। কানাই বৰশীৰ লিপিৰ স্ৰষ্টা কোন ৰজা, কোন কাৰিকৰ সেইটো ৰহস্যাবৃত। ৰহস্যাবৃত হ'লেও কামৰূপেশ্বৰ বুলিব পাৰি। ১২০৬ চনৰ ২৭ মাৰ্চেই সেই হিচাপে মুছলমান যুদ্ধৰ আৰু বিজয় লাভৰ আৰম্ভণি।

বিজয়ৰ শিলালিপি খোদিত কৰা এই ৰাজতন্ত্ৰই ১২২৬ খৃঃত পুনৰ এক আক্ৰমণৰ সেনাপতি হৈ অহা গিয়াছুদ্দিন ইয়াজ-ই-হুছেইন খানক পৰাস্ত কৰে। এই আক্ৰমণো কামৰূপৰ ৰজা পৃথুৱে প্ৰতিহত কৰে বুলি গছতল লিপি (নগাঁও)এ প্ৰত্যায়িত কৰে। কিন্তু ১২২৮ চনত নছিৰুদ্দিন মাহমুদৰ আক্ৰমণত পৃথুৰ মৃত্যু ঘটে। ১২২৯ চনত নছিৰুদ্দিন মাহমুদৰ মৃত্যু হোৱাত আৰু বংগত গৃহ-অশান্তি কিছু দিনলৈ চলি থকাৰ ফলত, তুঘ্ৰিল খান (১২৫৭ খৃঃ)ৰ প্ৰবল আক্ৰমণৰ আগলৈকে কামৰূপৰ পশ্চিম সীমান্ত প্ৰায় পঁচিছ বছৰ ধৰি শান্ত আছিল। এই সময়ত সন্ধ্যা নামৰ এগৰাকী ৰজা হয় আৰু উত্তৰ গুৱাহাটীত ৰাজধানী পাতি কৰতোৱাৰ পাৰলৈকে ৰাজ্য বিস্তাৰ কৰে। সন্ধ্যা শক্তিশালী ৰজা আছিল

আৰু ৰণ-কৌশলৰ ক্ষেত্ৰতো চতুৰ আছিল। তুঘ্ৰিল খানৰ প্ৰবল পৰাক্ৰান্ত বাহিনীক প্ৰত্যক্ষ আক্ৰমণ নকৰি সন্ধ্যা প্ৰথম অটব্য পাৰ্বত্য অৰণ্যাঞ্চললৈ পলাই যায় আৰু প্ৰজাক যুদ্ধ নকৰি, সম্ভৱতঃ সুবিধাজনক সময়লৈ অপেক্ষা কৰি, আক্ৰমণকাৰীৰ সেও মানি থাকিবলৈ কয়। তুঘ্ৰিল খানে বৰনদী পৰ্যন্ত জয় কৰে; কিন্তু ১২৫৭ চনৰ এপ্ৰিল-মাৰ্চত বান, খাদ্যৰ অভাৱ তথা যাতায়াতৰ অসুবিধাত ভুগি—পলায়ন কৰিবলৈ বাধ্য হয়। পলায়ন পথত কামৰূপী সেনাৰ হাতত তুঘ্ৰিল খান নিহত হয় আৰু সৈন্যবাহিনী সমূলি ধ্বংস আৰু অৱশিষ্টবোৰ বন্দী হয়। পলায়ন আৰু গেৰিলা যুদ্ধৰ কৌশলত পাৰঙ্গত সন্ধ্যা সম্ভৱতঃ উত্তৰ-পূব ভাৰতৰ প্ৰথম ৰজা তথা সৈনাধ্যক্ষ— যি কাললৈ তেনে যুদ্ধৰ দৃষ্টান্ত ৰাখি যায়। ইযাৰ পিছত ১৩৩২-৩৩ চনত মহম্মদ তুগলকৰ আক্ৰমণ প্ৰতিহত কৰে কামৰূপৰ ৰজাই। মহম্মদ তুগলকৰ পিছত বংগৰ চুলতান ইলিয়াছ শ্বাহ (১৩৪২-৫৭) আৰু চিকন্দৰ শ্বাহে (১৩৫০-৬২) চনত উপৰ্যুপৰি আক্ৰমণেৰে কামৰূপৰ বৰনদী পৰ্যন্ত দখল কৰে। বুৰঞ্জীত কোনো বিশদ তথ্য নাথাকিলেও চিকন্দৰ শ্বাহৰ দ্বাৰা প্ৰচলন কৰা মুদ্ৰাই তেওঁক কামৰূপৰ ৰজা বুলি দেখুওৱা হৈছে। কামৰূপৰ ৰজা ইন্দ্ৰ নাৰায়ণ, মহামাণিক্য (বৰাহী ৰজা) আৰু বাৰভূঞাসকলে লগ হৈ ইয়াৰ পিছত সম্মিলিতভাৱে মুছলমান শাসকৰ প্ৰতিৰোধ কৰে আৰু ফলত নগাঁৱৰ গছতলাত কপিলী পাৰত প্ৰবল যুদ্ধ হয় (১৩৬২ চনত)। গিয়াছুদ্দিন আজম শ্বাহৰ নেতৃত্বত (১৩৯৩-১৪১০) পুনৰ কামৰূপ-কমতাত মুছলমানৰ আক্ৰমণৰ সূচনা হয় আৰিমত্ত (১৩৬৫-৮৫ খৃঃ)ৰ উত্তৰাধিকাৰীসকলৰ দিনত। ১৩৯৬-৯৭ আৰু ১৩৯৯-১৪০০ চনৰ ভিতৰত কামৰূপত আজম শ্বাহৰ প্ৰভাৱ পৰা বুলি জনা যায়। এই আক্ৰমণো প্ৰতিহত কৰে কমতা আৰু আহোম ৰাজ্যৰ সম্মিলিত বাহিনীয়ে। কমতাৰ ৰজাই আহোম ৰজাৰ লগত বৈবাহিক সম্বন্ধ গঢ়ি এই আক্ৰমণ ওফৰাই পেলায়। কিন্তু খেন বংশৰ ৰাজত্ব কালত ১৪৯৮-১৫০২ খৃঃৰ ভিতৰত বংগৰ চুলতানে খেন বংশ ধ্বংস কৰি কমতাপুৰ জয় কৰে আৰু হাজো পৰ্যন্ত কামৰূপৰ ৰাজ্যখণ্ড বংগৰ অন্তৰ্ভুক্ত কৰে। মুছলমান শাসনৰ প্ৰভাৱ ১৫১৮ চন পৰ্যন্ত কামৰূপত অৰ্থনৈতিক ক্ষেত্ৰত (মুদ্ৰাৰ প্ৰচলন) থাকি যায় আৰু মুছলমানসকলে নিৰ্মাণ কৰা বাট-পথ, গৃহৰ সাক্ষ্যও ঐতিহাসিকভাৱে থাকি যায়। অসম বুৰঞ্জীয়ে মুছলমান শাসন ওফৰাই দিবৰ বাবে ভূঞাসকলে কৰা প্ৰচেষ্টাৰ কথা সোঁৱৰায় (২৮)।

## ৩.১৩ আহোম-পূৰ্ব ৰাজশক্তি

আহোমৰ ৰাজ-শক্তি প্ৰবল প্ৰতাপী আৰু অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভূমি ভাগৰ

---

*২৮ এই খণ্ডৰ চমু বিশ্লেষণ মূলতঃ The comprehensive History of Assam ৰ দ্বিতীয় অধ্যায়, দ্বিতীয় খণ্ডত সন্নিৱিষ্ট দিয়া হৈছে— লিখক।*

অধিকাৰী হোৱাৰ উপৰি কাষৰীয়া সৰু সৰু পাৰ্বত্য ৰাজ্যসমূহৰ লগত ৰাজ্যিক ভিত্তিত সম্পৰ্ক গঢ়ি তোলাৰ আগলৈকে যিবোৰ ৰাজ্য অসমত শক্তিশালী ৰূপে গঢ় লৈছিল তাৰ ভিতৰত কছাৰী ৰাজ্য প্ৰধান। কছাৰীসকলে অসমৰ বিভিন্ন স্থানত ৰাজ্য নপতাকৈ কিমান কাল বাস কৰিছিল তাৰ কোনো ইতিহাস নাই। সম্ভৱ ৰাজ্য পাতি শক্তিৰে শাসন চলোৱাতকৈ ৰাজ্য নপতাকৈ অ'ত ত'ত কৃষি আৰু বনৰ উৎপাদন দুযোটাৰ ওপৰতে নিৰ্ভৰ কৰি বৰ্তি থকা কালখিনি বেছি দীঘলীয়া। এই দীঘলীয়া কাল ছোৱাত বৰাক উপত্যকাৰ লগত সংলগ্ন সমতল ভূখণ্ডইদি ভাৰতীয় হিন্দু সভ্যতা বৰাক উপত্যকাৰ পাহাৰৰ চুক-কোণলৈকে বিয়পি পৰিছিল আৰু পশ্চিমৰ গোৱালপাৰা জিলাইদি পশ্চিমৰ হিন্দু সভ্যতাৰ পোহৰ বড়োকে ধৰি অন্য জনগোষ্ঠীৰ ওপৰত পৰিছিল। গেইটে বড়োসকলে আহোম সকলতকৈ দীঘলীয়া কাল অসমত ৰাজত্ব কৰিছিল বুলি উল্লেখ কৰিছে যদিও কামৰূপ তথা প্ৰাগজ্যোতিষপুৰৰ ইতিহাসত তাৰ সুস্পষ্ট প্ৰমাণ নাই (২৯)। বড়োসকল যে আহোম সকলতকৈ অধিক পুৰণি তাত সন্দেহ নাই  কিন্তু এই প্ৰাচীনতা সুদীৰ্ঘ কাল ধৰি সম্ভৱতঃ ৰজাৰ দ্বাৰা পৰিপালিত সামন্তবাদী চৰিত্ৰৰ নাছিল। নৈৰ আৰু ঠাইৰ নামকৰণৰ প্ৰক্ৰিয়াই বড়োৰ বিস্তাৰ লাভৰ কথাটো দুই ধৰণে সূচায়  প্ৰথম কথা  বৃহত্তৰ অৰ্থত বড়োভাষীসকলৰ বিভিন্ন গোট বিভিন্ন স্থানত বিভিন্ন সময়ত বিস্তাৰিত হৈছিল। দ্বিতীয়তে কোনো কোনো বড়ো গোষ্ঠীয়ে হিন্দু ধৰ্ম আৰু নাম গ্ৰহণ কৰি ব্ৰাত্য ৰজা হিচাপে সম্ভৱতঃ ৰাজত্ব কৰিছিল। গেইটে শালস্তম্ভ বংশৰ ভিত্তি প্ৰতিষ্ঠা কৰোঁতাজনকো বড়ো বংশোদ্ভূত হ'ব পাৰে বুলি অনুমান কৰিছে (৩০)। বড়ো জনগোষ্ঠীৰ আবাসভূমি কিন্তু অকল ব্ৰহ্মপুত্ৰ উপত্যকাতে নাছিল, বৰাক উপত্যকাৰ উপৰি ত্ৰিপুৰা পৰ্যন্ত দক্ষিণলৈ এওঁলোকৰ বিস্তৃতি আছিল। কনকলাল বৰুৱাই ত্ৰিপুৰাৰ আদিবাসী  গাৰো আৰু কোচৰ লগত বড়োৰ সংমিশ্ৰণৰ কথাও উল্লেখ কৰিছে  (৩১)। কনকলাল বৰুৱাৰ বুৰঞ্জী ৰচনা কালত যিদৰে তথ্য-পাতিৰ পূৰ্ণতা নাছিল— এতিয়াও সেই অপূৰ্ণতা থাকি গৈছে। অনুমানৰ ওপৰত ভিত্তি কৰি বুৰঞ্জী ৰচনা হ'ব নোৱাৰে। বড়োসকলৰ ভিতৰত বৃহত্তৰ ভাষিক অৰ্থত খাছিসকলৰ বাহিৰে প্ৰায় সকলো আৰ্য-ভিন্ন আৰু তাই তথা অন্য মন-খ্মেৰ ভিন্ন জনগোষ্ঠীবোৰ সোমাই পৰে (৩২)। আমাৰ ধাৰণা আৰ্য বুলি ক'লে প্ৰকৃতাৰ্থত যিদৰে এক বিশাল ভাষিক গোষ্ঠী সোমাই পৰে, কেৱল বগা ছালৰ মানুবোৰকে আৰ্য বোলাটো যুক্তিপূৰ্ণ

---

*২৯ এডোৱাৰ্ড গেইট, **History of Assam**ৰ অসমীয়া অনুবাদ, লয়াৰ্ছ বুক ষ্টল ১৯৯১ পৃঃ ২৯৬ দ্ৰষ্টব্য।*

*গেইটৰ বক্তব্যৰ ঐতিহাসিক ভিত্তি কিন্তু দুৰ্বল।— লিখক।*

*৩০ গেইট, উক্ত গ্ৰন্থ—পৃঃ ২১৭।*

*৩১ **K L Baruah, Early History of Kamrupa, 2nd Edition, 1966, page 67***

নহয়, ঠিক সেইদৰে তিব্বেতো-বাৰ্মান ভাষিক গোষ্ঠীহে— এটা মাত্ৰ জনগোষ্ঠী বা জনজাতি নহয়। বড়ো বুলি কওঁতে সকলো তিব্বেতো-বাৰ্মান জনগোষ্ঠীৰ লগত থকা মূল ভাষাগত নিবিড়তা ধৰা পৰে আৰু এক বড়ো ভাষাৰ সূত্ৰ ধৰি বড়োসকলৰ বিস্তাৰৰ কথা ক'ব পাৰি।

নদী আৰু স্থানৰ নামৰ স্ৰষ্টাসকলক এক বৃহত্তৰ তিব্বেতো-বাৰ্মান ভাষিক গোষ্ঠী বুলি ধৰিলেহে বাস্তৱ-সম্মত সত্যৰ ওচৰ চপা যায়। বাস্তৱ ৰাজ্য স্থাপনৰ ঐতিহাসিক বা অৰ্ধ-ঐতিহাসিক তথ্য ঐতিহাসিক কনকলাল বৰুৱাই 'ৰাজমালা' বংশাৱলীৰ ত্ৰিবেগ ৰাজ্য সন্দৰ্ভত কৰা গৱেষণাৰ আধাৰত প্ৰথম পোহৰলৈ আহে বুলিব পাৰি (৩৩)। কনকলাল বৰুৱাই ইতিহাসবিদ ভিনচেণ্ট স্মিথৰ মত, সমুদ্ৰগুপ্তৰ এলাহাবাদ প্ৰশস্তিৰ মতৰ ওপৰতো গুৰুত্ব দিছিল। ভিনচেণ্ট স্মিথে ৪২৮ খৃঃত চীনলৈ এজন দূত পঠোৱাৰ কথা উল্লেখ কৰিছিল। এলাহাবাদ প্ৰশস্তিৰ ডবক বা ডবাক ৰাজ্য এতিয়াৰ ডবকা বুলি বৰুৱাই অনুমান কৰিছিল। ত্ৰিপুৰা ৰাজ্যখন এখন বড়ো ৰাজ্য আৰু এইখন এসময়ত নগাঁও জিলাৰ কপিলী উপত্যকাৰপৰা বৰ্তমানৰ ত্ৰিপুৰা পৰ্যন্ত বিস্তৃত আছিল বুলি অনুমান কৰা হয়। এয়াও মাত্ৰ অনুমানহে। 'ৰাজমালা' ৰচনাৰ কাল, প্ৰকৃত 'ৰাজমালা'ৰ অস্তিত্ব আদি নানা বিতৰ্কমূলক বিষয়লৈ যোৱাৰ প্ৰাসংগিকতা বৰ্তমান প্ৰবন্ধত নাই। আমি মাত্ৰ উল্লেখ কৰিছো এই কাৰণেই যে বড়ো-কছাৰীসকলৰ ডিমাছা ৰাজ্য তথা বড়ো ৰাজ্যৰ অস্তিত্বৰ সন্ধানত অধিক গৱেষণা আৰু তথ্য সংগ্ৰহৰ প্ৰয়োজন আছে। পশ্চিম কামৰূপত বৃহত্তৰ বড়ো-কছাৰী জনগোষ্ঠীৰ অন্তৰ্ভুক্ত বুলি কোচ ৰাজ্যখনকো বড়ো ৰাজ্যৰ ভিতৰত ধৰা সম্ভৱ। হিন্দু ধৰ্ম গ্ৰহণ কৰা কোচসকল কেতিয়া ধৰ্মান্তৰিত হ'ল তাৰ সঠিক ইতিহাস নাই। কিন্তু কমতা ৰাজ্যৰ পতনৰ পিছত প্ৰায় একে স্থানতে কোচ ৰাজ্যৰ বিস্তাৰ লাভে আৰু কৈৰাতজ পদ্ধতিক কোচ ৰাজবংশই ৰণচণ্ডী পূজাৰ পদ্ধতি হিচাপে স্বীকৃতি দিয়াত আৰু পৃষ্ঠপোষকতা কৰাত এই কথা প্ৰমাণিত হয় যে কোচৰ উদ্ভৱ আৰু বিকাশত বৃহত্তৰ বড়ো-কছাৰী উপাদানৰ অৰিহণা আছে। মূল কোচ ৰাজ্যৰপৰা বিচ্ছিন্ন হৈ বিজনী, ৰাণী, বেলতলা আদি ক্ষুদ্ৰ ৰাজ্য আৰু বৰাক উপত্যকাৰ খাচপুৰত খাচৰাজ্য স্থাপন কৰাটোও

---

৩২ *ছিডনি এণ্ডেলেও ৰাভা, মেচ, বিমল, কোচ, সলানিমীয়া, মহালীয়া, ফুলগুৰিয়া, শৰণীয়া, ডিমাছা, হোজাই, লালুং (তিৱা), গাৰো, হাজং আদিক বড়ো-কছাৰী বুলি অভিহিত কৰিছে।— অসমৰ আৰু অসমৰ বাহিৰৰ প্ৰায় সকলো গৱেষকৰ মতৰ সাদৃশ্য এই ক্ষেত্ৰত মন কৰিবলগীয়া। এই ক্ষেত্ৰত ড. জয়ন্ত ভূষণ ভট্টাচাৰ্যৰ 'কছাৰী ৰাজ্যৰ উত্থান আৰু পতন' গ্ৰন্থৰ পৃঃ ৬-৩০ দ্ৰষ্টব্য। প্ৰথম আভৰণ, ১৯৯৩।*

৩৩ *K. L. Barua, Journal of Assam Research Society, Vol III, No 3 October 1935 ৰ The Ancient Tripura Kingdom in the Kapili Valley ৰ প্ৰসংগ উল্লেখ কৰা হৈছে।— লিখক।*

উল্লেখযোগ্য ঘটনা।

শক্তিশালী হিন্দু ধৰ্মী বৰ্মণ, শালস্তম্ভ আৰু পাল বংশৰ অস্তপৰাৰ পিছত, তেৰ শতিকাৰপৰা আহোমৰ ৰাজ্য বিস্তাৰ সূচনা হোৱাৰ মাজৰ কালছোৱাত অসমত বৃহত্তৰ তিব্বেতো-বাৰ্মান ভাষিক গোষ্ঠীৰ কেবাখনো সৰু সৰু ৰাজ্য গঠিত হৈছিল— সেইবোৰ হ'ল চুতীয়া, মৰাণ আৰু বৰাহী তথা পশ্চিমৰ কোচ ৰাজ্য। আহোম-পূৰ্ব যুগৰ মৰাণ, বৰাহী তথা চুতীয়াসকলেই মূলতঃ বাৰভূঞাসকলৰে লগ হৈ অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত শক্তিশালী ৰাজতন্ত্ৰ নথকা অৱস্থাত নৈৰাজ্যপূৰ্ণ অৱস্থা এটা নোহোৱাকৈ ৰাখিছিল আৰু ভাষা-কৃষ্টিৰ বিকাশত অৰিহণাও যোগাইছিল।

বুৰঞ্জীয়ে ঢুকি পোৱা মধ্য যুগত আমি কছাৰীসকলক ছুকাফাৰ সম সাময়িকভাৱে দিখৌ আৰু নামদাং নৈৰ মাজত বসবাস কৰা জনগোষ্ঠী হিচাপে পাওঁ। ছুকাফাৰ পুত্ৰ আৰু ৰজা ছুতেউ ফাই (১২৬৮-৮১) কছাৰীসকলৰ আনুগত্য দাবী কৰাত তেওঁলোকে তাক অস্বীকাৰ কৰিছিল আৰু সেই অঞ্চলত তিনিপুৰুষ থকা বুলি দাবী কৰিছিল (৩৪)। ছুতেউ ফাৰ দিনত মাত্ৰ তিনি পুৰুষ দিখৌ আৰু নামদাঙৰ মাজৰ খণ্ডত বস বাস কৰা বোলাত এইটো পৰোক্ষভাৱে প্ৰমাণিত হয় যে মৰাণ আৰু বৰাহীৰ তুলনাত কছাৰীসকল নতুন বাসিন্দা আছিল আৰু ছুকাফাই তেওঁলোকক আক্ৰমণ নকৰা আৰু ছুতেউ ফাই চল কৰি দিখৌৰপৰা নামদাং অংশ নিজৰ কৰি লোৱাটোৱে কছাৰীসকলৰ সংখ্যাধিক্য আৰু সামৰ্থ্যৰ কথাকে সূচায়। ১৪৯০ চনত কছাৰীৰ হাতত আহোম পৰাস্ত হয় আৰু পুনৰ চুহুংমুঙৰ ৰাজত্বকালত, চুতীয়া ৰাজ্য দখলৰ পিছতহে কছাৰী ৰাজ্য দখলৰ প্ৰচেষ্টাত চুহুং মুং ব্যস্ত হৈছিল। চুহুংমুঙৰ ৰাজত্বকালত মৰঙিত ডাঙৰ কোঠ মাৰি কছাৰীসকলক 'স্থাপিত সাঞ্চিত' কৰতলীয়া ৰাজ্যৰ গৰাকী পতা হৈছিল। কছাৰী ৰজা ডেৰ চুং বা ডেট চুঙে প্ৰথমে আহোমৰ শাসন মানি ল'লেও পুনৰ যুদ্ধত প্ৰবৃত্ত হোৱাত আহোমে ডিমাপুৰলৈকে কছাৰী ৰাজ্য দখল কৰি লৈছিল আৰু কছাৰী ৰাজ্যৰ ৰাজধানী মাইবঙলৈ উঠি গৈছিল।

## ৩.১৪ মৰাণ, বৰাহী, চুতীয়া

মৰাণ আৰু বৰাহীসকলনো আচলতে কোন আছিল সেই সম্পৰ্কে অতি নিৰ্ভৰযোগ্য তথ্য-পাতি পাবলৈ নাই। মৰাণ আৰু বৰাহীসকল যে মংগোলীয় আছিল সেই সম্পৰ্কে মতদ্বৈধতা নাই; কিন্তু কেতিয়া, কেনেকৈ কোন পথে আহি মৰাণ আৰু বৰাহীসকলে সৌমাৰৰ উজনি খণ্ডত বসতি বিস্তাৰ কৰিলে সেই সম্পৰ্কে বুৰঞ্জী নিমাত। একেদৰে চুতীয়াসকলকো তিব্বেতো-বৰ্মী জাতিৰ প্ৰব্ৰজিত লোক বুলি অনুমান কৰা হয় আৰু

---

*৩৪ দ্ৰষ্টব্য : The Comprehensive History of Assam, Vol II, পৃঃ ৫৬-৫৭ প্ৰথম তাঙৰণ।*

আহোমসকলৰ পূৰ্বেই দিবং নদীৰ কাষে কাষে উত্তৰ ব্ৰহ্মৰ বা তাতোকৈও দূৰৰ কোনো স্থানৰপৰা আহি তেওঁলোকে বসতি বিস্তাৰ কৰিলে বুলি অনুমান কৰাৰ থল আছে।

মৰাণসকলক তাই পণ্ডিত দুই-এজনে তাই ক্ৰেং বা তাই জাতিৰে এটা ঠাল বুলি ক'ব খোজে। মতভেদে মৰাণসকল তিব্বত-বৰ্মী আৰু তেওঁলোকৰ লগত কছাৰীসকলৰ ওচৰ সম্পৰ্ক। কিন্তু চুকাফা অসমলৈ অহাৰ লগে লগে মৰাণ আৰু বৰাহীসকলে যিদৰে চুকাফাক আৰু তেওঁৰ লগত অহা মানুহখিনিক আঁকোৱালি ল'লে সেইদৰে কছাৰীসকলে প্ৰথম লোৱা নাছিল। ইয়াৰ ফলত মৰাণ আৰু বৰাহীৰ লগত কৃষ্টি আৰু সমাজৰ ফালৰপৰা চুকাফাৰ নিকট সম্পৰ্ক থকা বুলি অনুমান কৰিব পাৰি। কিন্তু এনে অনুমানৰ ভিত্তিত ক'ব নোৱাৰি যে মৰাণ আৰু বৰাহীসকল তিব্বেতো-বৰ্মী নাছিল। ভাষিক ক্ষেত্ৰত বৃহত্তৰ বড়ো জাতিৰ লগত চুতীয়া আৰু মৰাণসকলৰ কিছু মিল থকা বাবে তেওঁলোকক তিব্বেতো-বৰ্মী বুলি ঠাৱৰ কৰাৰ পক্ষেহে যুক্তি আছে।

কিন্তু আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল বৰাহীসকলকলৈ। বৰাহী নামটোৰপৰা তেওঁলোকক বৰাহ গোষ্ঠীৰ কৈৱৰ্তজ বুলি অনুমান কৰাৰ থল আছে। তেওঁলোক যি কোনো বিচাৰতে আহোম পূৰ্ব আদিবাসীসকলৰ অন্যতম। তেওঁলোকৰ সংখ্যা ইমানেই কম আছিল যে আহোমসকলৰ লগত মিলা-মিছা, আদান-প্ৰদান আৰু বৈবাহিক সম্পৰ্ক স্থাপনৰ জৰিয়তে তেওঁলোক সম্পূৰ্ণ বিলুপ্ত হৈ গ'ল। গতিকে তেওঁলোকৰ অৱশিষ্ট অস্তিত্বৰ ওপৰত নৃতাত্ত্বিক গবেষণা কৰাৰো কোনো উপায় নাই। এতিয়া আহোম মানেই বৰাহী আৰু আহোমৰ আত্মীকৰণৰ ফলত সৃষ্টি হোৱা এক সংকৰ ৰূপ।

মৰাণসকলৰ দৰে চুতীয়াসকলৰ ক্ষেত্ৰতো কিন্তু আহোমৰ লগত বিয়া-বাৰু হ'লেও তেওঁলোকে নিজৰ সুকীয়া অস্তিত্ব শেষ পৰ্যন্ত জীয়াই ৰাখিবলৈ যত্ন কৰিছে। আহোমৰ লগত বৈবাহিক সম্পৰ্কৰ ফলত আহোম-চুতীয়া পৰিচিত কিছু সংখ্যক পৰিয়াল থাকিলেও পিছলৈ তেওঁলোকে আহোমৰ উত্থানৰ দিনত আহোম আৰু চুতীয়াৰ সম্মান আৰু শক্তি বৃদ্ধিৰ স্থানত চুতীয়া হৈছে। মৰাণসকল এই ক্ষেত্ৰত অধিক কঠোৰ। আহোমৰ লগত বৈবাহিক সম্বন্ধ এসময়ত ব্যাপকভাবে হৈছিল আৰু এতিয়াও হয় যদিও এতিয়াও নিজৰ অস্তিত্ব সুকীয়াভাৱে প্ৰতিপন্ন কৰাৰ প্ৰয়াস কৰে। আহোমৰ লগত নৃতাত্ত্বিক দিশত গুৰুত্বপূৰ্ণ পাৰ্থক্য নথকা সত্ত্বেও গোষ্ঠীগতভাৱে তেওঁলোক সুকীয়াভাৱে এতিয়াও পৰিচিত। পিছলৈ ধৰ্মীয় কাৰণত তেওঁলোক কিছু ভিন্ন মতাৱলম্বী মায়ামৰীয়া মহন্তৰ গোড়া শিষ্য আৰু এখন সুকীয়া মটক ৰাজ্যৰ স্ৰষ্টা। স্বাভাৱিকতে উজনিত আহোম-বৰাহী-মৰাণ-চুতীয়াৰ সম্মিলনত যি অসমীয়া ভিত্তি গঢ় লৈ উঠিছিল সেই ভিত্তি পিছলৈ তিষ্ঠি থকা নাই আৰু আহোম ৰাজতন্ত্ৰৰ পতনৰ ইও এটা প্ৰধান কাৰণ।

বৰাহীসকলে আহোমৰ লগত সম্পূৰ্ণ বিলীন হৈ আহোম অসমীয়া জাতিৰ প্ৰথম লাই-খুঁটা স্থাপন কৰিলে, মৰাণ আৰু চুতীয়া আংশিকভাৱে আহোমৰ লগত মিলি গ'ল আৰু সুদীৰ্ঘ কাল ধৰি উজনি অসমত অসমীয়া শক্তি ঠন ধৰি উঠাত নৃগোষ্ঠীগত আৰু ভাষিকভাৱে অৰিহণা যোগালে। যিখিনি সম্পূৰ্ণ বিলীন নোহোৱাকৈ থাকিল তেওঁলোকো কিন্তু সংহতিৰ অন্তৰায় নহ'ল। সুকীয়া ৰাজতন্ত্ৰ তথাবিদ্ৰোহৰ মনোভাব সময়ে সময়ে থাকিলেও আহোমৰ লগত তেওঁলোকৰ শত্ৰুতামূলক সম্পৰ্ক স্থায়ী নহয়। প্ৰবল শত্ৰুৰ বিৰুদ্ধে সদায় আহোমৰ প্ৰধান সহযোগী হ'ল চুতীয়া আৰু মৰাণ। প্ৰকৃতাৰ্থত ছুকাফাৰ দিনত অহা আহোম আৰু পিছত সংমিশ্ৰিত হৈ গঢ়লোৱা আহোম বা অসমীয়া আহোম দুয়োটা একে নহয়, ই হ'ল মৰাণ, বৰাহী, চুতীয়া আৰু তাইৰ সংমিশ্ৰিত সংকৰ জাতৰ মানুহ। এই মানুহখিনিৰ লগত বাকী অন্য জনগোষ্ঠীৰ ভাষিক, সাংস্কৃতিক আৰু গোষ্ঠীগত সমন্বয়ৰ পথত ছুকাফাৰ দিনত হোৱা মিলনেই হ'ল অগ্ৰগতিৰ মূল চালিকা শক্তি।

এই সংমিশ্ৰণে ছু-হুং-মুঙৰ দিনত কছাৰী ৰাজ্য আৰু তাৰ পিছতে কৰতোৱা পৰ্যন্ত কমতা ৰাজ্য জয় কৰাৰ সামৰ্থ্য প্ৰদান কৰিলে। কোচ (কমতা ৰাজ্যৰ) ৰজাক মুছলমান আক্ৰমণৰপৰা সুৰক্ষা প্ৰদান কৰি জগন্নাথ মন্দিৰত পুখুৰী খন্দাই উছৰ্গা কৰিলে।

এই পৰ্যন্তআহোম আৰু কোচৰ কোনো ধৰণৰ সংঘাতৰ সূচনা হোৱা নাছিল। বিশ্বসিংহই ছু-হুং-মুঙৰ লগত মিত্ৰতাই কৰিছিল। কিন্তু বিশ্ব সিংহ প্ৰবল স্বাধীনতা প্ৰিয় আৰু সাহসী আছিল। তেওঁৰ দিনতে কোচ ৰাজ্যই ইয়াৰ দৃঢ় ভিত্তি লাভ কৰিলে। কোচ বিহাৰ হৈ পৰিল অসমৰ আহোম ৰাজ্য আৰু মোগল সাম্ৰাজ্যৰ মাজত প্ৰধান প্ৰবল শক্তি— যাৰ সম্প্ৰসাৰণ ৰোধ কৰিবৰ বাবে মোগল সম্ৰাটে নৰনাৰায়ণৰ মৃত্যুৰ পিছৰ পৰাই আৰম্ভ কৰিলে অবাঞ্ছিত আক্ৰমণৰ ৰাজনীতি।

## ৩.১৫ কোচ সকলৰ উত্থান

কোচ ৰাজতন্ত্ৰৰ শক্তিৰ ভিত্তি তথা গুৰুত্ব অনুধাৱন কৰিবৰ বাবে আমি বিশ্ব সিংহ আৰু নৰনাৰায়ণৰ অৱদানৰ কথা নিশ্চিতভাৱে আলোচনা কৰা উচিত হ'ব। কাৰণ উজনি অসমৰ যিদৰে আহোমে আৰম্ভ কৰা সৌমাৰৰ চৰাইদেউ কেন্দ্ৰিক ৰাষ্ট্ৰখনে অসমীয়া জাতিগঠনৰ এটা শক্তিশালী উধানৰ যোগান ধৰিছিল, আনটো উধান যোগান ধৰিছিল কমতা ৰাজ্য আৰু কমতা ৰাজ্যৰ উত্তৰাধিকাৰ অঞ্চলত গঢ় লৈ উঠা কোচ ৰাজ্যই। তৃতীয় উধানটো যোগান ধৰিছিল বাৰ ভূঞাসকল— বিশেষভাৱে বাঁৰভূঞাৰ বংশসম্ভূত সাংস্কৃতিক মহাপ্ৰাণ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে। এই কথা ইতিহাসে প্ৰমাণিত কৰে যে ঊনবিংশ শতিকাত অসমীয়া জাতি গঠন পৰ্বত এই তিনিওটা মূল উৎসৰ পৰাই শক্তি আহৰণ কৰিছিল শক্তি সংহত কৰিবলৈ প্ৰয়াস কৰা শিক্ষিত মধ্যবিত্তসকলে। সেই বিষয়ে আমি

তাৰ পিছত আলোচনা কৰিছো :

কোচসকলৰ অৱদান বোলোতে আমি কোচ আৰু কোচৰ লগত নিবিড় সম্পৰ্ক থকা বড়ো-কছাৰী আৰু ডিমাছাসকলক একেডাল সূতাৰে অংশ বুলি গণ্য কৰিব পাৰো। বিভিন্ন কাৰণত সুকীয়া সুকীয়া স্থানত ৰাজ্য স্থাপন কৰিলেও এই তিব্বেতো-বৰ্মী জনগোষ্ঠীবিলাকে মূলতঃ আৰ্য-ভিন্ন অথচ আৰ্যধৰ্মী সুকীয়া সুকীয়া ৰাজ্য গঢ়ি তুলিছিল। জয়ন্তীয়াসকলৰ অৱদানো কোচসকলৰ দৰেই বিশেষ তাৎপৰ্যপূৰ্ণ আৰু এটা পৰ্যন্ত তেওঁলোকে অসমীয়া জাতিৰ ভাষা-কৃষ্টি, সভ্যতা গঢ় লৈ উঠাত প্ৰচুৰ অৰিহণা যোগাইছিল।

১৪৯৪-১৫১৮ খৃঃৰ ভিতৰৰ এই কালছোৱা বংগ আৰু সৌমাৰৰ মধ্যৱৰ্তী কমতা ৰাজ্য আৰু প্ৰাচীন কামৰূপ ৰাজ্যৰ সভ্যতা-সংস্কৃতি, ভাষিক আৰু ধৰ্মীয় গাঁথনি যথেষ্ট সলনি কৰি দিয়া মুছলমান ৰাজত্বৰ অতি গুৰুত্বপূৰ্ণ এক পুৰুষ কাল। এই কালতে পুৰণি কমতা ৰাজ্যৰ ভেটি প্ৰায় নিশ্চিহ্ন হয় আৰু নল মৰি গজালি উঠাৰ দৰে তাৰ বুকুতে জন্ম হয় কোচ ৰাজ্যৰ।

কোচসকলৰ উত্থান সম্পৰ্কে দৰং ৰাজ বংশাৱলী, আহোম যুগৰ বুৰঞ্জীসমূহ, কালিকা পুৰাণ, যোগিনীতন্ত্ৰ আদিত অন্ততঃ সামান্য ধৰণৰ মিল থকা এটা মত নাই। কিন্তু এটা কথা স্পষ্ট যে তেওঁলোক হিন্দু ধৰ্ম, ভাষা (সংস্কৃতমূলীয়) আৰু সংস্কৃতি গ্ৰহণ কৰি ব্ৰাত্য হোৱা কিৰাত জাতিৰ লোক। কৈৰাতজ পদ্ধতি বুলি আমি তন্ত্ৰসমূহৰ যি পদ্ধতি তথা ধৰ্মাচৰণৰ কথা পাওঁ সেয়া মূলতঃ যিবোৰ জনগোষ্ঠীয়ে নিজ ঐতিহ্যৰ বুকুত বহন কৰিছে তাৰ ভিতৰত কোচসকল অন্যতম। নৰনাৰায়ণে আহোম ৰাজ্য আক্ৰমণ কৰাৰ পূৰ্বে কৈৰাতজ পদ্ধতিৰে পূজা কৰাৰ নিয়ম বান্ধি দিয়া আৰু বৰ্ণাঢ্যভাৱে ৰণচণ্ডী পূজা কৰাটো এই ঐতিহ্য বহন কৰাৰ গুৰুত্বপূৰ্ণ ঐতিহাসিক সাক্ষ্য।

বিশ্ব সিংহৰ উত্থান কেতিয়া কিদৰে ঘটিল সেই সম্পৰ্কে পোনপটীয়াভাৱে পুৰণি আহোম বুৰঞ্জী তথা তাই বুৰঞ্জীবোৰত নাই। মাত্ৰ আহোম ৰাজ্যৰ বিস্তাৰ সন্দৰ্ভত থকা উল্লেখেহে আৰু নৰনাৰায়ণৰ ৰাজ্য বিস্তাৰ থকা আহোম ৰজাৰ ভূমিকা সম্পৰ্কীয় উক্তি বিলাকেহে এটা সুনিবদ্ধিতত বংশলতা আৰু ইতিহাস গঢ়ি তোলাত সহায় কৰে। সকলোবিলাক পুৰণি বুৰঞ্জীয়েই মূলতঃ হাৰিয়া মণ্ডল বা হাৰিয়া মেচৰূপৰা কোচ ৰাজবংশৰ উত্থানৰ ক্ষেত্ৰত ঐকমত্য প্ৰকাশ কৰিছে। হাৰিয়া মেচ বাৰটা পৰিয়ালৰ (বিবোৰ উৎপত্তিৰ ফালৰপৰা বাৰটা বড়ো পৰিয়াল বা হিন্দু ধৰ্ম, ভাষা, সংস্কৃতি আয়ত্ত কৰা বড়ো পৰিয়াল বুলি অনুমান কৰাৰ থল আছে)ৰ ক্ষেত্ৰত হাৰিয়া মণ্ডল নেতৃত্বশীল আছিল। হাৰিয়া মণ্ডলৰ দুগৰাকী পত্নী। হীৰা আৰু জিৰা। জিৰাৰ পুত্ৰ চন্দন আৰু মদন। চন্দন আৰু মদনে চিকনাই বা চিকনৰাবৰ শাসন কৰ্তাক পৰাস্ত কৰি প্ৰথম ৰাজ্যৰ ভেটি প্ৰতিষ্ঠা কৰে। এই চন্দনেই কোচ ৰাজ্যাব্দ আৰম্ভ কৰে ১৫১০ চনত। উপাখ্যানৰ এই দিশটোলে

লক্ষ্য ৰাখি এটা কথাত পতিয়ন যাব পাৰি যে বিশ্বসিংহ ৰজা হোৱাৰ পূৰ্বেই চন্দন ৰজা হৈছিল। কোচ ৰাজাব্দ আৰম্ভ হোৱাৰ পাঁচ বছৰ পিছত ১৫১৫ চনত বিশ্ব সিংহ কোচ ৰজা হয়। এই বিশ্বসিংহ হ'ল হাৰিয়াৰ আন গৰাকী পত্নী হীৰাৰ পুত্ৰ বিশু আৰু শিশুৰ ভিতৰত ডাঙৰটো। এই বিশুৱেই বিশ্বসিংহ নাম লৈ ৰজা হয়, শিশুৱেই শিবসিংহ নামেৰে যুৱৰাজ হয়। চন্দনৰ পিছত বিশ্ব সিংহ ৰজা হয় যদিও সম্ভৱতঃ তুৰ্বকৰ নেতৃত্বত হোৱা মুছলমানৰ অসম আক্ৰমণৰ পৰ্বলৈকে বিশ্বসিংহ এজন প্ৰবল পৰাক্ৰমী ৰজা হোৱা নাছিল। তেওঁৰ ৰাজ্য বিস্তাৰ তুৰ্বকৰ পতন আৰু আহোম ৰজাই নিজৰ স্থায়ী সীমা উত্তৰে বৰনদী, দক্ষিণে কলংমুখত নিৰূপণ কৰাৰ পিছৰ বা পৰাজিত মুছলমান বাহিনীক কৰতোৱা পৰ্যন্ত খেদি নি তনখাম ঘৰ সন্দিকৈ বৰগোহাঞি (ফ্ৰাচেংমুঙৰ পুত্ৰ, ৰজা ছু-হুং-মুঙৰ ভাগিন)য়ে ইতিহাস ৰচনা কৰা (১৫৩২-৩৩ চন)ৰ পিছৰ। অন্যথা তুৰ্বকৰ লগত বিশ্বসিংহই প্ৰথম সংঘৰ্ষত লিপ্ত হ'লহেঁতেন। কাৰণ পিছত যি বাহুবল, শৌৰ্য আৰু মৰ্যাদাবোধৰ পৰিচয় বিশ্বসিংহৰ চৰিত্ৰত পোৱা গৈছে, সেই চৰিত্ৰ এগৰাকী ৰজাই বিনা যুদ্ধে মুছলমানক কৰতোৱা পাৰহৈ কামৰূপত প্ৰৱেশ কৰিবলৈ দিয়াৰ প্ৰশ্নই নুঠে।

বিশ্বসিংহক তনখামে আহোমৰ ঠিক কৰতলীয়া কৰিছিলনে মুছলমান আৰু আহোম ৰজাৰ মাজত কোচ ৰাজ্যৰ স্বাধীন বিকাশৰ সুযোগ দি এটা কূটনৈতিকভাৱে গ্ৰহণযোগ্য কাম কৰিছিল সেয়াও বিচাৰ্য। কোচ ৰজা বিশ্বসিংহয়ো আহোম সৈন্যক আক্ৰমণ কৰা নাছিল, বৰং মন্ত্ৰী ধুমা চৰ্দাৰক প্ৰতিনিধি পাতি আহোম সেনাপতিক কিছু উপহাৰ দি মৈত্ৰীৰ ভিত্তি গঢ়ি তুলিছিল। আহোম সেনাপতিয়ে সোণকোষ পৰ্যন্ত ৰাজ্যখণ্ড গৌড়ৰ নবাবৰ কন্যাৰ যৌতুকত পাই কোচ ৰজা বিশ্বসিংহক মিত্ৰতাৰ চিনস্বৰূপে এৰি দিয়ে বুলি কোনো কোনো বুৰঞ্জীত আছে। কিন্তু তনখামে তেনে কাৰ্য কৰিলেও সম্ভৱ তাত ছু-হুং-মুঙৰ সমৰ্থন আছিল। বিশ্ব সিংহ আৰু ছু-হুং-মুঙৰ এই মিত্ৰতা কেনে ধৰণৰ আছিল বুজা নাযায়; কাৰণ প্ৰবল প্ৰতাপী আৰু সেইসময়ত প্ৰায় দ্বিগবিজয়ী ৰূপত থকা ছু-হুং-মুঙৰ লগত বিশ্ব সিংহৰ যুদ্ধ লগাৰ কোনো উদাহৰণ নাই। গতিকে ছু-হুং-মুঙৰ দখলত থকা ৰাজ্যখণ্ডলৈ বিশ্ব সিংহই হাত নেমেলি উত্তৰে ভূটান, দক্ষিণ আৰু কামৰূপত বাৰভূঞাসকল আৰু পশ্চিমে বংগৰ নবাবৰ লগত সংঘাতৰ সূত্ৰপাত কৰাই স্বাভাৱিক।

বিশ্ব সিংহৰ ৰাজ্য পশ্চিমে কৰতোৱাৰপৰা পূবে বৰনদী, উত্তৰে ভূটানৰ সীমাৰপৰা দক্ষিণে খাছি-গাৰো পাহাৰৰ সীমা পৰ্যন্ত বিস্তৃত আছিল বুলি অনুমান কৰিব পাৰি। ইতিহাসে ঢুকি পোৱা যুগত এইখন নৱগঠিত কমতা ৰাজ্য বা কামৰূপৰ পুনৰ জন্ম— যি ৰাজ্যক অসম বুৰঞ্জীত সুদীৰ্ঘ কাল জুৰি 'বিহাৰ' বুলি উল্লেখ কৰা হৈছে। বিশ্ব সিংহৰ ৰাজ্যৰ ভিতৰত ডিমৰুৱা, বেলতলা, ৰাণী, লুকি, বগাই, পানটন, বকো, বনগাঁও, মৈৰাপুৰ, ভোলাগাঁও, ছয়গাঁও, বৰনগৰ, দৰং, কৰৈবাৰী, আঠিয়াবাৰী, কামতাবাৰী আৰু বলৰামপুৰ

পৰিছিল। বিশ্ব সিংহই আহোমক প্ৰথম অৱস্থাত নিয়মিত ঘোঁৰাৰে কৰ পৰিশোধ কৰিছিল বুলি অনুমান কৰা হয়। কিন্তু নতুন ৰাজ্য বিস্তাৰ কৰি, পিয়ল কৰি, সৈন্য বাহিনী শক্তিশালী কৰি বীৰ্যশালী হোৱাৰ পিছত কৰ নিদিয়াই স্বাভাৱিক। বিশ্বসিংহই আহোম ৰাজ্য আক্ৰমণৰ বাবে ১৫৩৭ চনত শিঙৰী পৰ্যন্ত আগবাঢ়ি আহিছিল বুলিও জনা যায় (৩৫)। কিন্তু ৰচদ-পাতিৰ নাটনিৰ শংকা কৰি পুনৰ উভতি যায়।

বিশ্ব সিংহই চিকনগ্ৰামৰপৰা কোচবিহাৰলৈ ৰাজধানী স্থানান্তৰিত কৰি এখন নগৰ গঢ়ি তোলে, এই কোচবিহাৰ পুৰণি কমতাপুৰৰ পৰা ২৩-২৪ কিঃ মিঃ উত্তৰ-পূবে। এই নগৰীক কেন্দ্ৰ কৰি শৈৱ বিশ্বসিংহই হিন্দু ধৰ্ম-সভ্যতাক কামৰূপত নতুনকৈ সজাই তোলাৰ প্ৰচেষ্টাত ব্ৰতী হয। তেওঁ মুছলমানে লুণ্ঠন কৰা কামৰূপখন মুছলমানৰ আধিপত্য মুক্ত কৰাই নহয়, হিন্দু ধৰ্মৰ মন্দিৰবোৰ পুনৰ নিৰ্মাণ কৰে। কামাখ্যা মন্দিৰ পুনৰ নিৰ্মাণ তেওঁৰ কীৰ্তি। তেওঁ কনৌজ, মিথিলা, নবদ্বীপ, গৌড় আদিৰপৰা পণ্ডিত ব্ৰাহ্মণক মতাই আনি কোচবিহাৰত তথা কামৰূপত পৃষ্ঠপোষকতা কৰিছিল। নিজে হৰ-গৌৰীৰ ভক্ত হৈও তেওঁ অন্য ধৰ্মৰ প্ৰতি সহনশীলতা প্ৰদৰ্শন কৰিছিল।

বিশ্বসিংহৰ শাসন তন্ত্ৰত দেখা যায় এফালে মুছলমানসকলৰ প্ৰভাৱ আৰু আহোমৰ পাইক প্ৰথাৰ লগত মিল থকা এটা ব্যৱস্থা। কুৰিজনৰ ওপৰত ঠাকুৰীয়া, এশজনৰ ওপৰত শইকীয়া, হেজাৰজনৰ ওপৰত হাজাৰী, তিনি হেজাৰৰ ওপৰত উমৰাহ বা উমৰা, বাইছ উমৰাৰ ওপৰত এজন নবাব। সীমান্তত তেওঁ বজিৰ, লস্কৰ, ভূঞা, বৰুৱা আদি বিষয়া পাতিছিল বুলি জনা যায়।

বিশ্বসিংহৰ নেতৃত্বত শক্তিশালী কোচ ৰাজ্যৰ উত্থানে, বিশেষকৈ ইয়াৰ মংগোলীয় চৰিত্ৰই পশ্চিম অসমৰ ৰাজনীতি, সমাজ, জন-সংস্কৃতিক এক নতুন গঢ় দিলে। প্ৰকৃতাৰ্থত কামৰূপ গোৱালপাৰাত যি কৃষ্টি-সভ্যতা গঢ় ল'লে তাৰ মূল ভেটি এই কোচ ৰাজ্যতে দৃঢ় ৰূপত প্ৰতিষ্ঠা হয়। এইটো অনস্বীকাৰ্য যে বিশ্বসিংহৰ দ্বাৰা নিৰ্মিত এই ভেটিটো তেওঁৰ পুত্ৰ নৰনাৰায়ণ চিলাৰায়ৰ দিনত কৃষ্টি-সভ্যতাৰ ৰং-বিৰঙৰ উপাদানেৰে বৰ্ণাঢ্য আৰু যুগমীয়া হৈ পৰে। আহোম ৰাজ্য ব্ৰহ্মপুত্ৰ উপত্যকাত সম্পূৰ্ণ ঠন ধৰি উঠাৰ আগতেই পশ্চিম প্ৰান্তত এই শক্তিৰ দুৰ্গ নিৰ্মাণ নোহোৱা হ'লে ভাষা-কৃষ্টি, ধৰ্ম আৰু সভ্যতাৰ ক্ষেত্ৰত মংগোলীয় কামৰূপীয় চৰিত্ৰটো ইমান প্ৰকট নহ'লহেঁতেন।

বিশ্বসিংহৰ পুত্ৰসকলৰ মাজত মল্লদেৱ, শুক্লধ্বজ, নৰসিংহ আৰু গোহাঁই কমলৰ নাম

---

*৩৫ বুৰঞ্জীসমূহৰ মত সম্পাদিত কৰি The Comprehensive History of Assam, Vol II ত বিশ্বসিংহৰ যি চমু বিৱৰণ দিছে তাৰ ভিত্তিত এই অংশৰ তথ্য দিয়া হৈছে। দ্ৰষ্টব্য : উক্তগ্ৰন্থ, Vol-1, First Edition, পৃঃ ৭০-৭৪।*

ইতিহাস প্ৰসিদ্ধ। মল্লদেৱ আৰু শুক্লধ্বজ বংগৰ দুগৰাকী পত্নীৰ সন্তান, এগৰাকী নেপালী কুঁৱৰীৰ সন্তান নৰসিংহ আৰু এগৰাকী কামৰূপী কুঁৱৰীৰ সন্তান গোহাঁই কমল। মল্লদেৱ নৰনাৰায়ণ নামলৈ বিশ্বসিংহৰ পিছত কোচবিহাৰৰ ৰজা হয়। তেওঁৰ ভ্ৰাতৃ শুক্লধ্বজ হয় সেনাপতি, দেৱান— যি যুদ্ধত চিলাৰ দৰে তীব্ৰ বেগী আৰু বীৰত্বপূৰ্ণ চৰিত্ৰৰ বাবে চিলাৰায় নাম পায়। নৰনাৰায়ণে (১৫৪০-৮৭) মুঠ সাতচল্লিছ বছৰ অতি সুকলমে কোচবিহাৰত শাসন চলায়। ৰাজ্য-বিস্তাৰ, কলা-কৃষ্টি-সাহিত্যৰ পৃষ্ঠপোষকতা, অৰ্থনৈতিক বুনিয়াদ নিৰ্মাণ তথা এক সুশৃংখলিত শাসন প্ৰণালী উদ্ভাৱনৰ পাৰদৰ্শিতাৰ বাবে নৰনাৰায়ণৰ উত্তৰ-পূব ভাৰতৰ শক্তিশালী আৰু শ্ৰেষ্ঠ ৰজাসকলৰ অন্যতম বুলি অভিহিত কৰা হয়।

নৰনাৰায়ণৰ ৰাজত্বকালত (১৫৪০-১৫৮৭ খৃঃ) চিলাৰায়ৰ ৰাজ্য জয়ৰ দ্ৰুত-বেগী যাত্ৰা এক ধুমুহাৰ লহৰৰ দৰে। উত্তৰ-পূৰ্বাঞ্চলত এখন স্থায়ী সাম্ৰাজ্যৰ বুনিয়াদ গঢ়ি তোলাত ই সফলকাম নহ'ল যদিও বিশ্বসিংহৰ দিনত হেৰোৱা গৌৰৱ পুনৰুদ্ধাৰৰ এটা সুবৰ্ণ-সুযোগ চিলাৰায় দেৱানৰ নেতৃত্বত কোচ ৰাজতন্ত্ৰই পালে। কিন্তু যুদ্ধত যি হৰা-জিকা হৈছিল তাৰ তুলনাত কৃষ্টি আৰু সভ্যতাৰ বিনিময়ৰ এক বিৰল সুযোগ কোচ আৰু আহোম উভয় পক্ষই পালে আৰু নিজৰ আভ্যন্তৰীণ তথা আন্তঃৰাষ্ট্ৰীয় সম্পৰ্কৰ মূল্যায়ণৰ অৱসৰ কোচ ৰাজ্য আৰু আহোম ৰাজ্য উভয়ে পালে।

নৰনাৰায়ণৰ সমসাময়িক ৰজা আছিল চু-ক্লেন-মুং (১৫৩৯-৫২ খৃঃ) আৰু চু-খাম্-ফা (১৫৫২-১৬০৩ খৃঃ)। চু-ক্লেন-মুং বীৰত্ব আৰু সাহস তথা সুবুদ্ধিপৰায়ণ হোৱা বাবে ১৫৫২ খৃঃ পৰ্যন্ত কোচ ৰজা নৰনাৰায়ণে ৰণক্ষেত্ৰত জয়-পৰাজয়ৰ মাজেদি কিছুদিন অতিবাহিত কৰিবলগীয়া হৈছিল। কেতিয়াবা আহোম, কেতিয়াবা কোচ জয়ী হয়; কিন্তু পুনৰ সংঘাত বৃদ্ধি পায়। এনেদৰে পিছলাৰ যুদ্ধলৈকে অমীমাংসিত আৰু ক্ষতিকাৰক যুদ্ধ লগাৰ পিছত চু-খান-ফাৰ দিনত ১৫৫৫ চনত নৰনাৰায়ণে আহোম ৰজাৰ লগত মিত্ৰতা বাঞ্ছা কৰি দূত পঠালে। প্ৰকৃততে আহোমসকলে পিছলাৰ যুদ্ধত জিকাৰ পিছত মিত্ৰতাৰ বাবে অহা প্ৰস্তাৱত কম গুৰুত্ব দিছিল আৰু ই আছিল কূটনৈতিক কৌশলৰ ফালৰপৰা তথা দূৰদৃষ্টিৰ ফালৰপৰা ভ্ৰান্তিকৰ। আনহাতে ১৫৪০ ৰপৰা সুদীৰ্ঘ কাল যুদ্ধ কৰি ১৫৪৯ চনত যুঁজত ভীষণভাবে হৰাৰ পিছত মিত্ৰতাৰ বাবে কৰা প্ৰচেষ্টাও আছিল কিছু দুৰ্বোধ্য। সম্ভৱতঃ পশ্চিম সীমান্তত মোগল শক্তিৰ বাঢ়ি অহা বিক্ৰমে আৰু হেঁচাই পূব সীমান্তত আহোমৰ লগত মিত্ৰতাৰ এক প্ৰয়োজনীয়তা সৃষ্টি কৰিছিল। কিন্তু আহোম ৰাজতন্ত্ৰই সেই সময়ত প্ৰয়োজনীয় দূৰদৰ্শিতা প্ৰদৰ্শন কৰা নাছিল।

ইয়াৰ পৰিণতিস্বৰূপে কোচ আৰু আহোমৰ ৰণ অনিবাৰ্য হৈ পৰিল আৰু চিলাৰায়ৰ নেতৃত্বত বিপুল স্থলবাহিনী আৰু নৌ-বাহিনী গড়গাঁও অভিমুখে আগবাঢ়ি আহিল। যুদ্ধ

যাত্ৰাৰ আগতে নৰনাৰায়ণে কোচবিহাৰৰপৰা নাৰায়ণপুৰলৈ গোহাঁইকমল আলি নামে খ্যাত আলি বন্ধালে যি আলিয়েদি কোচ স্থলসেনা নাৰায়ণপুৰলৈকে সহজে আগবাঢ়ি অহাটো সম্ভৱ হ'ল। একেবাহে কেবাখনো যুদ্ধত আহোমক পৰাস্ত কৰি চিলাৰায়ে আহোম ৰাজ্যৰ ৰাজধানী দখল কৰিলে। ছু-খা ম-ফাই পৰাজয় স্বীকাৰ নকৰি পাহাৰলৈ পলাই গ'ল আৰু উপায় চিন্তা কৰি শেষত এক সন্ধিৰ প্ৰস্তাৱ যোগে কোচৰ বশ্যতা স্বীকাৰ কৰি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ সকলো ৰাজ্য কোচক এৰি দিলে, তদুপৰি খামৰিং নামৰ অতি ওখ হাতী, আটাইতকৈ বেগী ঘোঁৰা পক্ষীৰায়, ৫জন সম্ভ্ৰান্ত আহোম কোঁৱৰ (বন্দী হিচাপে), যুদ্ধৰ ক্ষতিপূৰণ হিচাপে ৬০ টা হাতী, ৬০ খন বস্ত্ৰ, ৬০ জনী সুন্দৰী গাভৰু, ৩০০ মুনিহ, ৰঙা ৰাজ পতাকা, পৰ্যাপ্ত ৰূপ আৰু সোণ দিলে। ১৫৬৪ চনত চুক্তিৰ পিছত ৰজা পুনৰ ৰাজধানীলৈ ঘূৰি আহিল। দেখা যায় কোচৰ যুদ্ধ জয়ৰ স্থায়িত্ব দীঘলীয়া নহ'ল। আহোমে ১৫৬৫ চনৰ পৰাই পুনৰ এক সংঘাতমুখৰ ভূমিকা গ্ৰহণ কৰিলে। ১৫৬৬ চনত বন্দী (জামিন) হিচাপে ৰখা কোঁৱৰ পাঁচজনক নৰনাৰায়ণে মুক্তি দিলে। ইফালে পুনৰ ছু-খান-ফাই যুদ্ধৰ প্ৰস্তুতি চলাবলৈ ধৰিলে।

৩.২২ সফলভাৱে আহোম ৰাজ্য জয় কৰাৰ অন্তত চিলাৰায়ে কাছাৰ (হিড়িম্বা) ৰাজ্য জয় কৰে, বছৰি ৭০,০০০ টকা, ১০০০ সোণৰ মোহৰ আৰু ৬০ টা ঘোঁৰা কৰ দি তলতীয়া ৰজা হোৱাৰ প্ৰতিশ্ৰুতিৰে কছাৰী ৰজাই সন্ধি কৰে। মণিপুৰৰ ৰজায়ো বিজয়ী আৰু শক্তিশালী কোচ বাহিনীৰ বিৰুদ্ধে যুদ্ধ নকৰি ২০,০০০ টকা, ৩০০ সোণৰ মোহৰ আৰু ১৩ টা হাতীৰে কৰ-ভাৰ দিয়াৰ প্ৰতিশ্ৰুতিৰে তলতীয়া ৰজা হ'ল। জয়ন্তীয়া ৰজাই যুদ্ধত মৃত্যু বৰণ কৰিলে। জয়ন্তীয়া ৰাজপুত্ৰক কৰতলীয়া ৰজা হিচাপে অধিষ্ঠিত কৰি চিলাৰায়ে নিজৰ নামত মোহৰ মৰা নিষিদ্ধ কৰিলে, অৰ্থাৎ তেতিয়াৰপৰা কোচ ৰজাৰ তলতীয়া হিচাপেহে জয়ন্তীয়া ৰজাই মোহৰ মাৰিবপৰা হ'ল। ১৭৩১ চনত জয়ন্তীয়া ৰজাই মৰা মোহৰত কোনো ৰজাৰ নাম নাছিল। ত্ৰিপুৰাৰ ৰজাই ১০,০০০ টকা, ১০০ সোণৰ মোহৰ আৰু ৩০ টা ঘোঁৰাৰে কৰ-ভাৰ দি কৰতলীয়া হ'ল। আনহাতে শ্ৰীহট্টৰ ৰজাই ৩০০,০০০ টকা, ১০,০০০ সোণৰ মোহৰ আৰু ২০০ ঘোঁৰা দি কৰতলীয়া হ'ল। খাছি ৰজাই দাসত্ব মানি লৈ কৰ-ভাৰ দিলে, ৰজা বীৰবন্তই নৰনাৰায়ণৰ নাম আৰু এডাল খদা খোদিত মোহৰ মৰাৰ অনুমতি ল'লে আৰু ১৫,০০০ টকা, ৯০০ সোণৰ মোহৰ, ৫০ টা ঘোঁৰা, ৩০ টা হাতীৰে কৰ-ভাৰ দিয়াৰ প্ৰতিশ্ৰুতি দিলে। প্ৰথম বাৰৰ বাবে উত্তৰ-পূৰ্বাঞ্চলত ইতিহাসত সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা, সমগ্ৰ বৰাক উপত্যকা, মণিপুৰ, ত্ৰিপুৰাসহ পশ্চিম সীমাত কৰতোৱা নদীক লৈ এক বিশাল সাম্ৰাজ্য হ'ল।

ইয়াৰ পিছত নৰনাৰায়ণ আৰু চিলাৰায়ে বংগ আক্ৰমণ কৰে। বংগৰ চুলতান চুলেইমান

কৰ্‌ৰাণিৰ হাতত নৰনাৰায়ণ আৰু চিলাৰায় পৰাজিত হয় ঃ কিন্তু এইটো স্পষ্ট যে বংগই কোচ ৰজা নৰনাৰয়ণক কৰতলীয়া কৰিব পৰা নাছিল। কিন্তু এইটোও সাঁথৰ হিচাপে থাকি গৈছে কোচ ৰজাৰ পৰাজয়ৰ পিছত মুছলমান বাহিনীয়ে কামৰূপ আক্ৰমণ কৰি লুণ্ঠন আৰু ধ্বংস কাৰ্য সংঘটিত কৰাৰ কাহিনী এতিয়া কালাপাহাৰৰ কাহিনী হিচাপে জনাজাত। কালাপাহাৰ ঠিক কেতিয়া, কোন পথে আহি কামাখ্যা ধ্বংস কৰিছিল সেই সম্পৰ্কে সুস্পষ্ট চন-তাৰিখ তথা তথ্য প্ৰকাশিত বুৰঞ্জীসমূহত নাই।

কালাপাহাৰৰ আক্ৰমণ ১৫৬৮ চনৰ হোৱাৰ সম্ভাৱনা কথা জে এন সৰকাৰে অনুমান কৰিছে (৩৬)। চুলেইমান কৰ্‌ৰাণিয়ে সেনাপতি কালাপাহাৰৰ নেতৃত্বত কোচ সম্ৰাট নৰনাৰায়ণ আৰু চিলাৰায়ক যুদ্ধত পৰাস্ত কৰে, চিলাৰায়ক বন্দী কৰে আৰু তেজপুৰ পৰ্যন্ত আগবাঢি, উৰিষ্যাত বিদ্ৰোহৰ সংবাদ পাই দ্ৰুতগতিৰে উভতি যায়। উভতি যাওঁতে কালাপাহাৰে লুণ্ঠন, হত্যা, ধ্বংস কাৰ্য কৰাৰ কাহিনী সত্য হ'বও পাৰে। সত্য হ'লে কামাখ্যা মন্দিৰ নৰনাৰাযণ চিলাৰায়ে পুনৰ নিৰ্মাণ কৰাৰ পিছত কালাপাহাৰে বিধ্বংস কৰাৰ কাহিনী সত্য নহ'বও পাৰে। আনহাতে, এইটোও হ'ব পাৰে যে কালাপাহাৰে কামাখ্যাত তথা অন্য মন্দিৰবোৰত লুণ্ঠণ কাৰ্যহে চলাইছিল; কেৱল আনুমানিক তথ্যৰ ওপৰত ভিত্তি কৰি এই প্ৰসংগত চূড়ান্ত সিদ্ধান্ত কৰিব পৰা নাযায়। কালাপাহাৰে যদিহে বিপুলভাৱে কামাখ্যা ধ্বংস কৰিছিল তেন্তে তাৰ তথ্য নিশ্চিতভাৱে পিছৰ বুৰঞ্জী, দৰং ৰাজবংশাৱলী তথা আহোম বুৰঞ্জীবোৰত থাকিলহেঁতেন।

## ৩. ১৬ ভূমি ব্যৱস্থা আৰু অৰ্থনৈতিক অৱস্থা

ৰাজনৈতিক-সামৰিক শক্তি হিচাপে যে কোচ ৰজা নৰনাৰয়ণ আৰু চিলাৰায়ৰ দিনত এক কেন্দ্ৰীভূত বিশাল শক্তিৰ ভাণ্ডাৰ কোচ-বিহাৰত হৈছিল সেইটো ঠিক। কিন্তু ইয়াৰ স্থায়িত্ব স্বাধীন ৰাষ্ট্ৰ হিচাপে দীৰ্ঘম্যাদী হোৱা নাছিল। তথাপি, কোচ ৰাজ্যৰ ভূমি ব্যৱস্থা দৰং খণ্ডত আহোম ৰাজতন্ত্ৰৰ সৈতে একে আছিল। জে এন সৰকাৰে এই খণ্ডৰ ভূমি ব্যৱস্থা পাইক প্ৰথাৰ সুবিধাবিলাকৰ প্ৰতি লক্ষ্য ৰাখি কৰা বুলি উল্লেখ কৰিছে। পশ্চিম অসমৰ বাকী অংশ বাৰ অথবা ততোধিক ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যত বিভাজিত আছিল বুলি অনুমান কৰাৰ থল আছে। সম্ভৱতঃ বিশ্বসিংহৰ দিনতে এনে সৰু সৰু ৰাজ্যবোৰ কোচ ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল। জৰীপ আৰু সম্পদসমূহৰ নিৰ্ধাৰণ বিশ্বসিংহৰ দিনতে এবাৰ হৈছিল।

---

৩৬ *The comprehensive History of Assam, Vol II, Page 86, First Editon*

কোচ ৰাজ্যৰ প্ৰধান সুবিধাজনক দিশটো হ'ল বাণিজ্য। ভূটান, তিব্বত আৰু তাৰো সিপাৰৰ অঞ্চলবিলাকৰ লগত বাণিজ্যিক সম্পৰ্ক প্ৰতিষ্ঠা কোচ ৰাজ্যৰ হৈছিল। এই বাণিজ্য সুচাৰুৰূপে চলোবাৰ বাবে কোচ ৰজাসকলে নিয়মিতভাবে মোহৰ মৰাইছিল। প্ৰথম মোগলৰ কৰতলীয়া ৰাজ্য আৰু পিছত ইংৰাজৰ অধীনত। কৰতলীযা ৰাজ্য হিচাপে থকাৰ দিনতো কোচ ৰজাসকলে মোহৰ মৰাইছিল।

অসমীয়া সমাজখন গঢ় লৈ উঠাত ভাষা-কৃষ্টি আৰু ধৰ্মৰ যি কেইটা উপাদান অতীৱ শক্তিশালী— সেইকেইটা গঢ় লৈ উঠাত কোচ ৰজাসকলৰ অবদান বহু বেছি। নৰনাৰায়ণৰ ৰাজত্বকালত আহোম আৰু কোচৰ সংঘৰ্ষ বহু দিনলৈ চলি আছিল আৰু শত্ৰুতাও হৈছিল তীব্ৰ ৰূপত; কিন্তু এই শত্ৰুতাৰ অৰ্থহীনতা সম্ভৱতঃ নৰনাৰায়ণেই প্ৰথম উপলব্ধি কৰিছিল। চুলেইমান কৰ্‌ৰাণিৰ হাতত চিলাৰায়ৰ পৰাজয়, কালাপাহাৰৰ তীব্ৰগতিত ধ্বংসকাৰী আক্ৰমণ আৰু পশ্চিম সীমান্তত মোগলৰ বাঢ়ি অহা শক্তি সামৰ্থ্যৰ বিষয়ে জ্ঞাত নৰনাৰায়ণৰ এইটো বোধগম্য আছিল যে আহোমৰ লগত স্থায়ী শত্ৰুতাৰ ৰাজনৈতিক আৰু সামৰিক ফলাফল কামৰূপৰ বাবে সুবিধাজনক হোৱাৰ সম্ভাৱনা ক্ষীণ। এইটোতে কাৰণ। নৰনাৰায়ণক চু-খাম-ফালৈ নিজৰ ভগ্নীক বিবাহ দিয়াৰ প্ৰস্তাৱ দি মৈত্ৰীৰ সম্পৰ্ক যুগমীয়া কৰিছিল। প্ৰবল পৰাক্ৰান্ত হোৱা সত্বেও এনে ধৰণৰ মিত্ৰতাৰ নীতি অনুসৰণ কৰাটোৱে প্ৰকৃত দূৰদৃষ্টিৰ প্ৰমাণ দাঙি ধৰে। নৰনাৰায়ণৰ এনে নীতিৰ সুফল নৰনাৰায়ণৰ দিনত নহ'লেও নৰনাৰায়ণৰ উত্তৰাধিকাৰীসকলৰ দিনত আহোমৰে বন্ধুত্ব গঢ়ি তোলা কোচ ৰজাসকলৰ ক্ষেত্ৰত কামৰূপৰ প্ৰজাই ভোগ কৰা আমি দেখা পাইছো। নৰনাৰায়ণৰ মৃত্যুৰ পিছত মাত্ৰ কেইবছৰমানৰ ভিতৰতে পৰাক্ৰান্ত মোগল-বাহিনীয়ে নৰনাৰায়ণৰ পুত্ৰ আৰু চিলাৰায়ৰ পুত্ৰ উভয়ৰে ৰাজ্য মথিমূৰ কৰে; কিন্তু আহোম ৰজা জয়ধ্বজৰ দিনতে পুনৰ বন্ধুত্বৰ বন্ধন কোচবিহাৰ আৰু গড়গাঁৱৰ মাজত প্ৰতিষ্ঠা হয় যি মোগলসকলক পৰাভূত কৰাটো সহজসাধ্য কৰি তোলে। শৰাইঘাটৰ যুদ্ধৰ অমৰ কাহিনীতো আমি দেখা পাঁও দৰঙৰ ৰজাৰ উপৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণপাৰৰ সকলো কোচ ৰজাই মোগলৰ বিৰুদ্ধে আহোমৰ নেতৃত্বতে মহা পৰাক্ৰমেৰে যুদ্ধ কৰি অসমৰ জয় নিশ্চিত কৰিছিল।

তিক্ততা আৰু যুদ্ধ-বিগ্ৰহৰ অধ্যায়টো অন্ত পৰাৰ লগে লগে গঢ় লৈ উঠা কামৰূপীয়া গড়গঞাৰ মিত্ৰতাৰ এই আদৰ্শটো অসমীয়া সমাজখন গঢ় লৈ উঠাৰ পথত এক প্ৰধান সামাজিক বুনিয়াদ। মহাৰাজ নৰনাৰায়ণৰ দিন ব্ৰহ্মপুত্ৰ উপত্যকাৰ পশ্চিম ভাগৰ ৰাষ্ট্ৰ শক্তিৰ মূল কমতা কামৰূপৰ উত্তৰাধিকাৰী নৰনাৰায়ণ কেন্দ্ৰিক হৈ পৰে। নৰনাৰায়ণৰ মৃত্যুৰ পিছত এই কেন্দ্ৰ একেবাৰে তিনিটা শক্তিকা গড়গাঁওকেন্দ্ৰিক হৈ পৰে।

## ৩.১৭ বাৰভূঞাসকলৰ অৱদান

অসমীয়া সমাজখন গঢ় লৈ উঠাত যিবোৰ সম্প্ৰদায়ে অতীৱ শক্তিশালী অৰিহণা আগবঢ়াইছে সেইবোৰৰ ভিতৰত বাৰভূঞাসকল অন্যতম। বাৰভূঞাসকলে অসমৰ উত্তৰ আৰু দক্ষিণ উভয় পাৰতে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য পাতি বস-বাস কৰিছিল। মহাপুৰুষ শ্ৰীশংকৰদেৱ নিজে এনে এখন ৰাজ্যৰ উত্তৰাধিকাৰী আছিল। এই ৰাজ্য চতুৰ্দশ আৰু পঞ্চদশ শতিকাত শক্তিমন্ত হৈ পৰা কছাৰীসকলৰ দ্বাৰা আক্ৰান্ত হয় আৰু শ্ৰীশংকৰ দেৱে ৰাজ্য এৰি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ গতি কৰে। কছাৰীসকলৰ দ্বাৰা আক্ৰান্ত হোৱাৰ আগলৈকে সম্ভৱতঃ এই বাৰভূঞাসকলে কলিয়াবৰৰ পৰা ডিমৰীয়া ৰাজ্যৰ মাজত ভূ-খণ্ডত শাসন কৰিছিল। বিশ্বসিংহৰ উত্থানৰ আগলৈকে আনহাতে কমতাপুৰৰ ৰজা দুৰ্লভনাৰায়ণৰ দিনত তথা তাৰো আগতে প্ৰতিষ্ঠা লাভ কৰা অসমৰ বাৰভূঞাসকলে সৰু সৰু ৰাজ্য পাতি বাস কৰিছিল যদিও প্ৰয়োজন সাপেক্ষে ঐক্যবদ্ধ হৈ যুদ্ধত উমৈহতীয়া শত্ৰুৰে পৰাক্ৰম প্ৰদৰ্শন কৰাৰো উদাহৰণ আছে।

বাৰভূঞাসকল শ্ৰীমন্ত শংকৰদেৱৰ বংশলতা অনুসৰি কনৌজৰপৰা অহা কায়স্থ মানুহ। অসমত এই বাৰভূঞাসকলৰ উপৰি ভূঞা উপাধিৰ বহুতো থলুৱা লোক থকাৰ সম্ভেদ পোৱা যায়। এই থলুৱা ভূমিগিৰি বা ভূঞাসকল বাহিৰৰপৰা অহা লোক নহ'বও পাৰে। আহোম ৰজাসকলে বহু কায়স্থ লোকক ধৰ্ম চৰ্চা তথা সত্ৰ প্ৰতিষ্ঠাৰ বাবে নাইবা সৎসংগ নাম-ধৰ্মৰ চৰ্চাৰ বাবে ভূমিদান দিছিল। এই গ্ৰন্থতে অন্যত্ৰ সেইবোৰ কথা আলোচনা কৰা হৈছে। শ্ৰীমন্ত শংকৰদেৱে নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰাৰ আগলৈকে বাৰভূঞাসকলৰ মাজত শাক্ত ধৰ্মৰ প্ৰভাৱ আছিল। শ্ৰীমন্ত শংকৰৰ পিতৃ কুসুম্বৰ শঙ্কৰ বা মহাদেৱভক্ত আছিল। শ্ৰীমন্ত শংকৰদেৱৰ পূৰ্বপুৰুষসকলে সম্ভৱতঃ সংস্কৃত ভাষা জানিছিল, তেওঁলোক কনৌজৰপৰা অহা লোক হিচাপে সংস্কৃত আৰু মৈথিলী তথা প্ৰাকৃত ভাষাৰ জ্ঞান আছিল বুলি অনুমান কৰিব পাৰি। নৱ বৈষ্ণৱ ধৰ্মৰ গুৰিয়াল শ্ৰীমন্ত শংকৰ আৰু শ্ৰীমাধৱদেৱে ব্ৰজাৱলী ভাষাৰ সৰস ব্যৱহাৰ কৰালৈ চাই এই ভাষা তেওঁলোকে হঠাৎ কাব্য ৰচনাৰ প্ৰয়োজনত আয়ত্ত কৰা বুলি ক'ব নোৱাৰি। সম্ভৱতঃ এই ভাষা কামৰূপৰ কায়স্থ আৰু বাৰভূঞাসকলৰ নিজা ভাষা আছিল। সংস্কৃত ভাষাৰ পৰা উদ্ভূত ভাষাৰে চহকী এই ভাষাই অসমত অসমীয়া ভাষাৰ ভেটি নিৰ্মিত হোৱাত বিশাল অৱদান আগবঢ়াইছে।

বাৰভূঞাসকলৰ ইতিহাস খুচৰিলে দেখা যায় যে এওঁলোকৰ কোনো শক্তিমন্ত বা একচ্ছত্ৰী ৰজা নাছিল। একোজন গিৰি বা নেতাৰ তলত তেওঁলোকে সৰু সৰু একোটা শাসনৰ থলী পাতি আছিল। বাৰভূঞাসকলে যে পাৰম্পৰিক আদান-প্ৰদান কৰি চলিছিল আৰু প্ৰতিপক্ষক পৰাভূত কৰিবৰ বাবে এজনক দলপতি পাতি যুদ্ধ কৰিছিল তাৰ এটা

পৰোক্ষ প্ৰমাণ প্ৰথম তিনিটা মুছলমান আক্ৰমণত থলুৱা দলপতিসকলে পৰাক্ৰমী শত্ৰুৰ বিৰুদ্ধে গ্ৰহণ কৰা পদ্ধতিৰপৰা বুজা যায়। কানাই বৰশী বোৱা শিলালিপিত কোনো ৰজাৰ নাম নথকাটোৱে এনে এটা ইংগিতকে দাঙি ধৰে। সন্ধ্যা বা সন্ধ্যাদেৱ বৰ্মণক সেনাপতি পাতি সম্ভৱতঃ সকলো থলুৱা (বাৰভূঞা ?) দলপতিয়ে লগ হৈ যুদ্ধ কৰিছিল। এজন ৰজাৰ কৃতিত্বৰ প্ৰশ্ন সেয়ে প্ৰথম যুদ্ধখনত অহা নাছিল।

আহোমসকলে চুতীয়া, কছাৰী ৰাজ্য জয় কৰাৰ পিছত কিন্তু বাৰভূঞাসকলৰ লগত যুদ্ধ লগাৰ কোনো ঐতিহাসিক বিৱৰণ নাই। সম্ভৱতঃ কছাৰী আৰু চুতীয়াসকলৰ হাতত এই বাৰভূঞাসকল আগতেই পৰাভূত হৈছিল।

# অধ্যয়ন - ৪

# সামন্তবাদৰ ভেটি দৃঢ়কৰণ

## ৪.১ সামন্তবাদী ৰাজতন্ত্ৰৰ বিকাশ আৰু ইয়াৰ মূল উপাদানসমূহ

ছুকাফাই লগত কিমান সৈন্য লৈ পাটকাই পৰ্বত অতিক্ৰমী সৌমাৰত প্ৰৱেশ কৰিছিল সেই সম্পৰ্কে তাই বুৰঞ্জীবিদসকলৰ মাজত মতভেদ নাই; কিন্তু তাই বুৰঞ্জীৰ ভিত্তিত ইতিহাস ৰচনা কৰা নাইবা পিছৰ যুগৰ ইতিহাস প্ৰণেতাসকলৰ মাজত মতভেদ আছে। ড. পদ্মেশ্বৰ গগৈৰ মতে একেটা মিতঙ (মিতং তাই ভাষাৰ শব্দ)ত তিনিজনৰ বাবে চাউল সিজাবপৰা তিনি হেজাৰ মিতং লগত আনিছিল, গতিকে অনুমান কৰিছে যে মুঠতে প্ৰায় ন হেজাৰ সৈন্য লৈ ছুকাফা অসমত প্ৰৱেশ কৰিছিল। তদুপৰি ছুকাফাৰ লগত তিনিশ অশ্বাৰোহী আহিছিল (১)। ছুকাফাই অসমলৈ প্ৰৱেশ কৰাৰ আগতেই ৰাজ্য-শাসনৰ কিছু অভিজ্ঞতা অৰ্জন কৰিছিল আৰু সেই অভিজ্ঞতাৰেই প্ৰব্ৰজন কৰি আহোতে বাটত দখল কৰা বা ছাউনি স্থাপিত কৰা অঞ্চলবিলাকত নিয়াৰিকৈ প্ৰশাসনৰ ব্যৱস্থা কৰিছিল। পাটকাইত ভৰি দিয়াৰ আগতেই খাময়াং (Khamyang)ত নৈ আৰু হ্ৰদৰ পাৰৰ কৃষিৰ উপযোগী ভূমিত কাংখ্ৰু মুঙক বিষয়া পাতি থৈ আহিছিল। ছুকাফাক পাঁচখন ক্ষুদ্ৰ তাই ৰাজ্যই সৌমাৰলৈ অহাৰ পথত সহায় কৰিছিল। সেই কেইখন হ'ল— মুং খান, মুং খুং ডাই, মুং খা মুং পুং, মুং-ফু, মুং লি আদি (২)। পুৰণি কিম্বদন্তিসমূহৰ আশ্ৰয়ত কেৱল কিম্বদন্তিৰ জোঁৱাৰ তোলাৰ পৰিবৰ্তে আধুনিক বিজ্ঞানসম্মত দৃষ্টিৰে তাই বুৰঞ্জীৰ বিশ্লেষণ কৰি এচাম

---

*১ ড. পদ্মেশ্বৰ গগৈ, The Tai and The Tai Kingdoms, পৃঃ ২৫৭-২৫৮, প্ৰথম সংস্কৰণ। দেওধাই বুৰঞ্জী, সাতসৰী অসম বুৰঞ্জী, পুৰণি অসম বুৰঞ্জী, সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসম বুৰঞ্জী মতৰ লগত একে মত।*

*'মিতংদেং'— তামৰ ৰন্ধন পাত্ৰ।*

*২ ড পদ্মেশ্বৰ গগৈ, উক্ত গ্ৰন্থ।*

*৩ বি কে গোহাঞিৰ Origin of the Tai and Chao Lung Hsukapha; First Edition, Chapter I Page 30 দ্ৰষ্টব্য।*

পণ্ডিতে মত আগঢ়াইছে যে মুংৰিমুংৰাম য'ত আদিতে তাইসকলৰ প্ৰসাৰণ আৰম্ভ হৈছিল সেই ৰাজ্যৰ অৱস্থান দক্ষিণ য়ুন্নান, মেকং নদীৰ পশ্চিমাঞ্চল, শান ৰাজ্যবিলাকৰ পূব অংশ আৰু ছিয়াম বা থাইলেণ্ডৰ উত্তৰ অংশত অৱস্থিত (৩)। স্বাভাৱিক কাৰণতে অঞ্চলটোত কৃষি-কাৰ্যৰ সম্প্ৰসাৰণে এক উচ্চ পৰ্যায়ৰ সামাজিক সভ্যতা গঢ় লৈ উঠাত সহায় কৰিছিল। ছুকাফাই নিজৰ কৃষিৰ অভিজ্ঞতা আৰু শাসনৰ অভিজ্ঞতাক সৌমাৰত প্ৰৱেশ কৰিয়েই ব্যৱহাৰ কৰিছিল।

ছুকাফাই অসমত প্ৰৱেশ কৰি প্ৰথম কোনো শক্তিশালী ৰাজতন্ত্ৰৰ সন্মুখীন হোৱা নাছিল। মৰাণ আৰু বৰাহী যি দুটা সম্প্ৰদায়ৰ লগত বুঢ়ীদিহিং আৰু দিখৌ নৈৰ মাজৰ অংশত ছুকাফাই সম্পৰ্ক গঢ়ি তুলিছিল যতদূৰ সম্ভৱ তেওঁলোকৰ মাজত ৰাজতন্ত্ৰৰ বিকাশেই হোৱা নাছিল, সামাজিক গাঁথনি নিশ্চয় আছিল আৰু এওঁলোক আছিল মূলতঃ গাঁওপাতি বাস কৰা কৃষক সমাজৰ লোক— যাৰ মুখিয়ালসকলৰ চৰিত্ৰ জনজাতীয় মুখিয়াল বা গাঁওবুঢ়া সদৃশ। মৰাণ আৰু বৰাহীসকলক উপহাৰ-উপঢৌকন দি বন্ধুভাৱে গ্ৰহণ কৰাৰ জৰিয়তে ছুকাফাই প্ৰথম শান্তিপূৰ্ণ ৰাজ্য গঠনৰ ভিত্তি প্ৰতিষ্ঠা কৰিছিল: ই অৱশ্যে নুবুজায় যে ছুকাফাৰ লগত অহা সৈন্যবাহিনী যুঁজাৰু নাছিল। পাটকাই পাৰ হোৱাৰ পিছতে ডাঙৰ যুদ্ধত লিপ্ত হ'ব নলগাৰ আন এটা কাৰণ এইটোও হ'ব পাৰে যে ইতিমধ্যে তাই সেনাপতি ছাম লং-ফাৰ আক্ৰমণ আৰু সাম্ৰাজ্য বিস্তাৰে মিছিমি, খামটি, নৰা, নগা আৰু মণিপুৰী এলেকাবিলাকৰ তাই সম্পৰ্কে এটা ধাৰণা গঢ় দিছিল আৰু মৰাণ তথা বৰাহীসকলে বন্ধুভাৱেই ছুকাফাক গ্ৰহণ কৰিছিল। বিবাহৰ জৰিয়তে বৰাহীসকল তাইসকলৰ লগত সম্পূৰ্ণ বিলীন হৈ গৈছিল। এতিয়া এই বৰাহীসকলৰ অস্তিত্ব পৰ্যন্ত নাই। অৰ্থাৎ আত্মীকৰণ প্ৰক্ৰিয়া সম্পূৰ্ণ হৈছিল। মৰাণসকলৰ লগত বিবাহ হৈছিল যদিও তেনে ধৰণৰ বিলুপ্তি মৰাণসকলৰ হোৱা নাছিল— ইয়াৰ মূল কাৰণ এইটোও হ'ব পাৰে যে মৰাণসকল সংখ্যাত কিছু সৰহ আছিল আৰু তাইসকলৰ প্ৰথম বিস্তাৰ লাভ কৰা ৰাজ্যৰ ভিতৰতে তেওঁলোকে মিত্ৰ হৈও স্বকীয়া অস্তিত্ব সামাজিকভাৱে ৰক্ষা কৰি চলিছিল। বৰাহী আৰু মৰাণসকলৰ বাহিৰে অন্য সম্প্ৰদায় কছাৰী, চুতীয়া তথা নগাসকলৰ ক্ষেত্ৰত শক্তি আৰু বুদ্ধি— দুয়োটা প্ৰয়োজন

---

*৪ ছুকাফাই নগা জনগোষ্ঠীবোৰৰ প্ৰতিৰোধ নিঃশেষ কৰিবলৈ যি নিৰ্দয় পদ্ধতি সামৰিকভাৱে প্ৰয়োগ কৰিছিল, তেনে নিৰ্দয়তা সৌমাৰত প্ৰয়োগ কৰা নাছিল। বি কে গোহাঁয়ে নগা জনগোষ্ঠী কিছুমানৰ ওপৰত ছুকাফাই জাপি দিয়া নিৰ্দয়তাৰ বৰ্ণনা দিছে এইদৰে "A great number of people were killed and many were made captive Some people were cut into pieces and their fleshes cooked Then the king made a yonger brother to eat the flesh of his elder and a father of his son's. Thus Hsukapha destoyed the Naga villagers P- 68— উক্ত গ্ৰন্থ।*

হৈছিল (৪)। এইবোৰ জনগোষ্ঠীৰ মাজত জনগোষ্ঠীয় নেতৃত্ব কিছু শক্তিশালী হোৱা বাবে ছুকাফাৰ পিছত দুশ বছৰতকৈ অধিক কাল যুদ্ধ-বিগ্ৰহৰ লগতে আদান-প্ৰদানৰ জৰিয়তেহে এই জনগোষ্ঠী বিলাকৰ লগত মিত্ৰতা আৰু সহাবস্থান সম্ভৱ হৈছিল। খেতিৰ বাবে উপযুক্ত ভূমি আৰু বাসস্থান তথা ৰাজধানী নিৰ্মাণৰ বাবে উপযুক্ত ভূমিৰ সন্ধানত মুঠতে ২১ বছৰ পৰিভ্ৰমণ কৰি এৰৈছ বছৰৰ মূৰত ঋক্ খুন উৎসৱ পাতি চৰাইদেউত (চে-তাম-দয় চে-লুং-চে-খাম)ত ৰাজধানী নিৰ্মাণ কৰি এক স্বাধীন ৰাষ্ট্ৰৰ ভেটি প্ৰতিষ্ঠা কৰিলে।

## ৪.২ ছুকাফাৰ আগমন

ছুকাফাই অসমৰ সমতলত ভৰি দিছিলহি ১২২৮ চনৰ ১৬ আঘোণত। ১২৩১ চনত তিনি বছৰ খেতিৰ উপযোগী মাটি বিচাৰি অনাই-বনাই ফুৰি টিপাম দখল কৰে আৰু তাত এজন বিষয়া পাতি পুনৰ এৰৈছ বছৰ উপযুক্ত ভূমিৰ সন্ধানত দিহিং আৰু দিখৌৰ মাজৰ ভূমি ভাগ চলাথ কৰি মৰাণ, বৰাহী আৰু কিছু চুতীয়া আৰু কছাৰী পৰিয়ালক মিত্ৰতাৰ পাশেৰে বান্ধি ১২৫২ চনত চৰাইদেউত ৰাজধানী পাতি ঋক খুন উৎসৱ পাতিলে। এইদৰেই প্ৰতিষ্ঠা হ'ল এখন নতুন ৰাষ্ট্ৰৰ ভেটি। এই ভেটিটোৰেই দলহ-দপহ হৈ সমগ্ৰ ব্ৰহ্মাপুত্ৰ উপত্যকা একগোট কৰি অসম ৰূপ ল'লে।

ছুকাফাৰ শক্তি যে ঋাক খুন উৎসৱ পতাৰ সময়ত প্ৰায় একছত্ৰী ৰজাৰ দৰেই ব্ৰহ্মাপুত্ৰ উপত্যকাৰ নিয়ন্ত্ৰণাত্মক হৈ পৰিছিল তাৰ প্ৰমাণ ঋক খুন উৎসৱলৈ কমতাপুৰ (মং কামতা), কছাৰী ৰাজ্য (মং তুমিছা বা মং ডিমাছা) আৰু চুতীয়া ৰাজ্য (মং ওৰা)ৰ ৰজাক উপহাৰ আৰু পত্ৰ পঠাই আমন্ত্ৰণ জনাইছিল, আন তিনিখন আমন্ত্ৰিত ৰাজ্য আছিল তাই ৰাজ্য। এই তাই ৰাজ্য কেইখন টিপাম (মং টিপাম), খামজাং (মং খাময়াং) আৰু আইতন (মং আইতন) ৰাজ্য (৫)। সদ্ভাবৰ বা মিত্ৰতাৰ চিন স্বৰূপে কমতাৰ ৰজাই এটা ৰূপৰ পানীৰ পাত্ৰ আৰু শ্বেত বস্ত্ৰৰ দহটা টোপোলা, কছাৰী ৰজাই আন উপহাৰৰ লগতে শ্বেত বস্ত্ৰৰ দহটা টোপোলা, টিপামৰ ৰজাই ৰূপ, খাময়াঙৰ ৰজাই ৰূপ আৰু নৰা ৰজাই ৰূপৰ উপহাৰ পঠাইছিল। ইয়াত উল্লিখিত মং টিপাম, মং আইতন আৰু মং খাময়াং ছুকাফাই পতা ৰাজ্য বা বিষয়া নিযুক্ত অঞ্চল। আনকেইখন তেনে আনুগত্য থকা ৰাজ্য নহয়। নৰা ৰজায়ো ছুকাফালৈ এটা ঘোঁৰাৰ জীণ, লেকাম, সোণৰ টুপী, ৰঙা বনকৰা শ্বেত বস্ত্ৰ, কাঠ আৰু সোণৰ পীৰা আদি পঠাইছিল।

গুৱাহাটীৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত (দুই নং পাণ্ডুলিপি)ত উল্লিখিত তথ্য অনুসৰিও লাক্‌নি ৰাইমিত (১২৫২ চন)ত লাং তাওফাও ছুকাফাই নতুন ধানেৰে

---

৫ John Peter wade– An Account of Assam, 1972 editon.

অৰ্থাৎ নতুন ধান চপোৱাৰ পিছত ঋক্ খুন উৎসৱ পাতে। ঠাইখণ্ডত বানপানী হোৱা বাবে লাক্নি মং-কাও (৬) চে-তাম-দয় চে-লুং চে-খামত এখন নগৰ পাতে, নগৰখনৰ উত্তৰে আৰু দক্ষিণে দুটা ঘোঁৰা বলি দিয়ে আৰু পোতে, এজোপা পবিত্ৰ বৃক্ষ সোণৰ সূতাৰে মণ্ডিত কৰে আৰু এটা পাত্ৰত ৰূপ থয়। তিনিখন তাই ৰাজ্য আৰু তিনিখন অনা-তাই ৰাজ্যলৈ কটকী পঠাই ঋকখ্বন উৎসৱলৈ আমন্ত্ৰণ জনায়। ছুকাফাৰ নিমন্ত্ৰণ ৰক্ষা কৰি চুতীয়া, নৰা, আইতনীয়া, খাময়ঙীয়া, টিপমীয়া, কছাৰী, কমতা ৰজাই সম্ভাৱেৰে উপঢৌকন পঠিওৱাটো তাৎপৰ্যপূৰ্ণ কথা। ৱেইডৰ মতে এই উৎসৱত মুঠতে ন হাজাৰ তোলা সোণ আৰু এশখন কপাহী বস্ত্ৰ দেশখনৰ প্ৰজাই ছুকাফাক উপঢৌকন হিচাপে দিছিল।

ৰাজ ক্ষমতা তথা শক্তিশালী ৰাজধানী পতাৰ উদ্দেশ্যে অশ্ব বলি দি অনুষ্ঠিত কৰা ঋক খুন উৎসৱ প্ৰাচীন কালৰ ৰজাসকলৰ অশ্বমেধ যজ্ঞত সমান্তৰাল বিজয় উৎসৱ। এই উৎসৱৰ প্ৰতি ৰাজ্যখনৰ প্ৰজাই তথা সেই সময়ৰ পাৰ্শ্ববৰ্তী ৰজাই সম্ভাৱ বা মিত্ৰতাৰ চিহ্ন স্বৰূপে উপঢৌকন দিয়াটোৱে মূলতঃ ছুকাফাৰ একচ্ছত্ৰী ক্ষমতাৰ স্বীকৃতি প্ৰদান বুজায়।

## ৪.৩ আহোম ৰাষ্ট্ৰৰ বিকাশ ঃ ছু-হুংমুঙৰ অৱদান

আহোম ৰাষ্ট্ৰখনৰ প্ৰকৃত ৰাষ্ট্ৰীয় চৰিত্ৰ পিছে ছুকাফাৰ দিনত সম্পূৰ্ণ ৰূপে অসমৰ একচ্ছত্ৰী অধিকাৰ বা স্বাধীন সত্তাৰ স্বীকৃতিৰ ভিত্তিত গঢ় লৈ উঠা নাছিল। কাৰণ, ছুকাফাৰ দিনত ছুকাফাৰ ঋক্ খুন উৎসৱত আদৰণি জনোৱা কমতা, চুতীয়া আৰু কছাৰী ৰাজ্য তেতিয়াও সুকীয়া ৰাজ্য হিচাপে বৰ্তি আছিল. চুহং মুং ৰজা হোৱাৰ সময়তে কমতা ৰাজ্য গৌড়ৰ নবাব হুছেইন শ্বাহে দখল কৰিলে। চুহং মুং হুছেইন শ্বাহৰ প্ৰত্যক্ষ সংঘাতলৈ আহিল যদিও প্ৰথম অৱস্থাত কমতাপুৰ উদ্ধাৰৰ দায়িত্বত আহোম ৰাজতন্ত্ৰ লিপ্ত নহ'ল। বৰং গৌড়ৰ সৈন্য-বাহিনীক পৰাস্ত কৰি উত্তৰ পাৰে বৰনদী পৰ্যন্ত মুছলমান শাসন বিস্তাৰিত কৰাৰ বাবে এৰি দিলে।

ইতিমধ্যে চুতীয়া আৰু কছাৰী ৰাজ্য দখল কৰি ৰজা চুহংমুঙে অসমীয়া-আহোম নেতৃত্বাধীন সমাজখন ঐক্যবদ্ধ কৰাত এক গুৰুত্বপূৰ্ণ অৰিহণা যোগালে। বাস্তৱিকতে চুতীয়া আৰু কছাৰী ৰাজ্য দখলৰ পিছতহে আহোম ৰাষ্ট্ৰ-যন্ত্ৰৰ সেই শক্তি সামৰিক শক্তি

---

৬ মং-কাও নহৈ মুং- কেউ হ'ব সম্ভৱ। ঋক খুন উৎসৱ ১২৫২ আৰু ১২৫৩ দুটা বছৰত হৈছিলনে তাডেই উল্লেখ কৰা নাই ১২৫২ চনতে হৈছিল সেইটো অধিক চৰ্চাৰ বিষয়। - লিখক, বীৰেন্দ্ৰ কুমাৰ গোহাঁয়ে উল্লিখিত গ্ৰন্থত ১২৫২ চনত চৰাইদেউত ৰাজধানী পতা বুলি উল্লেখ কৰিছে। (পৃঃ ৭৩)

প্ৰতিষ্ঠা হ'ল যি শক্তিৰে পুৰণি প্ৰাগজ্যোতিষ তথা কামৰূপৰ পতন আৰু চুতীয়া তথা কছাৰী ৰাজ্যৰ (ব্ৰহ্মপুত্ৰ উপত্যকাত) পতনৰ লগে লগে আহোমৰ পশ্চিম সীমা গৌড়ৰ নবাব আৰুমোগলৰ আক্ৰমণৰ বাবে উন্মুক্ত হৈ পৰিল। বিশ্ব সিংহ আৰু নৰনাৰায়ণ চিলাৰায়ৰ উত্থানে কিছুদিনলৈ পশ্চিম সীমান্ত মুছলমানৰ প্ৰত্যক্ষ আক্ৰমণৰ পৰা মুক্ত কৰি ৰাখিছিল যদিও নৰনাৰায়ণৰ মৃত্যুৰ পিছত কোচ ৰাজ্যই ইয়াৰ সংহতি ৰক্ষা কৰিব নোৱাৰিলে। অনিবাৰ্যভাবে মুছলমানৰ আক্ৰমণৰপৰা ৰক্ষা পাবলৈ কোচ ৰাজতন্ত্ৰৰ উত্তৰাধিকাৰীসকলে আহোম ৰাজতন্ত্ৰৰে মিত্ৰতা কৰিব লগীয়া হ'ল। এই বিষয়ে আমি তৃতীয় অধ্যায়ত আলোচনা কৰিছো।

চুতীয়া আৰু আহোমৰ সংঘাত সুদীৰ্ঘ কাল ধৰি গম্ভীৰ ধৰণৰ নাছিল যদিও উভয় পক্ষই নিজ নিজ সীমান্তৰ ভিতৰত সুবিধা পালেই সংঘাত সৃষ্টি কৰাৰ মানসিকতা পুহি ৰাখিছিল বুলি সন্দেহ কৰিব পাৰি। আহোম ৰজা চুতুফাক মিত্ৰতাৰ চতুৰালিৰে নৌকা বিহাৰলৈ মানি নি হত্যা কৰাৰ পিছত স্বাভাৱিকতে আহোম চুতীয়াৰ স্বাভাৱিক সম্পৰ্ক নিম্নগামী হৈছিল। চুতীয়া ৰাজ্য তুলনামূলক বিচাৰত বৰাহী আৰু মৰাণৰ তুলনাত সংগঠিত আছিল আৰু কোনো কাৰণ নোহোৱাকৈ চুতীয়া ৰাজ্য দখলৰ প্ৰয়োজনতে যুদ্ধ কৰাৰ প্ৰচেষ্টা আহোম ৰাজতন্ত্ৰই কৰা নাছিল। কাৰণ হিচাপে শেষত শিথিল সীমান্তৰ অধিকাৰৰ প্ৰশ্নটোৱেই দেখা দিলে। আহোম ৰাজ্য আৰু চুতীয়া ৰাজ্যৰ সীমা যিহেতু বুঢ়ীদিহিং নদী আছিল গতিকে বুঢ়ীদিহিং নদীত মাছ ধৰাটোৱেই হৈ পৰিল আহোম আৰু চুতীয়াৰ সংঘাতৰ কাৰণ। বুঢ়ীদিহিং নদীত এটা ডাঙৰ বৰালী মাছ কাৰ ভাগত পৰিব এই কথাটো লৈ চুতীয়া মাছমৰীয়া আৰু আহোম মাছমৰীয়াৰ সংঘৰ্ষ লাগিল আৰু আহোম মাছমৰীয়াই চুতীয়া মাছমৰীয়া কেইজনক বন্দী কৰি আনিলে। ইয়াৰ ফলত ১৫১২ খৃঃত চু-হুং-মুঙৰ ৰাজত্বকালত যুদ্ধ আৰম্ভ হ'ল (৭)। চুতীয়া ৰজা বীৰ নাৰায়ণে ইয়াৰ পিছতে আহোম ৰাজ্য আক্ৰমণ কৰিলে। নাংকাং-মং নামৰ বিলৰ পাৰত আহোম আৰু চুতীয়াৰ যুদ্ধত চুতীয়া হাৰিল (৮)। ইয়াৰ পিছত পুনৰ সাত বছৰ পিছত দ্বিতীয় বাৰ চুতীয়া ৰজাই আহোম ৰাজ্য আক্ৰমণ কৰিলে। ১৫২০ খৃঃৰ এই আক্ৰমণৰ লক্ষ্য আছিল চুতীয়াৰ হৃত মৰ্যাদা আৰু ৰাজ্যাংশ উদ্ধাৰ কৰা। যুদ্ধত আহোমৰ মংপ্ৰাঙৰ কোঠ

---

*৭ কোনো কোনো বুৰঞ্জীবিদৰ মতে ১৫১৩ খৃঃত সংঘৰ্ষ আৰম্ভ। চুহুংমুং নামটোও আহোম-তাই বুৰঞ্জীত চু-হুম-মুং পোৱা যায়। — লিখক।*

*৮ সাতসৰী অসম বুৰঞ্জীমতে চুতীয়া ৰজা ধীৰ নাৰায়ণে যুদ্ধত লিপ্ত হৈছিল। আন এখন বুৰঞ্জী মতে ৰজাজনৰ নাম ধিত নাৰায়ণ। দেওধাই অসম বুৰঞ্জী মতে ৰজা গোলোক নাৰায়ণ ওৰফে ময়ুৰধ্বজপাল (১৪৮৮-১৫২৯ খৃঃ) এই সময়ৰ চুতীয়া ৰজা।*

আৰু সেনাপতিৰ পতন ঘটিল। ইয়াৰ পিছতে ফ্ৰাচেং মুং বৰগোহাঞিঞ আৰু কিংলুনৰ নেতৃত্বত আহোম সৈন্যই তিফাউ (ডিব্ৰু) নৈৰ পাৰত পানী-মাটি উভয় ক্ষেত্ৰৰ যুদ্ধতে চুতীয়া সেনাক বিধ্বস্ত কৰিলে। ইয়াৰ পিছত ছু-হুং-মুঙৰ নেতৃত্বত আহোম সেনাপতিসকলে মাটিযে-পানীয়ে সমানে যুদ্ধ কৰি চুতীয়া ৰাজ্য দখল কৰিলে। চুতীয়া ৰজাই প্ৰথম কটকী পঠাই সন্ধিৰ প্ৰস্তাৱ দিছিল বুলি জনা যায়। কিন্তু আহোম ৰজাই চুতীয়া ৰজাৰ উত্তৰাধিকাৰসূত্ৰে পোৱা সোণ আৰু ৰূপৰ ছত্ৰ, সোণৰ হাৰ আৰু ৰূপৰ পেৰা দাবী কৰিলে। চুতীয়া ৰজাই আহোমৰ দাবী অগ্ৰাহ্য কৰি পুনৰ কোঠ মাৰি যুদ্ধ আৰম্ভ কৰিলে। ইয়াৰ পিছত এক ঘোৰতৰ যুদ্ধ লাগিল আৰু যুদ্ধৰ অন্তত চুতীয়া ৰজা আৰু তেওঁৰ পুত্ৰৰ মৃত্যু হ'ল। উভয়ৰে কটা মূৰ চৰাইদেউত অন্য ৰজাসকলৰ শাৰীতে মৈদামত থোৱা হয় বুলি বুৰঞ্জীত উল্লেখ আছে (১)। চুতীয়া ৰাজ্য বিজয় আহোম ৰাজতন্ত্ৰৰ এক অত্যন্ত গুৰুত্বপূৰ্ণ ঘটনা। প্ৰথম বাৰৰ বাবে উজনি অসমৰ ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰ আৰু দক্ষিণ পাৰ একে শাসনৰ তললৈ আহিল। ছু-হুং-মুঙে চুতীয়াৰ ৰাজধানী শদিয়াত শদিয়াখোৱা গোহাঞিক শাসনকৰ্তা পাতিলে। ৰাজ্যখনক দুভাগত ভগাই সুশৃংখলিত শাসনৰ বাবে এভাগক হাবুং কেন্দ্ৰিক উত্তৰ-পূব খণ্ড আৰু বান লুং নাম দি দক্ষিণ পশ্চিম খণ্ড দুজন শাসনকৰ্তাক দায়িত্ব দিলে। ৰাজ্যৰ পৰিসৰ বঢ়াত দুজনীয়া মন্ত্ৰীৰ সভাখন তিনিজনীয়া কৰি ছুহুং-মুঙে কনছেং ঘৰ সন্দিকৈক বৰপাত্ৰগোহাঞিৰ বাব দিলে।

ইয়াৰ পিছত আহোম ৰাজতন্ত্ৰৰ প্ৰসাৰ ঘটিল দক্ষিণ-পশ্চিমলৈ। চুতীয়া ৰাজ্য আক্ৰমণত এক অজুহাত আছিল বা দেখুৱাবলৈ এটা কাৰণ আছিল; কিন্তু দক্ষিণ-পশ্চিমত কছাৰী ৰাজ্য আক্ৰমণ ছু-হুং-মুঙৰ প্ৰত্যক্ষ আক্ৰমণাত্মক নীতিৰ পৰিণতি আছিল। এই সময়ত কছাৰী ৰাজ্য দিখৌৰ পাৰৰপৰা নগাঁও জিলাৰ কলং পাৰলৈকে সম্ভৱ কামপুৰ, যমুনামুখ আৰু ডিমৰুৱাকে ধৰি বিস্তীৰ্ণ এলেকা, দক্ষিণে ডিমাপুৰ, মাইবং, খাছপুৰ পৰ্যন্ত বিস্তৃত আছিল। তুলনামূলক বিচাৰত এই কছাৰী (ডিমাছা) ৰাজ্য আহোম ৰাজতন্ত্ৰৰ তুলনাত দুৰ্বল নাছিল। কিন্তু ৰাজ্যৰ সমৃদ্ধি হোৱাত আৰু শাসন ব্যৱস্থা শৃংখলিত হোৱাত ছু-হুং-মুঙে সঠিকভাৱে নিৰ্ধাৰিত নোহোৱাকৈ থকা দক্ষিণ-পশ্চিম সীমা কনছেং বৰপাত্ৰগোহাঞিক দখল কৰাৰ দায়িত্ব দিলে। দেওধাই অসম বুৰঞ্জী আৰু আহোম বুৰঞ্জী অনুসৰি সেইসময়ত দিখৌৰ পাৰৰ অঞ্চলসমূহত কছাৰীসকলৰ তিনিটা পুৰুষ পাৰ হৈছিল এই কথাই প্ৰমাণ কৰে যে উজনি অসমৰ এই খণ্ড আছিল

*১ কোনো কোনো বুৰঞ্জী আৰু কিম্বদন্তি মতে চুতীয়া ৰজা আৰু ৰাণীৰ একে স্থানতে মৃত্যু হ'ল ১৫২১ খৃষ্ট তিনি চ'ত্ত। — দ্ৰষ্টব্য অসম দেশ আৰু অসমীয়া জাতিৰ পিতা ছু-হুং-মুং, বাপেকৰ ৰবা, পৃঃ ১৭*

কছাৰীসকলৰো নতুন বাসস্থান। এনে ক্ষেত্ৰত নিৰ্দিষ্ট সীমা নথকাটো নতুনকৈ শক্তিৰ আখৰা কৰা আহোম ৰাজতন্ত্ৰৰ বাবে এটা সুন্দৰ অজুহাত বুলিব পাৰি। কছাৰীসকলে বিনাযুদ্ধে ভূমি এৰি দিয়া নাছিল আৰু চুহানফাৰ দিনত (১৪৮৮-১৪৯৩) দিখৌৰ উজনি খণ্ডত টংছু কোঠ নিৰ্মাণৰ সময়ত যুদ্ধত আহোমৰ পৰাজয় হৈছিল আৰু ১৪৯০ চনত এক অসুবিধাজনক চুক্তি কৰিবলৈ বাধ্য হৈছিল। আহোম ৰজাই সন্ধি মতে জেপ্ত্ৰিন নামেৰে এগৰাকী আহোম কন্যাক কছাৰী ৰজালৈ দি মিত্ৰতা কৰিছিল। কছাৰীসকলে কাকডোঙা পৰ্যন্ত ৰাজ্য ১৪৯০ চনত আহোমক এৰি দিছিল।

আহোম ৰজাৰ নিৰ্দেশত কনচেঙে পূৰ্বৰ অনিৰ্ধাৰিত সীমা অতিক্ৰমি সৰু-সুৰা দুই এখন যুদ্ধত, কোনো কোনোৰ মতে যুদ্ধ নকৰাকৈয়ে শীতল নেঘৰি (বৰ্তমান নেঘেৰিটিঙৰ ওচৰলৈকে) দখল কৰিলে আৰু মৰঙি পৰ্যন্ত কছাৰী ৰাজ্য দাবী কৰিলে। স্বাভাৱিকতে কছাৰী ৰজা অমান্তি হ'ল। আহোমসকলে প্ৰথম দেৱৰগ্ৰাম (দেৰগাঁও) চল কৰি ল'লে আৰু মৰঙিত কোঠ পাতিবৰ বাবেও পুখুৰী খন্দাৰ প্ৰস্তাৱেৰে এক ফন্দি কৰিলে। (১০)। ফন্দি কৰি দেৰগাঁও দখলৰ পিছত মৰঙি দখল কৰা সময়ত কছাৰী ৰজা আছিল খুৰাফা। খুৰাফা ইতিমধ্যে স্বৰ্গী হোৱাত কছাৰী ৰজা হয় দেৰচুংফা। দেৰচুংফাই প্ৰথম সন্ধিৰ প্ৰস্তাৱ দিছিল যদিও কনচেঙে কছাৰীৰ কটকীক দেখাই নকৰিলে। ফলত যুদ্ধ প্ৰায় অনিবাৰ্য হৈ পৰিল। প্ৰথম কছাৰী ৰজা দেৰচুংফাই ভ্ৰাতৃ দেৰচাক সেনাপতি পাতি যুদ্ধ কৰিবলৈ পঠালে। যুদ্ধত দেৰচাৰ মৃত্যু হ'ল। ইতিমধ্যে কছাৰী ৰাজ্যত দেৰচুংফাৰ দদায়েক খুন্‌তাৰা আৰু দেৰচুংফাৰ বিবাদ হ'ল। খুনতাৰাই নিজকে ৰজা ঘোষণা কৰি আহোমৰ লগত পুনৰ যুদ্ধ আৰম্ভ কৰিলে। কছাৰীৰ প্ৰধান কোঠ দিজু বা দিজোৱাৰ পতন ঘটাত খুন্‌তাৰা পলাল আৰু আহোমে খুন্‌তাৰাক খেদি খেদি নি ১৫৩১ চনত ৰাজধানী ডিমাপুৰ দখল কৰিলে। খুন্‌তাৰা ম্যানমাৰলৈ পলাল। ৰাজ্যচ্যুত দেৰচুংফাই ইয়াৰ পিছত আহোমৰে সন্ধি কৰি নিজ ৰাজ্য ঘূৰাই ল'লে। সন্ধিৰ চৰ্তমতে এহেজাৰ টকা, এহেজাৰ কাপোৰ, পাঁচশ ফুলবচা, পাঁচশ উকা: এহেজাৰ তৰোৱাল এশ চাংগি দোলা কৰ হিচাপে নিবন্ধ কৰি দেৰচুংফাক ডিমাপুৰৰ ৰজা পাতিলে। কছাৰী ৰজাই নিজৰ ভনী এগৰাকীকো, হাতী দুটা আৰু এহেজাৰ পঞ্চাশ টকা দি সন্মান যাচিলে। আহোম ৰজা ছু-হুং-মুঙৰ বীৰত্ব আৰু মহানুভৱতা এই ক্ষেত্ৰত প্ৰশংসনীয়— তেওঁ

---

*১০ প্ৰথম ফন্দি আছিল নেঘেৰিটিং দ'লত কছাৰী আৰু আহোমে বলি কাটিব। একে ঘাঁপে বলি কটাত যি সফল হ'ব সিহে দেৰগাঁও পাব। স্বাভাৱিকতে বাজিত কছাৰী হাৰিল। দ্বিতীয় ফন্দি মৰঙিৰ ক্ষেত্ৰত। মৰঙিত আহোম আৰু কছাৰীয়ে একেলগে পুখুৰী খান্দিব— যাৰ পুখুৰীত আগতে পানী ওলাব মৰঙি তাৰেই হ'ব। এই ফন্দিতো কছাৰী হাৰিল।— লিখক*

নিজৰ প্ৰাইকন নামৰ এটা হাতী, ৰাজদণ্ড এডাল, সোণখটোৱা হেংদাং এখন, জীন বন্ধা ঘোঁৰা এটা উপহাৰ দি দেৰচুংফাক ডিমাপুৰত স্থাপিত কৰিলে (*১১)। দেওধাই অসম বুৰঞ্জীযে এই খিনি তথ্য সদৰি কৰে। কছাৰী বুৰঞ্জী মতেও এই কথাৰ সত্যতা আছে। দেৰচুংফাই কিন্তু সন্ধিৰ চৰ্ত ৰক্ষা নকৰি পুনৰ যুদ্ধ আৰম্ভ কৰিলে। ফলত আহোমৰ প্ৰবল পৰাক্ৰান্ত বাহিনীৰ হাতত কছাৰী ৰাজ্যৰ ৰাজধানীৰ পতন ঘটিল। দেৰচুংফাৰ মৃত্যু ঘটিল ১৫৩৫ চনত।

ইতিমধ্যে কছাৰীৰ ভগনীয়া ৰজা খুনতাৰাই গৌড়ৰ সৈন্য-সামন্ত গোটাই ব্ৰহ্মপুত্ৰৰ নৌ-পথেদি আহোম ৰাজ্য আক্ৰমণ কৰে। তেমনিৰ যুদ্ধত ১৫৩২ চনত অকল খুনতাৰা বন্দী হয়, মুছলমান সেনাপতি বিতমাণিকৰ মৃত্যু হয়। ছু-হুং-মুঙৰ ৰাজত্ব কালত ইয়াৰ পিছতে মুছলমানৰ আটাইতকৈ ডাঙৰ আক্ৰমণ তুৰ্বকৰ নেতৃত্বত হয় আৰু ১৫৩২ চনৰ এপ্ৰিলৰপৰা ১৫৩৩ চনৰ ছেপ্টেম্বৰ মাহলৈ এই আক্ৰমণ অব্যাহত থাকে। যুদ্ধত হৰা-জিকা কিছুদিন চলি থকাৰ অন্তত, আহোমৰ কেবাগৰাকীও বৰ বৰ সেনাপতিৰ মৃত্যুৰ পিছত ছু-হুং-মুঙৰ নিজা তত্বাৱধানত প্ৰথম দুই মুনি শিলৰ নৌ-যুদ্ধত তুৰ্বকৰ বাহিনী হাৰিল। ইয়াৰ পিছত স্থল যুদ্ধত তুৰ্বক আৰু হুছেইন খাৰ মৃত্যু হ'ল বাকী বাহিনী সমূলে ধ্বংস হ'ল। ১৫৩২ ৰপৰা ১৫৩৫ খৃঃলৈ এই চাৰিবছৰ একেৰাহে যুদ্ধ কৰি মুছলমানক পৰাস্ত কৰাটো সম্ভৱতঃ এই পৰ্বত অসমৰ ইতিহাসৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ঘটনা। এই পৰ্বতে কছাৰী আৰু চুতীয়া ৰাজ্য একত্ৰিত কৰি শক্তিমন্ত হোৱা আহোমে মোগলক অতি নিৰ্ণয়াত্মকভাৱে হৰুৱালে। জাতীয়তা আৰু স্বদেশপ্ৰেমৰ সৰ্বোত্তম বলিদানৰ 'মূলাগাভৰু' চৰিত্ৰৰ সৃষ্টি হ'ল। অবিৰতভাৱে শত্ৰুৰ লগত যুদ্ধ কৰি প্ৰত্যক্ষভাৱে যুদ্ধ ক্ষেত্ৰৰ কোঠে কোঠে থকা ছু-হুং-মুঙৰ দৰে এজন প্ৰতাপী ৰজাৰ পৰিচয় পালে শত্ৰুপক্ষই, যুদ্ধত ক'তো নহৰা কনছেং বৰপাত্ৰ গোহাঞিৰ দৰে সেনাপতিৰ নেতৃত্বৰ পৰিচয় পালে অসমে, তনখাম ঘৰ সন্দিকৈৰ দৰে মূলাগাভৰু-ফ্ৰাচেংমুঙৰ পুত্ৰ সেনাপতি হিচাপে পালে অসমে (১২) সবাতো উৰ্ধত পালে কামৰূপ আৰু কমতাক সুৰক্ষা দিয়া আৰু মোগলৰ আক্ৰমণৰপৰা ৰক্ষা কৰাৰ মানসিকতা, যিটো

---

*১১ দেৰচুংফাক ছু-হুং-মুঙে কৈছিল "তইঁত ডাঙৰ ৰজাৰ সন্তান। বং, সেতু, সীহ অলপ ভগতে বিদৰে পানী হয়, তইঁত তেনে নহ'বি। চিত্ততো তেনে কূড় নহ'বি।"— দেওধাই অসম বুৰঞ্জী, ৪৪ দফা।*

*১২ তানখাম ফ্ৰাচেং মুঙ- মূলাগাভৰুৰ পুত্ৰ, ৰজাৰ ভতিজা পুত্ৰ— যি পৰাজিত মোগল সৈন্যক খেদি নি কামৰূপ আৰু কমতা দুয়ো ৰাজ্যকে স্বাধীন কৰি, মোগলে বন্দী কৰি ৰখা ৰজা দুলভেন্দ্ৰক মুক্ত কৰিলে। কৰতোৱাৰ পাৰত যুদ্ধৰ সামৰণি মাৰি মোগলৰে সন্ধি কৰিলে। উভিয্যাৰ ৰজাৰ লগত মিত্ৰতাৰ সেতু বন্ধাৰ প্ৰয়াস কৰিলে। সবাতো উৰ্ধত দিলে এক নতুন বীৰত্ব আৰু স্বদেশ প্ৰেমৰ মানসিকতা।— লিখক।*

অসমৰ সমাজ গাঁথনিলৈ তথা সামাজিক মনস্তত্ত্বলৈ ছু-হুং-মুঙৰ শ্ৰেষ্ঠতম দান। স্মৰণযোগ্য যে উত্তৰে হিমালয়ৰ পাদদেশ, দক্ষিণে নগা-বৰাইল-খাছি পাহাৰ আৰু পশ্চিমে কৰতোৱা ৰংপুৰ-মৈমনসিং পৰ্যন্ত এই বিশাল ভূখণ্ড পোন প্ৰথম বাৰৰ বাবে এক প্ৰবল শক্তিৰ নিয়ন্ত্ৰণলৈ আহিল। চুতীয়া, কছাৰী, কামৰূপ আৰু কমতাৰ ৰজা তথা কোচ ৰজা বিশ্বসিংহ সকলো এক সংহতিৰ মাজলৈ আহিল। অসমৰ ইতিহাসত এনে এক সাম্ৰাজ্য ইয়াৰ আগতে গঠিত হোৱা নাছিল।

আজি অসমৰ মানুহে বৰ অসমৰ মনস্তত্ত্বৰ পৰিচয় দি জাতীয়তাৰ পৰিচয় দিব খোজে— সেই মনস্তত্ত্বৰ আদি বীজ ৰোপণ হৈছিল ছু-হুং-মুঙৰ দিনত এই বিশাল সাম্ৰাজ্যত।

ছু-হুং-মুঙে বিশাল ৰাজ্যখনৰ সুশাসনৰ গুৰি ধৰিবৰ বাবে ডাঙৰীয়াসকলক ন-ন স্থানত নিয়োগ কৰাই নহয়, সৈন্য-বাহিনীক জলপথ-স্থলপথৰ সকলো ধৰণৰ যুদ্ধতে পাৰ্গত কৰি তুলিছিল আৰু ৰাজকোঁৱৰসকলক সমান গুৰুত্বৰ কেইখনমান ৰাজ্যৰ (তাই আৰ্হিৰ মং বা মুং) ৰাজকোঁৱৰ পাতি শাসনৰ সুবিধা কৰি দিছিল। ছু ক্লেন মুঙক দিহিঙৰ, ছু-লেং বা ছু-ৰেঙক চাৰিঙৰ, ছু-টেঙক তুংখাঙৰ, ছু-ক্লেঙক টি-পামৰ, ছু-ক্রুঙক নামৰূপৰ ৰজা পাতিছিল। এইদৰেই দিহিঙীয়া, চাৰিঙীয়া, টিপমীয়া, তুংখুঙীয়া আৰু নামৰূপীয়া ৰাজ ফৈদৰ জন্ম হৈছিল। এইটো ৰাজ্যখনত ভূমিৰ ওপৰত ৰাজ্যৰ সৰ্বোচ্চ দখল প্ৰতিষ্ঠাৰ প্ৰত্যক্ষ প্ৰমাণ।

## ৪. ৪ অসমীয়া ব্যক্তিত্বৰ নিৰ্মাণ

কমত্যপুৰ আৰু কোচৰাজ্য তথা কামৰূপ সম্পূৰ্ণ দখল কৰাৰ পিছত আহোম ৰাজ্যই হৈ পৰিল দিল্লীৰ মোগল ৰাজশক্তিৰ বাবে শেষ হিন্দু ৰাজ্য যিখন জয় কৰাৰ ওপৰত দিল্লীৰ উত্তৰ-ভাৰতীয় একচ্ছত্ৰী শাসনৰ গৌৰৱ ভালেখিনি নিৰ্ভৰ কৰিছিল। কাৰণ, কমতা আৰু কামৰূপৰ পতনৰ পিছত অসম (আহোম ৰাজ্য) হৈ পৰিছিল এক মাত্ৰ হিন্দু ৰাষ্ট্ৰ যি হিন্দু ধৰ্ম আৰু সভ্যতাৰ ৰক্ষকৰ ভূমিকা গ্ৰহণ কৰিছিল। ইয়াৰ ফলত ১৬১৫ চনৰ পৰা ১৬৮২ চনলৈ প্ৰায় সাতটা দশক অসমে বুৰ পাতি ল'ব লগীয়া হৈছিল মোগল আক্ৰমণৰ অবিৰত বোজা। এই সত্তৰ বছৰে যুদ্ধ কৰি অসমে একালে গঢ়ি তুলিছিল অসমীয়া হিচাপে পৰ্বত-ভৈয়ামৰ সকলোকে ঐক্যবদ্ধ কৰাৰ এক ভিত্তি, গঢ়ি তুলিছিল সাংগঠনিক দূৰদৰ্শী প্ৰতিভা যাৰ মহিমা মোমাইতামুলী বৰবৰুৱাই প্ৰকাশ কৰিছিল, গঢ়ি তুলিছিল বীৰত্বৰ এক পৰম্পৰা— যাৰ চূড়ান্ত প্ৰকাশ ঘটিছিল লাচিত বৰফুকন আৰু গদাধৰ সিংহৰ দৰে সেনাপতি আৰু ৰজাৰ মাজেদি, গঢ়ি তুলিছিল ত্যাগৰ এক মহিমাময়ী ৰূপ যাৰ স্বৰূপ জয়মতীৰ মাজেদি স্বৰূপত মহিমামণ্ডিত হৈছিল, গঢ়ি

তুলিছিল সংহতি নিৰ্মাণৰ বাবে ৰাষ্ট্ৰনেতাৰ দূৰদৰ্শিতা— যাৰ ব্যক্তিত্ব ৰূপত প্ৰকাশ ঘটিছিল ৰুদ্ৰসিংহৰ মাজেদি। মনত ৰখা প্ৰয়োজন যে এই সকলোবিলাক ঘটিছিল সম্পূৰ্ণ ধৰ্মনিৰপেক্ষ ভিত্তিত। মোগল সাম্ৰাজ্যৰ পতনৰ পিছতো আহোমৰ বিজয় গৌৰব আৰু বিকাশ প্ৰক্ৰিয়া প্ৰায় দুশ বছৰ অবিৰতভাৱে চলি আছিল। আভ্যন্তৰীণ সংঘাত আৰু মানৰ আক্ৰমণৰ ফলত বিধ্বস্ত নোহোৱা পৰ্যন্ত এই ব্যৱস্থাটোৱে অসমীয়াক এটা জাতীয় ব্যক্তিত্ব দি গ'ল— যিটোৰ পুনৰুত্থানৰ বাবে আধুনিক যুগত মধ্যবিত্ত শ্ৰেণীয়ে লাচিত, মূলা, জয়মতী, গদা-ৰুদ্ৰসিংহৰ নাম লৈয়েই অসাধ্য সাধন কৰিবলৈ প্ৰয়াস কৰা দেখা যায়।

১৬১৫ চনৰ পিছৰপৰা, অৰ্থাৎ কোচ ৰাজ্য আৰু কামৰূপ দখল কৰাৰ পিছৰপৰা মোগলৰ লক্ষ্য হৈ পৰিছিল অসমৰ প্ৰচুৰ সম্পদ। হাতী দাঁত, গান্ধকলাই বা কস্তুৰী, পাট, ধপাত, আগৰ, জালুক আৰু অন্যান্য খাদ্য শস্যৰ অবৈধ ব্যৱসায় হৈ পৰিছিল মোগল সদাগৰ বিলাকে অবৈধভাৱে আহোম ৰাজ্যৰ বৰনদীৰ সীমা অতিক্ৰম কৰাৰ প্ৰধান কাৰণ। প্ৰতাপ সিংহৰ দিনত সূচনা হোৱা সংঘাতৰ প্ৰধান কাৰণ আছিল আহোমৰ বিষয়াৰ দ্বাৰা প্ৰথম ৰতন শ্বাহ নামৰ অবৈধ ব্যৱসায়ী এজনক শিগুৰীত বাধাদান আৰু অবৈধ সামগ্ৰী জব্দ, তাৰ পিছতে বেলগিৰি মুখত মোগল দুজন ব্যৱসায়ীৰ দুখন ধপাত আৰু শস্য ভৰ্তি নৌকা জব্দ আৰু আৰোহী দুজনক নিধন কৰাটো (১৩)। এইবোৰ কথাই প্ৰমাণ কৰে যে মোগল আক্ৰমণবোৰৰ কাৰণ অকল সাম্ৰাজ্য বিস্তাৰ কৰাই নহয়, অসমৰ সম্পদৰাজি লুণ্ঠন কৰাৰ উদ্দেশ্যটোহে প্ৰধান আছিল। এই সুদীৰ্ঘ যুদ্ধৰ কালত আমি দেখা পাওঁ এফালে আহোম আৰু আনফালে মোগলৰ প্ৰতি কোচ ৰাজ্য আৰু কমতাপুৰৰ প্ৰতাপশালী লোকসকল প্ৰথম বিভাজিত হৈছিল; কিন্তু বলিনাৰায়ণৰ ত্যাগ পিছলৈ অথলে নগ'ল— পিছলৈ কোচ ৰাজবংশৰ গৰিষ্ঠসংখ্যক, কামৰূপৰ সম্ভ্ৰান্ত প্ৰজাসকলৰ গৰিষ্ঠসংখ্যক আৰু জনজাতি অঞ্চলৰ সকলো প্ৰজা-ৰজা সম্মিলিত হৈ আহোমৰ নেতৃত্বত কামৰূপ উদ্ধাৰ কৰিবৰ বাবে আৰু অসমক শক্তিশালী কৰিবৰ বাবে সংকল্পবদ্ধ হ'ল। চু-হুং-মুঙৰ পৰা প্ৰতাপসিংহলৈ— এই কালছোৱাত কামৰূপ আৰু কমতাক আহোমে প্ৰত্যক্ষ শাসনৰ তললৈ অনাৰ প্ৰচেষ্টা কৰা নাছিল। কিন্তু শৰাইঘাটৰ যুদ্ধৰ পিছত এইটো সম্পূৰ্ণৰূপে সলনি হয়, আহোমে গুৱাহাটীক কেন্দ্ৰ কৰি নামনি অসমক স্থায়ীভাৱে দখলত ৰাখিবলৈ প্ৰচেষ্টা কৰে আৰু ইহে সফলভাৱে আহোম ৰাষ্ট্ৰীয়তাবাদ আৰু অৰ্থনীতি দুয়োটাকে ইংৰাজৰ হাতত সৰ্বস্বান্ত হোৱাৰ আগলৈকে সুৰক্ষিত কৰাৰ ক্ষেত্ৰত গড়ৰাৰৰ পিছতে শক্তিশালী কেন্দ্ৰ হৈ পৰে।

এই সুদীৰ্ঘ সাতটা দশকৰ যুদ্ধৰ কালত একমাত্ৰ জয়ধ্বজ সিংহৰ ৰাজত্বকালত

---

*১৩ পুৰণি অসম বুৰঞ্জী, ' হেমচন্দ্ৰ গোস্বামী, ১-২।*

মীৰজুমলাই অস্থায়ীভাৱে জয়লাভ কৰিলেও মোগলে অসমত জয়ৰ গৌৰৱ আৰু স্থায়িত্ব ৰক্ষা কৰিব নোৱাৰিলে। কিন্তু মীৰজুমলাৰ অসম আক্ৰমণৰ সময়ত যি সংহতি হীনতা, নেতৃত্বৰ সংকট, বিষয়াবৰ্গৰ বিশ্বাসঘাতকতা আৰু দেশপ্ৰেমহীনতা আৰু ৰজাৰ অদূৰদৰ্শিতা তথা নেতৃত্বৰ অভাৱৰ প্ৰমাণ ফুটি উঠিল তেনে ধৰণৰ পতনমুখী উদাহৰণ কেৱল মান-ভগনৰ দিনত দেখা পোৱা গৈছিল। বিষয়াবৰ্গৰ নেতৃত্বৰ সংকট আৰু মনোমালিন্য সৃষ্টি হৈছিল ৰজা জয়ধ্বজৰ অদূৰদৰ্শিতাৰ বাবে। আহোমৰ ৰাজত্বৰ চাৰিশ বছৰৰ ভিতৰত নোহোৱা পৰম্পৰাবিৰোধী এক পদক্ষেপ গ্ৰহণেৰে বেজদলৈৰ ঘৰৰ সনথিৰ ভৰালী বৰুৱাক দোপদৰৰ বিচাৰক পতাত গুৱাহাটী আৰু গড়গাঁৱৰ বিষয়াবৰ্গ সম্পূৰ্ণ ক্ষুন্ন হৈ পৰিছিল। আনকি ৰজাৰ শহুৰ চেংমুন বৰফুকনেও নিজৰ জোঁৱাই ৰজাৰ প্ৰতি বিতৃষ্ট হৈ প্ৰশাসনিক আৰু সামৰিক কাৰ্যৰ প্ৰতি পিঠি দিছিল। ৰাজশহুৰৰ পিছতে বাদুলি ফুকনে ৰজাক ত্যাগ কৰি মীৰজুমলাৰ লগ লাগিল আৰু মীৰজুমলাই তেওঁক 'ডেকাৰজা' পাতিলে। জয়ধ্বজ সিংহই গড়গাঁও এৰি পলাই যোৱাৰ পিছত সনথিৰেও মীৰৰ লগত বুজাবুজি কৰি ৰজাক ধৰাৰ ষড়যন্ত্ৰ কৰিলে (১৪)। বিষয়াবৰ্গৰ বিশ্বাসঘাতকতা আৰু জয়ধ্বজৰ নেতৃত্বৰ অভাৱৰ ফলতে মীৰজুমলাই গড়গাঁও দখল কৰিবলৈ সুযোগ পাইছিল তাৰ প্ৰমাণ জয়ধ্বজৰ মৃত্যুৰ লগে লগেই পোৱা গ'ল। আতন বুঢ়াগোহাঞি ইতিমধ্যে মীৰজুমলাৰ বিৰুদ্ধে দুৰ্গ যুদ্ধ (গেৰিলা যুদ্ধ) কৰি বিখ্যাত হৈ পৰিছিল। তেওঁক জয়ধ্বজে শেষ সময়ত মন্ত্ৰী পাতিলে। ৰজা শহুৰো পুনৰ সেনাপতি হ'ল। কিন্তু ইতিমধ্যে যি ক্ষতি মীৰজুমলাই কৰি গ'ল তাক পূৰণ কৰিবৰ বাবে আতন ৰ'বলগীয়া হ'ল ৰজা চক্ৰধ্বজৰ চিৰঅবিনত স্বাধীনচিতীয়া নেতৃত্বলৈ।

১৬৬৩ চনৰ ২৫ জানুৱাৰীত মীৰৰ লগত জয়ধ্বজৰ চুক্তি হয়, ফেব্ৰুৱাৰী মাহত মীৰ অসমৰপৰা উভতি যায় আৰু ৩১ মাৰ্চত তেওঁৰ মৃত্যু হয়। মীৰজুমলাৰ মৃত্যুৰ মাত্ৰ সাত মাহ পিছতে জয়ধ্বজৰ মৃত্যু হয় আৰু মৃত্যুৰ আগতে আতন বুঢ়াগোহাঞি ৰাজমন্ত্ৰীক মোগলৰপৰা দেশ উদ্ধাৰ কৰিবলৈ আহ্বান জনায়। জয়ধ্বজ অপুত্ৰক আছিল বাবে তেওঁৰ দদায়েকৰ পুত্ৰ চক্ৰধ্বজ ৰজা হয় আৰু তেওঁ ৰাজসিংহাসনত আৰোহণ কৰিয়েই মোগলৰ আধিপত্য ওফৰাই দিবৰ কাৰণে প্ৰস্তুতি আৰম্ভ কৰে। মুঠেই চাৰি বছৰৰ ভিতৰতে আহোম ৰাজতন্ত্ৰই পুনৰ যুদ্ধ কৰি মোগলক ঘটুৱাই গুৱাহাটী উদ্ধাৰ কৰিবলৈ সমৰ্থ হয়। এইবাৰ ঔৰংজেবে ৰাজপুত সেনাপতি ৰাম সিংহৰ নেতৃত্বত এক বিশাল বাহিনী অসম জয় কৰিবলৈ পঠালে। ৰামসিংহ অসমলৈ আহিছিল ১৬৬৭ চনৰ ৯ ডিচেম্বৰত, প্ৰকৃততে যুদ্ধৰ বাবে প্ৰস্তুত হৈছিল ১৬৬৯ চনৰ

১৪ সাতসৰী অসম বুৰঞ্জী, পৃঃ ৩১-৩২, ৯০।

ফেব্ৰুৱাৰী মাহত। শৰাইঘাটৰ যুদ্ধত ৰাম সিংহ নিৰ্ণয়াত্মকভাৱে পৰাজিত হৈছিল ১৬৭১ চনৰ মাৰ্চ মাহৰ মাজ ভাগত। ঔৰংজেবৰ ৰাজপুত সেনাপতিৰ নিৰ্ণয়াত্মক পৰাজয় নিজেই এক তাৎপৰ্যপূৰ্ণ ঘটনা; কিন্তু যুদ্ধ জয়তকৈও এই মোগল আক্ৰমণ ওফৰাই পেলাবৰ বাবে যি প্ৰস্তুতি চলাই চক্ৰধ্বজ সিংহ, আতন বুঢ়াগোহাঞি আৰু লাচিতৰ নেতৃত্বত অসমীয়া জাতি ঐক্যবদ্ধ হৈছিল— সেইটোহে অধিকতৰ তাৎপৰ্যপূৰ্ণ। মোগলৰপৰা হৃত ৰাজ্য আৰু স্বাধীনতা ঘূৰাই পাবৰ বাবে জয়ধ্বজ সিংহই নিজেই কোচবিহাৰ, জয়ন্তীয়া আৰু ইয়াৰ তলতীয়া ৰাজ্যসমূহ, দৰং আৰু কাছাৰৰ লগত গোপনে যোগাযোগ কৰিছিল। ১৬৬৭ চনৰ জুন মাহত কোচ আৰু আহোমৰ সহযোগিতাৰ চুক্তি সম্পাদিত হৈছিল। কোচ ৰজা প্ৰাণনাৰায়ণে আহোমৰ সৈতে সম্মিলিত হৈ মোগলক আক্ৰমণ কৰাৰ বাবে পদক্ষেপ গ্ৰহণ কৰিছিল (১৫)। জয়ন্তীয়া ৰজা যশোবন্ত ৰায় বা যশমন্ত ৰায়, জয়ন্তীয়া ৰজাৰ তলতীয়া নৰতিয়াঙৰ ৰজা মাণিক আৰু দৰঙৰ কোচ ৰজাই মোগলৰে হ'ব লগা যুদ্ধত সহযোগিতা কৰাৰ আশ্বাস দি চক্ৰধ্বজলৈ শুভেচ্ছা জনাইছিল (১৬)। শৰাইঘাটৰ যুদ্ধৰ পিছতো দেখা যায় কোচ আৰু আহোমৰ মিত্ৰতা অক্ষুণ্ণ আছিল। অসমৰ পশ্চিম সীমা যোগীঘোপা আৰু হাদিৰাত, উত্তৰ পাৰে বলিনাৰায়ণৰ নাতি চন্দ্ৰ নাৰায়ণ আৰু দক্ষিণ পাৰে বেলতলাৰ ৰজা গন্ধৰ্ব নাৰায়ণক কোঠৰ দায়িত্ব দিয়া হৈছিল। সমগ্ৰ শৰাইঘটীয়া যুদ্ধ আৰু তাৰ পিছৰ কালত আহোম আৰু কোচৰ এই মিত্ৰতাই পশ্চিম অসম তথা কামৰূপৰ স্বাধীনতা ৰক্ষাত সহায় কৰিছিল। কিন্তু লাচিতৰ ককায়েক, মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ লালুক সোলাই বৰফুকনৰ দায়িত্ব লৈ নিজৰ ভতিজা জোঁৱাই আজমতৰাৰ সহযোগিতা বা সহায়ত গুৱাহাটী মোগলক এৰি দি ৰজা হোৱাৰ ষড়যন্ত্ৰত লিপ্ত হ'ল। ইফালে শৰাইঘটীয়া যুদ্ধৰ অন্ত পৰাৰ লগে লগে আতন বুঢ়াগোহাঞিৰ প্ৰতিপক্ষ দেবেৰা বৰবৰুৱা, লালুকসোলা আৰু বন্দৰ বৰফুকনৰ ক্ষমতাৰ দ্বন্দ্বত উজনি অসম খণ্ডত ৰাজ বংশ জুৰুলা হ'ল। ১৬৭০ চনত চক্ৰধ্বজ সিংহৰ মৃত্যুৰ পিছত মাত্ৰ এঘাৰ বছৰত সাতজন নাম-মাত্ৰ ৰজা হ'ল। দক্ষিণপাট সত্ৰৰ গোসাঁয়েও এই ৰজা ভঙা-পতা যুঁজত নামি নিজৰ সামন্তবাদী ক্ষমতাৰ পৰিচয় দাঙি ধৰিলে (১৭)। এই অধ্যায়টোৰ অন্ত পৰাত ডাঙৰীয়াসকলৰ পাৰস্পৰিক

১৫ *Atan Burhagohain And His Times, S. K Bhuyan, page 36-38-39, 51-52।*

১৬ *জয়ন্তীয়া বুৰঞ্জী, ২২-২৩ পৃঃ, লাচিত বৰফুকন আৰু শৰাইঘাটৰ যুদ্ধ, গেইটৰ অসম বুৰঞ্জী দ্ৰষ্টব্য।*

১৭ *The Comprehensive History of Assam, Vol II, page 252, First Edition– "The Dakhinpat satra to make a last bid for power by seeking to win over all nobles through presents." অধিক তথ্যৰ বাবে সত্ৰৰ ভূমিকা (অধ্যায়— ৬) দ্ৰষ্টব্য।*

শত্ৰুতাই নিজেই যেন মাতি আনিলে এজন শক্তিশালী ৰজাক। দেবেৰাই ক্ষমতাৰ লিপ্সাত অনেক ৰজাৰ কোঁৱৰক অংগক্ষত কৰালে; কিন্তু দেবেৰাক লালুকসোলাই নিধন কৰিলে। লালুক সোলাই ষড়যন্ত্ৰ কৰি বিজ্ঞমন্ত্ৰী আতনক নিধন কৰিলে। লালুকসোলা নিধন হ'ল নিজৰে দেহৰক্ষীৰ হাতত। এইদৰেই চক্ৰধ্বজৰ মৃত্যুৰ পিছত মাত্ৰ দহ বছৰৰ ভিতৰত বিজ্ঞ সেনাপতি, বুঢ়াগোহাঞি, বৰবৰুৱাৰ মুধাফুটাসকল পাৰস্পৰিক সংঘাতত নিধন হ'ল। গদাপাণি ১৬৮১ চনৰ ৪ আগষ্টত ৰজা হয়, তেওঁ ৰজা হৈয়েই মাত্ৰ এবছৰৰ ভিতৰতে মোগলক তীব্ৰ আক্ৰমণেৰে বিধ্বস্ত কৰি গুৱাহাটী উদ্ধাৰ কৰিলে। ১৬৮২ চনৰ আগষ্টৰ ১৬ তাৰিখ, বুধবাৰে ইটাখুলিৰ যুদ্ধত মোগলক শেষবাৰৰ বাবে পৰাজিত কৰি আহোমে গুৱাহাটী পুনৰুদ্ধাৰ কৰিলে। এইখন যুদ্ধকে অসমৰ ৰজাই প্ৰবল প্ৰতাপী মোগল সম্ৰাটক নিৰ্ণয়াত্মকভাবে যুদ্ধত হৰুৱাই প্ৰাচীন কামৰূপ প্ৰাগজ্যোতিষপুৰৰ স্বাধীনতা পুনৰ প্ৰতিষ্ঠা কৰা শেষ যুদ্ধ বুলি অভিহিত কৰিব পাৰি।

গদাধৰ সিংহৰপৰা ৰাজেশ্বৰ সিংহলৈকে এই কালছোৱা আহোম ৰাজত্বৰ, সঠিকভাৱে ক'বলৈ গ'লে ইতিহাসে ঢুকি পোৱা কালৰপৰা প্ৰাগজ্যোতিষপুৰ-কামৰূপ-অসমৰ সোণালী যুগ বুলিব পাৰি। এই কালছোৱাতে অসমৰ মধ্যযুগীয় কৃষ্টি-সভ্যতা-সংস্কৃতি আৰু অৰ্থনৈতিক প্ৰগতিয়ে ইয়াৰ শীৰ্ষ বিন্দু স্পৰ্শ কৰিলে।

অধ্যয়ন - ৫

# বৃত্তিগত শ্ৰম বিভাজন, খেল প্ৰথা, বিষয়াতন্ত্ৰ আৰু পাইক-প্ৰথা

## ৫.১ সামন্ততান্ত্ৰিক গাঁথনি

আহোম ৰাষ্ট্ৰ-ব্যৱস্থাৰ গাঁথনি আছিল সামন্ততান্ত্ৰিক। আহোমৰ বিষয়া-বৰ্গ, খেলপ্ৰথা তথা শাৰীৰিক শ্ৰম-ভিত্তিক পাইক ব্যৱস্থা আছিল এই সামন্ততন্ত্ৰৰ মূল ভিত্তি। এই ব্যৱস্থাত উন্নত জন-জাতীয় ব্যৱস্থা বোলাটো এটা হাস্যকৰ তাত্ত্বিক সিদ্ধান্তৰ বাহিৰে আন একো নাই। জন-জাতীয়, শ্ৰম-বিভাজিত নোহোৱা আৰু মূলতঃ অৰণ্য বা প্ৰকৃতিৰ ওপৰত খাদ্য, পৰিধেয় আৰু জ্বালানি কাঠৰ বাবে নিৰ্ভৰ কৰা নাইবা সমূহীয়াভাৱে ঝুম খেতি কৰা ভূমিত অস্থায়ী কৃষিত নিৰ্ভৰ কৰা জনজাতি সমাজবোৰ বিধ্বস্ত কৰিয়েই আহোম ৰাজতন্ত্ৰৰ বিকাশ ঘটিছিল। আহোম ৰাজতন্ত্ৰ বিকশিত হোৱাৰ আগতেই বৰ্মণ, শালস্তম্ভ আৰু পাল বংশৰ ৰাজত্বকালত অসমত স্থায়ী কৃষি আৰু সামন্ততান্ত্ৰিক ভূমি-সম্পৰ্কৰ বিকাশ ঘটিছিল। এই সম্পৰ্কে আমি পূৰ্বৰ এটা অধ্যায়ত আলোচনা কৰিছো। অসমৰ পশ্চিম সীমান্তৰপৰা আহিছিল এই বিকাশৰ উদ্দীপনা তথা প্ৰভাৱ। আহোম ৰাজতন্ত্ৰত ইয়াৰ বিপৰীতে ভূমি আৰু শ্ৰম-কেন্দ্ৰিক উৎপাদন ব্যৱস্থা আছিল সুদূৰ উত্তৰ-ম্যানমাৰ, দক্ষিণ য়ুন্নাম, উত্তৰ লাও, উত্তৰ ভিয়েটনাম আদি অঞ্চলৰ লগত সম্পৰ্ক থকা এটা অজনজাতীয় উৎপাদন ব্যৱস্থাৰ উৎপত্তিগত বৈশিষ্ট্যৰ লগত বিজড়িত ব্যৱস্থা। অসমত এই ব্যৱস্থা অতি সুবিন্যস্ত বিষয়াতান্ত্ৰিক ৰূপত গঢ় দিয়া হৈছিল। চুকাফাই লগত অহা সম্ভ্ৰান্ত তাই জনগোষ্ঠীৰ লোকসকলক বিভিন্ন পদত বিষয়া নাইবা শাসন কৰ্তা হিচাপে নিয়োজিত কৰিছিল। পাটকাই পাৰ হৈ অসমত প্ৰৱেশ কৰাৰ আগতেই হুকং উপত্যকাত খামযাং হ্ৰদৰ পাৰত খাময়াং পামত এজন শাসনকৰ্তা নিয়োগ কৰি তাতেই কিছু লোকক এৰি আহিছিল। অসমত প্ৰৱেশ কৰাৰ পিছত মিছিং আৰু দিখৌৰ মাজৰ অঞ্চলত খেতি আৰু বসবাসৰ উপযোগী ভূমি বিচাৰি সুদীৰ্ঘ কাল ভ্ৰমি ফুৰি প্ৰথম

টিপামত (টি + পাম) (১)। এজন শাসনকর্তা পাতি তাতো কিছু লোকক কৃষি কাৰ্যত লগাৰ বাবে পৰিৱেশ ৰচনা কৰিছিল। টিপমীয়া শাসনকৰ্তা প্ৰতিষ্ঠাৰ পিছতো ছুকাফাই বসবাসৰ উপযোগী বিচাৰি বিচাৰি ১২৫২ চনতহে চৰাইদেউত ৰাজধানী পাতি স্থায়ী ৰাষ্ট্ৰৰ ভেটি প্ৰতিষ্ঠা কৰিছিল। ছুকাফাই লগত অহা সম্ভ্ৰান্ত আৰু জ্ঞানী লোকসকলক বুঢ়াগোহাঞি, বৰগোহাঞি (২), ফুকন, সন্দিকৈ আদি বিষয়া নিযুক্ত কৰিছিল। আহোমৰ এই বিষয়াতন্ত্ৰৰ আৰ্হি তাই ৰাজ্যসমূহৰ অন্য স্থানত উত্তৰ ম্যানমাৰ আদিত থকা ব্যৱস্থাৰ উন্নত ৰূপ বুলি অনুমান কৰা হয়। প্ৰখ্যাত ইতিহাসবিদ ডি জি ই হলে The History of South-East Asia গ্ৰন্থত উল্লেখ কৰিছে যে অতি প্ৰাচীন কালৰেপৰা তাইসকলৰ মাজত মৰ্যাদা অনুসৰি ভূমিৰ ভাগ পোৱা এটা ব্যৱস্থা প্ৰচলিত আছিল (৩)। এই ব্যৱস্থা অনুসৰি কোনো লোকেই ৰাষ্ট্ৰৰ ভিতৰত ভূমিহীন হৈ থাকিবলগীয়া হোৱা নাছিল। এজন জ্যেষ্ঠ ডাঙৰীয়াৰ ক্ষেত্ৰত ৪,০০০ একৰৰপৰা এজন সাধাৰণ প্ৰজাৰ ১০ একৰলৈকে ভূমি বিতৰণৰ এটা ব্যৱস্থা তাই ৰাজ্যসমূহত প্ৰচলিত আছিল। ছুকাফা অসমলৈ আহোঁতে একেটা ভূমি ব্যৱস্থাতে লগত লৈ আহিছিল এইটো অৰ্থত যে তেওঁৰ লগত অহা জ্ঞানী আৰু পণ্ডিত লোকসকলৰ তাই ভাষা-জ্ঞান আৰু তাই জাতিৰ ঐতিহ্য তথা সভ্যতা সম্পৰ্কে জ্ঞান আছিল; নিজেও ভৰ ডেকা বয়সত ছুকাফাই 'মুংডুন চুন খাম' বা সোণোৱালী শস্যৰ দেশ এখন বিচাৰি আহিছিল। স্বাভাৱিকতে তেওঁ নতুনকৈ দখল কৰা সৌমাৰৰ মাটিত পুৰণি ধৰণৰ ব্যৱস্থা এটাই চলাবলৈ প্ৰয়াস কৰিছিল, আৰু তাৰ পূৰ্বাভাস আমি খাময়াঙত শাসন-কৰ্তা নিয়োগ কৰি কৃষি-কাৰ্য আৰম্ভ তথা টিপামত শাসন কৰ্তা (৪) নিয়োগ কৰি শাসনকৰ্তা নিযোগ কৰাৰ পৰাই স্পষ্ট ৰূপত দেখা পাইছো। ছুকাফাৰ এনে পামবিলাকৰ শাসন কৰ্তা ৰজা হিচাপেই চিহ্নিত হৈছিল। ই তাইবিলাকৰ 'মন' বা সামন্ততান্ত্ৰিক পদ্ধতিৰে নিৰ্দিষ্ট ভূখণ্ডত তলতীয়া ৰাজ্য পতা ব্যৱস্থাটোৰে অনুকৰণ বুলিব পাৰি।

অসমত ছুকাফাই ভূমি দখল কৰা প্ৰক্ৰিয়াটো সম্পূৰ্ণ ৰূপে নিজা নিয়ন্ত্ৰণৰ মাজত

---

*১ পাম তাই শব্দ। অৰ্থ নৈৰ পাৰৰ ঠাই, চৰ বা চাপৰি*

*২ কুন্+ হাঞ তাই ভাষাত জ্ঞানী বা ডাঙৰ মানুহ— কুনহাঞৰপৰা অসমীয়া ৰূপ গোহাঞি হৈছে।*

**৩ D G E Hall · From the Earliest Times under the Tai social system every man might possess an amount of land varying according to the status... The amount varied from the equivalent of 4,000 acres for a cha pya down to that of 10 acres in the case of the lowest class – The History of S.E. Asia, 1964, পৃষ্ঠা ১৬৯।*

**৪ ছুকাফাই কাংগনক টিপামৰ শাসন কৰ্তা নিয়োজিত কৰিছিল।*

হৈছিল। নৈৰ পাৰে পাৰে যাত্ৰা কৰোঁতে তেওঁ কোনখিনি মাটি ভাল, কোনখিনি পানী গধুৰ, কোনখিনি ব্যৱহাৰৰ উপযোগী এই কথাবোৰ নিৰ্ণয় কৰিছিল, অৰ্থাৎ সেই বস্তুগত ব্যৱহাৰিক জ্ঞান তেওঁৰ আছিল। প্ৰথম দ সাৰুৱা মাটিভাগ দখল কৰি পুনৰ বানৰ আশংকাত তেনে ঠাই এৰি কিছু ওখ মাটিত বসবাস কৰিবলৈ যাওঁতে তেওঁ পূৰ্বে মানুহে বসবাস কৰা এলেকা বিলাক এৰি থৈ গৈছিল। টিপামত শাসনকৰ্তা নিযুক্ত কৰাৰ পিছত চুকাফা নৈৰ কাষে কাষে হাবুং পৰ্যন্ত গৈছিল, হাবুং সম্ভৱতঃ তেতিয়া ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত আছিল। হাবুং অঞ্চল সঘনাই বানপানীৰ গৰাহত পৰা বাবে পুনৰ উজাই আহি চণ্টকত তাখুন্‌লাক শাসনকৰ্তা নিযুক্ত কৰি তাৰপৰাহে চৰাইদেউলৈ যাত্ৰা কৰিছিল। এইদৰে নতুন নতুন এলেকা দখল কৰি শাসনকৰ্তা নিযুক্ত কৰি যোৱাৰ ফলত এফালে নতুন দখলীকৃত এলেকাত শৃংখলা লাগিছিল আৰু আনফালে কৃষিৰ উৎপাদন বৃদ্ধি পোৱাৰ ফলত নতুন ঠাইলৈ যাত্ৰা কৰাৰ সমল যোগাৰ হৈছিল। এইদৰে শৃংখলা লগাই সম্পূৰ্ণৰূপে নিজা তদাৰকীত ভূমিৰ ওপৰত অধিকাৰ সাব্যস্ত কৰাত সৌমাৰত চুকাফাৰ যি দখল প্ৰতিষ্ঠা হ'ল তাত ভূমি হৈ পৰিল সম্পূৰ্ণ ৰূপে চুকাফা বা ৰজাৰ সম্পদ। এই ভূমি বিষয়াবৰ্গ, মূলতঃ যিসকল বিভিন্ন সম্ভ্ৰান্ত পৰিয়ালৰ আৰু একে তাই গোষ্ঠীৰ তেনে লোককহে ভূমি ভগাই দি শাসনকৰ্তা নিযুক্ত কৰিছিল। তাৎপৰ্যপূৰ্ণ কথা হ'ল ভূমিৰ দৰেই সাধাৰণ প্ৰজাও ৰজাৰ নিয়ন্ত্ৰণাধীন সম্পদ বিবেচিত হৈছিল। ভূমিৰ দৰেই এনে প্ৰজাবো একোটা ভাগ বিষয়াবৰ্গই পাইছিল। সাধাৰণ কৃষক প্ৰজাই ইয়াত ভূমিৰ ওপৰত সম্পূৰ্ণ অধিকাৰ পোৱা নাছিল, ৰজাৰ (বা বিষয়াৰ) সেৱা-কাৰ্যত নিযুক্তসকলে দপুৰা মাটি বিনা খাজনাই ভোগ কৰিবলৈ পাইছিল। পুৰণি বৰ্বৰ শাসন ব্যৱস্থা বা দাস-শ্ৰম ব্যৱস্থাতকৈ এনে পাইকৰ ব্যৱস্থা কিছু উন্নত আৰু আনুষ্ঠানিক বা সাংগঠনিকভাৱে নিয়ন্ত্ৰিত আছিল। তিনিজনীয়া বা চাৰিজনীয়া পাইকৰ এজনেহে পাল পাতি খেতি কৰিবলৈ চেষ্টা কৰিছিল। চাৰিজনীয়া গোটৰ মূল (প্ৰথমজন), দেৱাল (দ্বিতীয়জন) আৰু তেৱাল (তৃতীয়জন) প্ৰয়োজনীয় সময়ত কামত নিযুক্ত হৈছিল। চতুৰ্থজনকো যুদ্ধত বা ৰাজকাৰ্যত নিয়োগ কৰাৰ প্ৰয়োজন হোৱা নাছিল। কাৰণ, বাকী কেইজন ৰাজকাৰ্যত নিয়োজিত হ'লে বা যুদ্ধ কৰিবলৈ গ'লে ঘৰত থকা কেইজনে কৃষিকাৰ্য (নিজৰ আৰু পাইকৰ গোটৰ বাকী কেইজনৰ) চাবলগীয়া হৈছিল। বিশুদ্ধ দাস প্ৰথাৰ দৰে কৃষক ভূমিৰ উৎপাদনৰপৰা বঞ্চিতো হোৱা নাছিল। ২ পুৰা ভূমিৰ অধিকাৰ তেওঁ পাইছিল। তাৰ বিনিময়ত বছৰি তিনিমাহ ৰাজ নিৰ্দেশত পাইকান খাটি দিবলগীয়া হৈছিল। সাধাৰণ পাইকৰ ওপৰৰ স্বাধীন প্ৰজাৰ প্ৰত্যেকেই ভূমিৰ ভাগ পাইছিল। ড. পদ্মেশ্বৰ গগৈয়ে বিভিন্ন তাই ৰাজ্যসমূহৰ বিষয়ে অধ্যয়ন কৰি The Tai And The Tai Kingdoms গ্ৰন্থত তাইসকলে গঢ়ি তোলা ভূমি-ব্যৱস্থা আৰু শাসন ব্যৱস্থাৰ এটা আভাস দিছে। সেই

মতে বৰ্তমানৰ থাইলেণ্ডকে ধৰি তাইসকলৰ বিভিন্ন ৰাজ্য প্ৰতিষ্ঠা হোৱা (৫) অঞ্চলবিলাকত নিম্ন শ্ৰেণীৰ স্বাধীন প্ৰজাই ১০ পুৰা ভূমিত অধিকাৰ পাইছিল। হল প্ৰমুখ্যে দক্ষিণ-পূৱ এছিয়াৰ বুৰঞ্জী চৰ্চা কৰা কেবাগৰাকী পণ্ডিতেও এই কথা উল্লেখ কৰিছে।

অসমলৈ অহাৰ আগতেই তাইসকলে দ মাটিৰ খেতি বা জলসিঞ্চন কৰা খেতি অথবা পানী-খেতিৰ বিষয়ে জানিছিল বুলি লিচ (Leach E R.) প্ৰমুখ্যে এচাম ইতিহাসবিদে উল্লেখ কৰিছে। এই ইতিহাসবিদসকলৰ মন্তব্যৰ ওপৰত ভিত্তি কৰি ড. ৰমেশ বুঢ়াগোহাঞিয়ে মন্তব্য কৰিছে যে জলসিঞ্চন কৰা মাটিত খেতি কৰা জনগোষ্ঠীসকলক যি ঠাইতে বসবাস ন কৰক অন্য কৃষকসকলৰ তুলনাত বিস্তৃত বিধি-ব্যৱস্থাৰ প্ৰয়োজন হয় (৬)। তেওঁ লিখিছে " The seemed to behave known how to grow irrigated rice before they arrived It was possible that they brought their own distinctive rice plain laws with them and possibly as Leach argues, that their law was extensively influenced by china "– দক্ষিণ-পূব এছিয়ালৈ তাইসকল আহে দশম আৰু একাদশ শতিকাত চীন আৰু ভিয়েটনামৰ সীমামুৰীয়া অঞ্চলৰপৰা।

তাইবিলাকে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰাৰ আগতেই তাই আহোমসকলৰ প্ৰব্ৰজন অসমলৈ হৈছিল বুলি অনুমান কৰা হয়। গতিকে বৌদ্ধ ধৰ্মৰ লগত সংগতিপূৰ্ণ যিবোৰ বিধি ব্যৱস্থা পিছত উদ্ভৱ হৈছে সেইবোৰ পুৰণি তাই পৰম্পৰা ৰক্ষা কৰাৰ সম্ভাৱনা অতি ক্ষীণ। তাই পৰম্পৰাগত বিধি অনুসৰি লেংদনে তাইসকলক (নিজৰ দুই নাতি খুনলুং খুন লাইক) নিৰ্দেশ দিছিল যে পৃথিৱীত বিভিন্ন সম্প্ৰদায়ৰ মানুহ আছে। ই অতি ঘন-বসতিপূৰ্ণ। তোমালোকে অতি কঠোৰ হাতেৰে ন্যায় প্ৰদান কৰি শাসন কৰিব লাগিব। লেংদনে তদুপৰি নিৰ্দেশ দিছিল পৰিয়ালৰ গোটবোৰ সুৰক্ষিত কৰিবৰ কাৰণে। তেওঁ পৰিয়ালৰ আৰু তাই লোকসকলৰ ভাঙোন আৰু বিপদ হ'ব পৰা সকলো পাপ কৰ্ম চিহ্নিত কৰি দি তেনে কৰ্মৰপৰা বিৰত থাকিবলৈ কৈছিল। এনে পৰম্পৰাগত বিধিৰ ফলতে সাতঘৰীয়া আহোমৰ পৰম্পৰাগত অধিকাৰ আৰু ক্ষমতা নিৰূপিত হৈছিল। অসমত ভূমি-ব্যৱস্থা, বিষয়া-তন্ত্ৰ তথা ৰাষ্ট্ৰীয় গাঁথনি নিৰ্মাণত এই সাতঘৰীয়া আহোমৰ ভূমিকা শেষ পৰ্যন্ত আছিল নিৰ্ণয়াত্মক।

## ৫.২ বিষয়াতন্ত্ৰৰ পৰিয়াল কেন্দ্ৰিকতা আৰু বৃত্তিকেন্দ্ৰিকতা

স্বৰ্গদেৱ বা চাও ফা (Cha Pha) ৰ পিছতে ৰজাৰ কোঁৱৰসকলৰ স্থান যিসকলে

*৫ *The Tai and The Tai Kingdoms, পৃষ্ঠা ১১।*

*৬ *Dr Ramesh Buragohain, The Lost-Trails, Vol I, First Edition, Bar-ok pup-lik Miong-Tai, 1994 P 20*

টিপাম, নামৰূপ, চাৰিং, টিংখাং আদি স্থানত ৰাজকোঁৱৰ হিচাপে প্ৰতিষ্ঠিত হৈছিল। উদাহৰণস্বৰূপে চাও টিপাম (অসমীয়াত টিপমীয়া ৰজা) বোলা হৈছিল টিপামৰ শাসনকৰ্তাজনক। বাকীসকলক সেইদৰে চাৰিঙীয়া আৰু নামৰূপীয়া ৰজা বোলা হৈছিল।

বাকী ডাঙৰীয়াসকল জ্যেষ্ঠতা আৰু মৰ্যাদা অনুসৰি আছিল এনেধৰণৰ— চাও-ফ্ৰাং-মং (বুঢ়াগোহাঞিঃ— চাও সম্ভ্ৰান্ত বা ডাঙৰীয়া, ফ্ৰাং-পৰিচালনা বা শাসন কৰা, মং— ৰাজ্য)। ডাঙৰীয়া যি ৰাজ্য পৰিচালনা বা শাসন কৰে চাও-থাও-লুং (বৰগোহাঞিঃ-চাও ডাঙৰীয়া, থাও-বৃদ্ধ বা জ্যেষ্ঠ, লুং ⇒ মুখ্য বা প্ৰধান)বা ৰাজ্যৰ জ্যেষ্ঠ বা বুঢ়া মানুহজন) থাও মংসকলৰ প্ৰধান বা বৰগোহাঞিঃ। চাও-চেং-লুং (বৰপাত্ৰ গোহাঞিঃ, চাও ডাঙৰীয়া, চেং ⇒ পবিত্ৰ, লুং জ্যেষ্ঠ বা ডাঙৰ বা জ্যেষ্ঠ পবিত্ৰ ডাঙৰীয়া) ছুং-হুং-মুঙৰ (১৪৯৭-১৫৩৯) দিনত পতা তৃতীয়জন প্ৰধান মন্ত্ৰী। এই তিনিজন প্ৰধান মন্ত্ৰীৰ পদমৰ্যাদা আৰু পাইকৰ সংখ্যা সমান।

ইয়াৰ পিছতে 'থাওমং' পৰ্যায়ৰ বিষয়াসকল। থাও মং (থাও জ্যেষ্ঠ বা ডাঙৰ, মং ⇒ ৰাজ্য ) হ'ল ৰাজ্যৰ একোটা খণ্ডৰ ডাঙৰ প্ৰশাসনিক বিষয়া। যেনে থাও-মং মং-তাও বা ভাটিয়লীয়া গোহাঞিঃ। আহোম বুৰঞ্জীৰ প্ৰথম পৰ্যায়ৰ ভাটিয়লীয়া বোলোতে হাবুং বুজোৱা হৈছিল বাবে হাবুঙীয়া গোহাঁয়ো হ'ব পাৰে। থাও-মুং মং-কাং (দিহিঙীয়া গোহাঞিঃ), থাও-মুং খাম-যাং (খামজঙীয়া গোহাঞিঃ), থাওমং খাংঙেন, (শদিয়াখোৱা গোহাঞিঃ), থাও-মং মা-ৰং-কি (মৰঙীখোৱা গোহাঞিঃ), থাও-মং ছা-লা (সলাল গোহাঞিঃ) আদি।

ফু (Phu) মৰ্যাদাৰ বিষয়াসকল হ'ল মৰ্যাদাৰ ফালৰপৰা একোটা প্ৰশাসনিক খণ্ড বা ৰাজ্যৰ এটা খণ্ডৰ প্ৰশাসনিক বিষয়া। এনে মৰ্যাদাৰ বিষয়া তিনি শ্ৰেণীৰ ফু-কন, ফু-কে, ফু-কিন-মং। ফু-কান-মুং (Phu-Kan-Mung) হ'ল বৰফুকন। ১৭ শতিকাত প্ৰথম বৰফুকন পদবীৰ সৃষ্টি কৰা হ'ল। প্ৰথম কাজলীখণ্ড (কলিয়াবৰৰপৰা) আৰু পিছলৈ গুৱাহাটীৰ প্ৰধান শাসনকৰ্তা। এওঁক গুৱাহাটীৰ বা নামনি খণ্ডৰ প্ৰধান বিষয়া পতাৰ ফলত ক্ষমতাৰ ফালৰপৰা বুঢ়াগোহাঞিঃ, বৰগোহাঞিঃ তথা বৰপাত্ৰগোহাঞিৰ সমানেই ক্ষমতা ভোগ কৰা দেখা যায়। মৰ্যাদাত 'চাও' পৰ্যায়ৰ নহ'লেও ক্ষমতাত বৰফুকন তলত বুলি ক'ব নোৱাৰি।

বাকী ফুকনসকল হ'ল ফু-কান-টিপাম, ফু-কন-বাই-ডাং, ফু-কান-ম্বাই-বিং, ফু-কান-খু-আং, ফু-কান-তুন-কং-ধাম, ফু-কান নাম, ফু-কান-ফাই-বিউ, ফু-কন হেং-বিউ, ফু-কান বাও, ফু-কান আন-মাও, ফু-কান খে, ফু-কান চাং-কং, ফু-কান বাং-লুং, ফু-কান ম-ছাই আদি। অসমীয়াত ক্ৰমে টিপমীয়া ফুকন, বাইদঙীয়া ফুকন, খোৱাং ফুকন, কলিয়াবৰীয়া ফুকন, পানী ফুকন, নাওবৈচা ফুকন, নাওশালীয়া ফুকন, ডেকা ফুকন,

নফুকন, জালভাৰী ফুকন, চাংৰুং ফুকন, বাইলুং ফুকন, দেওধাই ফুকন আদি।

ফু-কে (বৰুৱা)সকল হ'ল ফু-কে-টি-পাম (অসমীয়াত টিপমীয়া বৰুৱা), ফু-কে ছাই-ৰিং (চাৰিঙীয়া বৰুৱা), ফু-কে-মংকাং (দিহিঙীয়া বৰুৱা), ফু-কে ৰ-হা (ৰহিয়াল বৰুৱা), ফু-কে দৈ (পৰ্বতীয়া বৰুৱা), ফু-কে চাও-দাং (চাওদাং বৰুৱা), ফু-কে-চাও-কাই (কুকুৰাচোৱা বৰুৱা), ফু-কে-চাও-জি (ভঁৰালী বৰুৱা), ফু-কে চাও-মা (ঘোঁৰা বৰুৱা, ম= ঘোঁৰা), ফু-কে-চাং (হাতী বৰুৱা, চাং-হাতী), বৰুৱাসকলৰ মাজত ডাঙৰ, জ্যেষ্ঠ বা সকলোৰে ওপৰৰজন ফু-কে-লুং বা বৰবৰুৱা। বৰ বৰুৱা হ'ল ৰাজহ আৰু ন্যায় সম্পৰ্কীয় বিষয়ৰ জ্যেষ্ঠতম বিষয়া। তেওঁৰ স্থান থাও-মংসকলৰ তলতে, কিছুমান বিষয়ত বৰফুকনৰ সমান। তেওঁ ন্যায়সোধা জ্যেষ্ঠ বিষয়া হোৱা বাবে তেওঁৰ স্থান ৰাজধানীত।

ফু-কিং-মং (ৰাজখোৱা, কিন্ ⇒ খোৱাং, মং ⇒ ৰাজ্য বা ৰাজ) হ'ল একোটা খণ্ড (জিলা পৰ্যায়ৰ) প্ৰধান বিষয়া। এনে ফু-কিন-মঙৰ সংখ্যা চৈধ্যজন। দুজন দিহিঙত, দুজন শলগুৰিত, তিনিজন অভয়পুৰত, এজন দিখৌমুখত, এজন গজপুৰত, তিনিজন দৈয়াঙত আৰু এজন ঘিলাধাৰীত। এওঁলোক সমমৰ্যাদাৰ বিষয়া।

ৰু মৰ্যাদাৰ বিষয়া তিনি শ্ৰেণীৰ — ৰু-ৰিং, ৰু-পাক আৰু ৰু-ছাউ। ৰু মানে প্ৰধান। ৰু-ৰিং (হাজৰিকা, ৰিং ⇒ হাজাৰ), ৰু -পাক (পাক ⇒ শ)— শইকীয়া, ৰু-ছাউ (ছাউ-কুৰি)— বৰা।

বাকীসকল বিষয়া বৃত্তি তথা দায়িত্বৰ ওপৰত ভিত্তি কৰি নিয়োজিত হৈছিল। এনে বিষয়াসকল হ'ল চাও-দাং, চাও কাই (কুকুৰাচোৱা), চাও-জি (ভঁৰালী), চাও-পেট (হাঁহ পুহীয়া), চাও-ৰাক (ৰাক → যাঠি), যাঠি পটীয়া আদি।

বিভিন্ন ফু-পউ-জি বা ভঁৰাল ৰখীয়া বা ৰখীয়া পৰ্যায়ৰ বিষয়াসকল হ'ল— ফু-পউ-ফি (দেওৰখীয়া), ফু-পো-জাম (কাঁহ মৰীয়া— Beater of gong), ফু-পো-কং (কং-ঢোল)— ঢুলীয়া, ফু-নু-চাং (হাতীচোৱা), ফু-নু-খ্রিং (গাৰখীয়া— Body Guard), ফু-মাই-লাই (লাই ⇒ আখৰ, মাই ⇒ লিখা) লিখক, ফু-পাই-মং (পাই ⇒ যোৱা, মং ⇒ দেশ) → বৈৰাগী বা বৰাগী, ফু-টিউ-ফা (টিউ ⇒ ধৰা, ফা ⇒ বস্ত্ৰ, কাপোৰ) কাপোৰ ধৰা, ফু-টিউ-তাও (জালধৰা), ফু-টাট-নিয়া— ঘাঁহী, ফু-ৰাপ-টাই (টাই ⇒ মৰা, ৰাপ ⇒ কঢ়িওৱা)— মৰাভাৰী, ফু-তান-ৰাম (ৰাম → দোলা, কান → কঢ়িওৱা) দোলাভাৰী, ফু-ছাং-পি (ছাং → বজোৱা, পি → 'পেপা) পেপাবজোৱা, আদি।

বিভিন্ন বৃত্তিত লিগু কৰ্মীসকল হ'ল চাং মাই (মাই ⇒ কাঠ)— চাংমাই (যি কাঠৰ কাম কৰে), কাঠ পুৰি জুই জ্বলোৱা অৰ্থত সম্ভৱ ৰাদ্ধনিকো চাংমাই বোলা হৈছিল চাং-

লেক (কমাৰ, লেক-লো, লোহা), চাং-ৰং (ৰং = গৃহ, ঘৰ) = চাংৰুং, নিৰ্মাতা, চাং-থা (থা = মূৰ, মূৰৰ চুলি)— চুলি কটা নাপিত, চাংচাই (ছাই-জৰী)— জৰীবোৱা, চাং-কুং (কুং ⇒ ধনু)— ধনুচোঁচা আদি। বিষয় আৰু বৃত্তি অনুসৰি এইদৰে তলৰপৰা ওপৰলৈ এক সুনিযন্ত্ৰিত বিষয়াতন্ত্ৰ আহোম ৰজাসকলে স্থাপন কৰিছিল।

ৰজাসকলে ৰজা, মেলদগীয়া ৰজা, বুঢ়াগোহাঁঞি, বৰগোহাঁঞি, বৰপাত্ৰগোহাঁঞি, বৰফুকন, বৰবৰুৱা, দাঁতিয়লীয়া গোহাঁঞি, চ'ৰাৰ ফুকনসকল, সামৰিক ফুকনসকল, মূল চকীৰ বিষয়া ৰাজখোৱাসকল মৰ্যাদাসম্পন্ন আহোম পৰিয়াল বিলাকৰ মাজতে সীমাবদ্ধ ৰাখিছিল। অন্য সম্প্ৰদায়ৰ পৰা বৃত্তিগত দক্ষতাৰ ওপৰত ভিত্তি কৰি ৰাজগুৰুফুকন, তামুলীফুকন, পৰ্বতীয়া ফুকন, খাৰঘৰীয়া ফুকন, চোলাধৰা ফুকন, ভৰালী বৰুৱা আদি নিয়োজিত কৰা দেখা যায়। বৰা, শইকীয়া, হাজৰিকা, ভঁৰালী, নেওগ আদি সকলো সম্প্ৰদায়ৰ লোকৰ পৰাই হৈছিল।

বৰগোহাঁঞি, বুঢ়াগোহাঁঞি, বৰপাত্ৰগোহাঁঞি পৰিয়ালৰপৰা আদিৰপৰা ৰাজমন্ত্ৰী, পাত্ৰ-মন্ত্ৰী, দাঁতিয়লীয়া গোহাঁঞি, চকিয়াল গোহাঁঞি আদি হৈছিল। এইবোৰ পৰিয়ালৰপৰা বৰবৰুৱা বা বৰফুকন নহৈছিল। চেতিয়া, সন্দিকৈ, দুৱৰা, দিহিঙীয়া, লাহন আদি পৰিয়ালৰপৰা বৰফুকন, বৰবৰুৱা আৰু অন্যান্য মৰ্যাদাসম্পন্ন ডাঙৰীয়াৰ বিষয় বাব খোৱা বিষয়া নিয়োজিত হৈছিল। ৰাজপৰিয়ালৰ ফৈদৰপৰা ৰজা, মেলদগীয়া ৰজা আদি হৈছিল। যুঁজৰ সেনাপতি সকলো ফৈদৰপৰাই হোৱাৰ উদাহৰণ আছে।

ৰাজ্যৰ বিষয়াসকলৰ পদমৰ্যাদা অনুসৰি ভূমিৰ পৰিমাণ আৰু পাইকৰ সংখ্যা বান্ধি দিয়া হৈছিল; কিন্তু এই ভূমি আৰু পাইক কেৱল বিষয়া হৈ থকালৈকেহে আছিল। বিষয় বাব যিহেতু পুৰুষানুক্ৰমিক নাছিল, গতিকে বিষয়বাব যোৱাৰ লগে লগে পাইক আৰু বিষয়া হিচাপে পোৱা ভূমিও নাথাকিছিল। অৱশ্যে স্বাধীন প্ৰজাসকলে ৰজাক কৰ-কাটল দি ভূমি ভোগ কৰাৰ উদাহৰণ আছে। বিষয়াতান্ত্ৰিক ব্যৱস্থাটো ভূমি আৰু সংগঠিত শ্ৰমিক (দাসতকৈ কিছু উৰ্দ্ধত থকা) পাইকসকলৰ ওপৰত ভিত্তি কৰি ৰাহি শস্য, মৎস্য, বিভিন্ন দ্ৰব্য, পণ্য উৎপাদিত হৈছিল। গতিকে শোষণ ব্যৱস্থাটো মূলতঃ ভূমিকেন্দ্ৰিক, কাৰণ পাইকক ধনেৰে দৰমহা দিয়া নহৈছিল, গা-খাটি দিয়া বাবে দুপুৰা ভূমি দিয়া হৈছিল। অৰ্থাৎ, তিনিমাহৰ শ্ৰমৰ মূল্য আছিল দুপুৰা মাটিৰ খাজনাৰ সমান।

চুকাফাৰ দিনৰপৰাই বিষয়া নিয়োগ কৰা প্ৰক্ৰিয়াটোৰ সূচনা হৈছিল যদিও, প্ৰতাপ সিংহৰ ৰাজত্বকালতহে (১৬০৩-১৬৪১ চন) এই বিষয়াতন্ত্ৰই সম্পূৰ্ণ সংগঠিত আৰু বৃত্তিগতভাৱে বিভাজিত ৰূপ লৈছিল প্ৰতাপ সিংহৰ দিনতে প্ৰথম ৰাজ্যৰ মানুহ আৰু সম্পদৰ জৰীপ হৈছিল। বৃত্তি অনুসৰি মানুহক বিভিন্ন খেলত ভাগোৱা হৈছিল। খেল অনুসৰি গাঁওবোৰ পতা হৈছিল। বিষয়া আৰু দাঁতিয়লীয়া বিষয়া আদিৰ পাইকৰ সংখ্যা

আৰু ভূমিৰ পৰিমাণ ধাৰ্য কৰি দিয়া হৈছিল।

প্ৰতাপ সিংহই শাসনৰ সুবিধাৰ্থে সমগ্ৰ ৰাজ্যখণ্ডক বাৰটামান প্ৰধান ভাগত ভাগ কৰিছিল। এই ভাগবিলাকক অসমীয়া বুৰঞ্জীত বিলাত বুলি কোৱা হৈছে (৭)। প্ৰত্যেকজন ৰাজমন্ত্ৰী, বৰফুকন, বৰবৰুৱা, দাঁতিয়লীয়া গোহাঞি, মেলদগীয়া ৰজা বা যুৱৰাজসকল, সীমান্তৰ ৰাজখোৱাসকল আদিৰ নিয়ন্ত্ৰণাধীন ভূমিৰ পৰিমাণ আৰু পাইকৰ সংখ্যা নিৰ্দিষ্ট কৰি দিয়াৰ ফলত এই ভূমি আৰু পাইকৰ সংখ্যাৰ ওপৰত ভিত্তি কৰি ৰজাৰ তলৰ কোনজন বিষয়াৰ শক্তি কিমান সেইটো ওলাই পৰিছিল।

বুঢ়াগোহাঞি প্ৰশাসিত বা নিয়ন্ত্ৰিত অঞ্চলসমূহ হ'ল পূবে শদিয়া, পশ্চিমে উত্তৰ লক্ষীমপুৰ মহকুমাৰ গেৰেলুৱা হৈ আৰু ব্ৰহ্মপুত্ৰ তথা ৰাজগড়ৰ মাজৰ ঠাইখিনি বুঢ়াগোহাঞিয়ে শাসন আৰু ভোগ কৰা অঞ্চল। বুঢ়াগোহাঞিৰ নিয়ন্ত্ৰণত থকা প্ৰধান ঠাইবিলাক হ'ল ফুকনৰহাট, গজলুং, লোণপানী, নৰোৱা আদি। বুঢ়াগোহাঞিৰ নিয়ন্ত্ৰিত এলেকাৰ মাজেদি সোৱণশিৰি, চাউলপুৰা, সোমদিৰি আদি উপনৈ বৈ গৈছে। বুঢ়াগোহাঞিৰ ভাগত পৰা পাইকৰ সংখ্যা ১০,০০০। ভূমি আৰু পাইকৰ জৰিয়তে বুঢ়াগোহাঞিয়ে যি উৎপাদন কৰে তাৰ এটা অংশ ৰজাক দিয়া হৈছিল। ৰজাক কি বস্তু কিমান দিব লাগিব তাৰ কোনো নিয়ম নাছিল। বুঢ়াগোহাঞি প্ৰশাসিত এলেকাৰ পশ্চিমে পিচলা পৰ্যন্ত উত্তৰ পাৰৰ ভূমি ভাগ বৰপাত্ৰগোহাঞিৰ তলত আৰু জকাইচুকৰপৰা বুৰৈ নৈ লৈকে এই অঞ্চল বৰগোহাঞি শাসিত অঞ্চল আছিল। বুঢ়াগোহাঞিৰ দৰেই বৰগোহাঞি আৰু বৰপাত্ৰগোহাঞিৰ তলত ১০,০০০ কৈ পাইক আছিল। এওঁলোকৰ মাজত ৰাজমন্ত্ৰীৰ বাব পোৱা জনে ১০০০ পাইক বেছিকৈ পাইছিল। সামাজিক মৰ্যাদাৰ ফালৰপৰা তিনিওজন প্ৰধানমন্ত্ৰীৰ ক্ষমতা সমান আছিল। এই তিনিজন প্ৰধান মন্ত্ৰীৰ পৰিষদখনেই ৰজাক দিহা-পৰামৰ্শ দিছিল। তিনিজন প্ৰধানমন্ত্ৰী সন্মিলিত হ'লে পৰিষদে যি কোনো পৰ্যায়ৰ গুৰুত্বপূৰ্ণ সিদ্ধান্ত ল'ব পাৰিছিল। যুদ্ধত এই তিনিজন প্ৰধানমন্ত্ৰীয়েও কোনো কোনো সময়ত প্ৰধান সেনাপতিৰ দায়িত্ব গ্ৰহণ কৰা দেখা যায়। ফ্ৰাচেং-মুং বৰগোহাঞি, আতন বুঢ়াগোহাঞি, কংচেং বৰপাত্ৰগোহাঞি, তনখাম (ফ্ৰাচে-মুঙৰ পুত্ৰ) আদিয়ে সেনাপতিৰ দায়িত্ব লৈ প্ৰধান যুদ্ধত ভূমিকা গ্ৰহণ কৰা দেখা যায়। বুঢ়াগোহাঞি, বৰপাত্ৰগোহাঞি, বৰগোহাঞি আদিয়ে নিজৰ এলেকাত প্ৰাণদণ্ডৰ বাহিৰে আনসকলো শাস্তিৰ বিধান কৰি শাস্তি দিব পাৰিছিল। ৰজাক নিজৰ বিশাল এলেকাৰ উৎপাদনৰপৰা কিমান ৰাজহ শোধাব তাৰ কোনো নিয়ম নাছিল; কিন্তু এনেদৰে মাৰ্কনি শোধ কৰাটো এটা পৰম্পৰা আছিল।

---

৭ *'হেমকোষ'ত বিলাত শব্দটো আহোম শব্দ বুলি উল্লেখ কৰিছে। অৰ্থ— আহোম ৰজাৰ ৰাজমন্ত্ৰী বৰগোহাঞি, বুঢ়াগোহাঞি আৰু বৰপাত্ৰগোহাঞি আদিৰ ভোগত পৰা ভূমি খণ্ড।*

বৰফুকনৰ বাবটো সৃষ্টি হয় গুৱাহাটী দখল কৰাৰ পিছত। সমগ্ৰ পশ্চিম অসম এওঁৰ তলত থকা বাবে আৰু এওঁ প্ৰধান সেনাপতি হোৱা বাবে বৰফুকনেই আছিল আটাইতকৈ বেছি পাইকান সৈন্য নিয়ন্ত্ৰণ কৰা শক্তিশালী বিষয়া। বৰফুকনৰ তলত দৰঙী ৰজাৰপৰা আৰম্ভ কৰি গোভা, নেলী, যুগুৱা, ডিমৰুৱা আদিৰ পোৱালি ৰজাসকল আছিল। ক্ষমতাৰ ফালৰপৰা বৰফুকনৰ ক্ষমতা ৰাজমন্ত্ৰীৰ সমকক্ষ। প্ৰধান সেনাধ্যক্ষ হিচাপে তেওঁৰ ক্ষমতা ৰজাৰ পিছতে সৈন্যৰ নিয়ন্ত্ৰক হিচাপে আটাইতকৈ বেছি। বৰফুকনৰ তলত থকা ফুকনসকলক লৈ এখন ছজনীয়া ফুকনৰ সভা বা পৰিষদ আছিল। বৰফুকনৰ সীমাৰ ভিতৰত নপৰা দক্ষিণ পাৰৰ সমুদায় অঞ্চল বৰবৰুৱাৰ বিলাতৰ তলত পৰিছিল। সৰ্বানন্দ ৰাজকুমাৰৰ মতে লেতেৰি, লাওখোৱা, গৰুখোৱা, টিং, চিলাবন্ধা, নগাঁও, কলিয়াবৰ, কৰিঙি, কাজিৰঙা, ধলি, ওপৰদৈয়াং, নামদৈয়াং, খিটালি, বচা, দেৰগাঁও, যোৰহাট, সোনাই, ৰংপুৰ, গড়গাঁও, মেটেকা, নাজিৰা, চৰাইদেও, কেন্দুগুৰি, বৰচলা, অভয়পুৰ আদি ঠাই বৰবৰুৱাৰ বিলাতৰ ভিতৰত পৰিছিল (৮)। সলাল গোহাঞিৰ শাসিত এলেকা, মেলদগীয়া ৰজাসকলৰ এলেকা বৰবৰুৱাৰ শাসিত এলেকাৰ ভিতৰত অৱশ্যে নাছিল বুলি ক'ব পাৰি। অন্যথা শাসনৰ সংঘাত বাঢ়িলেহেঁতেন। সম্ভৱ বৰবৰুৱাৰ ক্ষমতা সৰ্বোচ্চ শিখৰত উঠা দিনতো (দেবেৰা বৰবৰুৱাৰ দৰে) প্ৰধানমন্ত্ৰীসকল তথা সলাল গোহাঞি আদিৰ ক্ষমতাৰ তথা মৰ্যাদাৰ হানি হোৱা চকুত নপৰে। ডেকা ৰজা তথা ৰাজকুমাৰসকলৰ ক্ষমতা অৱশ্যে এনে সময়ত প্ৰশ্নবোধক হৈ পৰিছিল। আহোম ৰাজতন্ত্ৰৰ কোনো কোনো যুগত দেখা যায় বুঢ়াগোহাঞি, বৰবৰুৱা, বৰফুকন আদিৰ উপৰি অতিমাত্ৰা ৰাজ পৃষ্ঠপোষকতাত শক্তিমন্ত হৈ পৰা সত্ৰাধিকাৰসকলৰ দুই এজনেও ৰাজ্যখনৰ ৰাজনীতিৰ ওপৰত প্ৰবল প্ৰভাৱ বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছিল।

## ৫.৩ কৃষকৰ ভূমিৰ ওপৰত অধিকাৰ

আহোম ৰাষ্ট্ৰ ব্যৱস্থাত কৃষকৰ ভূমিৰ ওপৰত কিছু অধিকাৰ নামমাত্ৰ হ'লেও আছিল; কিন্তু ভূমিৰ মূল মালিকানা ৰজাৰ হাতত থকাত আৰু ৰজাই এই ভূমি বিষয়াসকলৰ মাজত ইয়াৰ আগৰ খণ্ডত আলোচনা কৰা ধৰণে ভাগ কৰি দিয়াৰ ফলত প্ৰকৃত কৃষক (পাইক)সকলৰ ভূমিৰ ওপৰত প্ৰকৃত অধিকাৰ প্ৰায় লোপ পাইছিল। তাই-আহোম পৰম্পৰা অনুসৰি কোনো লোকেই ৰাজ্যৰ ভিতৰত ভূমিহীন হৈ থাকিব নোৱাৰিছিল, অৰ্থাৎ প্ৰত্যেক মানুহে মৰ্যাদা অনুসৰি ভূমি পোৱাটো নিয়ম আছিল। সেই হিচাপে তলৰো তলৰ কৃষক জনেও ভূমি পাইছিল (৯)। এই ব্যৱস্থা পুৰণি তাই পৰম্পৰাৰ

---

*৮ সৰ্বানন্দ ৰাজকুমাৰ, পৃঃ ৩৮২।*

*৯ একে ধৰণৰ ব্যৱস্থা এটা থাইলেণ্ডতো ৰজা ত্ৰৈলোক্যৰ দিনত (১৪৪৮-৮৮) দিনত প্ৰৱৰ্তিত হৈছিল-- এই পদ্ধতিক 'চাকদি না গ্ৰেড' বা মৰ্যাদা অনুসৰি ভূমি বিতৰণৰ পদ্ধতি বুলি কোৱা হয়।*

লগত খাপখোৱা ব্যৱস্থা আছিল বুলি অনুমান কৰা হয়— যিটো উত্তৰ ব্ৰহ্ম (উত্তৰ ম্যানমাৰ), উত্তৰ লাওছ, উত্তৰ ভিয়েটনাম, দক্ষিণ-পশ্চিম য়ুন্নান আৰু তাই অধ্যুষিত অন্য অঞ্চলবিলাকত কিছু স্থানীয় পটভূমিৰ লগত সম্পৰ্ক ৰাখি প্ৰচলিত হৈছিল। তাইসকলে অসমত প্ৰচলন কৰা বিষয়া-তন্ত্ৰৰ লগত পাইক প্ৰথাৰ সম্পৰ্ক মুদ্ৰাৰ ইপিঠি-সিপিঠি সমগ্ৰ প্ৰজা আৰু সমগ্ৰ-ভূমি ৰজাৰ সম্পদ। ৰজাই অকল ভূমিকে বিষয়াবৰ্গৰ মাজত ভাগ কৰি দিয়া নাছিল, সকলো প্ৰজাকে ভূমিৰ লগতে বিষয়া, ডেকাৰজা আৰু ৰাজপৰিয়ালৰ লোক (কুঁৱৰী আৰু বৰকুঁৱৰী তথা কোঁৱৰ আদি) তথা ৰাজ পুৰোহিত আৰু ধৰ্ম-চৰ্চাত জড়িত লোকসকলৰ মাজত ভাগ কৰি দিছিল। পৰিয়াল বা বিষয়াৰ মৰ্যাদা অনুসৰি ভূমিৰ পৰিমাণ আৰু পাইকৰ সংখ্যা বাঢিছিল। মূল শাসকৰ পৰিয়াল আছিল সাত ঘৰ— এই সাত ঘৰৰ পৰাই ৰাজমন্ত্ৰী, প্ৰধানমন্ত্ৰী, ৰজা, ডেকাৰজা তথা মূল বিষয়াসকলৰ দায়িত্ব লোৱা লোকসকল আছিল। সেই হিচাপে মূল পৰিয়াল কেইটাৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণতে ৰাজ্যখনৰ বেছিভাগ ভূমি থাকি গৈছিল।

আহোম ৰাজতন্ত্ৰত ৰজাৰ বাহিৰে ভূমি বিক্ৰী কৰিবপৰা ক্ষমতা কাৰো নাছিল যদিও মূল বিষয়া তথা কুঁৱৰী আদিয়ে ভূমি দান কৰাৰ তথ্য আছে, আমি সেই বিষয়ে পিছত আলোচনা কৰিছো। পাইকে ৰজাৰ বা ৰাষ্ট্ৰই বান্ধি দিয়া মতে বছৰি তিনিমাহ গা-খাটি দিয়াৰ বিনিয়মত যি দুপুৰা ভূমি পাইছিল (১০)। সেইখিনি বিক্ৰী কৰাৰ বা আন ব্যক্তিলৈ হস্তান্তৰিত কৰাৰ অধিকাৰ নাছিল (১১)। পাইকে তিনিমাহ শাৰীৰিক শ্ৰমৰ বিনিময়ত কি পাইছিল?— মূল্য হিচাপে এই পৰিমাণটো আছিল দুপুৰা মাটিৰ খাজনা (অপৰিশোধিত)ৰ লগতে গোট পাইকৰ বাকী কেইজনে তেওঁৰ মাটিত কৰি দিয়া খেতিৰ শ্ৰমৰ মূল্যৰ সমান। কাৰণ, মূলজন পাইকৰ কামত গ'লে বাকী তিনিজনে তেওঁৰ কৃষি কৰ্ম চোৱা-চিতা কৰিছিল। হাণ্টাৰৰ মতে ভূমিৰ পৰিমাণ পাইকৰ গোটে প্ৰতি আছিল প্ৰায় পাঁচ পুৰা। তেওঁ আগবঢ়োৱা মত হেমিল্টনৰ লগত তথা আন বুৰঞ্জীবিদসকলৰ মতৰ লগত নিমিলে। তেওঁ Statistical Accounts of Assam ত লিখিছে— "Land was granted to the Baras according to the number of men furnished by them, at a fixed rate of 20 puras or about 25 acres for every four men, or 'gots of paik' (১২)। হাণ্টাৰৰ এই হিচাপ সমূলি উৰাই দিব নোৱাৰি, আহোম ৰাজতন্ত্ৰৰ প্ৰাৰম্ভতে

---

*১০ হেমিল্টনৰ মতে একগোট পাইকে ১২ পুৰা ভূমি পাইছিল। গতিকে ১জন পাইকে পাইছিল ৩ পুৰা। দ্ৰষ্টব্য : হাণ্টাৰ, Accounts of Assam, পৃঃ ২৩।*

*১১ ড. পদ্মেশ্বৰ গগৈ, The Tai and The Tai Kingoms, পৃঃ ৫৫২।*

*১২ হাণ্টাৰ, Statistical Accounts of Assam, Vol I, Page 439*

সম্ভৱতঃ এনে ব্যৱস্থাই আছিল নাইবা ইয়াতকৈ বেছি ভূমি—জনে প্ৰতি বেছি ভূমি পোৱাটো ভূমি ভঁৰাৰ প্ৰথম পৰ্বত সম্ভৱ। পিছলৈ জনসংখ্যা বৃদ্ধিৰ ফলত এনে পৰিমাণ কমিবও পাৰে। সাধাৰণতে একেটা পৰিয়ালতে যৌথ পৰিয়াল হ'লে পাইকৰ সংখ্যা এক গোট পাইক বা ততোধিক হ'ব পাৰে। আনকি পুৰণি যৌথ পৰিয়ালত কুৰিজন বা পাঁচ গোট পাইক এটা মাত্ৰ যৌথ পৰিয়ালৰপৰাই ওলোৱা সম্ভৱ। তেনে ক্ষেত্ৰত একোটা যৌথ পৰিয়ালতে একোজন বৰা বা পাইকৰ (কৰ্মী নাইবা সেনাৰ) নিম্নতম নায়ক বৰা থকাটো সম্ভৱ। পাইক পদ্ধতিত অসমৰ প্ৰতিজন কৰ্মঠ মানুহে সৈন্য বা কৰ্মী হোৱাটো বাধ্যতামূলক। গতিকে অসমত যুদ্ধ (আত্মৰক্ষা বা প্ৰতিৰক্ষামূলক)ৰ বাবে সেনা আৰু যুদ্ধৰ ৰচদ উৎপাদনৰ বাবে সেনা আৰু যুদ্ধৰ ৰচদ উৎপাদনৰ বাবে কৰ্মীৰ অভাৱ স্বাভাৱিক সময়ত কেতিয়াও হোৱা নাছিল। ভাৰতৰ প্ৰবল পৰাক্ৰান্ত বাহিনীক পৰাভূত কৰিব পৰাকৈ লাখ হিচাপে সৈন্য পৰিচালনা কৰিব পৰাটো কেৱল পাইক প্ৰথাৰ বাবেহে সম্ভৱ হৈছিল।

## ৫.৩ খেল-ব্যৱস্থা আৰু শ্ৰম-বিভাজন

মোমাই তামুলী বৰবৰুৱাৰ দিনতে দেশৰ জন-সংখ্যাৰ এটা পিয়ল কাৰ্য কৰা হৈছিল আৰু এই পিয়লকাৰ্যৰ পিছতে দেশৰ সমুদায় প্ৰজাক বিভিন্ন খেলত ভাগ কৰা হৈছিল। ই বৃত্তিগত (Trade-Wise) শ্ৰম বিভাজন সম্পূৰ্ণ কৰাত প্ৰভাৱ বিস্তাৰ কৰিছিল। বৃত্তি অনুসৰি খেলবোৰৰ একোখন বা একাধিক গাঁও প্ৰতিষ্ঠা কৰাৰ ফলত বৃত্তিগত বিভাজনে স্থানগত বিভাজন বা ভৌগোলিক শ্ৰম-বিভাজনৰ প্ৰথম পৰ্বৰ ভিত্তি ৰচনা কৰিছিল। সোণ কমোৱা সোণোৱাল, কমাৰ, কুমাৰ, খনিকৰ, কুকুৰাচোৱা, হাতু চুৰ্তী, খৰিযোগনীয়া, হাতীশলীয়া, ঘোঁৰাশলীয়া, শেনচোৱা, নাওশলীয়া, তেলী, তাঁতী, বেজ বা নাপিত, ধুবি, চমাৰ, হাৰী, মলাকৰ, আৰণধৰা, কাপোৰ ধৰা, দোলাভাৰী, ঢুলীয়া, মলীয়া আদি প্ৰতিটো বৃত্তিৰ লোক ৰাজতন্ত্ৰই ঠিক কৰি দিছিল। তেলী, মালি, কৈৱৰ্ত, হাৰী আদি খেলবোৰ স্থায়ী হোৱাৰ ফলত এনে খেলবোৰেই পিছলৈ স্থায়ীভাৱে জাতত পৰিণত হোৱা দেখা যায়। চাওদাং তেনে এক খেল যাৰ কোনো গোষ্ঠীভিত্তিক ভিন্নতা নথকা সত্ত্বেও অৰ্থাৎ একে নৃগোষ্ঠীৰ হোৱা সত্ত্বেও এটা সুকীয়া জাতৰ বিকাশ হোৱা দেখা গৈছে। ৰাজকীয় বৌদ্ধিক কৰ্ম তথা প্ৰশাসনিক কৰ্মত জড়িতসকলৰ ক্ষেত্ৰত এনে বৃত্তিয়ে সুকীয়া জাতৰ বিকাশ সাধন কৰা দেখা নাযায়।

মোমাই তামুলী বৰবৰুৱাৰ দিনত বৃত্তি অনুসৰি তাঁতী, তেলী, কমাৰ, কুমাৰ, সোণাৰী, নাওশলীয়া, খনিকৰ, বেজ(নাপিত), মালি, কঁহাৰ, চমাৰ, আদিক ঠায়ে ঠায়ে পতাত ভৌগোলিক শ্ৰম-বিভাজন হৈছিল। তাঁতীসকলক শুৱালকুছিত, তেলীক বামদিয়াত,

কঁহাৰক হাজো তথা সাৰ্থেবাৰীত পতাত ভৌগোলিক শ্ৰম বিভাজন অতি সুসংগঠিত বা স্থায়ী ৰূপত হোৱা দেখা যায়।

উৎপাদনশীল কামত অংশগ্ৰহণ কৰোঁতাসকলে ৰজাৰ নিৰ্দেশমতে খেলৰ উৎপাদনশীল কামত নিয়মিত অংশগ্ৰহণ কৰি উৎপাদিত পণ্যৰ এটা অংশ ৰজাক কৰ হিচাপে শোধাবলগীয়া হৈছিল। উদাহৰণস্বৰূপে সোণোৱালে উৎপাদন কৰা সোণৰ একাংশ— ৫টকা মূল্যৰ সোণ কৰ হিচাপে পৰিশোধ কৰিব লাগিছিল প্ৰতিজন সোণোৱালে। এইটো বাধ্যতামূলক আছিল। একেদৰে বৃত্তিগত কামত নিয়োজিত সোণাৰী, কমাৰ, কুমাৰ, কঁহাৰ, তেলী, মালি, ধোবা, শিলাকুটি, লোণ আৰু ঘিউ যোগানকাৰী বা বেপাৰীসকলে কৰ আদায় কৰিছিল (১৩)। বৃত্তিগতভাৱে কিছুমান কৰ্মত নিয়োজিত থকা লোকে কৰ দিয়াটো বাধ্যতামূলক আছিল বাবে এইটো সহজবোধ্য যে এনে বৃত্তিগত কৰ্ম দেখাত বাধ্যতামূলক নাছিল। কিন্তু খেল হিচাপে উৎপাদন নিয়ন্ত্ৰণ থকা বাবে এনে বৃত্তি এৰি যোৱাটো সম্ভৱ নাছিল। উদাহৰণস্বৰূপে কোনো কমাৰৰ খেলৰ ব্যক্তিয়ে নিজৰ খেলৰ কাম এৰি যোৱাৰ সুবিধা নাছিল, তদাৰকী খেলৰ বৰাই নিম্ন পৰ্যায়ত আৰু ক্ৰমান্বয়ে ওপৰৰ বিষয়াই কৰিছিল। প্ৰতিজন বৃত্তিয়াল লোকে উৎপাদন কৰা আৰু উৎপাদনৰ দেয় অংশটো ৰজাক দিয়াটো বাধ্যতামূলক হোৱাত এই ব্যৱস্থা এসময়ত উৎপাদনৰ কাৰক হৈছিল সত্য; কিন্তু ইয়েই পাইকৰ খেলৰ লগত ৰাজতন্ত্ৰৰ সংঘাত বৃদ্ধিত প্ৰভাৱ পেলাইছিল। খেলৰ দায়িত্ব চম্ভালি লৈ কোনো কাৰণত কাম কৰিব নোৱাৰা ব্যক্তি সাধাৰণতে শাস্তিৰ সন্মুখীন হৈছিল। হাতী ধৰা কামত গাফিলতি কৰা বুলি প্ৰতাপ সিংহৰ দিনত শ্ৰীশংকৰদেৱ, হৰি জোঁৱাই তথা মাধৱদেৱ আদি শাস্তিৰ সন্মুখীন হ'বলগীয়া হোৱাটো ইয়াৰ উদাহৰণ।

পাইক প্ৰথাত ভূমিৰ ওপৰত স্থায়ী অধিকাৰ স্বীকৃত নহ'লেও সাধাৰণতে অপৰাধমূলক কাৰ্যত অংশগ্ৰহণ নকৰিলে কোনো কাৰণতে ভূমিৰপৰা কৃষকক উচ্ছেদ কৰাৰ উদাহৰণ নাই। সম্ভ্ৰান্ত বংশৰ মানুহৰ ক্ষেত্ৰত মাটিৰপৰা কোনো ব্যক্তিক উচ্ছেদ কৰাটো ৰজাৰ বাবেও সম্ভৱ নাছিল। উদাহৰণস্বৰূপে গড়গাঁও নিৰ্মাণ কৰিবৰ বাবে মাটি অধিগ্ৰহণ কৰিবৰ সময়ত ৰজাই হেমেনাৰ মাটি অধিগ্ৰহণৰ সময়ত হেমেনাই মাটি এৰি দিবলৈ অস্বীকাৰ কৰি কৈছিল "মোৰ আৰাকটা মাটি, ৰজা কি?" এইটো সাধাৰণ প্ৰজাৰ বাবে সম্ভৱ নহ'লহেঁতেন হয়তো। হেমেনা থাওমুংক্সন (বৰগোহাঞি)ৰ বংশৰ, গতিকে মাটিৰ ওপৰত থকা তেওঁৰ অধিকাৰ ৰজায়ো সম্ভৱ ডাঙৰীয়াসকল অসন্তুষ্ট হোৱাৰ ভয়ত হেমেনাক উচ্ছেদ কৰাৰপৰা বিৰত আছিল। এই কথাটো উল্লেখ কৰি "ইতিহাসে সোঁৱৰা

---

*১৩ সৰ্বানন্দ ৰাজকুমাৰ, উক্ত গ্ৰন্থ : পৃঃ ১৮৩। *১৪ সৰ্বানন্দ ৰাজকুমাৰ, পৃঃ ৩৯১।

ছশটা বছৰ'ত কৈছে মাটিৰ ওপৰত থকা অধিকাৰৰ কথা (১৪)। প্ৰকৃততে মূল ডাঙৰীয়াসকলে ভূমি দান দিয়া বা হস্তান্তৰিত কৰাৰ অধিকাৰো আহোম ৰাজত্বৰ পিছৰ পৰ্যায়ত লাভ কৰিছিল। এই বিষয়ে আমি পিছত আলোচনা কৰিছো। পাইকৰ ক্ষেত্ৰত ভূমিৰ ওপৰত অধিকাৰ সাব্যস্ত কৰে ৰজা ৰুদ্ৰসিংহৰ দিনত। তাৰ আগলৈকে ভূমিৰ ওপৰত অধিকাৰ থকাটো স্বীকৃত নাছিল বুলি অনুমান কৰিব পাৰি। ডাঙৰীয়াসকলকো যে ভূমিৰ অধিকাৰৰপৰা ৰজাই বঞ্চিত কৰিব পাৰে তাৰ উদাহৰণ হেমেনাৰ ক্ষেত্ৰতে আছে। হেমেনাৰ মৃত্যুৰ পিছত হেমেনাৰ মাটি ৰজাই অধিগ্ৰহণ কৰিছিল। গতিকে হেমেনাই মাটি এৰি নিদিয়াটো নিজৰ সাহস বা বীৰত্বৰ ফলতহে সম্ভৱ হৈছিল, সেইটো ৰাজাজ্ঞা অস্বীকাৰ কৰাৰ সমতুল্য, যিটো সাধাৰণ প্ৰজাই কৰাটো কেতিয়াও সম্ভৱ নাছিল।

## ৫.৪ ভূমিদান ৰজাৰ একচ্ছত্ৰী অধিকাৰ

আহোম ৰাজত্বকালত মন্দিৰ, দেৱালয় আদিত বিস্তৰ ভূমি আৰু পাইক দানৰ প্ৰক্ৰিয়া আৰম্ভ হয় গদাধৰ সিংহ (১৬৮১-১৬৯৬) ৰ দিনৰ পৰা। ভূমি আৰু পাইক একেলগে বান্ধি দিয়াটোৱে বুজাই যে ৰজাৰ অধিকাৰত অকল ভূমিয়েই নাছিল— প্ৰজা (পাইক)ও আছিল। আৰু এটা তাৎপৰ্যপূৰ্ণ কথা হ'ল এনে ভূমি আৰু পাইক দানৰ ফলিবিলাকত ক্ৰমান্বয়ে বৰ্ধিতভাৱে সংস্কৃতৰ ঠাইত অসমীয়া ভাষাৰ ব্যৱহাৰ। চামধৰা গড়ৰ ৰণ-জয়ৰ শিলৰ ফলি (১৫৩৮ শক) প্ৰতাপ সিংহ (১৬০৩-১৬৪১ চন)ৰ আৰম্ভণি সংস্কৃত ভাষাত আৰু পিছৰখিনি অসমীয়া ভাষাত। তেতিয়া ব্যৱহাৰ হোৱা অসমীয়া ভাষাৰ ই সুন্দৰ উদাহৰণ। বাঁহগৰীয় বুঢ়াগোহাঞিৰ ৰণ-জয়ৰ শিলৰ ফলি আৰু নামজানি লাচিত বৰফুকনৰ শিলৰ ফলি দুয়োখনেই শৰাইঘাটৰ যুদ্ধৰ লগৰ বছৰৰ ফলি। বুঢ়াগোহাঞিৰখন অসমীয়া ভাষাত, লাচিত বৰফুকনৰখন সংস্কৃত ভাষাত। লাচিত বৰফুকনৰখনত অকল লাচিতৰ; কিন্তু আতন বুঢ়াগোহাঞিৰখনত আঠাইকেইজন সেনাপতিৰে নাম থকাটো উল্লেখযোগ্য পাৰ্থক্য (১৫)। তৃতীয় ফলিখনৰ ভাষা এনে ধৰণৰ :

'শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱ স্বৰ্গদেৱ মহাৰাজৰ
মন্ত্ৰী বাঁহগড়ীয়া বুঢ়াগোহাঞী ঔ বৰফুকন
বৃহৎগোহাঁহি ফুকন বৃহৎ ফুকন বৃহৎ

১৫ সম্ভৱতঃ সংস্কৃতত ৰচনা কৰা লাচিতৰখন আগৰ। কোনো কাৰণত ৰণী সেনাপতিসকলৰ নাম নথকাত আতন বুঢ়াগোহাঞিয়ে কনাই বৰুৱা ৰোৱা শিলতে দ্বিতীয়খন ফলি লিখোৱালে, তাতো কিছু নাম বাদ পৰাত দ্বিতীয়খনৰ নাতিদূৰত তৃতীয়খন লিখোৱালে।—লিখক

দিহিংগীয়া সন্ধিকৈ ফুকন সমন্বিতে
চৈয়দ চানা চৈয়দ ফিৰোজক মাৰি গড় নির্মিতং
আঘণ মাহ। শক ১৫৮৯' (১৬)।।

গদাধৰ সিংহই প্রদান কৰা বিশ্বেশ্বৰ মন্দিৰৰ ফলিত আছে "এই ব্রাহ্মণক পোষণার্থে দেৱালয়ৰে ৪ মানুহ নিৰন্ধকৈ দি আৰু বঙাল মানুহ গৰিয়া ৩ ডোম ১ তেৰ্ভেধিবিন ১ সইবৰ পথাৰত চযগু খবৰ (?) মাটী উৎসর্গা কৈ দিলে ১৬০৫" (১৭)। গদাধৰ সিংহৰ দিনৰ ফলিত সংস্কৃত লিখা উমানন্দ মন্দিৰৰ ফলিত ভূমি আৰু পাইক দান কৰা হৈছে এইদৰে—

"দৌল-প্রতিষ্ঠায়াঃ ক্ষেত্রীভাগান্তর্গত
—ক্ষুদ্রচাংসাৰি-গ্রামস্থ-ভূমি সহিতে।
যড-বিংশতি জনাঃ দত্তাঃ"

গদাধৰ সিংহই ইয়াত নিজকে "শ্রীশ্রীমৎ স্বৰ্গনাৰায়ণদেৱ— সৌমাৰেশ্বৰ গদাধৰ সিংহ" বুলি উল্লেখ কৰিছে। ইয়াৰ পিছত ৰুদ্র সিংহয়ো নিজকে একেদৰে শ্রীশ্রীমৎ-স্বৰ্গনাৰায়ণদেৱ— সৌমাৰেশ্বৰ" বুলি উল্লেখ কৰি ভূমি আৰু পাইক দান কৰা কেবাখনো ফলি আছে।

আহোমৰ দিনত ৰাজ আজ্ঞা লৈহে কোনো বিষয়াক ডাঙৰীয়াই ভূমি দান কৰিব পাৰিছিল। এই কথাটোৱে প্ৰতীয়মান কৰে যে বিষয়া বা ডাঙৰীয়াসকলৰো ভূমিৰ ওপৰত যি অধিকাৰ আছিল সি নামমাত্র— ৰাজ নির্দেশভিত্তিক অধিকাৰ। ৰুদ্র সিংহৰ দিনৰ এখন ভূমি দানৰ ফলিত ৰুদ্রসিংহৰ অনুমতি লৈ বৰবৰুৱাই দান কৰা ভূমি আৰু পাইকৰ কথা আছে এনেদৰে—

"শ্রীশ্রীস্বৰ্গনাৰায়ণ-মহাৰাজাধিৰাজ-ৰুদ্রসিংহদেৱং সংপ্রার্থদায় শ্রীপৰমেশ্বৰ-চৰণ-পঙ্কজ-পৰায়ণ-গুণ-গণ-ভাজন- শ্রীমদ্দিহিংগিয়া-বড বড়ুৱাবাখ্যাত্মজ-বড় বড়ুৱা-সংজ্ঞকেন স্বনির্মিত-তড়গ-পালন-তজ্জল-দানায় ধৰ্ম্মার্থং সমুৎসৃজ্য পৰিবাৰ সহিতং হৰি-কৃষ্ণ- বাসুদেৱ ভৰত-ৰামহৰি-অবদ্ধ-সাজ্ঞকাঃ ষড়ব্রাহ্মণা দত্তা বিংশতি পুটক-পৰিমিত -বাটী দ্বাদশ-পুটক-পৰ্বিমিত- ৰোপন ভূমী চ তেভ্যোদত্তা। অতোহনৌৰবাস্যাঃ।।"

হৰি, কৃষ্ণ, বাসুদেৱ, ভৰত, ৰামহৰি এই ছয় গৰাকী ব্রাহ্মণক ২০ পুৰা বাৰী মাটি আৰু বাৰপুৰা খেতিৰ মাটি ৰুদ্রসিংহ মহাৰাজৰ অনুমতিলৈ দান কৰা আৰু অন্যক এই

---

*১৬ প্রাচ্য শাসনাৱলীৰ পাঠত আছে 'ঔৰৱ' আৰু মহেশ্বৰ নেওগদেৱে দিয়া টোকাত ঔ আৰু ৰব ভিন্ন হোৱা ভাল বুলি উল্লেখ কৰিছে। তেহে পাঠ শুদ্ধ হয়।*

*১৭ বিশ্বেশ্বৰ মন্দিৰ অচিনাক্ত। ইয়াত মাত্র উদ্ধৃতি দিয়া হৈছে পাইক আৰু মাটি একেলগে নির্দিষ্ট কৰি দিয়াটো লেখত লবলৈ।*

ভূমি ভোগ কৰিবলৈ নিষেধ কৰাৰপৰা এটা কথা সুন্দৰভাৱে প্ৰমাণ হয় যে ৰাজ আজ্ঞা লৈহে দিহিঙীয়া বৰবৰুৱাৰ পুত্ৰ বৰবৰুৱাই বৰবৰুৱা নামে ঠাইত (নিজৰ প্ৰশাসনিক এলেকাত পৰা ঠাইত) পাইকসহ (পাইকৰ সংখ্যা নাই) ভূমি দান কৰিব পাৰিছিল।

ৰুদ্ৰ সিংহই জয়সাগৰৰ সদাশিৱ মন্দিৰ আৰু জয়সাগৰৰ কেশৱৰায় মন্দিৰৰ বাবে ভূমি দান কৰা তাম্ৰলিপি অধিক তাৎপৰ্যপূৰ্ণ। এই দুই মন্দিৰত ভূমিদান কৰিছে ৰজাই নিজে। ভূমিৰ লগত পাইক দানৰ কথা স্পষ্ট নহয়। বৰং দান গ্ৰহণকাৰী ব্ৰাহ্মণক 'সমস্তে ৪ জনে একো পাইকৰ দৰে' সদাশিৱক সেৱা কৰিবলৈহে আহ্বান জনাইছে। সংস্কৃত আৰু অসমীয়া উভয় ভাষাতে লিখা ফলিৰ লিপিৰ অসমীয়া অংশ এনে—

"স্বস্তি সদাশিৱ-দেৱতায়ৈ,

শ্ৰীৰুদ্ৰসিংহ-মহাৰাজো মূৰ্ত্তিং প্ৰতিষ্ঠাপ্য মন্দিৰ-সহিত মুণ্ডসজ্যাকৰান্তমন্তি ভুজ-ৰস-চন্দ্ৰ-শাকে ১৬২২"

বিদ্যানিধিক মুখ্য কৰি সুৰথ দশৰথ জগন্নাথ এই ব্ৰাহ্মণ ঘৰক ব্ৰহ্মাদিকৰ্মত দিলো (১৮)।

আৰে ব্ৰহ্মাকৰ্মত স্থিতত কৰি যে অধিক থাকে পাচলৈ বা এইসকলৰ সন্ততিয়ে ন্যূনাধিক হয় সমস্তে ৪ জন একো পাইকৰ দৰে যথাযোগ্য ব্ৰহ্মকৰ্ম মুখ্য কৰি নীলকণ্ঠ পাঠচন্দ্ৰ চামৰধাৰণ কৰ্মত থাকি সদাশিৱ সেৱা কৰিব।

এদৰ্থং ৰুদ্ৰসিংহনৃপতিঃ কৃতাঞ্জলিভূৰ্ত্বা ভৱিষ্যদ্ভূতপান প্ৰাৰ্থয়তে স্ম হে ভূপা যূয়ং ধৰ্মোপথোল্লঘনং মা কুৰুত (।) শাস্ত্ৰীয়া- যুক্তিমনুসৃত্যাপ্যেতন্ন কৰ্তব্যং (।) যত্ৰ শাস্ত্ৰং তত্ৰ ধৰ্ম্মং যত্ৰ হি ধৰ্ম্মঃ তত্ৰ হৰিঃ সন্তু হৰিঃ স এৱ ৰাজা (।)

অতো ৰাজ্ঞা বেদলঙ্ঘনমনুচিতমিতি (।) অতস্তানন্যত্ৰ কৰ্মনি যে ভূপা নিয়োক্ষিষ্যন্তি (,) তেষাং কৰম্বাগ্ৰীষ্যন্তি (,) তে পাতকিনো ভৱিষ্যন্তীতি (।।)

বিদ্যানিধিক মেটেকাত ভূমি উৎসৰ্গমি দিছে ১০ পুৰা (।)" (১৯)

ইয়াত সদাশিৱৰ সেৱাৰ বাবে ব্ৰাহ্মণৰ চাৰিজনীয়া গোট এটাক মন্দিৰৰ নামত দিয়া হৈছে আৰু সদাশিৱৰ সেৱাত তেওঁলোক যাতে নিয়োজিত থাকিব পাৰে সেই উদ্দেশ্যে ১০ পুৰা ভূমি মেটেকাত দান কৰা হৈছে। ব্ৰাহ্মণসকলক যাতে কোনেও অন্য কামত নিয়োজিত নকৰে সেইটোও লিপিত আজ্ঞা কৰা হৈছে।

জয়সাগৰ কেশৱ ৰাই মন্দিৰত ব্ৰাহ্মণক অৰ্পণ আৰু ভূমি দানৰ লিপি পূৰ্বোক্ত

---

১৭ 'ইয়াত ব্ৰাহ্মণ ঘৰক ব্ৰহ্মাদি কৰ্মত দিলো' বোলা হৈছে লগতে কোৱা হৈছে '৪ জনে একো পাইকৰ দৰে' সেৱা কৰিব। — নিহিত অৰ্থ এইটো হয় যে ব্ৰাহ্মণসকলক মন্দিৰৰ নামত দিয়া হৈছে যাতে তেওঁলোকে সদাশিৱৰ সেৱা কৰে বিনা চিন্তাই।

১৮ দ্ৰষ্টব্য : প্ৰাচ্য শাসনাৱলী, পৃঃ ১০৫।

লিপিৰ সৈতে একেধৰণৰ। ইয়াতো কোৱা হৈছে—

"স্বস্তি কেশৱৰাই-নামধেয়-বিষ্ণু-দেৱতায়ৈ

শ্রীৰুদ্রসিংহ-মহাৰাজো মূর্তিং প্রতিষ্ঠাপ্য মন্দিৰ সহিতমুৎসৃজ্যাকল্পান্তক্ষি-ভূজ-ৰস-চন্দ্র-শাকে ১৬২২

মুকুন্দক মুক্ষ কৰি কৃপাল কৃষ্ণগতি ৰামসৰস্বতী-পৰশুৰাম জইৰাম জগন্নাথ পদ্মমিশ্র গোবিন্দ মিশ্র এই ব্রাহ্মণঘৰত ব্রহ্মাদি কৰ্মত দিলো। আৰে ব্রহ্মকৰ্মত স্থিতত কৰি জেঅধিক থাকে পাছলে এইসকলৰ সন্ততিয়ে ন্যূনাধিক হয় সমস্তে চাৰিজনে একো পাইকৰ দৰে জথাজোগ্যে ব্রহ্মকর্ম মুক্ষ্য কৰি গীতাপাঠ চত্র চামৰধাৰণ কৰ্ম্মত থাকি ঈশ্বৰ সেবা কৰিব।"

এইখন ফলিতো কোৱা হৈছে "যস্তুহৰি স এব ৰাজা"। মুকুন্দ নামৰ ব্রাহ্মণক মেতেকা গাঁৱত "পঞ্চদশ সংখ্যা পুটক-ভূমিকা" উৎসৃজ্য দত্তা বুলি পঞ্চাছ পুৰা মাটি দান দিছে।

এই দুয়োখন ফলিতে ৰজাই য'তেই সদাশিৱ তাতেই ৰজা নাইবা য'তেই হৰি তাতেই ৰজা বুলি কৈ অকল ভূমি বা ৰাষ্ট্রৰ ত্রাণকর্তাই নহয়— নিজকে ধৰ্মৰো ৰক্ষক ৰূপত প্রতিষ্ঠা কৰিছে। সামন্ত ক্ষমতা বিস্তাৰৰ এইটো হ'ল শীৰ্ষ ৰূপ। ইয়াত ৰজা সাধাৰণ দান কৰোঁতা নহয়, ৰজা হ'ল সদাশিৱ আৰু হৰি উভয়ৰে ৰক্ষক— ব্রাহ্মণক হৰি আৰু হৰৰ চৰণত ৰজাই দান কৰিছে, আনহাতে ব্রাহ্মণক দান কৰিছে পৰ্যাপ্ত ভূমি— যাতে এই ভূমিৰ উৎপাদন ভোগ কৰি ব্রাহ্মণে হৰি আৰু হৰৰ সেৱা কৰি বৰ্তি থাকিব পাৰে।

ভূমি দানৰ ক্ষেত্রত সম্ভৱতঃ শিৱ সিংহ সবাৰো ঊর্ধত। প্রমত্ত সিংহৰ দিনতো বহু মঠ-মন্দিৰ নির্মাণ আৰু ভূমিদানৰ উদাহৰণ আছে। শিৱসিংহৰ দিনৰ আঠাইছখন ভূমিদানৰ ফলি লিখকে অধ্যয়ন কৰিছে। এই ভূমিদানৰ ফলিবোৰ শিৱসিংহই নিজে প্রদান কৰা নহয়। তেওঁ গুৱাহাটীৰ বৰফুকনৰ হতুৱাই বেছি ভাগ কামৰূপৰ মন্দিৰত দান কৰোৱায়। কাশীনাথ তামুলীফুকনৰ বুৰঞ্জী মতে পৰ্বতীয়া গোসাঁইৰ আজ্ঞানুসাৰে দেৱতাৰ পূজাৰ সকলো ব্যৱস্থা শিৱসিংহৰ দিনত কৰোৱা হয়, অলক্রান্ত আৰু দীৰ্ঘেশ্বৰীত দৌল বন্ধা হয় আৰু দেৱালয়বিলাকত ব্রহ্মোত্তৰ দান কৰি ব্রাহ্মণসকল চলাৰ সুবিধা কৰি দিয়া হয়। অন্য স্থানত অৱশ্যে বিশেষকৈ ফুলেশ্বৰীৰ মৃত্যুৰ পিছত দান শিৱসিংহই অন্য ৰাণীৰ সহিতে যুগ্মভাৱে কৰে। ভূমি আৰু পাইক একেলগে দান কৰাৰ নমুনা কেইখন মাত্র লিপিৰ পাঠৰ ওপৰত ভিত্তি কৰি আমি দাঙি ধৰিলো।

'সিদ্ধেশ্বৰ দেৱালয়ৰ ভূমিদানৰ তাম্রৰ ফলিত আছে(১৯) "কামৰূপ দেশৰ বড়ুৱা বড়কায়স্থ ও চৌধাৰি পাটোৱাৰি ও তালুকদাৰ ও ঠাকুৰিয়া সকলো সাৱহিতে জানিব

১৯ *প্রাচ্য শাসনাৱলী, পৃঃ ১৬-১৭ দ্রষ্টব্য।*

বড়বংগেশ্বৰ পৰগণাৰ মজালি তালুক বংগনগৰ গ্ৰামৰ চতুহ্হদে সাবশেষ জল জমি আদানি কৰি পূৰ্বে ৰদেৱপূজাথে দিয়া ১৬০১ শকত বুঢ়াজনা দিয়া মাটি ১৩০ পুৰা এই মাটি ক্ষেত্ৰিত ১৭ ভিতৰখলা তালুক বড়গোগ গ্ৰামত ৪৩ সীমানী নাপাইছিল কাৰণে এই মাটীৰ খল মুৰলী উবাৰ দলনি ৪০ বংগেশ্বৰত ২০ মাজেৰ দলত উবাৰ ১০ সং বংগেশ্বৰত পাই ২।। পোৱা সহিতে দিছে। আৰু চাৰি হৃদৰ ভিতৰত যি ব্ৰহ্মোত্তৰ আছে বছৰি দৌল যাত্ৰাত নৈবেদ্য কাৰণ দিব জি সত্ৰ পাতি মেধি ভকত আছে তাৰাও তিথি পূৰ্বে গীত বাদ্যাদি কৰিব ৰ নিৰ্মালিৰ লৈ থাকিব। দুয়োজনা দিয়া এইৰূপ দত্ত প্ৰমাণপত্ৰ জিৰ্ন হৈল কাৰণ এখন তাম্ৰপত্ৰ কৈ দিয়া গ'ল পূৰ্ব্বৱতে ইহ সকলৰ চকি হাটৰ দান খুট কৰ কাটল পদ পঞ্চক চোৰ চিনলা ধুমুচি মাৰেচা যৰক্ষাৰাদি সৰ্ব্ব বাব পৰিত্যাগ কৰি দিয়া গল। ইহত অন্যথা আচৰিলে সৰ্বতো ভ্ৰষ্ট হৈবেক ইতি। শক ১৬৪৫-৯ চৈত্ৰ।" — ইয়াত দেখা যায় ব্ৰহ্মোত্তৰ মাটি দান দিয়া বুঢ়াজনা স্বৰ্গদেৱৰ দিনৰ কাগজ-পত্ৰ দীৰ্ণ হোৱা বাবে বা নাশ পোৱা বাবে নতুন তাম্ৰপত্ৰ কৰি দিয়া হৈছে। মাটি সকলো ধৰণৰ কৰ মুক্ত কৰি দিয়া হৈছে। দৌলযাত্ৰাত নৈবেদ্য দিয়া আৰু সত্ৰপাতি থকা সকলো ভকত মেধিয়ে তিথি-পৰ্বত গীত, যাত্ৰা কৰিবৰ বাবেও লিপিত কোৱা হৈছে।

ইয়াত কামৰূপৰ ভূমিৰ গৰাকী বা মুছলমানৰ শাসন তথা কোচৰ শাসনৰ যুগৰপৰা থকা নাইবা নতুনকৈ হোৱা সকলেও বজাই দিয়া নিৰ্দেশ মানিবলৈ আৰু সেইমতে কাম কৰিবলৈ কোৱা হৈছে— ইয়াৰ অন্যথা কৰিলে "সৰ্বতো কষ্ট" হ'ব। ৰাজ প্ৰতিপত্তিৰ বিস্তাৰৰ ই প্ৰত্যক্ষ নমুনা।

দেৰগ্ৰাম বা দেৰগাঁৱৰ শিবদ'লৰ তাম্ৰৰ ফলিৰ লিপিৰ কথাখিনি ভূমি আৰু পাইকদানৰ ব্যৱস্থাটোৰ সম্যক উদাহৰণস্বৰূপ। ব্ৰাহ্মণ নিয়োজিত কৰাৰ অধিকাৰ, ব্ৰাহ্মণক ব্ৰহ্মোত্তৰ ভূমিদানৰ অধিকাৰ, 'অকুলিন' পাইকৰ ঠাইত 'কুলিন' (ব্ৰাহ্মণ) পাইক নিযুক্ত কৰা আদিৰ উদাহৰণ একেখন ফলিতে সুন্দৰভাৱে বিদ্যমান। ইয়াত কোৱা হৈছে—

"শ্ৰীহৰগৌৰীৰ পাদপদ্মত ভ্ৰমৰ-ভ্ৰমৰীৰ সদৃশ শ্ৰীশিবসিংহ মহাৰাজা শ্ৰীমদম্বিকা মহিষী সহিতে দেৱগ্ৰামৰ আগমাচাৰ্যৰ প্ৰতিনিধি কৰি তাঞিৰে পুত্ৰ শ্ৰীবানেশ্বৰ ব্ৰাহ্মণক উমা মহেশ্বৰ উভয় দেৱতাৰ পূজন-কৰ্ম্মত আচাৰ্য ৰূপে নিয়োজন কৰি দিলে। এই ব্ৰাহ্মণৰ পুত্ৰ পৌত্ৰাদিক্ৰমে এই কৰ্ম্মতে থাকিব (।) এইসকলৰ অশৌচাদি ব্যৱধানত এইসকলে পাত্ৰ দ্বাৰাই এই কৰ্ম্ম কৰাব।

আৰু শ্ৰীচন্দ্ৰসিংহ মহাৰাজাএ ১৬২৬ শকৰ মাঘ মাহত সদাশিৱৰ গৃহ প্ৰতিষ্ঠা কৰ্ম্মত দক্ষিণাৰূপে আগমাচাৰ্য্য ব্ৰাহ্মণক প্ৰতি খুটুকাতলি ক্ষেত্ৰত ৩৬ পুৰা ভূমি উৎসৰ্গি দিলে,

সেই লগতে মানুহ ৬ ঘৰকো উৎসৰ্গি দিলে। তাৰে জাতিৰ নামত লিখা ব্ৰাহ্মণ চুটি। পুতেক হৰাম। ৰঘু। ভতিজাক বেটুৱা কোচ কেঁচা সাল। নাপিত জিবন। পুতেক ভেলাই। ধোবা সতুসন। চুটিয়া ৰামগতি। পুতেক ভদিয়া। থোলাই। মন্দিৰৰ পুতেক হৰিহৰ। খামচংগ। কলিয়া। ডোম মাগন।

আৰু শিৱসিংহ মহাৰাজাএ ১৬৪৬ শকৰ মাঘ মাসত শান্তিকৰ্ম কৰাই বাণেশ্বৰ ব্ৰাহ্মণক প্ৰতি বেতিয়নি ক্ষেত্ৰত ২০ পুৰা ভূমি উৎসৰ্গি দিলে।

আৰু ১৬৪৭ শকৰ আষাড়ৎ শ্ৰীশিৱসিংহ মহাৰাজাএ বৰজনা ৰাজা সতিহে বাণেশ্বৰ ব্ৰাহ্মণক বিবাহ দিলে। সেই লগতে লাহন বচাৎ ৮০ পুৰা ভূমিকো উৎসৰ্গি দিলে।

আৰু ১৬৬৩ শকত বৰজনা ৰাজাৰ কৰ্মত উৎসৰ্গা মাটিৰ ১০ পূৰা মাটি বেতিয়নি ক্ষেত্ৰত বাণেশ্বৰ ব্ৰাহ্মণক দিলে আৰু ১৬৬০ শকৰ আষাৰ মাসত শ্ৰীশিৱসিংহ মহাৰাজায়ে দেৱগ্ৰামৰ বিজয়সাগৰ পুখুৰীৰ অকুলিন পাইক দুটাক পাণি দিবলৈ অযোগ। দেখি তাৰে সলনি পাণি দিয়াকৈ ব্ৰাহ্মণ পাইক দুটা পুখুৰিৎ দি আৰু দিহা খাতৰ খাতোৱাল ভদিযা বড়াৰ কুড়িৰ ডোম পাইক দোপোৱা আৰু মৈদমিযাৰ কেওট পাইক এপোৱা এই তিনিটা পাইকক খেলত কাকত কাটি হাতত আদি ঘৰবন্দীকৈ দেৱগ্ৰামৰ বড়ুৱা বাণেশ্বৰ ব্ৰাহ্মণক প্ৰতি দিলে। আৰু নামকচা পুখুৰিৰ চুটিযা বেংগেনা কলিয়াৰ পুতেক আঘণা নাতিযেক ডমাই লৰা জুগি (।) ভকতৰ পুতেক মুকুণ্ড। তাৰে পুতেক হৰিজয় হৰিমন লৰা নাতিয়েক হৰিনাথ। কুৰাধৰিযা হৰিচৰণ পুতেক মনাই। ভতিজাক সঞ্জয়। তিনিজন লৰা। দিহা খাতোৱাল ডোম কলিযাৰ পুতেক মুকুতা। চিৰাম। নাতিযেক জযৰাম লৰা মৈদমিয়া কেওট ফৰিংগ। ৩ টা লৰা ৬ টি। এই মনুষ্য-মৃত্তিকা উপভোগ কৰি ব্ৰাহ্মণে পুত্ৰ-পৌত্ৰাদিক্ৰমে উভয় দেৱতাৰ আচাৰ্য্যীয় কৰ্ম্মত থাকিব। এই ধৰ্মকৃতাত কোনোজানে অন্যথা নকৰিব।"

এই লিপিৰ কথাই ব্যক্ত কৰে যে শাক্ত ব্ৰাহ্মণক শিৱসিংহই ভূৰি ভূৰি প্ৰশংসা কৰাই নহয়, কুলীন ব্ৰাহ্মণ পাইক পানী আনিবৰ বাবে; কৈৱৰ্ত, চুতীয়া, কেওঁট আদি পাইক অন্য কৰ্ম কৰিবৰ বাবে বন্দবস্ত কৰি দি অপৰ্যাপ্ত মাটি ব্ৰাহ্মণক দিলে পূজাও-সেৱা কৰিবৰ বাবে।

বহুতে অপপ্ৰচাৰ কৰাৰ দৰে কিন্তু এই ভূমিদান পাইক দান প্ৰক্ৰিয়াৰ পৰা বৈষ্ণৱ সত্ৰবোৰ বঞ্চিত হোৱা নাছিল। 'বৰপেটা সত্ৰৰ তামৰ ফলি' (২১) শিৱ সিংহ আৰু ৰাণী অম্বিকাই প্ৰদান কৰা। ফুলেশ্বৰীৰ মৃত্যুৰ পিছত সম্ভৱতঃ বৈষ্ণৱ বিৰোধী ধ্যান-ধাৰণা আগেয়ে কিবা থাকিলেও সি শাম কাটিছিল। ফলিত আছে— "কামৰূপ দেশৰ

২১ দ্ৰষ্টব্য : উক্ত গ্ৰন্থ পৃ : ২২ ২৩

বডুৱা ও বড়কায়স্থ ও চৌধাৰী ও পাটোৱাৰী ও তালুকদাৰ ও ঠাকুৰীয়া ও গয়ৰহ সকলো-সাৱধানে জানিবা শ্ৰীশ্ৰীকৃষ্ণদেৱ পদাৰবিন্দ-মকৰন্দ-মধুব্ৰত শ্ৰীশংকৰ মাধবদেৱৰ পোড়াভিঠাৰ স্বতন্ত্ৰ স্থানৰ ভকত ২৮০ ঘৰ পাইক ১৭ ঘৰ এইসকলৰ লগতে বাউসী বৰপেটাৰ যি মাটি আছিল তাকো স্থানলৈকে দিলে।"— এই মাটি সকলো ধৰণৰ কৰমুক্ত কৰি দিলে।

সত্ৰৰ ভকতৰ ভিতৰত ভাগৱতী-১, পূজাৰী-৫, ভকত- ১২, কায়স্থ-৭, কলিতা-৯৬, কেওঁট-৫৯, শালৈ-১২, গণক-১, কুমাৰ-৭, কোচ-৮, নাপিত-৫, সূটি-৬, চমাৰ-৯, ধোবা-৮, যুগী-২৪, হাৰী-১৪, চণ্ডাল-৪, মুঠ-২৮০ ঘৰ। এই বিভিন্ন জাতৰ ভকতৰ তালিকাখনে সেই সময়ৰ অসমীয়া সমাজখনৰ— নামনি অসমত গঠন কেনে আছিল তাৰ চিত্ৰ দাঙি ধৰে। সত্ৰৰ পাইক আছিল কেওঁট-১, কুমাৰ-১, চণ্ডাল-১৪ একেদৰে 'সুন্দৰীদিয়' সত্ৰৰ তাম্ৰৰ ফলিয়ে প্ৰমাণ কৰে যে ফৰিংগতি মাটি ২০ পুৰা, বৰবিলা, কলয় আৰু সুকুৰা এই বিল তিনিখন সকলো ধৰণৰ কৰমুক্ত কৰি সত্ৰক দিলে আহোম ৰজাসকলে এইদৰে ধাৰেশ্বৰ দেৱালয়, উমানন্দৰ পূজা, অশ্বক্ৰান্ত, গুৱাহাটীৰ জনাৰ্দন দেৱালয়, খাটৱাৰী গোবিন্দপুৰৰ ভকত, গুৱাহাটী জনাৰ্দন মন্দিৰ, নীলাচলৰ আম্ৰাতকেশ্বৰ মন্দিৰ, শুক্ৰেশ্বৰ দেৱালয়, নীলাচলৰ দুৰ্গা সৰোবৰ, শিলঘাটৰ কামাখ্যা মন্দিৰ, কলিয়াবৰৰ হাতীমুৰা পৰ্বতৰ দুৰ্গা মন্দিৰ, দক্ষিণপাট সত্ৰ, ৰুদ্ৰেশ্বৰ দেৱালয়, গুৱাহাটীৰ জনাৰ্দনৰ ফল্গুৎসৱৰ মন্দিৰ, নীলাচলৰ ফল্গুৎসৱৰ দৌল, হয়গ্ৰীৱ মাধৱৰ ফল্গুৎসৱৰ দৌল, নীলাচলৰ কেদাৰ মন্দিৰ, ৰুদ্ৰেশ্বৰ দেৱালয়, চিত্ৰাচলৰ নৱৰত্ন মন্দিৰ, নৱগ্ৰহ পুষ্কৰিণী, সুন্দৰীখেল সত্ৰ, হয়গ্ৰীৱ মাধৱ মন্দিৰ, মণিকৰ্ণেশ্বৰ দেৱালয়, দীৰ্ঘেশ্বৰী মন্দিৰ, হাজোৰ কেদাৰ মন্দিৰ, খাণ্ডাৰ কালাকুছিৰ মঠ, নীলাচলৰ কামাখ্যাৰ ৰংঘৰ, শুক্ৰেশ্বৰ মন্দিৰ, সিদ্ধেশ্বৰ মন্দিৰ, বশিষ্ঠাশ্ৰমৰ মন্দিৰ, বৰপেটাৰ মাৰে সংসংগী সত্ৰ, দক্ষিণপাটৰ বাসুদেৱ মঠ, বজালীৰ প্ৰাণপতি ব্ৰাহ্মণ, ক্ষুদ্ৰ মাখিবাহাৰ মঠ, পাটবাউসী সত্ৰ, সন্ধেলীগাঁৱৰ নামঘৰ, বেঙেনাআটি সত্ৰ, বনভাগৰ আনোৱাৰ ফকিৰ, গৌৰীবল্লভ দ'ল, দক্ষিণপাট সত্ৰ, হৰিদেৱী পন্থৰ মৈধি, জয়ন্তীয়াপুৰৰ কালিকা মঠ, আউনীআটি সত্ৰ, ভুৱনেশ্বৰী মন্দিৰ, ছত্ৰাচলৰ দেৱী আলয়, ছত্ৰাচলৰ মন্দিৰ, হাজোৰ মাধৱ ব্ৰতচাৰী সত্ৰ আদিকে ধৰি অসমৰ প্ৰায় সকলো পুৰণি মন্দিৰ, দেৱালয়, সত্ৰক ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ মাটিৰে আহোম ৰজাই সন্তুষ্ট কৰিলে।

আহোম ৰাষ্ট্ৰ-ব্যৱস্থাই পূৰ্বাপৰ ৰাজতন্ত্ৰত সুবিধা ভোগ কৰি অহা পণ্ডিত, ব্ৰাহ্মণ আদিকেই যে সুবিধা প্ৰদান কৰিছিল তেনে নহয়, কায়স্থ তথা অন্য ক্ষমতাভোগ কৰা জমিদাৰ শ্ৰেণীৰ লোককো ভূমি দান দি নিজৰ কৰ্তৃত্বৰ বা ক্ষমতাৰ নিদৰ্শন দাঙি

ধৰিছিল। উদাহৰণস্বৰূপে ক্ষেত্ৰীৰ চেঙা গাঁৱৰ মধুৰাম পাটোৱাৰীক সকলো ধৰণৰ কৰমুক্ত কৰি দিয়াৰ কথা ক'ব পাৰি। মধুৰাম পাটোৱাৰীৰ পূৰ্বপুৰুষ পতিদত্ত ভূঞা শ্ৰীশংকৰদেৱৰ পূৰ্বপুৰুষ চণ্ডীবৰৰ সমসাময়িক। তেওঁৰ বংশৰ কেবাজনেও গৌড়ৰ নবাব আৰু মোগলৰ তলত বিষয়বাব খাইছিল। এই মধুৰামে ১৭৩৯ খৃষ্টাব্দত শিব সিংহ ৰজাক গুৱাহাটীত দেখা কৰি এখন সৎসংগী সত্ৰ চলাবলৈ ভূমি আৰু পাইক লাভ কৰে। পূৰ্বৰ জায়গিৰদাৰৰ নামত সৎসংগী সত্ৰ আৰম্ভ কৰা মধুৰাম পাটোৱাৰীক ২৫ ঘৰ ব্ৰাহ্মণ, কায়স্থ, কলিতা, কেওট আৰু এঘাৰ গোট তিনি পোৱা পাইক (৩৩) দিয়ে। সকলো কৰমুক্ত কৰি ২৩ পুৰা চৌগুঙ্গি ফৰিঙতি মাটি, বৰি মাটি ৭ পুৰা— মুঠ ৩০ পুৰা ভূমি মধুৰাম পাটোৱাৰীয়ে লাভ কৰে (২১)। ঠিক একেদৰে কায়স্থ ধ্বজনাৰায়ণ চৌধুৰীয়ে এখন সৎসংগী সত্ৰ চলাবৰ বাবে চাণ্ডীবৰৰ সমসাময়িক শ্ৰীধৰ ভূঞাৰ বংশৰ মোহন ৰায়ক কিছু মাটি সানকাৰ কৰি দিয়া হৈছিল। খাতা পৰগণাৰ অগস্তি আৰু তেওঁৰ ভতিজা ৰাম বৈদ্যক বৈদ্য বৃত্তি চৰ্চা কৰি থকা বাবে ৰাজেশ্বৰ সিংহই ২০ পুৰা ৩ কঠা মাটি, ২ খন বাৰী কৰ মুক্ত কৰি দিছিল (২২)। বজালী পৰগণাত কবিৰত্ন ভাগৱতীক মহাজন পাতি ১৭৮ পুৰা মাটি খাজনাবিহীন কৰি ৫ গোট এক পোৱা পাইক সহ ভোগ কৰিবলৈ দিছিল। শ্ৰৱণ-কীৰ্তন কৰি থাকিবৰ বাবে এই ভূমি দান দিছিল। একেদৰে পাতিদৰং পৰগণাৰ চণ্ডীপাঠক কবিৰত্ন চক্ৰবৰ্তী ৩১।।০ পুৰা মাটি খাজনা ৰহিত কৰি দিয়া হৈছিল ৰাজেশ্বৰ সিংহৰ দিনত (২৩)। নাম বৰভাগ পানীগাঁও তালুকৰ সন্ধেলী গাঁৱত জয়নাৰায়ণ কাকতীক নামঘৰ পাতিবৰ বাবে মুঠ ২৫ পুৰা মাটি লক্ষ্মী সিংহই দান কৰিছিল। গৌৰীনাথ সিংহৰ দিনত ওপৰ বৰভাগ, পছিমপাৰ আৰু দেহৰ পৰগণাৰ ৩০ পুৰা মাটি ৰামকানু ভৰালীৰ বংশৰ লোকক নানকাৰ কৰি দিয়া হৈছিল; এই মাটি প্ৰকৃততে পূৰ্বে প্ৰদান কৰা মাটিৰ দলিল নষ্ট হোৱাত গৌৰীনাথ সিংহৰ দিনত ৰজাৰ হৈ বৰফুকনে পুনৰ দলিল কৰি দিছিল।

আহোম ৰাজত্বকালত ৰাষ্ট্ৰৰ অধিকাৰ ভূমিৰ ওপৰত যে চূড়ান্ত ৰূপত প্ৰতিষ্ঠা হৈছিল তাক ওপৰত আলোচনাই নিশ্চিত ৰূপত প্ৰতিপন্ন কৰে। আনকি ভূমিৰ ক্ষেত্ৰত সত্ৰৰ উত্তৰাধিকাৰ লৈ সৃষ্টি হোৱা বিবাদো ৰজাই বা ৰাজবিষয়াইহে মীমাংসা কৰিবলগীয়া হৈছিল। উদাহৰণ বৰদোৱা সত্ৰৰ অধিকাৰ সম্পৰ্কীয় বিবাদ। বিবাদৰ সূত্ৰপাত হয় শ্ৰীমন্ত শংকৰদেৱৰ উত্তৰাধিকাৰ লৈ। শ্ৰীমন্ত শংকৰৰ নাতি পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভূজ ঠাকুৰৰ পুত্ৰ সন্তান নাছিল। চতুৰ্ভূজ ঠাকুৰ বায়েক গোবিন্দপ্ৰিয়া আইৰ বিবাহ হৈছিল

---

২১ প্ৰাচ্য শাসনাৱলী, পৃঃ ৩০

২২ উক্ত গ্ৰন্থ, পৃঃ ৪৫

২৩ উক্ত গ্ৰন্থ, পৃঃ ৫৮

গৌৰীকান্ত কন্দলীৰ লগত। তেওঁলোকৰ বংশলতা বাঢ়ে এইদৰে—

গৌৰীকান্ত + গোবিন্দপ্ৰিয়া




আনহাতে চতুৰ্ভুজ ঠাকুৰৰ বিচক্ষণা প্ৰথমা পত্নী কনকলতা আয়ে কোচ বিহাৰৰপৰা আহোম ৰাজলৈ উঠি আহিছিল দুৰ্যোগৰ হাত সাৰিবলৈ। জয়ধ্বজ সিংহৰ অনুমতিলৈ দামোদৰ আতাই ঢকুৱাখনাৰ ওচৰত নৰোৱা সত্ৰ পাতে।

আঢ়ৈ বছৰ পিছত কনকলতা আই ভটিয়াই গৈ মহাপুৰুষ শ্ৰীশংকৰদেৱৰ গাঁও-সত্ৰ-আবিষ্কাৰ কৰি সত্ৰ পুনৰ প্ৰতিষ্ঠা কৰে। কনকলতা আয়ে দাবী তোলে নিজৰ বৰছোৱালী সুভদ্ৰা আইৰ পুত্ৰ অনন্তৰায় বৰদোৱাৰ উত্তৰাধিকাৰী হ'ব লাগে। সুভদ্ৰা আইৰ বংশ লতা এনে ধৰণৰ—

সুভদ্ৰা + ৰামদেৱ গাভৰুগিৰি বেজবৰুৱা




অনন্তৰায় উজাই গৈ দিহিঙৰপাৰত শলগুৰি সত্ৰ পাতে। নামদাঙৰ পাৰত কোৰাবমৰা আৰু অন্যান্য ঠাইত কেবাখনো সত্ৰ পাতে। এই অনন্ত ৰায়েই গদাধৰ সিংহৰ দিনত

নিগৃহীত হ'বলগীয়া হৈছিল. ৰুদ্ৰসিংহৰ দিনত সন্মানিত হৈছিল। পুনৰ নিগৃহীত হৈছিল ফুলেশ্বৰীৰ দিনত। তেওঁৰ মৃত্যুৰ পিছত কেশৱৰায় শলগুৰি সত্ৰাধিকাৰ হয়। ৰামৰায়ক বৰদোৱাত থৈছিল যদিও তেওঁ পিতৃ বিয়োগৰ পিছত কোৱামৰালৈ উঠি আহে' বৰদোৱালৈ সত্ৰাধিকাৰ হ'বলৈ যায় অনন্ত ৰায়ৰ আন এজন পুত্ৰ হৰিৰায়। হৰিৰায়ৰ মৃত্যুৰ পিছত কেশৱৰায় হয় বৰদোৱাৰ সত্ৰাধিকাৰ। কেশৱ ৰায়ৰ পিছত তেওঁৰ পুত্ৰ লক্ষ্মীকান্ত, লক্ষ্মীকান্তৰ পিছত সুদৰ্শন, সুদৰ্শনৰ মৃত্যুৰ পিছত লক্ষ্মীকান্তৰ পুত্ৰ ৰামচৰণ হয় সত্ৰাধিকাৰ।

নৰোৱা সত্ৰত ইফালে দামোদৰৰ মৃত্যুৰ পিছত ক্ৰমে ৰমাকান্ত, ৰমাকান্তৰ পিছত পুত্ৰ ৰামচন্দ্ৰ আৰু ৰামচন্দ্ৰৰ মৃত্যুৰ পিছত ৰামদেৱ সত্ৰাধিকাৰ হয়। এই ৰামদেৱ আতাই লক্ষ্মীসিংহৰ লগত থকা সুসম্পৰ্কৰ আঁচলা লৈ পাটবাউসী সত্ৰৰ তামৰ ফলি লয় আৰু তাৰ পিছত বৰদোৱা আৰু বালিসত্ৰৰ মাজত ৰামপুৰ নামৰ সত্ৰ প্ৰতিষ্ঠা কৰি এই তিনিওখন সত্ৰৰ ভূমিৰ এখন ফলি কৰাই লয়। ইয়াৰ ফলত বৰদোৱা সত্ৰৰ অধিকাৰ লৈ ৰমাকান্ত আৰু ৰামদেৱৰ বিবাদৰ সূত্ৰপাত হয়। এই বিবাদ সুদীৰ্ঘকাল চলিছিল আৰু শেষত ৰাজ ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞি, বৰবৰুৱা ভদ্ৰকান্তৰ মধ্যস্থতাত বিবাদ মীমাংসা হয়। ভদ্ৰ বৰবৰুৱাই লগত বিহু চাওদাং শইকীয়া আৰু হেমোধৰ চকৰধৰ ৰৰাক লগত লৈ আহি স্বজমিন তদন্ত কৰি শলগুৰীয়া আতাক কিছু সকাহ দি ৰায় দি এখন তামৰ ফলি কৰাই দিয়ে। এই ঘটনাটোৱে প্ৰতিপন্ন কৰে যে আহোম ৰাজত্বৰ ভাটিৰ দিনতো অসমৰ সকলো শ্ৰেণীৰ মাটি, আনকি বিবাদ মীমাংসাৰ ক্ষেত্ৰতো ৰাজতন্ত্ৰৰ ৰায়দানেই হৈছিল চূড়ান্ত।

## ৫.৫ সত্ৰৰ ভূমিৰ ওপৰত অধিকাৰ

উল্লিখিত ধৰণে ৰাজ-পৃষ্ঠপোষকতা লাভ কৰাৰ অনিবাৰ্য ফলস্বৰূপে অসমৰ ভূমি ভাগৰ এক বৃহৎ অংশ বা প্ৰায় এক চতুৰ্থাংশ ভূমি সত্ৰবিলাকৰ অন্তৰ্ভুক্ত হৈছিল। এই ভূমি খাজনাৰহিত ভূমি হিচাপে ৰজাসকলেই দান দিছিল। অসমৰ সত্ৰবিলাকৰ পূৰ্ণ-বিকাশ ১৬৫০ খৃঃ মানৰ ভিতৰতে সম্পূৰ্ণ হৈছিল বুলিব পাৰি। ইয়াৰ ভিতৰতে দক্ষিণপাট, কমলাবাৰী, আউনীআটি আৰু গড়মূৰ আদি সত্ৰৰ উপৰি নৰোৱা, বেঙেনা আটি, সৌকাজান, শলগুৰি, কুৰুৱাবাহী, আদি বহুতো সত্ৰ শক্তিশালী হৈ পৰিছিল। ৰজা, ডা-ডাঙৰীয়া আদিয়ে শৰণ লোৱা নাইবা পৃষ্ঠপোষকতা কৰাৰ ফলত সত্ৰবিলাকৰ কিছুমান মাটি আৰু অন্যান্য সম্পদত অতিশয় চহকী হৈ পৰিছিল আৰু ৰজা ভক্ত-পতাত হস্তক্ষেপ কৰিবলৈ আৰম্ভ কৰিছিল। এইটো সম্ভৱ হৈছিল ভূমি আৰু অন্যান্য স্থাৱৰ সম্পত্তি কেন্দ্ৰীকৰণ জৰিয়তে। ৰজা আৰু ডাঙৰীয়া বা বিষয়াসকলৰ লগত লগ হৈ

সত্ৰসমূহে বা দুই এখন সত্ৰই ৰাজক্ষমতাত হস্তক্ষেপ কৰিবলৈ কৰা প্ৰয়াসৰ মূল উদ্দেশ্য আছিল অধিক ভূসম্পত্তি অৰ্জন কৰা আৰু প্ৰতিপত্তি বিস্তাৰ কৰা।

অসমৰ বাৰভূঞাসকল মাটি গিৰি বা ভূস্বামী আছিল আৰু সুদীৰ্ঘ কাল ধৰি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য পাতি অসমত কমতা ৰাজ্যৰ দিনৰপৰাই আহোম আৰু কছাৰী তথা কোচ ৰাজ্য বাদ দি বিভিন্ন স্থানত শাসন কৰি আছিল। শ্ৰীমন্ত শংকৰদেৱৰ জৰিয়তে নৱ-বৈষ্ণৱ ধৰ্ম প্ৰবৰ্তনৰ পিছত, শ্ৰীশংকৰদেৱৰ শিষ্য আৰু উত্তৰাধিকাৰী শ্ৰীমাধৱদেৱেও দেহেকেহে ধৰ্ম প্ৰবৰ্তনত লগাত সম্ভৱতঃ বাৰভূঞাসকলৰ প্ৰায় সকলোখিনি নৱ-বৈষ্ণৱ মতাৱলম্বী হৈছিল আৰু অসমৰ বিভিন্ন স্থানত সত্ৰ স্থাপন তথা নৱ-বৈষ্ণৱ ধৰ্মমত প্ৰচাৰত আগ ভাগ লৈছিল। তদুপৰি শ্ৰীমন্ত শংকৰদেৱৰ দিনতে সমগ্ৰ অসম আৰু কোচ ৰাজ্যত নৱবৈষ্ণৱ মত প্ৰচাৰ সকলো জনগোষ্ঠীৰ মাজত বিয়পি পৰাত এফালে কোচ আৰু আনফালে আহোম ৰাজতন্ত্ৰৰ পৃষ্ঠপোষকতাত সত্ৰবিলাকৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধি হৈছিল।

ৰাজপৃষ্ঠপোষকতা লাভ কৰা সত্ৰসমূহৰ ভিতৰত ভূমিৰ পৰিমাণ তথা পাইকৰ সংখ্যা আছিল বেছি। কমলাবাৰী সত্ৰৰ ভূমি আছিল ৫,৯০০ একৰ বা প্ৰায় বা ১৭,৭০০ বিঘাৰো বেছি। শিৱসাগৰ গেজেটিয়াৰ আৰু ইম্পেৰিয়েল গেজেটিয়াৰৰ মত অনুসৰি আউনীআটি সত্ৰৰ (জয়ধ্বজ সিংহৰ দিনত স্থাপিত) ভূমিৰ পৰিমাণ আছিল ২২,০০০ একৰ বা প্ৰায় ৬৬,০০০ বিঘাৰো বেছি। দক্ষিণপাট সত্ৰও ক্ষমতা আৰু নামত চহকী আৰু এই সত্ৰই ৰাজপৃষ্ঠপোষকতাত লাভ কৰা ভূমিৰ পৰিমাণ আছিল ১৭,৯০০ একৰ বা প্ৰায় ৫৩,৭০০ বিঘাৰো বেছি। গড়মূৰ সত্ৰৰ ভূমিও জয়ধ্বজ সিংহৰ দিনৰপৰাই লাভ কৰা। কিন্তু ইংৰাজৰ দিনত সত্ৰই ৰজাৰপৰা পোৱা দান-পত্ৰাদি দাখিল কৰিব নোৱাৰাত বা কোনো কাৰণত দাখিল নকৰাত ইংৰাজৰ দিনত ভূমি হেৰুৱাবলগীয়া হৈছিল। জয়ধ্বজ সিংহৰ পিছত চক্ৰধ্বজ সিংহই দক্ষিণপাট সত্ৰক বিস্তৰ ভূমি দান কৰিছিল।

শ্ৰীশ্ৰীবনমালীদেৱৰ চৰিতপুথি মতে জয়ধ্বজ সিংহই মৃত্যুৰ সময়ত বনমালীদেৱৰ হাততে সিংহাসন অৰ্পণ কৰি গৈছিল। কথাটো বিশেষ তাৎপৰ্যপূৰ্ণ। কাৰণ, ইয়াৰ পিছৰ কালছোৱাত আমি দেখা পাওঁ যে সত্ৰসমূহে এফালে আৰু ব্ৰহ্মোত্তৰ ভূমি আৰু সম্পদেৰে চহকী হোৱা ব্ৰাহ্মণ পুৰোহিতসকলে এফালে— দুয়ো ফালৰপৰা ৰাজশক্তিক প্ৰভাৱান্বিত কৰিবলৈ কৰা প্ৰচেষ্টাৰ অনিবাৰ্য পৰিণতি স্বৰূপে আহোম ৰাজ্য প্ৰায় খান-খান হোৱা অৱস্থা হৈছিল। জয়ধ্বজ সিংহই বনমালীদেৱৰ লগত আলোচনা কৰিহে ৰাজকাৰ্য চলাইছিল। ই যতদূৰ সম্ভৱ ৰাজ-বিষয়া আৰু বিশেষভাৱে ৰাজ ক্ষমতা ধৰি ৰখা সাতঘৰীয়া আহোমৰ সতি-সন্ততিসকলক ক্ষুণ্ণ কৰিছিল আৰু ফলস্বৰূপে ইয়ো মীৰজুমলাৰ আক্ৰমণত আহোম ৰজা জয়ধ্বজ সিংহে গড়গাঁও এৰি পলাবলগীয়া হোৱাৰ

এটা কাৰণ স্বৰূপে দেখা দিছিল। জয়ধ্বজৰ মৃত্যুৰ পিছত ৰজা উদয়াদিত্যৰ দিনত ১৬৬৯-৭৩ খৃঃত পৰমানন্দ বৈৰাগী নামৰ এজন বৈৰাগীৰ ক্ষমতা বাঢ়িছিল। পৰমানন্দ বৈৰাগীৰ প্ৰতিপক্ষ অন্য সমূহে এই কথাটো সহ্য কৰিব পৰা নাছিল। দেবেৰা বৰবৰুৱা আৰু আতন বুঢ়াগোহাঞি, বন্দৰ বৰফুকন আদি প্ৰত্যেকেই সত্ৰৰ দিহা মতে চলি কোন ৰজা হ'ব বা নহ'ব তাক নিৰ্ণয় কৰিবলৈ কৰা প্ৰচেষ্টাৰ ফলত এজনৰ পিছত আন এজন ৰজাই প্ৰাণ হেৰুৱাবলগীয়া হৈছিল। শক্তিশালী ৰজাৰ দিনত সত্ৰসমূহ ৰোষৰ সন্মুখীন হোৱা বা কিছুমান সত্ৰ ৰোষৰ সন্মুখীন হোৱাত ৰাজপৃষ্ঠপোষকতা পোৱা সত্ৰসমূহেই অধিক প্ৰভাৱ বিস্তাৰ কৰিছিল।

সত্ৰ আৰু ৰাজশক্তিৰ ক্ষমতাৰ দ্বন্দ্বত প্ৰথম প্ৰাণ দিয়া ৰজা আছিল উদয়াদিত্য। সৌকাজানৰ মহন্তৰ শিষ্য দেবেৰাই পৰমানন্দ বৈৰাগীৰ প্ৰতাপৰপৰা মহন্তসকলক ৰক্ষা কৰাৰ উদ্দেশ্যেৰে অথবা মহন্তসকলৰ কোনোজনৰ প্ৰৰোচনাত উদযাদিত্যক হত্যা কৰিছিল। কাৰণ উদয়াদিত্যৰ দিনত ডা-ডাঙৰীয়াসকলৰ উপৰি মহন্ত, ঠাকুৰ আদিয়েও বৈৰাগীত শৰণ লবলগীয়া হৈছিল (২৪)। সত্ৰৰ ৰাজনীতিৰ কুপ্ৰভাৱত প্ৰাণ হেৰুৱাবলগীয়া হোৱা দ্বিতীযজন ৰজা আছিল ছুজিনফা (১৬৭৫-১৬৬৭ খৃঃ)। এওঁৰ দিনত অন্যান্য সত্ৰৰ লগতে বেঙেনাআটি সত্ৰৰ প্ৰাদুৰ্ভাৱ বাঢ়িছিল (২৫)। অত্যন্ত কম দিনৰ বাবে হ'লেও সৌকাজানৰ মহন্তৰ জৰিয়তে দেবেৰাৰ যোগেদি ৰাজ ক্ষমতাৰ ওপৰত প্ৰচণ্ড প্ৰভাৱ বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছিল। ৰজা ৰামধ্বজ সিংহ আছিল নৰোৱা মহন্তৰ শিষ্য। এই কালছোৱাত ৰাজাৰ ৰাজনীতিত প্ৰভাৱ বিস্তাৰ কৰা আতন বুঢ়াগোহাঞি আছিল কাল সংহতিৰ ম'ৰামৰা সত্ৰৰ শিষ্য। ১৬৬৯ চনত চুলিক্‌ফা বা ল'ৰা ৰজা ৰজা হোৱাত দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰৰ হাত আছিল। হৰনাথ বৰুৱা সদৰামিনৰ বুৰঞ্জীমতে এই দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰে গদাধৰ সিংহ ৰাজপাটত উঠাত বিৰোধিতা কৰিছিল (২৬)। সত্ৰৰ মহন্তই নিজৰ শিষ্য সিংহাসনত থকা মানেই নিজৰ প্ৰতিপত্তি বঢ়া বুলি ভবা বাবেই এনে ধৰণৰ ঘটনা হৈছিল। ইয়াৰে পৰিণতিত হৈছিল ভয়াবহ।

দক্ষিণপাটৰ শিষ্য চুলিক্‌ফাৰ ৰাজত্ব কালত অসমৰ সত্ৰৰ সংখ্যা আছিল ২০০০ খন। অতি স্বাভাৱিক কাৰণতে এই দুহেজাৰ সত্ৰই সম্পদ আৰু জনশক্তি দুয়োটাকে নিজৰ তললৈ নিয়াত ৰাজশক্তি অত্যন্ত দুৰ্বল হৈ পৰিছিল। গদাধৰ সিংহ সত্ৰসমূহৰ ওপৰত ক্ষুণ্ণ হোৱাৰ মূল কাৰণ আছিল এইটো। ঐশ্বৰ্যৰ প্ৰতি মোহগ্ৰস্ত আৰু সঠিক ধৰ্মীয় চৰ্চাৰ যোগ্যতা নথকা বুলি ভবা মহন্তসকলক গদাধৰ সিংহই নিৰ্যাতন দিছিল (২৭)। বিষয়

---

*২৪ পুৰণি অসম বুৰঞ্জী, পৃঃ ১৫০।*

*২৫ আহোম বুৰঞ্জী, গোলাপ চন্দ্ৰ বৰুৱা।*

*২৬ উক্ত বুৰঞ্জী, পৃঃ ৫৭।*

*২৭ তুংখুঙীয়া বুৰঞ্জী, পৃঃ ১৪-২৯।*

সম্পত্তি আৰু ঐশ্বৰ্য বিভূতিৰে মহন্তসকল ৰজাৰ দৰেই আছিল বাবেই ৰাজক্ষমতা আৰু সত্ৰৰ মাজত স্বাভাৱিক দ্বন্দ্ব বাঢ়িছিল (২৮)।

সত্ৰ আৰু ৰাজশক্তিৰ সংঘাতৰ এইটো আছিল প্ৰথম পৰ্ব আৰু এই পৰ্বত ৰাজ শক্তিয়েই জয়যুক্ত হৈছিল। ৰাজতন্ত্ৰই প্ৰকৃতাৰ্থত ধৰ্মগুৰুসকলক ৰজাৰ মিত্ৰ শক্তি হিচাপে বিচাৰিছিল আৰু মিত্ৰ শক্তি হিচাপে নাপালেই সত্ৰৰ মহন্ত ৰাজৰোষৰ সম্মুখীন হৈছিল। সত্ৰৰ অধিকাৰসকলক ৰাজ অনুমোদনৰ প্ৰয়োজন হৈছিল। উদাহৰণ স্বৰূপে আউনীআটি সত্ৰৰ গুৰু নিৰঞ্জনদেৱৰ ক্ষেত্ৰত ভগা ৰজাৰ অনুমোদনৰ প্ৰয়োজন হৈছিল। পিছত কেশৱদেৱক সত্ৰাধিকাৰ মনোনীত কৰোতে ৰাজ-অনুমোদন বিচৰাটোৱে ৰাজশক্তিৰ প্ৰাধান্য বিস্তাৰ চূড়ান্ত হোৱাটোকে বুজায় (২৯)।

সত্ৰৰ সংখ্যা (২০০০) আৰু সত্ৰৰ ভকতৰ সংখ্যা দুয়োটাই বৃদ্ধি পোৱাত সম্ভৱ গদাধৰ একপ্ৰকাৰ আতংকিত হৈ পৰিছিল, বিশেষভাৱে দক্ষিণপাট সত্ৰৰ মহন্তই ল'ৰা ৰজাৰ পক্ষ লৈ গদাধৰক ৰজা পতাত বিৰোধিতা কৰাত ক্ষুণ্ণ হৈ পৰিছিল গদাধৰ। ইয়াৰ পৰিণতি সকলো প্ৰজাই ভুগিবলগীয়া হৈছিল। গদাধৰ সিংহৰ দিনতে সত্ৰৰ বহু ভকতক ধৰি আনি সত্ৰৰ বাহিৰত পাতিছিল (৩০)।

গদাধৰ সিংহৰ দিনত হোৱা সত্ৰ নিয়ন্ত্ৰণ তথা অপ্ৰয়োজনীয় বুলি ভঙা সত্ৰৰ সংখ্যা অতি কমেও সাতশখন হ'ব। কাৰণ ৰুদ্ৰসিংহৰ দিনত 'এটকা' মহন্তৰ সত্ৰৰ সত্ৰৰ সংখ্যা ওলাইছিল ১২৮০ খন। ২০০০ খন সত্ৰৰ পৰা সত্ৰৰ সংখ্যা তললৈ নমাটো নিচেই গুৰুত্বহীন কথা নহয়। ইয়াৰ পৰিণতিতে হিন্দু ধৰ্মৰ ত্ৰাণকৰ্তা ৰূপত অৱতীৰ্ণ আহোম ৰাজতন্ত্ৰ হৈ পৰিছিল হিন্দু ধৰ্মৰ এটা প্ৰধান ঠাল বৈষ্ণৱসকলৰ এটা অংশৰ মূল শত্ৰুস্বৰূপ।

গদাধৰ সিংহৰ দিনত হোৱা বৈষ্ণৱ নিৰ্যাতনৰ বিপৰীতে ৰুদ্ৰসিংহই আউনীআটি সত্ৰকে ধৰি অন্যান্যসকলো নিষ্ঠাৰ প্ৰমাণ থকা সত্ৰ পুনৰপ্ৰতিষ্ঠা কৰাৰ উপৰি হিন্দু ধৰ্ম প্ৰচাৰ কৰিবৰ বাবে বংগ দেশৰপৰা ব্ৰাহ্মণ পুৰোহিত মতাই আনি গুৱাহাটীত স্থাপন কৰে। ৰুদ্ৰসিংহই সম্ভৱতঃ নিজকে হিন্দু ধৰ্মৰ তথা হিন্দু সভ্যতাৰ ত্ৰাণকৰ্তা হিচাপে প্ৰতিষ্ঠা কৰাৰ প্ৰয়াস কৰিছিল। এই প্ৰসংগতে ড সুনীতি কুমাৰ চেটাৰ্জীৰ মন্তব্য মন

*২৮ দ্ৰষ্টব্য উক্ত বুৰঞ্জী, পৃঃ ১৪-৫৫।*

*২৯ আউনীআটি সত্ৰৰ বুৰঞ্জী, পৃঃ ১৫০।*

*৩০ দক্ষিণপাট সত্ৰৰ বুৰঞ্জী, পৃঃ ৫২, কেশৱধৰ শৰ্মা। মাৰ্গে জোৰপূৰ্বক শ্ৰমিককামত লগোৱা আইনসমূহৰ উল্লেখ কৰি ডাচ কেম্পিটেল (Vo I, Part VII, chapter XXVIII) প্ৰসংগত কৈছে যে পুঁজিবাদৰ বিকাশৰ বাবে এনে আইনৰ প্ৰয়োজন আছিল। গদাধৰ সিংহৰ ভকত নিৰ্যাতনো আছিল মূলতঃ সামন্তবাদৰ প্ৰয়োজনত সাধাৰণ মানুহক ভকত নহৈ পাইক হোৱাৰ বাবে বাধ্য কৰা ভকত হ'লে শাস্তি পোৱাৰ ভয় থাকিলে ভয়তে পাইকে যেন এৰি নাযায়। — লিখক।*

কৰিবলগীয়া।

তেওঁ কৈছিল—" He conceived of the idea of a concerted action against the Mogols in Bengal and Eastern India by building up a sort of confederacy among the Hindu princes and feudatories as well as big barons of Bengal and Bihar."(৩১)। যিসকলে গদাধৰ সিংহৰ দিনত বৈষ্ণৱ নিৰ্যাতন কৰা হৈছিল মন্তব্য কৰি প্ৰকৃতাৰ্থত গদাধৰ সিংহৰ সিংহাসন আৰোহণৰ আগৰ দশকটোত অসমত যি দুষ্কাৰ্যবোৰ ঘটিছিল তাৰ বিশ্লেষণত কম গুৰুত্ব দিয়ে তেওঁলোকে ৰাজদণ্ড হাতত লোৱা গদাধৰ সিংহৰ মনটোৰ উমান নাপায়। গদাধৰ সিংহই সন্দেহ কৰিছিল যে কিছুমান সত্ৰ কোনো ধৰণৰ নিষ্ঠাবান লোকৰ নেতৃত্ব বা যথাৰ্থ অৰ্হতা নথকা লোকৰ নেতৃত্বত স্থাপন হৈছিল আৰু ৰাজনীতিত হস্তক্ষেপ কৰি সত্ৰসমূহে ধৰ্মৰ প্ৰতি পিঠি দিছিল। এইটো কথাও মন কৰিবলগীয়া যে গদাধৰ সিংহৰ দিনৰপৰা প্ৰমত্ত সিংহৰ দিনলৈকে আহোম ৰজাসকলে ব্ৰাহ্মণ আৰু শাক্ত পুৰোহিতসকলক অধিক গুৰুত্ব দিছিল। বৈষ্ণৱ সত্ৰসমূহক সুৰক্ষা, সম্পদ সকলো দিয়া সত্ত্বেও ৰজাসকল ক্ৰমান্বয়ে ব্ৰাহ্মণৰ প্ৰতিহে আস্থাশীল হৈ পৰিছিল। অকল সত্ৰসমূহকে পৃষ্ঠপোষকতা নকৰি দৌল-দেৱালয়, ব্ৰাহ্মণ, পুৰোহিতসকলকো ব্ৰহ্মোত্তৰ ভূমি আৰু পাইক দান কৰি ধৰ্মৰ ক্ষেত্ৰত সংকীৰ্ণতাৰ উৰ্ধলৈ আহিছিল। ৰুদ্ৰসিংহই যোগেশ্বৰ দৌলত ৩৪ বিঘা, সৌভাগ্য মাধৱত ৬৫৮ বিঘা, ধাম্দি দৌলত ২০৫ বিঘা, মণিকৰ্ণেশ্বৰত ১০৬৪ বিঘা, ফুলবাৰী দৌলত ৫২৩ বিঘা, হলেশ্বৰ দেৱালয়ত ৮৫০ বিঘা, নিস্পিথেৰাজ ভূমি দান কৰিছিল (৩২)। ৰুদ্ৰসিংহ, শিৱসিংহ, ৰাজেশ্বৰ সিংহ আৰু প্ৰমত্ত সিংহৰ দিনত পৰ্বতীয়া গোঁসায়েই মূল পৃষ্ঠপোষকতা লাভ কৰিছিল।

প্ৰমত্ত সিংহৰ দিনত পৰ্বতীয়া গোসাঁয়ে ৪,৪৮৮ পুৰা ভূমিদান হিচাপে লাভ কৰিছিল (৩৩)। এই ৰজাসকলৰ দিনতে মুকলিমূৰীয়া গোসাঁই, ন-গোসাঁই (লক্ষ্মী সিংহৰ দিনত) ভূমি লাভ কৰিছিল। শাক্ত গোসাঁইসকলত অতি মাত্ৰাত পৃষ্ঠপোষকতা কৰাৰ মূল কাৰণ আছিল হিন্দু ধৰ্মক শক্তিশালী কৰা আৰু ৰজাৰ স্বাৰ্থত ধৰ্মপ্ৰাণ ৰাইজক কামত লগোৱা; বৈষ্ণৱ সত্ৰসমূহে পৃষ্ঠপোষকতা পালেও গদাধৰ সিংহৰ দিনৰপৰা ক্ৰমান্বয়ে বিশ্বাস-অবিশ্বাসৰ ধুবলী-কুবলীয়ে আহোম ৰজা আৰু সত্ৰসমূহক অধিক জটিল স্থিতি এটালৈ টানি নিছিলে।

৩১ *Suniti Kumar Chatterjee, The Place of Assam in the History of civilisation of India, 1970*. পৃঃ ৪৮।

*৩২ সৰ্বানন্দ ৰাজকুমাৰ, ইতিহাসে সোঁৱৰা ছশটা বছৰ, পৃঃ ৪৩১।*

*৩৩ ৰাজকুমাৰ উক্ত গ্ৰন্থ, পৃঃ ৪৩২।*

## ৫.৬ সত্ৰ আৰু বিষয়াৰ ভূ সম্পদ

সত্ৰ আৰু ব্ৰাহ্মণসকলক ৰজাই দান কৰা ভূ-সম্পদ ৰাষ্ট্ৰৰ মুঠ ভূসম্পদৰ প্ৰায় এক চতুৰ্থাংশ। ইয়াৰ বিপৰীতে ৰজাৰ ডা-ডাঙৰীয়াসকলৰ মাজত বিতৰণ হৈছিল ৰাষ্ট্ৰৰ আন এক চতুৰ্থাংশ ভূমি। কিন্তু এই ক্ষেত্ৰত প্ৰধান পাৰ্থক্যটো হ'ল বিষয়াসকলে বিষয়বাব যোৱাৰ লগে লগে ভূমি আৰু পাইক হেৰুৱাইছিল; কিন্তু ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ ভূমিত সত্ৰাধিকাৰ আৰু ব্ৰাহ্মণসকলে লাভ কৰা ভূমিৰ অধিকাৰ আছিল চিৰস্থায়ী প্ৰকৃতিৰ। এনেদৰে লাভ কৰা ভূমি আৰু সা-সম্পত্তি সত্ৰাধিকাৰ আৰু অন্যান্য পূজাৰী, পুৰোহিতসকলে পুত্ৰ-পৌত্ৰাদিক্ৰমে ভোগ কৰিছিল।

বিভিন্ন তথ্য-পাতি অনুসৰি মায়ামৰীয়া বিদ্ৰোহৰ আগতে ৰাজ্যৰ এক চতুৰ্থাংশ ভূমি লাভ কৰিছিল সত্ৰাধিকাৰ আৰু ব্ৰাহ্মণ পুৰোহিত বা পূজাৰীসকলে (৩৪)। তেওঁৰ মতে ১/১০ ভাগ দিয়া হৈছিল মন্দিৰবোৰ বৰ্তি থাকিবৰ বাবে। ১/১১ ভাগ দিয়া হৈছিল ধাৰ্মিক লোকসকল বৰ্তি থাকিবৰ বাবে।

সাধাৰণ অৱস্থাত 'মূল' পাইকৰ সংখ্যা আছিল ৮০,০০০। এওঁলোকে অসমৰ মুঠ ৫০ ভাগ ভূমিত খেতি কৰিছিল।

বাকী ১/৪ ভাগ ভূমি আছিল ডাঙৰীয়া শ্ৰেণীৰ হাতত। ইয়াৰে ১/১০ ভাগ মন্দিৰবোৰ বৰ্তি থাকিবৰ বাবে অৰ্থাৎ ব্ৰহ্মোত্তৰ আৰু বাকী ১/১০ অংশ লোকসকল বৰ্তি থাকিবৰ বাবে। এই দৃষ্টিৰে চাবলৈ গ'লে ডাঙৰীয়াসকলে নিজে উপভোগ কৰা ভূমি সত্ৰৰ সত্ৰাধিকাৰ, মহন্ত তথা পূজাৰী আৰু পুৰোহিতসকলে লাভ কৰা ভূমিকৈলে কম নাছিল। কিন্তু বিষয়বাব যোৱাৰ লগে লগে এওঁলোকৰ ভূমিও নাথাকিল। সেই হিচাপে এওঁলোকৰ ভূসম্পত্তিৰ প্ৰকৃত পৰিমাণ কম হোৱাই স্বাভাৱিক।

**Assam Land Revenue Manual** অনুসৰি ১৮১৮ চনত ১৩৪ খন লাখেৰাজ পট্টাত কামৰূপ ৰাজ্য, দৰং, নগাঁও, শিৱসাগৰত লাখেৰাজ ভূমি আছিল ২৫১,২৫ ৩ বিঘা (৩৫)। লাখেৰাজ পট্টা দিয়া হৈছিল ধৰ্মীয় কাৰ্যত ভূমি ব্যৱহাৰৰ বাবে। নিস্পিখেৰাজ ভূমি প্ৰদান কৰা হৈছিল ধৰ্মীয় সেৱাত জড়িত দলৈ, পুৰোহিত, গোসাঁই, সত্ৰাধিকাৰ, ব্ৰাহ্মণ আদিয়ে ভোগ কৰিবৰ বাবে। এনে ভূমি পুত্ৰ-পৌত্ৰাদিক্ৰমে ভোগ কৰাৰ অধিকাৰ পাইছিল। অসমৰ কামৰূপ, দৰং, নগাঁও, শিৱসাগৰ আৰু লখিমপুৰ জিলাত

---

*৩৪ হেমিল্টন, পৃঃ ৩৬*

*৩৫ Assam Land Revenue Manual XVIII & XIX*

৪,৬৬৭ খন নিষ্পিখেৰাজ পট্টাত আছিল ৪,৭২,৮৫৩ বিঘা মাটি।

## ৫.৭ সত্ৰৰ ওপৰত কৰ ঃ সত্ৰৰ ভূমিকা

ৰাজশক্তি দুৰ্বল হৈ পৰাৰ লগে লগে আমি দেখা পাওঁ যে দান দিয়া ভূমিৰ ওপৰতো কৰ লগাইছিল। এই কথাটোৱে ভূমিৰ ওপৰত সৰ্বতো প্ৰকাৰে ৰাজ অধিকাৰ প্ৰতিষ্ঠাৰ কথাকে প্ৰতিপন্ন কৰে। চন্দ্ৰকান্ত সিংহৰ দিনত এনে দান দিয়া ভূমিৰ ওপৰত খৰিকাটনীয়া কৰ লগাইছিল। প্ৰথম ইংৰাজে অসমত অবৈধ শাসন আৰম্ভ কৰিও এনে কৰকে লগাইছিল (৩৬)। আহোম ৰাজত্বৰ শেষ কালত এই সত্ৰাধিকাৰসকলৰ ওপৰত কৰ লগাই বা তেওঁলোকৰপৰা বৰঙণি তুলিহে নিয়মীয়া সৈন্যবাহিনীক ভৰণ-পোষণ দিবৰ বাবে ধন সংগ্ৰহ কৰিবলগীয়া হৈছিল। সত্ৰৰ ধন-সম্পত্তিয়েহে এই পৰ্বত ৰাজতন্ত্ৰ ৰক্ষা আৰু বিদ্ৰোহ দমনত মুখ্য ভূমিকা গ্ৰহণ কৰিবলগীয়া হৈছিল। পৰোক্ষভাৱে ই প্ৰমাণ কৰে যে ভূমি আৰু সম্পদ কেন্দ্ৰীকৰণৰ জৰিযতে সত্ৰসমূহেও সামন্তবাদী ক্ষমতাৰ অন্ততঃ এক-চতুৰ্থাংশ ভোগ কৰিবলৈ সমৰ্থ হৈছিল।

মায়ামৰীয়া বিদ্ৰোহৰ পিছতো দেখা যায় যে সত্ৰসমূহে ৰাজতন্ত্ৰ ৰক্ষাত প্ৰত্যক্ষ অৰিহণা যোগাইছিল। ৰাজতন্ত্ৰ আৰু সত্ৰ এই সময়ত পৰম্পৰাৰ ৰক্ষাকাৰী বা পৰিপূৰক ভূমিকাত অৱতীৰ্ণ হৈছিল। উদাহৰণস্বৰূপে কেপ্টেইন ওৱেলছ অসমৰপৰা ঘূৰি যোৱাৰ পিছৰ চমু, সংঘাতপূৰ্ণ আৰু ৰাজতন্ত্ৰ তথা সামন্তৰতন্ত্ৰৰ দেউলীয়া আৰু দুষ্কৃতিপূৰ্ণ অৱস্থাটো সম্পূৰ্ণ নগ্নৰূপত ওলাই পৰা পৰ্বটোৰ কথা ক'ব পাৰোঁ। কেপ্টেইন ওৱেলছ ঘূৰি যোৱাৰ পিছতে হাজাৰ সিঙৰ সহায়ত চেতিয়া ফুকনে গুৱাহাটী দখল কৰি বৰফুকন হৈছিল। ৰজাৰ পক্ষই পতমৰীয়া গোসাঁইৰপৰা ১০,০০০ টকা লৈ হাজাৰ সিঙক ঘোচ দি চেতিয়া বৰফুকনক আটক কৰাইছিল। ইয়াৰ পিছ দিনাই বদন চন্দ্ৰই হাজাৰ সিঙক ৬০,০০০ টকা দিম বুলি লোভ দি গুৱাহাটীৰ বৰফুকন পদ অধিকাৰ কৰিছিল। বদন চন্দ্ৰই এই ৬০,০০০ টকা আনহাতে কামাখ্যা মন্দিৰ আৰু মাধৱ মন্দিৰৰ সোণ আত্মসাৎ কৰিহে পৰিশোধ কৰিছিল (৩৭)। এই কথাই দুটা কথা স্পষ্টভাৱে প্ৰমাণ কৰে। প্ৰথম কথা, মঠ-মন্দিৰ আৰু দৌল-দেৱালয়ত সমৃদ্ধিৰ কালত দিয়া দান বৰঙণিৰ প্ৰাচুৰ্য বাঢ়িছিল। কিন্তু সংকট কালত ক্ষমতা-লিপ্সু সামন্তবাদৰ শেষ ভাগ-বটোৱাৰত অংশ গ্ৰহণকাৰীসকলে এই সম্পদৰ ওপৰতো চকু দিছিল আৰু এই সম্পদ লুণ্ঠন কৰি, তাৰে বাহিৰা ভেৰোণীয়া সৈন্যক ঘোচ দি হ'লেও, সামন্তবাদৰে অৱশিষ্ট আবৰ্জনা লুণ্ঠনৰ

*৩৬ *Statistical Account of Assam*, খণ্ড-১ পৃষ্ঠা-৫।

৩৭ *The Tai and the Tai Kingdoms*, পৃঃ ৫৩৩, ইতিহাসে সোঁৱৰা ছশ বছৰ, পৃঃ ৪৫৭ আৰু তুংখুঙীয়া বুৰঞ্জী, পৃঃ ১৩৪ দ্ৰষ্টব্য।

প্ৰয়াস কৰিছিল। ইয়াৰ ফলস্বৰূপে যে সত্ৰাধিকাৰ, গোসাঁই, নৱ-শিক্ষিত ব্ৰাহ্মণ-মহন্ত তথা অন্য গোষ্ঠীৰ লোকসকল যে আহোম ৰাজতন্ত্ৰৰ প্ৰতি বিতুষ্ট হৈছিল, একপ্ৰকাৰ মোহ-ভংগও হৈছিল সেইটো নিশ্চিত।

কমলেশ্বৰ সিংহৰ ৰাজত্বকালত হৰদত্ত আৰু বীৰদত্তৰ বিদ্ৰোহ দমন কৰিবৰ বাবে কলীয়াভোমোৰা বৰফুকনে হিন্দুস্থানী চিপাহী নিয়োজিত কৰিছিল। পাইক প্ৰথা সম্পূৰ্ণ বিধ্বস্ত হোৱাৰ পিছত এনেদৰে ভেৰোণীয়া সৈন্য ৰখাটো নিয়মেই হৈ পৰিছিল, কিন্তু এনে সৈন্য বাহিনীক দিবৰ বাবে মজুৰিৰ ধন সংগ্ৰহ কৰাটো সহজসাধ্য নাছিল। এই বাহিনীক দৰ্মহা দিবৰ বাবে কৰ তোলা হৈছিল গুৱাহাটীৰ ওচৰৰ গোসাঁই, মহন্ত আৰু অন্যান্য গাঁওবাসীৰপৰা (৩৮)। তুংখুঙীয়া বুৰঞ্জী অনুসৰি পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পৰামৰ্শক্ৰমে এই ধন মহন্ত আৰু সত্ৰাধিকাৰসকলৰ পৰা তুলিবলৈ থিৰাং কৰা হৈছিল। সেই হিচাপে ডাঙৰ সত্ৰৰ ৪০০০ টকা, মজলীয়াৰ ৪০০ টকা, সৰুৰ ১০০ টকা আৰু আটাইতকৈ সৰুৰ ৫০ টকা কৰ ধাৰ্য কৰা হৈছিল (৩৯)। এই ঘটনা প্ৰবাহে প্ৰমাণ কৰে যে আহোম ৰাজত্বৰ শেষ পৰ্বত, পাইকৰ বৃত্তিগত সোণ উৎপাদন তথা অন্য দ্ৰব্য উৎপাদন বন্ধ হৈ যোৱা বাবে সত্ৰৰ বাহিৰে অন্য ঐশ্বৰ্যবান লোক বা প্ৰতিষ্ঠানৰ সংখ্যা আছিল শূন্য। বাধ্য হৈ ৰাজতন্ত্ৰই ধৰ্মৰক্ষাকাৰীৰ ওপৰত, প্ৰতিৰক্ষাকাৰীৰ ভূমিকা লৈ কৰ লগাইছিল।

আহোম ৰাজতন্ত্ৰৰ বিলোপৰ পিছত আহোমৰ ডা-ডাঙৰীয়াসকলৰ মাজৰপৰা বৃহৎ ভূস্বামীৰ বিকাশ নাইবা তেওঁলোকৰপৰা মধ্যবিত্ত পুঁজিপতিৰ বিকাশৰ কোনো সম্ভাৱনাই নাছিল। তেওঁলোকৰ বেছিভাগৰে অৱস্থা হৈছিল খাজনা দি ভূমিত খেতি কৰা সাধাৰণ খেতিয়কৰ দৰে। কিন্তু ব্ৰাহ্মণ আৰু মহন্তসকলৰ ক্ষেত্ৰত লাখেৰাজ আৰু নিস্পিখেৰাজ তথা নানকাৰ ভূমি লাভ কৰাসকলৰ ক্ষেত্ৰত পুত্ৰ-পৌত্ৰাদিক্ৰমে ভূমিৰ অধিকাৰ থাকি যোৱাত অৱস্থাটো আহোমৰ ডা-ডাঙৰীয়াৰ উত্তৰাধিকাৰীসকলতকৈ উন্নত আছিল।

১৮৩৪ চনত ইংৰাজে পূৰ্বৰ ৰজাই দান দিয়া ভূমিৰ তথ্য-পাতি সংগ্ৰহ কৰিছিল আৰু প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণৰ উদ্দেশ্যে ভূমি বিভাজন কৰিছিল। কামৰূপৰ সমুদায় ভূমিৰ ভিতৰত খাজনাৰহিত ভূমি বা লাখেৰাজ ভূমিক (১) ব্ৰহ্মোত্তৰ (২) দেৱোত্তৰ আৰু (৩) ধৰ্মোত্তৰ ভূমি হিচাপে ভাগ কৰা হৈছিল। সেইদৰে নিস্পিখেৰাজ ভূমিক (১) পীৰপাল আৰু (২) নানকাৰ ভূমি হিচাপে ভাগ কৰা হৈছিল।

ব্ৰহ্মোত্তৰভূমি ৰজাসকলে ব্ৰাহ্মণক দান দিয়া ভূমি। ধৰ্মোত্তৰ ভূমি হিন্দু ধৰ্ম ৰক্ষাৰ্থে ৰজাসকলে দিয়া ভূমি। দেৱোত্তৰ হ'ল দেৱালয়, মন্দিৰ আদি পবিত্ৰ স্থানত পূজা-অৰ্চনা নিয়মীয়া কৰিবৰ বাবে দান দিয়া ভূমি।

---

৩৮*The Tai and The Tai kingdoms, পৃঃ ৫০০।*

৩৯ *তুংখুঙীয়া বুৰঞ্জী, ১৪০ পৃঃ।*

পীৰপাল ইছলামিক ধৰ্মীয় অনুষ্ঠানৰ বাবে দিয়া ভূমি। নানকাৰ হ'ল শূদ্ৰ তথা কায়স্থ আদি লোকক দিয়া দান। এই ধৰণৰ ভূমিৰ ক্ষেত্ৰত ৰায়তোৱাৰী ব্যৱস্থাৰ দৰেই মালিকে স্থায়ী অধিকাৰ পাইছিল আৰু উত্তৰাধিকাৰ সূত্ৰে পুত্ৰ-পৌত্ৰাদিক্ৰমে ভোগ কৰিছিল। হাণ্টাৰে এই প্ৰসংগত কৈছে : Thise Nisp-Khiraj estates are heritable and transferable the proprietary right belonging to the holder, and not to the state, as in the case of ordinary system (৪০) এনে এটা পুৰুষানুক্ৰমিক ভোগ ব্যৱস্থা আহোম ৰাজতন্ত্ৰৰ বা পাইক ব্যৱস্থাৰ নাছিল বাবেই ডা-ডাঙৰীয়াসকলে নিজকে পুঁজিপতিলৈ ৰূপান্তৰিত কৰাৰ কোনো সম্ভাবনাই নাছিল আৰু ই অসমৰ সমাজখনৰ বিকাশ যথেষ্ট কেৰোণীয়া আৰু বিকৃত তথা নিৰ্ভৰশীল কৰি তুলিছিল।

পুঁজিবাদী ব্যৱসায়-বাণিজ্যৰ স্বাভাৱিক বিকাশ নঘটাত ফলত অনিবাৰ্যভাৱে বহিৰাগত ব্যৱসায়ী আৰু পুঁজিপতিৰ বাবে সৃষ্টি হৈছিল এখন মুকলি পথাৰ।

## ৫.৮ দাস প্ৰথাৰ অৱশেষ

সামন্ত কৃষি-ব্যৱস্থা যে ভূমি-দাস বা দাস শ্ৰেণী নাথাকিলে বৰ্তি থাকিব নোৱাৰে তাত কাৰো সন্দেহ নাই। সামন্ত শ্ৰেণীয়ে নিজৰ সুবিধাৰ বাবে সাধাৰণ কৃষকক ভূমিহীন নাইবা ভূমিৰ অধিকাৰ বিহীন কৰি ৰখাৰ ব্যৱস্থা কৰে। আহোম ৰাজতন্ত্ৰত সাধাৰণ প্ৰজাক দাসৰ পৰ্যায়ত ৰাখিবৰ বাবে এটা পৰম্পৰাগত তাই ব্যৱস্থাক সুসংগঠিত কৰি লোৱা হৈছিল। পাইক প্ৰথা এটা সংগঠিত ব্যৱস্থা— যি ব্যৱস্থাত দেশখনৰ সমস্ত সাধাৰণ প্ৰজাক শাৰীৰিক শ্ৰম কৰিবলৈ বাধ্য কৰা হৈছিল।

এই পাইকসকলৰ বাহিৰেও কিন্তু দাস আছিল আৰু দাস বিক্ৰী হৈছিল। সৰ্বানন্দ ৰাজকুমাৰে উল্লেখ কৰিছে যে দাস-দাসীক অন্য যি কোনো সা-সম্পত্তিৰ দৰেই বিক্ৰী কৰা হৈছিল। নীহকুলৰ ছোৱালীৰ ৩ টকাৰপৰা উচ্চ কুলৰ মতাৰ ক্ষেত্ৰত ২০ টকা পৰ্যন্ত দাসৰ দাম নিৰ্ণিত হৈছিল। দাস বিক্ৰী কৰাটো বোধহয় উত্তৰ-পূৰ্বৰ সকলো ৰাজ্যতে প্ৰচলিত আছিল। দাস হিচাপে বন্দীক বিক্ৰী কৰা আৰু শাস্তিমূলক ব্যৱস্থা হিচাপে বন্দীক বিক্ৰী কৰা হৈছিল (৪১)। ৰামচৰণ ঠাকুৰৰ প্ৰণীত গুৰু চৰিতত আছে—

ছয়কুৰি টকা ভোটে নৃপতিক দিয়া।

---

৪০ হাণ্টাৰ *Statistical Act. of Assam, Vol I,* পৃঃ ৫০।

৪১ সৰ্বানন্দ ৰাজকুমাৰ পৃঃ ১৫৮।

হাতে ধৰিয়া আতাক গৈলন্ত লইয়া।।

এইটো কথাৰপৰাই প্ৰমাণিত হয় যে পশ্চিম অসমত ভোটান সীমান্তত দাস বিক্ৰী হৈছিল। ৰজায়ো আনকি দোষীক শাস্তিমূলক ব্যৱস্থা হিচাপে বিক্ৰী কৰিছিল। চিংফৌসকলাক দাস বিক্ৰেতা আছিল। অসমৰ পৰা ধৰি নি ব্ৰহ্মদেশত দাস বিক্ৰী কৰিছিল। ডফলাকে ধৰি এতিয়াৰ অৰুণাচলৰ পূৰণি বাসিন্দা সকলেও দাস প্ৰথাৰ পৰিপালন কৰিছিল।

ক্ৰীতদাস আৰু পাইকৰ মাজত কিছু পাৰ্থক্য আছে। ক্ৰীতদাসৰ কোনো ভূ-সম্পত্তি বা অন্য ব্যক্তিগত সম্পত্তি থাকিবই নোৱাৰে। কিন্তু পাইকৰ ভূ-সম্পত্তি আৰু ব্যক্তিগত সম্পত্তি আছিল। সাধাৰণ জীৱনত তেওঁলোক কৃষিজীৱী বা আন বৃত্তিজীৱী। কেৱল ব্যৱস্থাগত ভাৱেহে তেওঁলোকে বছৰি তিনিমাহ গা-খাটি দিবলৈ বাধ্য আছিল। প্ৰতাপী বিষয়াৰ তলত এনে গা-খাটি দিয়া পাইকৰ অৱস্থা, পাইক হিচাপে থকা দিনত সাধাৰণ শ্ৰেণীৰ দাসতকৈ উন্নত হোৱাৰ সম্ভাৱনা কম। কিন্তু বৃত্তিজীৱী পাইক বা সেনা হিচাপে নিয়োজিত পাইকৰ ক্ষেত্ৰত অৱস্থাটো সাধাৰণ দাসৰ দৰে নহয়।

পাইকৰ ব্যৱস্থাটো আহোম ৰাজতন্ত্ৰই এনেদৰে গঢ়ি তুলিছিল যে সাধাৰণ কাম নাইবা ৰাষ্ট্ৰৰ কাম কৰিবৰ বাবে কোনো লোকক কিনি লোৱাৰ প্ৰয়োজন হোৱাই নাছিল। এই আনুষ্ঠানিক (Institutionalised) প্ৰথাত প্ৰতিজন সাধাৰণ প্ৰজাই ৰজাৰ সম্পত্তি, সাধাৰণ দাসৰ দৰে। আমি ইতিমধ্যে আলোচনা কৰি আহিছো যে এই পাইকসকলক বিষয়া, সত্ৰাধিকাৰ, ব্ৰাহ্মণ পুৰোহিত, সম্ভ্ৰান্ত লোক, মন্দিৰ, দেৱালয়, মছজিদ আদিত ৰজাই নিৰ্বন্ধিত কৰি দিব পাৰিছিল।

আনহাতে বৃত্তিগতভাৱে পাইকসকলক নিৰ্দিষ্ট বৃত্তিত কাম কৰিবলৈ ৰজাই বাধ্য কৰিব পাৰিছিল। দেখাত সাধাৰণ বৰ্বৰ দাস প্ৰথাতকৈ ই উন্নত ব্যৱস্থা, কিন্তু কাৰ্যতঃ ই সংগঠিতভাৱে প্ৰজাক শোষণ-পীড়ন কৰা এটা ব্যৱস্থা। জন-শক্তি পৰিচালনাৰ ক্ষেত্ৰত এই ব্যৱস্থাটো অতীব উপযোগী হোৱা বাবে যুদ্ধ জয় আৰু দ্ৰব্য উৎপাদন, নিৰ্মাণ আদি সকলো ক্ষেত্ৰতে আহোম ৰাজতন্ত্ৰ সফলকাম হৈছিল।

সাধাৰণ দাস-প্ৰথাতকৈ পাইক-প্ৰথা উন্নত আছিল এটা অৰ্থত যে এজন পাইকে কিছু কৰ পৰিশোধ কৰি মুক্ত নাগৰিক হ'ব পাৰিছিল। দাস প্ৰথাত এইটো সম্ভৱ নাছিল কিন্তু দেশত মুদ্ৰাৰ প্ৰচলন কম হোৱাত, পাইকৰ হাতত মুদ্ৰা নথকাই স্বাভাৱিক, গতিকে মুদ্ৰাৰে কিছু কৰ দি নিজৰ মুক্তি অৰ্জন কৰাটো পাইকৰ বাবেও প্ৰায় অসম্ভৱ আছিল।

পাইকবোৰ সাধাৰণ দাস নাছিল বাবেই ইয়াৰ সমান্তৰালভাৱে লিকচৌ, লিগিৰা তথা দাস ৰখাৰ ব্যৱস্থা আছিল। এই দাসবোৰ আছিল ব্যক্তিগত সম্পত্তি। গতিকে অন্য দ্ৰব্যৰ দৰেই এইবোৰ হস্তান্তৰযোগ্য আছিল।

ৰাজতন্ত্ৰ দুৰ্বল হোৱা অৱস্থাত নাইবা দৰিদ্ৰ আৰু নিৰাপত্তাবিহীন লোকৰ সংখ্যা বৃদ্ধিৰ

কালত যে দাসৰ ব্যৱসায় ৰমৰমীয়া আছিল তাত সন্দেহ নাই। আহোম ৰাজত্বৰ শেষ ভাগত বছৰি ১০০ দাস বিক্রী হোৱাৰ তথ্য আছে। দাসৰ মূল্য জনেপ্রতি আছিল ২০ টকা। ৰবিনছনৰ Account of Assamত কামৰূপ জিলাৰ ১৮৪০ চনৰ দাসৰ এটা খতিয়ান দাঙি ধৰা হৈছে। তেওঁৰ মতে ১৮৪০ চনত কামৰূপত ২৪,৩৫৭ জন দাস আৰু পণবন্দী লোক আছিল। ইংৰাজ ৰাজত্বৰ প্রাৰম্ভতে ২০,০০০ দাসক মুক্ত কৰি দিয়া হৈছিল বুলি স্কটৰ প্রতিবেদনত পোৱা যায় (৪২)। কামৰূপৰ অৱস্থা আহোমৰ দিনত তুলনামূলকভাৱে উজনি অসমৰ জিলা কেইখনতকৈ বেয়া আছিল। ওপৰা-উপৰিকৈ মোগল, কোচ আৰু আহোমৰ দখল-যুদ্ধৰ ফলত অজস্র প্রজাৰ বিলাই-বিপত্তি নোহোৱা হৈ পণবন্দী হোৱাই স্বাভাৱিক। তুলনামূলকভাৱে শান্তিপূৰ্ণ কাল উজনি অসমত দীঘলীয়া হোৱা বাবে সম্ভৱতঃ দাস বা পণবন্দীৰ সংখ্যা কম আছিল। কিন্তু এই কথা ধৰি ল'লে ভুল হ'ব যে উজনি অসমত দাস বিক্রী হোৱা নাছিল। বৰঞ্চ তথ্য-পাতিয়ে দেখুৱায় যে দাস কিনা-বেচাত সম্ভ্রান্তলোক আনকি সত্রাধিকাৰ পর্যন্ত জড়িত আছিল। উদাহৰণস্বৰূপে প্রাচ্য শাসনপ্রণালীত স্থান দিয়া মানুহ ক্রয়-বিক্রয়ৰ পত্র (দলিল)ৰ কথা উল্লেখ কৰিব পাৰি। গেইটৰ অসম বুৰঞ্জী, ৰবিনছনৰ Descriptive Account of assam, হাণ্টাৰৰ Statistical Account of Assam ৰ উদ্ধৃতি আমি ইতিমধ্যে উল্লেখ কৰিছো। আন ইংৰাজ প্রতিবেদকৰ প্রতিবেদনতো মনুষ্য (দাস) ক্রয়-বিক্রয়ৰ কথা আছে।

শলগুৰিয়া মহন্তৰ মনুষ্য ক্রয়ৰ দলিলত (প্রাচ্য শাসনাৱলী, নথি ৯৫) প্রথমেই লিখা হৈছে 'শ্রীশ্রীকমলেশ্বৰ সিংহ মহাৰাজৰ ৰাজ্যত মনুষ্যৰ ক্রয়-বিক্রয় কৰে।' তাৰ পিছত ক্রমে ক্রেতা আৰু বিক্রেতাৰ নাম, ক্রয়-বিক্রয়ৰ মানুহ, সাক্ষীসকলৰ নাম, সভাৱৰি (সভেৰি বা সভামূৰি) বা মেলত অংশগ্রহণকাৰীসকলৰ দক্ষিণা, দলিল লেখা মানুহৰ নাম আৰু লেখাৰ বাবে মাননি— সকলো আনুষ্ঠানিকতা ৰক্ষা কৰি ক্রয়-বিক্রয় হৈছে। দলিলখন এনে ধৰণৰ—

"১৭২১ পুহৰ ৭ দিন থকাত কুজবাৰে। শ্রীশ্রীকমলেশ্বৰ সিংহ মহাৰাজাৰ ৰাজ্যত মনুষ্যৰ ক্রয়-বিক্রয় কৰে; সলগুৰিয়া সাধু আতা কিনে; লেৰেলু সইকিয়া, সিক্কি বৰা, ইহতে সমনিতে কুৰি গয়াই বেছে মোহনক ৰূপ ছটকা।। অতাৰ্থে সাখি টংগচু ডেকা কলাই ১ ধুলিয়া টেকেলা ১ বৰকলিয়া পিথু ১ টোপ ১ দুপৰিয়া সইকিয়া কন্দাস ১ চৰাচোৱা জীউৰাম ১ চৰাৰ দলই চাবৰ ১ নাথ ১ আৰু অনেকো আছিল অথ আঙুলি কটপা।।

৪২ *Descriptive Account of Assam W. Robinson, Second Edition 1925, Page 204 Footnote*

# আঙুলি কটপা

সভাবৰি তামোলপাণ বাজৰথ কাকতিৰ তামোলপাণ গামোচাখন।।

দলিলখন লিখাৰ ধৰণ আৰু সাক্ষী আৰু মাননি (লিখোতা)ৰ ধৰণলৈ চাই এই কথা স্পষ্ট যে এই বেচা-কিনা ব্যবস্থাটো নতুন নহয় আৰু অস্বাভাবিক ঘটনাও নহয়। সভাবৰি লোণ, তামোল-পাণ লোৱা, কাননী (গামোচা) লোৱা মানুহেই এই বেচা-কিনা কৰিছে, কিনোতাজন স্বয়ং শলগুৰিৰ মহন্ত সাধু আতা।

'প্রাচ্য শাসনাৱলী'তে ভূমিকাত শলগুৰীয়া মহন্তৰ মনুষ্য-ক্রয়ৰ প্ৰতিবেদনৰ তলত গদাধৰ সিংহৰ দিনত পত্নী বিক্রীৰ এটা তথ্য-সম্বলিত পত্ৰৰ টোকা উল্লেখ কৰা হৈছে। দলিলৰ কথাখিনি এনে ধৰণৰ—

"৭। শ্রীশ্রীস্বৰ্গনাৰায়ণ গদাধৰ সিংহ মহাৰাজাৰ ৰাজ্যত ঃ মনুষ্য ক্রয়-বিক্রয় কৰে সন্ধিকৈ বৰফুকনৰ দিনত ঃ জহুৰিয়ে ঘইনিয়েকক বিকে ঃ কামাক্ষাৰ গগাৰাম ঠাকুৰে বেটি কিনে।। ধন আঠ টকা আঙুলি সা (ি)ৰ এখান।। সাখি ভাগৱত মিশ্ৰ ১। সুনন্দ সোণাৰি ১ ভবাই ১ ৰাম কনাই ১ হৰিধন ১ কমলোচন ১ বড়বামুণ ১ লতামিশ্র ১ গচচৰা ১ ৰঙাই ১ ৰামগতি ১/ বিকাই ১/ ৰমা ওঝা কাকতি। সভাউদি এমহা। বেটিৰ নাও ফেচেৰি।।

## সক ১৬০৭

আঙুলি কটপা চেলেংখান।"

এইটো দেখ দেখকৈ ওলাই পৰে যে মানুহ ক্রয়-বিক্রয় অতি নিম্ন পৰ্যায়ৰ পত্নী বিক্রীৰ দৰে। সাক্ষীবাদী ৰাখি, দলিল কৰি, সভাউদি দি সম্পূর্ণ বিধিসন্মতভাৱে কৰা হৈছিল।

এইদৰেই আৰম্ভ হৈছিল আহোম ৰাজত্বৰ শেষৰ কালে দাস-দাসীৰ এক সমাজ-ব্যৱস্থা। দাস-দাসী প্ৰধান এই ব্যৱস্থাটোক এটা আনুষ্ঠানিক ৰূপত পাইক প্ৰথায়ো পৰিপালন কৰিছে। এটা আনটোৰ পৰিপূৰক মাত্ৰ।

হাণ্টাৰে এই ব্যৱস্থাটোক এটা "recognised slavery" (৪৩) বুলি উল্লেখ কৰালৈ চাই এইটো সহজে বুজিব পাৰি যে ইয়াক ওপৰত চুণ-তেল সানি এটা মহৎ ব্যৱস্থা হিচাপে চিনাক্ত কৰাৰ অভিপ্ৰায় (যিটো সাধাৰণতে আমাৰ দেশীয় বুৰঞ্জীবিদসকলৰ ৰচনাত থাকে) তেওঁৰ নাছিল। দাস ব্যৱস্থা পাইক ব্যৱস্থাৰ পৰিপূৰক, সামন্ততন্ত্ৰৰ মূল ভেটি। এই পাইক প্ৰথাৰ কুপৰিণতিতে হৈছিল পাইকৰ বিদ্ৰোহ বা মায়ামৰীয়া বিদ্রোহ।

---

*৪৩ হাণ্টাৰ, উক্ত গ্ৰন্থ, প্ৰথম খণ্ড, পৃঃ ৪৩, ১৯৭৫ সংস্কৰণ।

যদিও ধৰ্মীয় আৰু জনগোষ্ঠীয় চৰিত্ৰ বিদ্ৰোহত আছিল— তথাপি এই বিদ্ৰোহৰ চালিকা শক্তি আছিল নিষ্পেষিত পাইকসকলহে।

মায়ামৰীয়া বিদ্ৰোহে কঁকাল ভাঙি দিয়াৰ পিছত পুনৰ দাস-শ্ৰম ব্যৱহাৰ কৰি সামৰিক অস্ত্ৰ-শস্ত্ৰ; সোণ, লোণ, লো আদি উৎপাদন কৰি; শস্য-মৎস্যৰে নদন-বদন এখন দেশ পুনৰ নিৰ্মাণ কৰাটো আৰু সম্ভৱ হোৱা নাছিল।

আহোমে গঢ়ি তোলা সভ্যতা-সংস্কৃতি যিটোৰ আৰ্থ-সামাজিক বুনিয়াদ গঢ়ি তুলিছিল পাইকসকলে— সেইটো মূলতঃ নিপীড়িত পাইকে গঢ়ি তোলা সভ্যতা। মায়ামৰীয়া (পাইক)ৰ বিদ্ৰোহৰ পিছত এই সভ্যতাৰ পুনৰুত্থান প্ৰায় অসম্ভৱ হৈ পৰিছিল।

গেইটৰ অসম বুৰঞ্জীত এই কথা লিখা আছে যে পাইক আৰু লগুৱা লিক্‌চৌ নাইকিয়া হোৱাৰ পিছত ডা-ডাঙৰীয়াসকলে নিজৰ খেতি-মাটি অপৰিশোধিত খাজনা আৰু ঋণ পৰিশোধ কৰিব নোৱাৰি বিক্ৰী কৰি দিছিল নাইবা খেতি কৰিব নোৱাৰি এৰি দিছিল। ইংৰাজে ১৮৫৩ চনত আইন কৰি দাস প্ৰথা সম্পূৰ্ণ বিলুপ্ত কৰে আৰু ভূমিৰ স্থায়ী পট্টনৰ ব্যৱস্থাৰ প্ৰৱৰ্তন কৰে। এই প্ৰথাই পুৰণি দাস শ্ৰমভিত্তিক ব্যৱস্থা সম্পূৰ্ণ নিঃশেষ কৰে আৰু মজুৰি ভিত্তিক নতুন ব্যৱস্থা এটা প্ৰৱৰ্তনৰ পথ উন্মোচিত কৰে। মিলে উল্লেখ কৰিছে যে— "There is no doubt that the measure reduced the only man of substance in Assam to absolute poverty"

## ৫.৯ বাণিজ্যৰ প্ৰসাৰ

আহোম-পূৰ্ব যুগত অসমত বস্তু বিনিময় প্ৰথা আছিল যদিও বেছিভাগ অঞ্চলেই বজাৰবিহীন ন্যূনতম প্ৰয়োজন অৰণ্যৰ খৰি আৰু ফল-মূল তথা ঝুমখেতিৰে পেটপুৰোৱা জনজাতিৰ অঞ্চল আছিল। নামনি অসম আৰু মধ্য অসমত স্থায়ী কৃষি-কাৰ্যৰ বিকাশ তথা বজাৰৰ বিকাশ আগতেই হৈছিল। জনজাতি সমাজত বজাৰৰ বিকাশ হোৱা হ'লে বজাৰ ধাত্ৰীৰ কৃপাত ভাষাৰ বিকাশো হ'লহেতেঁন আৰু দোৱান ৰূপত বিশেষ শক্তিকালৈকে থাকিবলগীয়া নহ'লহেতেঁন। অসমীয়া ভাষাই এটা নিৰ্দিষ্ট গঢ় লোৱাটো পশ্চিম অসমত আৰু উজনি অসমত কলিতা, কায়স্থ, বাৰভূঞা তথা অন্যান্য জনগোষ্ঠীৰ ভিতৰত কৈৱৰ্ত, কেওট, নাথ আদি সম্প্ৰদায়ৰ মাজত সম্ভৱতঃ আগতেই হৈছিল। বড়োসকলৰ আদি প্ৰব্ৰজনকাৰী, যিসকলে আগতেই হিন্দু হৈ হিন্দু সভ্যতাৰ বিকাশত অৰিহণা যোগাইছিল— তেওঁলোকেও সম্ভৱতঃ অসমীয়া ভাষাৰ বিকাশতে প্ৰধানকৈ অৰিহণা যোগাইছিল। তথাপি এই ভাষাৰ বিকাশৰ প্ৰক্ৰিয়াটো মূলতঃ জনজাতিবিলাকৰ সীমান্তত

হোৱা দুৱাৰ বিলাকতে বা মেলা বিলাকতে সীমাবদ্ধ আছিল। বৃহৎ সাম্রাজ্য বিস্তাৰ আৰু তাৰ আনুসংগিক মুদ্ৰাৰ প্ৰচলন আৰু বজাৰৰ বিস্তাৰ নোহোৱা পৰ্যন্ত প্ৰকৃতাৰ্থত ভাষাই ঠন ধৰি উঠাৰ কোনো সম্ভাৱনা নাছিল।

প্ৰসংগতঃ উল্লেখযোগ্য যে বৰ্তমানলৈকে জনজাতি অঞ্চলৰ সীমান্তৱৰ্তী অঞ্চলত এতিয়াও বস্তু বিনিময় প্ৰথা (Barter Exchange) ব্যৱস্থাৰ অৱশিষ্ট হিচাপে বিভিন্ন মেলা (Open market বা Open Exchange Market) বহে য'ত মুদ্ৰাৰ কোনো ধৰণৰ ব্যৱহাৰ নকৰাটো এটা পৰম্পৰা। জোনবিল মেলাত (জাগীৰোডৰ ওচৰত— তিৱা, কাৰ্বি আৰু অন্য সম্প্ৰদায়ৰ) বহু লোক সমবেত হয় আৰু এতিয়াও বস্তুৰ সলনি বস্তু বিনিময় কৰে। আদিম কালত সম্ভৱতঃ এইদৰেই গাভী, ছাগ, কাপোৰ, শুকান মাছ, ঘৰুৱা আৰু বনৰীয়া জীৱ-জন্তু, শস্য, শাক-পাচলি, পিঠা, লোণ, লো আদি, বাঁহ-কাঠৰ সামগ্ৰী, বনৰপৰা সংগৃহীত মৌ, লা, ধুনা, ৰং (মাজঠি বা মেজেণ্টা), বনৌষধি, আদিৰ বিনিময় হৈছিল। আহোম আহি পোৱাৰ সময়ত সীমাৰত বড়ো কছাৰী, ৰাভা, চুতীয়া, মৰাণ, নগা আদি, সম্প্ৰদায়ৰ বসতি এলেকাৰ-সীমাৱৰ্তী এলেকাবিলাকত আৰু মধ্য অসমত-দক্ষিণে তিৱা বা লালুং, কাৰ্বি, ডিমাচা, জয়ন্তীয়া আদিৰ সীমাৱৰ্তী এলেকাত, উত্তৰে শদিয়াৰ পৰা মধ্য অসম পৰ্যন্ত মিছিমি, চুতীয়া, তাই খামটি, আঁকা, ডফলা, ভোট, কৈৱৰ্ত, বাৰভূঞা আদিৰ মাজত; নামনিৰ দক্ষিণ ভাগে খাচি, গাৰো, কোচ আদিৰ সীমাৱৰ্তী এলেকাত আৰু উত্তৰ পাৰে ভূটীয়া, কোচ, কছাৰী, ৰাভা, মেচ, কলিতা, কায়স্থ আদিৰ সীমাৱৰ্তী এলেকাত এনে বস্তু বিনিময়ৰ বাবে হাট বহিছিল। বিভিন্ন জন-জাতিৰ-পাহাৰ আৰু ভৈয়ামৰ লোকসকলৰ মাজত প্ৰাথমিক যোগাযোগ স্থাপন হৈছিল এনে বিনিময় থলিবিলাকত— যিবিলাকক দ্বাৰ বা দুৱাৰ বোলা হৈছিল। এই দুৱাৰ বিলাকেই আছিল ভাষিক বিনিময় আৰু বস্তু বিনিয়মৰ প্ৰধান কেন্দ্ৰ আৰু এইবোৰতেই জনজাতি আৰু প্ৰাকৃত তথা সংস্কৃত ভাষী মানুহৰ প্ৰথম যোগ-সূত্ৰ স্থাপন হৈছিল আৰু এটা নতুন প্ৰান্তীয় জন-সংযোগী ভাষাৰ বিকাশ হৈছিল। এইটোৱেই পাহাৰ-ভৈয়াম একাকাৰ কৰা পূৰণি অসমীয়া ভাষা। বজাৰেই ধাত্ৰীৰ ৰূপ লৈ অজস্ৰ জনজাতিৰ শব্দ আৰু জনজাতিৰ— বিশেষভাৱে বড়ো-কছাৰীৰ সাঁচ বা ঠাচ অনুসৰণ কৰি এটা সুন্দৰ কথন-ভংগী উদ্ভাৱন কৰিছিল। আমি এই দুৱাৰ বিলাকৰ এটা সংক্ষিপ্ত বিৱৰণ দাঙি ধৰিছো :

(১) চাৰি দুৱাৰ : উত্তৰ পাৰত ভৈৰৱকুণ্ড, নমাটি, পাচনৈ, দৈমৰা— এই দুৱাৰ কেইখন লৈ চাৰি দুৱাৰ। ভৰলী নৈৰপৰা ভূটান সীমান্তলৈ বস্তু বিনিময়ৰ বজাৰ,

(২) সাত দুৱাৰ : বিজনী, চাপাখামাৰ, চাপাগুৰি, বাস্কা, ঘৌকুলা, গাৰ্লিং আৰু বুঢ়াগোসা— ভূটীয়া, উত্তৰ কামৰূপীয়া গোৱালপৰীয়া মানুহৰ বস্তু বিনিময় দ্বাৰ,

(৩) ন-দুৱাৰ ঃ বৰগাঙৰ বা ভৰলীৰ মাজত আঁকা, ডফলা আদি পাৰ্বত্য জাতিৰ লগত ভৈয়ামৰ বাণিজ্য দ্বাৰ;

(৪) ছয় দুৱাৰ ঃ বৰগাঙৰপৰা লখিমপুৰ পৰ্যন্ত উত্তৰৰ পাৰ্বত্য জনগোষ্ঠীৰ লগত বাণিজ্যৰ কেন্দ্ৰ।

(৫) বৰদুৱাৰ ঃ খাচি আৰু গাৰোৰ লগত ভৈয়ামৰ সংযোগ-সেতু এই দ্বাৰবোৰ। লুকি, বকো, বনগাঁও, পানতন, ভোলাগাঁও আৰু দ্বাৰ মৈৰাপুৰ প্ৰধান বিনিময় কেন্দ্ৰ,

(৬) হাদিৰাচকী ঃ অসম আৰু পশ্চিমৰ পৰা অহা ব্যৱসায়ী বা মুদৈবোৰৰ বস্তু বিনিময় কেন্দ্ৰ;

(৭) নগা আৰু ভৈয়ামৰ কছাৰী তথা অন্য জনগোষ্ঠীৰ ব্যবসায় কেন্দ্ৰ— কছাৰীহাট, নগাহাট, নাগাজাংকা-মৰিয়নী, নামচাং, বৰহাট আদি বজাৰ;

(৮) ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে উপনৈবিলাকৰ মুখত বস্তু বিনিময় কেন্দ্ৰ— দিহিংমুখ, দিচাংমুখ, দিখৌমুখ, নিমাতীঘাট, ককিলামুখ, আৰিকাটি মুখ, শিলঘাট, কাজলীমুখ, বিহালী, বেদেতিঘাট আদি নৌকা বিনিময়-কেন্দ্ৰ য'ত সুদীৰ্ঘ কাল ধৰি নাৱেৰে বস্তু আৰু মানুহ অনা-নিয়াৰ পৰম্পৰাগত ব্যৱস্থা বিদ্যমান;

(৯) দক্ষিণপাৰে গড়আলি, চেউনি আলি, ন-আলি, ধাই আলি, ধোদৰ আলি আদি অজস্ৰ আলি হোৱাৰ পিছত আলি বিলাকে ঢুকি পোৱা প্ৰধান স্থান আৰু চকীবোৰ বজাৰত পৰিণত হৈছিল। এই দৰেই টিপাম, শ'লগুৰি, ৰহা, যোৰহাট, গড়গাঁও, নাজিৰা, খিটলুৰ হাট, হলং ফাট, শালিকী হাট, ওদালগুৰি, সুৱনখাটা, ঘগ্ৰা, হাজো আদি স্থানত বস্তু বিনিময় কেন্দ্ৰ গঢ় লৈ উঠিছিল। উল্লিখিত দুৱাৰবোৰৰ লগত এই আভ্যন্তৰীণ বজাৰবোৰে বাণিজ্যৰ তথা বস্তু-বিনিময়ৰ এখন সুন্দৰ জাল গুঠিছিল। য'ত মুদৈ, বেপাৰী আৰু পোহাৰী বিলাকে বস্তু বিনিময় তথা বিক্ৰী কৰাটো নিত্য-নৈমিত্তিক কৰ্ম হৈ পৰিছিল।

এইকথা সহজবোধ্য যে ৰাহি উৎপাদন হ'লেহে ৰাহিৰ বিনিময় ব্যাপক হয় আৰু এনে ৰাহি উৎপাদন সংগঠিত উৎপাদন ব্যৱস্থাতহে বেছি হয়। ইতিহাসে ঢুকি পোৱা মতে প্ৰতাপ সিংহৰ দিনত, মোমাই তামুলী বৰবৰুৱাৰ নেতৃত্বত, গাঁও পতা— বৃত্তিগত খেল আৰু গাঁও বিভাজন সম্পূৰ্ণ হোৱাৰ পিছত অসমত ৰাহি উৎপাদন দ্ৰুত গতিৰে বাঢ়িছিল। পাইক প্ৰথাই ডাঙৰীয়া, বিষয়া তথা বৃত্তিগত ক্ষেত্ৰত দায়িত্ব লোৱা ক্ষুদ্ৰ বিষয়াসকলৰ ৰাহি আয় বৃদ্ধি কৰাত সোতৰ শতিকাৰ প্ৰথমাৰ্ধৰ পৰাই বাণিজ্যৰ প্ৰসাৰ আৰম্ভ হৈছিল। পশ্চিম অসমত ভাৰতৰ লগত যোগাযোগ থকা অঞ্চলত সম্ভৱ নৈ পথ আৰু কোচ ৰাজত্বত গোহাঞিকমল আলিয়েদি বাণিজ্যৰ প্ৰসাৰ সম্ভৱ হৈছিল।

ইতিহাসে ঢুকি পোৱা মতে প্ৰথম চৈয়দ বাবাকৰ (চৈয়দ আবু বকৰ) আৰু সত্ৰাজিতে

পঠোৱা বাণিজ্যৰ অবৈধ গোমস্তাক কলিয়াবৰৰ ওচৰত ৰজাৰ বিষয়াই কটাইছিল (৪৪)। তদুপৰি শিঙৰীত আগৰ কাঠ কিনা অবৈধ ব্যৱসায়ী ৰতন শ্বাহ সদাগৰ আৰু মাহ, সৰিয়হ, ধপাত কিনা দুখন বেপাৰীৰ নাও জব্দ কৰা হৈছিল (৪৫)। প্ৰকৃততে ৰাজ অনুমতি লৈ আমাৰ সাউদ বাহিৰলৈ আৰু বাহিৰৰ সাউদ হাদিৰা চকীত নাইবা অইন চকীত ব্যৱসায় কৰিবলৈ সমৰ্থ হৈছিল। ৰেইড চাহাবৰ মতে ৰাজ অনুমতি অবিহনে বাহিৰৰ মিছনেৰী, ব্যৱসায়ী, ভ্ৰমণকাৰী আদিও অসমত প্ৰৱেশ কৰিব নোৱাৰিছিল।

অসম আৰু বংগদেশৰ সীমান্তত খুঁটি পুতি বা কোঠ স্থাপন কৰি মোগলৰ দিনত মোগল আৰু ইংৰাজৰ দিনত ইংৰাজৰ ব্যৱসায়ীয়ে বেপাৰ কৰিছিল। দীৰ্ঘকাল ধৰি এই পশ্চিমৰ সীমান্ত চকী আছিল হাদিৰা চকী বা কান্দাহাৰ চকী। ইয়াত কাম কৰা মানুহক দুৱৰীয়া বা কণ্ডাৰ বোলা হৈছিল। এই দুৱৰীয়া বিষয়া দুৱৰীয়া বৰুৱাৰ কিনা অনুমতিত কোনো মানুহেই অসমত প্ৰৱেশ কৰাটো সম্ভৱ নাছিল। গৌৰীনাথ সিংহৰ দিনত এই চকীৰে দুৱৰীয়া বৰুৱা আছিল আনন্দৰাম ঢেকীয়াল ফুকনৰ পিতামহ। ড সূৰ্যকুমাৰ ভূঞাই তেওঁৰ স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ গ্ৰন্থত লিখিছে যে এই হাদিৰাচকীত বণিজৰ ওপৰত লগোৱা শুল্কৰপৰা অসমৰ ৰজাৰ বছৰি গড়ে ৬০,০০০ টকা আয় হৈছিল (৪৬)। শদিয়াৰ মহঙৰ লোণৰ পুঙত মহঙীয়া হাটৰ বৰুৱাই লোণ উৎপাদন কৰি বিক্ৰী কৰিছিল। মহঙৰ লোণৰ কৰৰপৰা অসমৰ আয় হৈছিল বছৰি ৪০,০০০ টকা। মহঙৰ লোণেৰে অসমক নুকুলাইছিল বাবে অসমে বঙালহাটৰ পথেদি ইংৰাজৰ ৰাজ্যৰপৰা লোণ আনিবলগীয়া হৈছিল। ১৮২৪-২৫ চনত, অৰ্থাৎ মায়ামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণত অসমৰ মানুহ আধা-আধি পৰাজি পৰাৰ পিছতো বঙাল হাটত লোণ আমদানি হৈছিল ২৫,০০০ মোন। শান্তিপূৰ্ণ সময়ত বছৰি লোণ আমদানি হৈছিল গড়ে ৫০,০০০ মোন।

অসমে বাহিৰৰপৰা লোণৰ বাহিৰেও আন কিছুমান বস্তু আমদানি কৰিবলগীয়া হৈছিল। লোণ আমদানি প্ৰধানকৈ ইংৰাজ আৰু ফৰাচী (ফৰাচী উপনিবেশ ভাৰতত থকালৈকে) তথা ইংৰাজৰ সহযোগী ওলন্দাজ ব্যৱসায়ীৰপৰা কৰা হৈছিল। লোণ বিক্ৰীৰ বাবে অসমৰ বিভিন্ন স্থানত 'লোণ-শাল' খোলা হৈছিল।

আহোমৰ দিনত অসমৰ বাহিৰত গৈ বাণিজ্য কৰাৰ বাবে কাকো অনুমতি দিয়া নাছিল সেইটো হয়; কিন্তু আমাৰ মূদৈ গৈ বাহিৰত বেপাৰ কৰা নাছিল তেনে কথা সত্য নহয়। চোৰাং ব্যৱসায় কৰিও আমাৰ মূদৈ অসমৰ বাহিৰলৈ যোৱাৰ উল্লেখ আছে বুৰঞ্জীত।

৪৪ তামুলীফুকনৰ বুৰঞ্জী।

৪৫ পুৰণি অসম বুৰঞ্জী, পৃঃ ৮১।

৪৬ ড. সূৰ্যকুমাৰ ভূঞা, স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ, পৃঃ ৮২।

ৰেইড চাহাবৰ মতে জয়ন্তীয়া ৰাজ্যৰ মাজেদি অসমৰ মুদৈ চিলেট আৰু বংগলৈ গৈছিল। পুৰণি অসম বুৰঞ্জীত আছে "আমাৰ মুদৈ গৈ ঢাকাত বেহাই গৈ" (৪৭)। ৰেইডৰ ৰচনাত আছে ১৫৭০ চনত মুদৈ জয়হৰিয়ে ৮০০০ টকা ব্যৱসায়ত বিনিয়োগ কৰি ব্যৱসায় কৰিবলৈ যায় আৰু ঘটনাক্ৰমে আহোম আৰু জয়ন্তীয়া ৰাজ্যৰ বিবাদৰ সূত্ৰপাত হোৱাৰপৰা এই কথা প্ৰমাণিত হয় যে উভয় দেশৰ মাজত বাণিজ্য বহলভাৱে হৈছিল (৪৮)। ১৫৭০ চনত মুদ্ৰা ব্যৱহাৰৰ কথাই মুদ্ৰা বিনিময়ৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰাৰ ব্যাপকতাৰ কথাই সূচায়।

হেমিল্টনে তেওঁৰ প্ৰতিবেদনত হাদিৰাচকীৰ যি বাণিজ্যৰ কথা লিখিছে, সেয়া চিহাবুদ্দিনৰ ৰচনাৰ বক্তব্যৰ লগত মিলে। হেমিল্টনে উল্লেখ কৰিছে যে হাদিৰাচকীত ৰজাই দুজন বৰুৱা নিয়োজিত কৰিছিল। এওঁলোকৰ জৰিয়তে সমস্তঃ বহিঃবাণিজ্য সম্পন্ন হৈছিল। ই আছিল ৰাষ্ট্ৰৰ একচেটিয়া নিয়ন্ত্ৰিত ব্যৱসায়। ব্যৱসায়িক সৌজন্য ৰক্ষা তথা ব্যৱসায়িক লেনদেনৰ ক্ষেত্ৰত নিয়ম পালন কৰাত অসমীয়াসকল পটু নাছিল বুলি হেমিল্টনে উল্লেখ কৰিছে (৪৯)। অসমৰ বিষয়াৰ একচেটিয়া ৰাষ্ট্ৰীয় ব্যৱস্থাৰ বিপৰীতে বাহিৰৰ ব্যৱসায়ীয়ে অসমৰ লগত ব্যৱসায় কৰিবৰ বাবে নিজৰ মাজত অলিখিত বুজাবুজি বা চুক্তি কৰিছিল বুলি কব পাৰি। নিজৰ মাজত তেওঁলোকে ব্যৱসায় ভাগ কৰিছিল আৰু কিস্তি হিচাপেও সাল-সলনি কৰিছিল। হেমিল্টনৰ মতে এই ব্যৱসায়িক প্ৰক্ৰিয়াত অসমৰ বিষয়াসকলে অপৰ্যাপ্ত লাভ কৰিছিল (৫০)।

ৰাজেশ্বৰ সিংহৰ দিনত গোৱালপাৰা জিলাত ফৰাচী মুচে চাবলীয়া আৰু ইংৰাজ (ডেনিচ) ডেনিয়েল ৰোচ চাহাবে গোৱালপাৰাত কোঠ স্থাপন কৰি লোণৰ ব্যৱসায় আৰম্ভ কৰিছিল। ১৭৯৩ খৃষ্টাব্দতহে প্ৰথম ইংৰাজ আৰু অসমৰ ৰজাৰ বাণিজ্য সম্পৰ্কীয় চুক্তি হয়, তাৰ আগলৈকে কোনো চুক্তি নোহোৱাকৈ অৰ্থাৎ অনানুষ্ঠানিক বুজাবুজিৰে অসম আৰু ইউৰোপীয় ব্যৱসায়ীৰ মাজত বাণিজ্য চলি আছিল। ১৭৩১ চনত প্ৰথম শিৱ সিংহই মিলছ, গুডউইন, লিষ্টাৰ, বিল সেই চাৰিজন ইংৰাজ বেপাৰীক অসমত লোণৰ ব্যৱসায় কৰাৰ অনুমতি দিয়ে। ৰাজেশ্বৰ সিংহৰ দিনত (১৭৫১-১৭৬৯ খৃঃ) ইংৰাজ কুঠিৰ গুৰিয়াল ডেনিয়েল ৰোচ আৰু ফৰাচী কুঠিৰ গুৰিয়াল মুচে চাবলীয়াই লোণ-শাল বা লোণৰ ব্যৱসায় আৰু কাৰখানা চলাইছিল। ১৭৫৭ চনত ফৰাচী ব্যৱসায়ী মুচে চাবলীয়া প্ৰথম অসমত লোণ ব্যৱসায় কৰিবলৈ সোমায়। ফৰাচী আৰু ইংৰাজৰ লগত সহযোগিতা কৰি অসমৰ মুদৈয়েও কিছু ধূৰ্তালি আৰু ব্যৱসায়িক বুদ্ধি শিকিছিল

*৪৯ হেমিল্টন, উক্ত গ্ৰন্থ।*

*৫০ হেমিল্টন, উক্তগ্ৰন্থ, পৃষ্ঠা ৪৪-৪৫। গোৱালপাৰা জিলাৰ গেজেটিয়াৰেও হেমিল্টনৰ মন্তব্য সমৰ্থন কৰে।*

সেয়া বুৰঞ্জীয়ে কয়। ইংৰাজ আৰু যবাচীৰ যুদ্ধ হোৱাত মুচে চাবলীয়া গোৱালপাৰা এৰি যাবলগীয়া হ'ল— তেওঁ অসমৰ শিৱৰাম বৈৰাগী, অসমৰ বাহিৰৰ জগন্নাথ সৰকাৰ নামৰ এজন ব্যৱসায়ীক একলাখ টকাৰ মাল দি যায়। শিৱৰাম বৈৰাগীপৰা বহুত সম্ভ্ৰান্ত অসমীয়াই মাল ক্ৰয় কৰিছিল; কিন্তু তেওঁ ধন সংগ্ৰহ কৰি যবাচী চাহাবক পৰিশোধ কৰা নাছিল। শিৱৰাম বৈৰাগীৰ পিছত পুতেক ৰুদ্ৰৰাম শৰ্মা বৈৰাগীয়ে ধন পৰিশোধ কৰিবপৰা নাছিল।

শিৱৰাম বৈৰাগীয়ে গোৱালপাৰাত ব্যৱসায় কৰি থকা লিয়ৰ চাহাবৰপৰাও ৫৭,০০০ টকাৰ মাল ধাৰে লৈছিল। ১৭৭৩ চনৰ পৰ্যন্ত এই ধন পৰিশোধ নোহোৱাত এফালে মুচে চাবলীয়াৰ সহযোগী লাৱন বা লাবাল আৰু আনফালে ইংৰাজ লিয়ৰ চাহাবে নিজা ভাৱেই ধন আদায় কৰাৰ চেষ্টা কৰি হাদিৰাচকী, নগাৰবেৰা আদি ঠাইৰ উপৰি, অসমৰ ভিতৰলৈ আহি অনেক জোৰ-জুলুম কৰিছিল। শেষত বৰফুকনৰ চেষ্টা আৰু ৰজাৰ নিৰ্দেশত ৰুদ্ৰৰামে লিয়ৰ চাহাবক পাণ্ডু-শৰাইত থকা তেওঁৰ কোঠত ৰূপৰ ধন পৰিশোধ কৰাতহে চাহাব পুনৰ উভতি গৈ গোৱালপাৰাৰ পৰা ব্যৱসায় কৰিবলৈ আৰম্ভ কৰিলে। ব্যৱসায়ীক জোৰ-জুলুম কৰাত ইতিমধ্যে ১৭৭৪ চনত থেকাৰে চাহাবৰ সেনাই জয়ন্তীয়া ৰাজ্য দখল কৰি ব্যৱসায়িক স্বাধীনতা অৰ্জন কৰাটো এই সময়ৰ গুৰুত্বপূৰ্ণ ঘটনা। এই ঘটনাই অসমৰ স্বৰ্গদেৱ, বৰফুকন তথা ডা-ডাঙৰীয়াৰ ওপৰত প্ৰভাৱ পেলাইছিল। গতিকে ইংৰাজৰ ব্যৱসায়িক স্বাধীনতা হাদিৰাচকীত তথা হাদিৰাচকীৰ ওচৰে-পাজৰে প্ৰায় সুপ্ৰতিষ্ঠিত হৈছিল।

১৮২৬ চনত ইংৰাজৰ হাতলৈ অসম যোৱাৰ আগলৈ ইংৰাজে অসমৰ ক্ষেত্ৰত হস্তক্ষেপ নকৰাৰ নীতি অনুসৰণ কৰিলেও অসমৰ ভিতৰত বাণিজ্য কৰাৰ বাবে সুবিধা বিচাৰিছিল। ১৭৮০ খৃষ্টাব্দত ওৱাৰেণ হেষ্টিংছে অসমৰ স্বৰ্গদেৱলৈ দিয়া পত্ৰৰপৰা এই কথাই প্ৰমাণিত হয়। ১৭৮৫ চনত লৰ্ড কৰ্ণৱালিছ গৱৰ্ণৰ জেনেৰেল হোৱাৰ পিছত ইংৰাজৰ হস্তক্ষেপ নকৰাৰ নীতি বাতিল হয়, তেওঁ বৰ্ধিতভাৱে অসমত বাণিজ্য প্ৰসাৰৰ বাবে সুবিধা বিচাৰি আছিল আৰু ১৭৯২ খৃঃত আভ্যন্তৰীণ সংঘাত বা বিদ্ৰোহ দমন কৰিবৰ বাবে গৌৰীনাথ সিংহই ইংৰাজক অনুৰোধ জনোৱাৰ লগে লগে অসমৰ বুকুলৈ প্ৰকৃতাৰ্থত পশ্চিমৰ ঔপনিৱেশিক হস্তক্ষেপ নামি অহাৰ ভয়াবহ বিপদ ঘনীভূত হয়। কৰ্ণৱালিছে গৌৰীনাথ সিংহৰ অনুৰোধকে এটা সুযোগ হিচাপে গ্ৰহণ কৰি অসমত ৰাজ্য বিস্তাৰ নকৰিলেও অসমৰ ব্যৱসায় বাণিজ্যৰ সুযোগ গ্ৰহণ কৰি লাভ অৰ্জন কৰিবৰ বাবে প্ৰচেষ্টা আৰম্ভ কৰিলে। অসমত ব্যৱসায়িক আধিপত্য বিস্তাৰৰ বাবে ব্যাপক আঁচনিৰে কাম কৰাত কৰ্ণৱালিছ আৰু বেলছৰ মতৰ মিল আছিল। কেপ্টেইন ওৱেলছে কৰ্ণৱালিছৰ প্ৰশ্নৰ উত্তৰত অসমৰপৰা বিদেশ বস্তুৰ আমদানি অসমলৈ ওচৰৰ

ৰাজ্যবিলাকৰ পৰা হয় বুলি উল্লেখ কৰিছে, সেইবোৰ হ'ল— শদিয়া অঞ্চলৰ পৰা তাম, কপাহ, সোণ, মিৰি পৰা তাম, মাজঠি; ডফলাৰপৰা মাজঠি, জালুক, আদা, গোমধান, মেঠন; ভূটীয়াৰপৰা কস্তুৰী, চামৰ, টঙনা ঘোঁৰা, সোণ, গোমচেং, আদা, কাপোৰ; নগাৰপৰা কপাহ, কাপোৰ, নগা যাঠি; গাৰোৰপৰা কপাহ, তাম, লো, কাপোৰ; বংগৰপৰা তাম, দস্তা, সীহ বিভিন্ন কাপোৰ, তুতিয়া, বিভিন্ন মছলা, হিং, ফিটকিৰি, বাল্লি সোণ, হাইতাল আদি। অসমৰপৰা বঙাল দেশলৈ ৰপ্তানি হোৱা সামগ্ৰীসমূহ— কপাহ, মাজঠি, অগৰু কাঠ, আদা, সোণ, কস্তুৰী, তাতুকি ঘোঁৰা, সুৰগা, কুঁহিয়াৰ, জালুক, ফাকু, তাল, সৰিয়হ, ধঁপাত, চাউল, লো, যখাৰ, লা, মুগা, হাতীদাঁত, গঁড়ৰ খড়গ, পছ ছাল আৰু ম'হৰ ছাল (৫১)। ওৱেলছে ৰাজাখনৰ আহুকলীয়া বা অৰাজক অৱস্থাত বাণিজ্য শূন্য বুলি উল্লেখ কৰাই নহয়, অসম-বংগৰ যে পূৰ্বে বাণিজ্য প্ৰায় নহৈছিল আৰু আহোম ৰজাই বহু প্ৰতিবন্ধকতা বাণিজ্যৰ ক্ষেত্ৰত আৰোপ কৰিছিল সেই কথাও লিখিছিল। তাৎপৰ্যপূৰ্ণ কথা ওৱেলছে অসমত নদীৰ সংখ্যা সৰহ বুলি উল্লেখ কৰি এই নদীবিলাক ব্যৱহাৰ কৰি বাণিজ্য কৰাৰ সুবিধাৰ কথা কৰ্ণৱালিছক জনাইছিল। এই কেপ্তেইন ওৱেলছেই মায়ামৰীয়া বিদ্ৰোহ দমন কৰি ঘূৰি যোৱাৰ আগতে গৌৰীনাথ সিংহৰ লগত দুখন চুক্তি কৰিছিল। প্ৰথম সন্ধি ১৭৯৩ চনত আৰু দ্বিতীয় সন্ধি ১৭৯৪ চনত। প্ৰথম সন্ধি মতে অসমত ইংৰাজে ব্যৱসায় বাণিজ্য কৰা, যেতিয়াই তেতিয়াই যিকোনো ব্যৱসায়ীয়ে অসমৰ যিকোনো নদীৰে নাও চলাই যোৱা, যি কোনো আমদানি, ৰপ্তানিৰ ব্যৱসায় কৰা স্বাধীনতা ইংৰাজে আদায় কৰি লয়। ইয়াৰ বিপৰীতে অসমলৈ যুদ্ধৰ আহিলা-পাতি আমদানি কৰাত নিষেধ আৰোপ কৰা হয়। স্বৰূপাৰ্থত এই চুক্তিৰ জৰিয়তে বাণিজ্য, কৰ-কাটল, সুৰক্ষা আদিৰ ক্ষেত্ৰত ইংৰাজৰ একতৰফা দখল প্ৰতিষ্ঠা হয়। দ্বিতীয় চুক্তি অনুসৰি অসমৰ সুৰক্ষাৰ বাবে ৰখা কোম্পানীৰ বাহিনীৰ বাবে কলিয়াবৰৰ পৰা হাদিৰাচকীলৈ প্ৰাপ্ত ২০০,৭০০ টকাৰ ১০০,৫০০ টকা ইংৰাজক দিবৰ বাবে সিদ্ধান্ত হয়।

এইদৰেই আহোম ৰজাৰ নিয়ন্ত্ৰিত একচেটিয়া ৰাষ্ট্ৰীয় ব্যৱসায়ৰ অন্ত পৰে। আৰম্ভ হয় ইংৰাজৰ নেতৃত্বত মুক্ত বাণিজ্যৰ, অবৈধ প্ৰতিপত্তি আৰু বেদখলৰ বা ৰজাৰ দখলৰ বাবে সামৰিক নিয়ন্ত্ৰণৰ ঔপনিবেশিক ৰাজনীতিৰ।

## ৫.১০ আমদানি আৰু ৰপ্তানি

অসমৰ বাণিজ্যৰ পৰিসৰ সীমিত আছিল। মূলতঃ লোণৰ বাণিজ্যতে অসমে

৫১ ড. সূৰ্য কুমাৰ ভূঞা, কৰ্ণদেৱ ৰাজেশ্বৰ সিংহ, পৃঃ ১৪-১৫।

আটাইতকৈ বেছি গুৰুত্ব দিছিল। কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে অসমে আমদানি-ৰপ্তানি বাণিজ্যৰ ওপৰত গুৰুত্ব দিয়াই নাছিল প্ৰকৃততে অসমলৈ চৌদিশৰ সকলো ৰাজ্যৰেপৰা দুৱাৰ আৰু গিৰিপথ বিলাকেদি দ্ৰব্য আমদানি হৈছিল আৰু অসমৰপৰা উৎপাদিত দ্ৰব্য ৰপ্তানিও হৈছিল। একেধৰণৰ বাণিজ্য কোচ ৰাজ্যতো কোচবিহাৰৰপৰা হৈছিল।

অতীজৰেপৰা যিবোৰ পথেদি চীন, তিব্বত, মানমাৰ (ব্ৰহ্মদেশ), বংগৰ উপৰি ওচৰৰ পাৰ্বত্যাঞ্চলৰ লগত বাণিজ্য হৈছিল, সেই একেবোৰ পথেদি আহোমৰ যুগ পৰ্যন্ত ব্যবসায়-বাণিজ্য হৈ আছিল। মুদ্ৰা ব্যবহাৰ নোহোৱাকৈও এনে বাণিজ্যৰ পৰিমাণ বহুত বেছি হোৱাৰ নিহিত কাৰণ আছে। অসমলৈ পাৰ্বত্য জনগোষ্ঠীবিলাকে কস্তুৰী, লা, মৌ, জালুক, আদা, মাজঠি, হাতীদাঁত, জন্তুৰ ছাল বস্তু-বিনিময় প্ৰথাৰে সলাবলৈ আহোঁতে মূলতঃ শস্য, শুকান মাছ, কাপোৰ আদিৰে সলনি বিচাৰে। ইয়াৰ ফলত অসমত এনে দ্ৰব্যবোৰৰ জমাৰ পৰিমাণ বৃদ্ধি পায়। তদুপৰি পাইক প্ৰথাৰ প্ৰচলন হোৱাৰ পিছত বৃত্তিগত শ্ৰম বিভাজন হোৱাৰ ফলত দ্ৰব্যৰ উৎপাদন ৰাষ্ট্ৰৰ প্ৰয়োজনতকৈ শান্তিপূৰ্ণ সময়ত বেছি হোৱাৰ সম্ভাবনা আছিল। গতিকে মুদ্ৰাৰ প্ৰচলন হোৱাৰ আগৰে পৰাই বাণিজ্য চলিছিল আৰু বস্তু বিনিময় প্ৰথাতো এই বাণিজ্য অবহেলা কৰিবপৰা বিধৰ নাছিল। প্ৰব্ৰজনৰ পথ বিলাকৰ বিষয়ে আলোচনা কৰোতে আমি ৰেচম পথ (Silk Route) ৰ কথা আলোচনা কৰিছো। এই ৰেচম পথ প্ৰকৃতাৰ্থত সকলো দ্ৰব্যৰে আমদানি-ৰপ্তানিৰ পথ। ভাস্কৰ বৰ্মনৰ ৰাজত্বকাল তথা তাৰো আগৰে পৰাই এনে বাণিজ্য ৰেচম পথেদি চলিছিল। পাট কাপোৰ আৰু লোণৰ বাহিৰেও যখাৰ,তাম, লো, পিতল, কাঁহ, মিচিমি তিতা, মাজঠি, জাংফাই, কপাহ আৰু কপাহী কাপোৰ, সন্ধক লোণ, মৌ, লা, অগৰু, হাতীদাঁত, গড়ৰখড়গ, হস্তশিল্পজাত বস্তু, জাংফাই আদি মূল্যবান পাথৰ, ঘোঁৰা, বনকৰা কাপোৰ, সোণ, ৰূপ আদি নানা সামগ্ৰীয়ে আমদানি-ৰপ্তানিৰ তালিকাত স্থান লাভ কৰিছিল। ভাস্কৰ বৰ্মণে হৰ্ষবৰ্ধনলৈ পঠোৱা উপহাৰৰ ভিতৰত বনমানুহ, কিন্নৰ (সোণৰ শিকলি লগোৱা), জল-মানব আদি থকালৈ চাই অনুমান কৰিব পাৰি যে মানুহ ক্ৰয়-বিক্ৰয় অতি প্ৰাচীন কালৰে পৰা চলিছিল আৰু আহোম যুগ অন্তপৰাৰ পিছতো দাস ৰপ্তানি চলি আছিল।

বিভিন্ন বুৰঞ্জীৰ সমল ব্যবহাৰ কৰি অসমৰপৰা ৰপ্তানি হোৱা দ্ৰব্য, আমদানি কৰা ৰাষ্ট্ৰ আৰু অসমে আমদানি কৰা সামগ্ৰী আৰু অসমলৈ ৰপ্তানি কৰা দেশৰ এখন তালিকা আমি তলত দাঙি ধৰিছো :

| অসমলৈ ৰপ্তানি কৰা দেশ | ৰপ্তানি কৰা সামগ্ৰী |
|---|---|
| ১ তিব্বত, চীন | ৰূপ, তাম, টিন, কাঁহ পিতল, সন্ধক |

| | |
|---|---|
| | লোণ, হিং উলৰ কাপোৰ, হাতী দাঁতৰ সামগ্ৰী, পাট বস্ত্ৰ আদি। |
| ২। ব্ৰহ্মদেশ (হুকং উপত্যকা) বা ম্যানমাৰ | জাংফাই আৰু অন্যান্য মূল্যবান পাথৰ তাম, লো, আদি। |
| ৩। ভাৰত (বংগ) | লোণ, দাইল, চেনি, মুক্তা, বাৰুদ, মূল্যবান পাথৰ, মণি, হিং, কাপোৰ, মছলা (লং, ইলাচি, ডালচেনি), তাম, ৰঙাসীহ, উলৰ কাপোৰ, পাটকাপোৰ, বেনাৰসী কাপোৰ, সোণ আৰু ৰূপৰ বনকৰা কাপোৰ, মছলিন, যখাৰ, তুতীয়া, আয়না আদি। |
| ৪। দাঁতি কাষৰীয়া ৰাজ্য | কপাহ, মাজঠি, মেঠোন, লা, মৌ, হিং, |
| (ক) মিছিমি, মিৰি, ডফলা, আঁকা | ধুনা, যখৰ, গান্ধকলাই বা কস্তুৰী, বাঘছাল আৰু পছুৰ ছাল, হাতীদাঁত, আৰু বাঘদুধ, হাতী দাঁত, হাতী দাঁতৰ সামগ্ৰী, শিলাজতু, মিছিমি তিতা, নানা বনৌষধি আদি। |
| (খ) চিং-ফৌ | তাম, ৰূপ, টিন, কপাহ, পুঙৰ লোণ, ফাৰ গছৰ কাঠকে ধৰি অন্যান্য কাঠ। |
| (গ) ভূটান | কস্তুৰী, মাজাঠি, পছম, মেঠোন আৰু গৰু, ঘোঁৰা, সুৰগা, সন্ধক লোণ, নয়নতা আদি কাপোৰ, মণি, কড়ি আদি। |
| (ঘ) জয়ন্তীয়া | কপাহ, কড়ি আদি। |
| (ঙ) গাৰো-খাচি | কপাহ, তাম, লো, মোটা কাপোৰ আদি। |
| (চ) নগা | কপাহ, লুকিবিল কাপোৰ, বনকৰা কাপোৰ, নগা যাঠি, ৰঙা চুলি। |

*উৎস (৮) ইতিহাসে সোঁৱৰা ছটা বছৰ,* সৰ্বানন্দ ৰাজকুমাৰ।*

অসমে আমদানি কৰা সামগ্ৰীসমূহৰ বিপৰীতে অসমৰ সাউদসকলে বিক্ৰী কৰা তথা ৰপ্তানি কৰা সামগ্ৰীসমূহৰ এখন তালিকা উল্লিখিত উৎসমূহৰ পৰাই তুলি ধৰা হ'ল :

*উৎস : (১) দেওধাই অসম বুৰঞ্জী, (২) হেমিল্টনৰ An Account of Assam, (৩) কেপ্টেইন, ওৱেল্ছৰ ৰিপট, (৪) A History of Assam, Gait, (৫) An Account of Assam, Wade, (৬) Statistical Account of Assam, Hunter, (৭) আহোমৰ দিন, হিতেশ্বৰ বৰবৰুৱা।*

| অসমৰপৰা আমদানি কৰা দেশ | অসমে ৰপ্তানি কৰা সামগ্ৰী |
|---|---|
| ১। ভাৰত (বংগ) | বনজাত— লা, মাজঠি, জালুক, পিপলি, হাতীদাঁত, গঁড়ৰ খড়গ, কস্তুৰী, অগৰু কাঠ, বিভিন্ন বনৌষধি। কৃষিজাত— কপাহ, সৰিয়হ, আদা আৰু অন্যান্য। খনিজ আৰু শিল্পজাত— মুগা সূতা আৰু কাপোৰ, পিতল আৰু কাঁহৰ বাচন, লোৰ কোৰ, সোণ, সুৰুগা আৰু অন্যান্য। |
| ২। তিব্বত, চীন। | চাউল, মুগা, এৰী কাপোৰ, হাতী দাঁত, লো, লা, মাজঠি, কস্তুৰী আদি। |
| ৩। ভোট আৰু পাৰ্বত্য দাঁতি কাষৰীয়া অঞ্চল | এৰী, মুগা কাপোৰ, লা, সোণ, লোণ, অগৰু আৰু অন্যান্য কৃষিজাত। |

অসমে বাহিৰৰপৰা লোণৰ বাহিৰে একো অনা নাছিল, এইটো এটা ভ্ৰান্ত ধাৰণা। বৰঞ্চ ভাৰতৰ লগতে চৌদিশৰ সকলো দাঁতিকাষৰীয়া অঞ্চলৰ উপৰি চীন, তিব্বত, ম্যানমাৰ, বংগ আদিৰপৰা অহৰহ আমদানি-ৰপ্তানি বাণিজ্য বিভিন্ন পথেদি হৈ আছিল। অজস্ৰ স্থলপথ আৰু বস্তু-বিনিময়ৰ প্ৰধান পথ আছিল আৰু ৰবাক নদী নৌ চলাচলৰ উপযোগী হোৱা বাবে নৌ-বাণিজ্যৰো সুচলতা আছিল। ভাৰতৰ লগত যুদ্ধ আৰু দীৰ্ঘকালীন শত্ৰুতা থকা সত্বেও শান্তিপূৰ্ণ সময়ত নৌ-বাণিজ্য চলি আছিল আৰু বাকী তিনিফালৰ দাঁতিকাষৰীয়া অঞ্চলৰ লগত বস্তু বিনিময় আছিল এটা জীৱন-ধাৰণৰ ধৰণ। জীৱন-ধাৰণৰ ধৰণ (mode of existence) বুলি এই কাৰণেই কোৱা হৈছে যে আঁকা, ডফলা, মিৰি, মিচিমি, চিংফৌ, নগা, মেইতেই, কাৰ্বি, গাৰো, খাচি, জয়ন্তীয়া, বড়ো-কছাৰী আদি লোকসকলে যিদৰে অসমক বাদ দি কোনো দিনে জীয়াই থকা নাছিল ঠিক সেইদৰে কামৰূপ প্ৰাগজ্যোতিষপুৰ, কমতা, কোচ ৰাজ্য আৰু অসমৰ কোনো এটা অঞ্চলেই আদান-প্ৰদানৰ ক্ষেত্ৰত চৌদিশৰ অঞ্চলবোৰৰপৰা বিচ্ছিন্নতা সৃষ্টিৰ কথা কোনো দিনে ভবাই নাছিল। ওপৰৰ তালিকাত আমি যিবোৰ শস্যৰ উল্লেখ কৰিছো, সেইবোৰৰ মাজত আলু, কচু, বেঙেনা, জলকীয়া, ধান, মাহ, সৰিয়হ, গোমধান, মাছ, মঙহ, কাছ, অন্যান্য পশুপক্ষী, বিভিন্ন কাপোৰ, খনিজ দ্ৰব্য আৰু হস্তশিল্পজাত সকলো

---

*উৎস : আগৰ তালিকাৰ দৈতে একে।*

*টোকা : হেমিল্টনৰ টোকাত— Account of Assam ত দাস ৰপ্তানিৰ কথাও উল্লেখ আছে। পৃঃ ৪৬ দ্ৰষ্টব্য।*

দ্ৰব্যৰ নাম অন্তৰ্ভুক্ত হোৱা নাই। এইবোৰ কোটি কালৰ পৰাই চৌদিশৰ অঞ্চলবোৰৰ লগত বস্তু-বিনিময় প্ৰথাৰ জৰিয়তে আদান-প্ৰদান কৰি সমগ্ৰ উত্তৰ পূৰ্বাঞ্চল বৰ্তি আছিল। পশ্চিম সীমান্তইদি বাণিজ্য নকৰাকৈও দীৰ্ঘকাল বৰ্তি থকাৰ কাৰণ আছিল এইটো।

সোণ, ৰূপ আদি মূল্যবান ধাতু বাদ দি অন্যান্য সামগ্ৰীৰ বাণিজ্যৰ পৰিমাণ নিচেই কম আছিল তেনে ধাৰণা অসত্য। হেমিল্টনৰ হিচাপ অনুসৰি যিটো হিচাপেই হ'ল অসমৰ অতি দুৰ্যোগৰ দিনৰ, ১৮০৮-১৮১৪ চনৰ ভিতৰত অসমৰ আমদানিৰ পৰিমাণ (ভাৰতৰপৰা) আছিল ২২৮,৩০০ টকা আৰু ভাৰতলৈ ৰপ্তানিৰ পৰিমাণৰ আছিল ১,৩০,৯০০ টকাৰ। ঘাটিখিনি পূৰণ কৰা হৈছিল সোণ আৰু ৰূপেৰে।

অসমৰপৰা ৰপ্তানি হোৱা সামগ্ৰীৰ মানো আছিল উন্নত। উদাহৰণস্বৰূপে লাৰ মান আছিল উন্নত। ফ্ৰেডেৰিক জেমছ হলিডে (F J Halliday) চাহাবৰ উদ্ধৃতি দি ৰাজকুমাৰে কৈছে যে আহোমৰ দিনত, (১৭৯৫-১৮১০) চনৰ ভিতৰত ৫৫,০০০ টকাৰ লা ৰপ্তানি হৈছিল (৫২)। একে উৎসৰ তথ্য উল্লেখ কৰি ৰাজকুমাৰে তিব্বত আৰু চীনৰ লগত বছৰি ১,০০,০০০ টকাৰ বাণিজ্য হৈছিল বুলি কৈছে।

গৌৰীনাথ সিংহৰ দিনত কেপ্টেইন ওৱেলছৰ লগত হোৱা সন্ধি অনুসৰি হাদিৰা চকীত ধান-চাউলৰ বাহিৰে অন্যান্য সকলো সামগ্ৰীৰ ক্ষেত্ৰতে শতকৰা ১০ টকা শুল্ক নিৰ্ধাৰিত হৈছিল। এই শুল্ক কাৰ্যালয়ৰ প্ৰতিবেদন অনুসৰি ১৮৩৪ চনত অসমলৈ ২.৫ লাখ টকাৰ আমদানি আৰু অসমৰপৰা ৩.০ লাখ টকাৰ ৰপ্তানি হৈছিল (৫৩)। হেমিল্টনে অসমৰপৰা বছৰি অকল লা ৰপ্তানিয়েই ৩৫,০০০ টকাৰ হৈছিল বুলি কৈছে। সেই দিনৰ হিচাপত এই পৰিমাণ আছিল বহুত (৫৪) বেছি।

বাণিজ্যৰ প্ৰসাৰে কৰ আদায় কৰাৰ বাবে এটা পৰিৱেশ ৰচনা কৰিছিল। অকল হাদিৰাচকীতে নহয়, অসমৰ ভিতৰতো বাণিজ্যিক কৰ আদায়ৰ বাবে বিভিন্ন ঘৰ আছিল। কাশীনাথ তামুলী ফুকনৰ মতে প্ৰথম প্ৰতাপ সিংহৰ দিনতে (১৬০৩-১৬৪১) হাট কৰ লগোৱা হৈছিল। নামচাং আৰু বৰহাটৰ লোণ আৰু অন্যান্য সামগ্ৰীৰ লোণপুৰিয়া কাটল্ বা লোণকৰ ধাৰ্য কৰা হৈছিল। অন্যান্য হাট বা ফাটৰ কৰ মাহে ৪ টকা নিৰূপণ কৰা হৈছিল (৫৫)। বেইডৰ মতেও খিটলুৰ ফাটত এটা কৰ আদায় কৰা ঘৰ আছিল (৫৬)।

---

*৫২ সৰ্বানন্দ ৰাজকুমাৰ, পৃঃ ২৮*

*৫৩ ৰাজকুমাৰ, পৃঃ ২৮৫।*

*৫৪ হেমিল্টন, পৃঃ ৪৬।*

*৫৫ কাশীনাথ তামুলী ফুকন, পৃঃ ২৪।*

*৫৬ বেইড, পৃঃ ৩৪৬।*

এইবোৰ আজি কালিৰ 'চেক গেট' বা তালাচী ঘৰৰ দৰে। সলাল ফাট বা সলাল হাটত এটা শুল্ক সংগ্ৰহৰ ঘৰ আছিল। ইয়াত ব্ৰহ্মপুত্ৰইদি উজনি-নামনিৰ মাজত হোৱা বাণিজ্যৰ ওপৰত কৰ সংগ্ৰহ কৰা হৈছিল। বছৰি ৫,০০০ টকা ইয়াত সংগ্ৰহ হৈছিল (৫৭)। দৰঙৰ বটাকুছিত কৰ সংগ্ৰহৰ এটা ঘৰ আছিল। ইয়াত কৰ সংগ্ৰহ হৈছিল বছৰি ৬,০০০ টকা। উত্তৰ কামৰূপৰ শিমলীযাত আন এটা কৰ ঘৰ আছিল। কিন্তু ইয়াত কৰ নিৰ্দিষ্ট নাছিল। বহা হাট স্থাপন কৰিছিল কীৰ্তিচন্দ্ৰ বৰবৰুৱাই আৰু ইয়াত বিভিন্ন দ্ৰব্যৰ ওপৰত বিভিন্ন কৰ নিৰূপণ কৰিছিল (৫৮)। হিতেশ্বৰ বৰবৰুৱাই 'আহোম জাতি' প্ৰবন্ধত অসম আৰু ভোটৰ বাণিজ্যৰ ক্ষেত্ৰত বছৰি ১,০০,০০০ টকা মাচুল তুলিছিল বুলি উল্লেখ কৰিছে। কোনো ঠাইত কিমান কৰ সংগ্ৰহ কৰা হৈছিল, কোন দ্ৰব্যৰ ওপৰত কি হাৰত কৰ লগোৱা হৈছিল তাৰ এটা সঠিক হিচাপ পোৱা টান। কিন্তু হাটকৰ মুদ্ৰাৰে সংগ্ৰহ কৰা হৈছিল, গতিকে এই কথা নিশ্চিত যে পুৰণি জনজাতীয় বস্তু বিনিময় প্ৰথাৰ মৌলিক ভেটি সম্পূৰ্ণ ৰূপে ভাঙি পেলোৱাৰ বাবে প্ৰয়োজনীয় ভেটি ৰচনা হৈছিল।

গৌৰীনাথ সিংহ আৰু ওৱেলছৰ চুক্তি অনুসৰি সকলো দ্ৰব্যতে কৰ লগোৱা হৈছিল মুঠ বাণিজ্যৰ ১০ শতাংশ। সেই হিচাপে লোণৰ কৰ আছিল ১০০ মোনত ৪০ টকা। কাপোৰ, মছলা, লোহাৰ দ্ৰব্য, অলংকাৰ আদি অসমলৈ অনা দ্ৰব্যৰ ক্ষেত্ৰতো কৰ শতকৰা ১০ ভাগ ধাৰ্য হৈছিল। এই চুক্তি অনুসৰি ইংৰাজৰ সেনা-বাহিনীৰ সামগ্ৰী আছিল কৰ শূন্য, ইয়াৰ বিপৰীতে অসমৰ ৰজাই অস্ত্ৰ আদি যুদ্ধৰ সৰঞ্জাম আমদানি কৰাটো আছিল নিষিদ্ধ। ঔপনিবেশিক যুগৰ কৰাল ছায়া বাণিজ্যৰ ক্ষেত্ৰত এইদৰে এই চুক্তিৰ জৰিয়তে ওঠৰ শতিকাৰ শেষ দশকতেই পৰিছিল।

## ৫.১১ ৰাহি দ্ৰব্য উৎপাদন

প্ৰশ্ন উঠিব পাৰে যে বাণিজ্যৰ ক্ষেত্ৰত অগ্ৰগতি লাভ কৰা অসমত ৰাহি দ্ৰব্য বাণিজ্যৰ ক্ষেত্ৰত কিদৰে উৎপাদন হৈছিল আৰু ক'ত ক'ত উৎপাদন হৈছিল? আমি ইতিমধ্যে পাইক প্ৰথা আৰু খেল প্ৰথাৰ ইতিবাচক দিশলৈ আঙুলিয়াই দিছো। পদ্ধতিগতভাৱে এই ব্যৱস্থাই আছিল ৰাহি উৎপাদনৰ মূল সামাজিক ভিত্তি আৰু ইয়েই পুৰণি জনজাতি ব্যৱস্থা সম্পূৰ্ণ বিধ্বস্ত কৰাৰ মূল কাৰণ।

আহোমৰ দিনত অসমত পৰ্যাপ্ত পৰিমাণে যিবোৰ কৃষিজাত দ্ৰব্য উৎপাদন হৈছিল সেইবোৰ হ'ল ধান, কুঁহিয়াৰ, কপাহ, তিল, সৰিয়হ, মাহ, হালধি, আদা, তামোল-পাণ,

---

*৫৭ হেমিল্টন, পৃঃ ৪৮।*

*৫৮ ফেওৱাই অসম বুৰঞ্জী, ১০০-১০১ পৃঃ।*

জালুক, পিপলি, আফু আদি। সবিশেষ কৃষি উৎপাদনৰ তথ্য-পাতি বুৰঞ্জীসমূহত পোৱা নাযায়। কিন্তু বিভিন্ন বিষয়া আৰু ৰজাই কৃষিজাত সামগ্ৰীৰ নিয়মীয়া উৎপাদনৰ বাবে স্থান বিশেষে একোখন বিশাল খাট আৰু বাৰী পতাৰ উদাহৰণ আছে। বাৰীবোৰ এতিয়াও একে নামেৰেই বৰ্তি আছে— তামোলবাৰী, পলাশবাৰী, আদাবাৰী, জালুকবাৰী, আমবাৰী, বেহৰবাৰী আদি বাৰীবোৰ কাৰ্যতঃ অসমৰ প্ৰায় সকলো বিষয়াৰ এলেকাতে আছিল। হেমিল্টনে উল্লেখ কৰিছে যে অসমত ধান, সৰিয়হ, অৰহৰ, মাটিমাহ, মগুমাহ, ক'লামাহ, জলকীয়া, আদা, হালধি, নহৰু, পিঁয়াজ, ধঁপাত, আফু, কুঁহিয়াৰ, নাৰিকল, ৰিহা, মৰাপাট আদি উৎপাদিত হৈছিল। ফলৰ ভিতৰত জলফাই, অমৰা, কৰদৈ, থেকেৰা, কমলা, ডালিম আদি উৎপাদিত হৈছিল (৫৯)। গৌৰীনাথ সিংহৰ দিনত ওৱেলছৰ লগত হোৱা চুক্তিৰ মতেও অসমত ধান, কুঁহিয়াৰ, ধপাত, পিপলি, আলু, নীল, তামোল, আদিৰ খেতি হৈছিল। হাণ্টাৰে অসমত ধান (আহু, শালি, বাও), গোমধান, সৰিয়হ, তিল, মাটিমাহ, মগুমাহ, ক'লামাহ, মচুৰমাহ, ভাং, মৰাপাট, কুঁহিয়াৰ আদিৰ খেতি হয় বুলি উল্লেখ কৰিছে (৬০)। আঁহৰ বাবে অসমত কপাহৰ বাহিৰেও ৰিহা আৰু চীনা ঘাঁহ (চীনা মৰা) উৎপাদন কৰা হৈছিল বুলি উল্লেখ কৰিছে (৬১)। শন, সৰু সোণবৰিয়াল, বৰসনবৰিয়াল, আচু কাঠ, আলু, কচু, সুমথিৰা, নেমু, জবা, ৰবাব, কৰ্দৈ, জামিৰা, জলফাই, কৰ্দৈ আদি ফলৰ উৎপাদনৰ কথাও হাণ্টাৰে উল্লেখ কৰিছে।

ৰাহি উৎপাদিত সামগ্ৰীৰ ভিতৰত ধান আছিল সৰ্বাগ্ৰগণ্য। হাণ্টাৰৰ মতে ১৮৫০ চনত ধানখেতিত নিয়োজিত মাটিৰ পৰিমাণ আছিল ২৮১,৮৬০ একৰ। ১৮৭৫ চনত ই হৈছিল ৩৬০,৩০৯ একৰ। ১৮৫০ চনৰ হিচাপটো অসমে স্বাধীনতা হেৰুওৱাৰ মুঠেই দুটা দশক পিছৰ। ই ধান খেতিৰ স্বাভাৱিক প্ৰসাৰৰ কথাই সূচায়। দৰং জিলাত ধান খেতিত নিয়োজিত মাটি আছিল ১৪৫,১০৯ একৰ; ১৮৬৬ চনলৈ ২১৪,৭০৪ একৰলৈ বৃদ্ধি পাইছিল। আনহাতে, ১৮৬৬ চনৰপৰা ১৮৭৫ চনৰ ভিতৰত ৪১,৪৭৫ একৰ মাটিৰ ধান খেতি কমিছিল। সম্ভৱ চাহ আৰু মৰাপাট খেতি বৃদ্ধিৰ ফলত এনে হৈছিল (৬২)। নগাঁও জিলাত ১৮৪৯-৫০ ৰপৰা ১৮৭৫ চনৰ ভিতৰত ধানখেতিৰ মাটি বাঢ়িছিল ৩৮,৫০৩ একৰ। শিৱসাগৰ জিলাত ১৮৭০ চনত ধানখেতিত নিয়োজিত ভূমি আছিল ১৯২,৫৫৯ একৰ। ১৮৭৫-৭৬ ত ই ২০০,০৪০ একৰলৈ বাঢ়িছিল। লখিমপুৰ জিলাত ১৮৭০ চনত ধানখেতিৰ পৰিমাণ আছিল ৩৯,৪৬০ একৰ, ১৯৭৫-৭৬ত ই ৪৪,৭৩০

*৫৯ হেমিল্টন, পৃঃ ৫৮-৫৯।*

*৬০ Statistical Account of Assam, Vol I, পৃঃ ৪৫।*

*৬১ উক্ত গ্ৰন্থ, পৃঃ ১৯০।*

*৬২ ১৮৭০ চনত দৰঙত আছিল ৪৬ খন চাহবাগিচা, ১৮৭৫ চনত ই ৯৪ খনলৈ বৃদ্ধি পাইছিল। হাণ্টাৰ, উক্তগ্ৰন্থ, Vol I, page 146।*

একৰবৰৈলৈ বাঢ়িছিল। ১৮৭৫-৭৬ চনত কাছাৰত ধানখেতিত নিয়োজিত ভূমি আছিল ২৪৬,৮০০ একৰ (৬৩)। এইবোৰ তথ্যই প্ৰমাণ কৰে যে ১৮২৬ চনৰপৰা ১৮৫০ চনৰ বিপৰ্যয়ৰ যুগ তথা বিদ্ৰোহৰ যুগ পাৰহৈ যোৱাৰ পিছতো, তিনিটা ডাণ্ডৰীয়া বিদ্ৰোহ আৰু ফুলগুৰিৰ কৃষক বিদ্ৰোহ পাৰ হৈ যোৱাৰ পিছতো, ধান খেতিৰ মাটি কমা নাছিল বাঢ়িছিলহে। হাণ্টাৰে উল্লেখ কৰা মতে অসমৰ সৰিয়হ, তিল, শন, ৰিহা, চীনামৰা, সোণৰৰিয়াল আদিৰ খেতি কৰিছিল। ধঁপাত খেতি নামনি অসমত বেছি হৈছিল। কুঁহিয়াৰ খেতি সমগ্ৰ অসমত বেছি হৈছিল। কুঁহিয়াৰ খেতি সমগ্ৰ অসমতে হৈছিল। গুৰৰ ব্যৱহাৰ ব্যাপক আছিল। দাইল (মাহ), শাক-পাচলি, টিয়হ, বাণ্ডি, চিৰাল আদি উৎপাদন হৈছিল (৬৪)।

হেমিল্টনে ১৮০৮-১৮১৪ চনৰ ভিতৰত অসমত যিবোৰ লোৰ সামগ্ৰী উৎপাদিত হোৱা বুলি কৈছে তাৰ ভিতৰত নাঙলৰ ফাল, কোৰ, কুঠাৰ, কটাৰী, বিভিন্ন ধৰণৰ চাকি (Lamp), তলা, যাঠি, নাও নিৰ্মাণত ব্যৱহৃত গজাল, বন্দুক আদি প্ৰধান (৬৫)। ৰবিনচনেও Descriptive Account of Assam ত কৃষিৰ সঁজুলি ফাল, কোৰ, দাৰ উৎপাদন অসমত হোৱাৰ কথা উল্লেখ কৰিছে।

কৃষিৰ জন্তুৰ ভিতৰত নামনি অসমত গৰু আৰু উজনি অসমত ম'হৰ ব্যৱহাৰ বেছি আছিল (৬৬)। গোৱালপাৰা জিলাত ম'হ আৰু গৰু দুয়োটাই ব্যৱহাৰ হৈছিল। দুখীয়া মেচ আৰু কছাৰীসকলে গাইৰেও হাল বাইছিল বুলি হাণ্টাৰে উল্লেখ কৰিছে (৬৭)। কৃষি কাৰ্যৰ সম্প্ৰসাৰণ, গৰু ম'হৰ ব্যৱহাৰ আৰু নাঙল (ফাল)ৰ ব্যাপক ব্যৱহাৰে জনজাতি সামাজিক গাঁথনিৰ আমূল পৰিবৰ্তনৰ কথাই সূচায়।

আহোমৰ দিনত বিভিন্ন প্ৰতিৰক্ষা আৰু সেৱামূলক কাৰ্য (ডাক আৰু পৰিবহন) কাৰ্যত ব্যৱহৃত, মনোৰঞ্জনৰ ক্ষেত্ৰত ব্যৱহৃত আৰু খাদ্য (মাংস) যোগানত ব্যৱহৃত পশু-পক্ষী তদাৰক কৰিবৰ বাবে হাতী বৰুৱা, ঘোঁৰা বৰুৱা, শেনচোৱা বৰুৱা, কুকুৰাচোৱা বৰুৱা আদি বিষয়াৰ তলত পাইকসকলে অজস্ৰ জীৱ-জন্তু পক্ষী আদি লালন-পালন কৰিছিল। বুৰঞ্জীৰে জেৰেঙা পথাৰৰ সমীপত এখন চিৰিয়াখানা থকাৰ কথা উল্লেখ কৰিছে (৬৮)।

---

*৬৩ দ্ৰষ্টব্য : হাণ্টাৰ Statistical Account of Assam, Vol II, page 411.*

*৬৪ Vol II উক্ত গ্ৰন্থ, পৃঃ ৫৫।*

*৬৫ হেমিল্টন, পৃঃ ৬০।*

*৬৬ হেমিল্টন, পৃঃ ৫৯-৬০।*

*৬৭ হাণ্টাৰ, Vol II, পৃঃ ৫৮।*

*৬৮ ইতিহাসে সোঁৱৰা হাজাৰ বছৰ, পৃঃ ২৫০-৫১।*

খনিজাত দ্ৰব্যৰ ভিতৰত অসমত সোণ আছিল আটাইতকৈ সহলভ্য আৰু সস্তা। ব্ৰহ্মাপুত্ৰ, বুঢ়ীদিহিং, জাগলৌ, ধনশিৰি, দিচৈ, জাঁজী, ভৰলী, দিক্ৰং, বৰগাং, বুঢ়ীগাং আদিত সোণ পোৱা গৈছিল। সোণোৱালসকলৰ কেন্দ্ৰীকৰণ বুঢ়ীদিহিং, জাগলৌ, দিচাং, দিখৌ, ধনশিৰি আদি নদীৰ পাৰতে বেছি হোৱাৰে চাই, এইবোৰ নদীৰ পাৰতে অধিক হাৰত সোণ কমোৱা হৈছিল। উত্তৰ পাৰৰ নৈবোৰত সোণোৱালৰ বাহিৰেও অন্য খেল অন্য সম্প্ৰদায়ৰ মানুহে সোণ কমাইছিল। উত্তৰ পাৰৰ নৈবিলাকৰ ভিতৰত সোৱণশিৰিতকৈ দিক্ৰং আৰু দিক্ৰঙতকৈ বৰগাং নদীৰ সোণ অধিক ভাল বুলি ৰেইডে উল্লেখ কৰিছে (৬৯)। ৰেইডৰ মতে বৰগাঙৰ সোণৰ জোলা ১৪ ৰপৰা ২০ টকা আৰু দিক্ৰঙৰ সোণৰ গেলা ১২ ৰ পৰা ১৪ টকা আছিল। সোণোৱাল বৰুৱাৰ তলত সোণ কমোৱা পাইকসকলে কাম কৰিছিল। প্ৰতিদিনে সোণোৱালে ৰজাক বছৰি চাৰি তোলা মূল্যৰ সোণ বা ৫ টকা কৰ পৰিশোধ কৰিব লাগিছিল (৭০)। সাধাৰণ শান্তিপূৰ্ণ অৱস্থাত সোণোৱাল পাইকৰ সংখ্যা আছিল ১৮২৯ জন; কিন্তু মায়ামেৰীয়া বিদ্ৰোহৰ অন্তত পাইকৰ সংখ্যা হ্ৰাস পাইছিল ৭৩৮ জনলৈ (৭১) সোণ ধোৱা খেলৰ উৎপাদন আছিল বছৰি ৬ ৰপৰা ৭ হাজাৰ তোলা সোণ। হেমিল্টনে দিয়া প্ৰতিবেদন মতে অকল সোৱণশিৰিৰ পাকেৰ গুৰিতে ১৮০৮ চনত ১০০০ জন পাইক সোণ কমোৱা কামত লাগি আছিল। জনে প্ৰতি ডেৰ টকা ওজনৰ সোণ ৰজাক পৰিশোধ কৰিব লাগিছিল। হেমিল্টনৰ মতে এই সোণ আছিল বাৰ্ষিক ১৬,০০০ চিকা টকা (Sicca Rupees)ৰ সমান (৭২)। চাহাবুদ্দিন তালিচৰ তথ্যৰ ওপৰত, ভিত্তি কৰি গেইটে তেওঁৰ অসম বুৰঞ্জীত উল্লেখ কৰিছে যে ১৬৬২ চনত অসমত দহ-বাৰ হেজাৰ অসমীয়া সোণ কমোৱা কামত নিযুক্ত আছিল। ৰাজেশ্বৰ সিংহৰ দিনত সোণৰ উৎপাদন (বাৰ হিচপে সংগৃহীত) হৈছিল ২,৫০০ আউন্স (৭৩)।

সোণৰ পিছতে প্ৰধান খনিজ দ্ৰব্য লো। অসমৰ বচা দৈয়াং, জয়পুৰ, তিকক, তিপাম আদিত লোৰ আকৰ আছিল বুলি বিভিন্ন বুৰঞ্জীয়ে কয় (৭৪)। হেমিল্টনে অকল বচা

---

*৬৯ ৰেইড, ৩৫৫-৩৫৮ পৃঃ।*

**৭০ ৰেইডৰ মতে বৰদগাঙত সোণৰ তোলা ১৮ ৰ পৰা ২০ টকা আৰু দিক্ৰঙৰ সোণৰ তোলা ১২ ৰ পৰা ১৪ টকা আছিল। সোণোৱাল বৰুৱাৰ তলত সোণ কমোৱা পাইক সকলে কাম কৰিছিল। এজন সোণোৱালে ৰজাক বছৰি চাৰি তোলা মূল্যৰ সোণ বা ৫ টকা কৰ পৰিশোধ কৰিব লাগিছিল।*

*৭১ Anglo- Assamese Reletion, D S K Bhuyen, পৃঃ ২৫২।*

*৭২ হেমিল্টন, পৃষ্ঠা-৪৭।*

*৭৩ N K Basu, উক্ত গ্ৰন্থ, পৃঃ ১৭২।*

*৭৪ দ্ৰষ্টব্য : Statistical Account of Assam, Vol I.*

দৈয়াঙত লোৰ আকৰ থকা বুলি উল্লেখ কৰিছে (৭৫)। লোৰ খনিত কাম কৰাসকলৰ বেছিভাগ আছি তিৰোৱাল কছাৰী আৰু লো-শলীয়া আহোম। কে প্টইন হান্নেই এই শিল্পত ৩০০০ পাইক নিয়োজিত আছিল বুলি উল্লেখ কৰিছে (৭৬)। লোৰ উৎপাদন চলি থকা অঞ্চলত বিদ্ৰোহ কেন্দ্ৰীভূত হোৱাত, ইংৰাজ প্ৰৱেশৰ দিনত লো উৎপাদন প্ৰায় বন্ধ আছিল। ৰবিনচনৰ Descriptive Account of Assamত উল্লেখ কৰা মতে অসমত দহ বাৰখন গাঁৱত এজন মাত্ৰ কমাৰ আছিল। কমাৰৰ খেলবোৰ প্ৰায় বিধ্বস্ত হোৱাৰ পিছত লোৰ উৎপাদন আৰু কমাৰৰ কাম প্ৰায় বন্ধ হোৱাটো স্বাভাৱিক। কিন্তু শান্তিপূৰ্ণ অৱস্থাত অসমে লোৰ আহিলা— বিশেষকৈ কোৰ ৰপ্তানি কৰাৰ সামৰ্থ্য আছিল। বেইড আৰু গেইট চাহাব উভয়ে তুৰ্বক অসম আক্ৰমণৰ পিছতহে অসমত বন্দুক উৎপাদন কৰাৰ কথা উল্লেখ কৰিছে (৭৭)। কিন্তু গেইটৰ বুৰঞ্জীতে উল্লেখ আছে যে কছাৰী-আহোমৰ যুদ্ধত বৰটোপ ব্যৱহাৰ হৈছিল। কছাৰী যুদ্ধ তুৰ্বকৰ অসম আক্ৰমণৰ আগতেই সমাপ্ত হৈছিল, সেনাপতি আছিল ফ্ৰাংচেংমুঙ। ফ্ৰাচেংমুঙৰ পিছত মৃত্যু হৈছিল তুৰ্বকৰ দিনত। ৰাজকুমাৰে এই কথাৰ আঁত ধৰি উল্লেখ কৰিছে যে তুৰ্বকৰ আক্ৰমণৰ পিছত মোগলৰ আৰ্হিত বন্দুকৰ উৎপাদন আহোমে কৰিছিল; কিন্তু নিজা ধৰণে বৰটোপ আৰু হিলৈ উৎপাদন, বৰটোপৰ গোলা উৎপাদন আগৰপৰাই চলিছিল। ঐতিহাসিক সত্যতাৰ আঁত ধৰি তিৰুগাঁও আৰু তেলপুঙত থকা লোৰ আকৰত ২২.১% ৰপৰা ৪০.১% (তিৰুগাঁও) আৰু ২৩.৬% (তেল পুং) পৰিমাণৰ লো থকা বুলি জনা যায়। অতি লাভজনক নহলেও এনে আকৰৰপৰা লো উৎপাদন সম্ভব।

ইয়াৰ পিছতে লোণৰ উৎপাদনৰ উল্লেখ কৰা বাঞ্ছনীয়। অসমত নগা পাহাৰৰ দাঁতিয়ে দাঁতিয়ে আৰু শদিয়াৰ ওচৰত লোণৰ পুং আছে। চুহুংমুঙৰ দিনত এই পুংবোৰ ১৫২৩ খৃঃত দখল কৰা হৈছিল আৰু ৬০০০ পাইক লোণ উৎপাদনত লগোৱা হৈছিল। লংপৰীয়া, লংচোৱাল, ধাদুমীয়া, চিৰুপুৰীয়া, জগাজুমীয়া আৰু লংলিটীয়া খেলৰ ৬ হেজাৰ পাইকে লোণ উৎপাদন কৰিছিল। এই লোণ অসমৰ প্ৰয়োজন পূৰাবৰ বাবে যথেষ্ট নাছিল গতিকে বংগ, মণিপুৰ আৰু চিংফৌ ৰাজ্যৰপৰা লোণ আমদানি কৰিবলগীয়া হৈছিল।

অসমত নামৰৰ, দেওপানী, হাৰিয়াজান, যমুনা নৈৰ উপত্যকাত শিল-চূণ আহোমৰ দিনতে পোৱা গৈছিল (৭৮)। বৰ্তমানো এইবোৰ চূণ খনি অব্যাহতভাৱে উৎপাদন কৰি

---

*৭৫ হেমিল্টন, পৃঃ ৪৭।

৭৬* ৰাজকুমাৰ, পৃঃ ২৬৬।

*৭৭ বেইড, পৃঃ ৩৭, *History of Assam*, গেইট, পৃঃ ১৪।

*৭৮ ৰাজকুমাৰ, পৃঃ ২৪৩।

বৰ্তি আছে। শিল-চূণ ব্যাপকভাৱে ব্যৱহৃত নিৰ্মাণ সামগ্ৰী। এই চূণৰ বাহিৰেও শামুক পুৰি চূণ উৎপাদন কৰা হৈছিল। চূণৰ ক্ষেত্ৰত অসমত নাটনি নাছিল।

অসমত বিভিন্ন স্থানত কুমাৰ মাটি, খনিজ মাটি (বোকা) আদি পোৱা গৈছিল। চাকৰ ব্যৱহাৰ নকৰাকৈ অসমৰ কুমাৰ আৰু হীৰা সম্প্ৰদায়ৰ (তিৰোতা) মানুহে মাটিৰ বাচন-বৰ্তন, চিলিম আদি উৎপাদন কৰিছিল।

খনিজ দ্ৰব্যৰ ভিতৰত সোণৰ বাহিৰে অন্য দ্ৰব্য ৰপ্তানিৰ ক্ষমতা অসমৰ সীমিত আছিল বা নাছিলেই। কিন্তু বনজ সম্পদৰ ক্ষেত্ৰত অসমৰ ৰপ্তানি ক্ষমতা আছিল যথেষ্ট বেছি। আহোমৰ দিনত বন বিভাগ আৰু বনজ শিল্প চোৱা-মেলা কৰিছিল কাঠকটীয়া বৰুৱা, কাঠ বৰুৱা, কাঠ ভঁৰালী সৰু চাংকং ফুকন আদিয়ে। কাঠৰ সঁজুলিৰ ভিতৰত নাঙল, যুৱঁলি, তাঁতৰ সঁজুলি, গাড়ীৰ সঁজুলি, শৰাই, পেৰা, দোলা, সিংহাসন, পিৰা, বৰপিৰা, কুঁহিয়াৰ শাল আদি উৎপাদন হৈছিল।

কাঠ আৰু বাঁহৰ উপৰি ৰপ্তানি যোগ্য অন্য বনজ সম্পদ আছিল হাতী দাঁত, গঁড়ৰ খড়গ, আগৰ, বিভিন্ন জন্তুৰ ছাল, ছাল আৰু তেল, বিভিন্ন বন্য পক্ষী, মৌ, লা, বনৌষধি আদি। এইবোৰ ৰপ্তানিও হৈছিল।

## ৫.১২ মুদ্ৰা প্ৰচলন আৰু ইয়াৰ সমাজ গাঁথনিত প্ৰভাৱ

মুদ্ৰা প্ৰচলন আৰু বজাৰৰ বিকাশে প্ৰকৃতাৰ্থত সামন্তবাদৰ বিকাশক ইয়াৰ চূড়ান্ত পৰ্যায়ত অৱতীৰ্ণ কৰে, জনজাতি সমাজৰ প্ৰকৃত আৰ্থিক বুনিয়াদটো মষিমূৰ কৰে আৰু পুঁজিবাদৰ বিকাশৰ বাবে বুনিয়াদ ৰচনা কৰে। অসমত মুদ্ৰা প্ৰচলন প্ৰাচীন কালত কেনে আছিল আজি তাৰ সঠিক তথ্য-পাতি নাই। কিন্তু সেইবাবেই আমি ধৰি ল'লে ভুল হ'ব যে মুদ্ৰা প্ৰচলন প্ৰাথমিক পৰ্যায়তো হোৱা নাছিল। মধ্য যুগত আনহাতে মুদ্ৰা প্ৰচলন হৈছিল আৰু অকল এটা কেন্দ্ৰত মাত্ৰ এটা ৰাজবংশই মুদ্ৰা প্ৰচলন কৰিছিল তেনে নহয়। গড়গাঁও, কোচবিহাৰ, কছাৰী ৰাজ্য, জয়ন্তীয়া ৰাজ্য, মণিপুৰ আৰু ত্ৰিপুৰা— উত্তৰ-পূৰ্বাঞ্চলৰ এই সকলোবোৰ ৰাজ্যই মুদ্ৰা প্ৰচলন কৰিছিল আৰু বাণিজ্যৰ জৰিয়তে এনে মুদ্ৰাই উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰায় সকলোবোৰ ৰাজ্যতে মুদ্ৰাৰ অভাৱ পূৰণ কৰিছিল। আনহাতে কৃষি শক্তিকাৰ শেষ ভাগলৈকে, কিছুমান পাৰ্বত্যাঞ্চলত এতিয়াও, ঝুম খেতি আৰু জনজাতীয় অৰ্থনীতি সমান্তৰালভাৱে বৰ্তি থকাত মৌদ্ৰিক বিনিময় আৰু বস্তু-

৭৯ বাণভট্টৰ হৰ্ষ চৰিতত 'আভোগ' নামৰ ছত্ৰৰ উপৰি বি ২২ বিধ সামগ্ৰীৰ উল্লেখ আছে তাত কণ্ডো কড়িৰ কথা নাই।— প্ৰবোধেন্দু নাথ ঠাকুৰ অনুদিত বাণভট্টৰ 'হৰ্ষ চৰিত'ৰ পৃষ্ঠা ২৮২-২৯৬ দ্ৰষ্টব্য। জুলাই ১৯৮৬ সংস্কৰণ দ্ৰষ্টব্য। The Comprehensive History of India, Vol I ত এছ চট্টোপাধ্যায়ৰ প্ৰবন্ধ দ্ৰষ্টব্য। পৃঃ ৩০২।

বিনিময় প্ৰথা সমান্তৰালভাৱে নাইবা মিশ্ৰিতভাৱে চলি আছিল।

এই কথা সহজবোধ্য যে পৃথিবীৰ সৰ্বত্ৰ যিদৰে বস্তু বিনিময় প্ৰথাৰ অসুবিধাবিলাক দূৰ কৰিবৰ বাবে একোটা উপযোগী মাধ্যম মানুহে কৰে, প্ৰাচীন কামৰূপতো তেনে সন্ধান সুদীৰ্ঘকাল ধৰি চলিছিল। ইতিহাসে চুকি পোৱা যুগত আমি প্ৰথম ভাস্কৰ বৰ্মনৰ ৰাজত্বকালত বিস্তৃত ৰূপত কড়ি ব্যৱহাৰ কৰাৰ সূচনা পাওঁ। হৰ্ষবৰ্ধনৰ লগত ভাস্কৰ বৰ্মণৰ অতি মধুৰ সম্পৰ্ক আছিল আৰু ভাস্কৰ বৰ্মণে হৰ্ষবৰ্ধনৰ ৰাজ্যত প্ৰচলিত মুদ্ৰাৰ বিষয়ে নাজানিছিল বুলি কথাটো সংগতিবিহীন হ'ব। কোনো কোনো পণ্ডিতে বাণভট্টৰ হৰ্ষ চৰিতত হৰ্ষবৰ্ধনক ভাস্কৰ বৰ্মণে বহুতো কড়ি উপহাৰ দিয়াৰ কথা উল্লেখ কৰিছে (৭৯)মুৰাৰিচৰণ দাসে 'অসমৰ পুৰণি মুদ্ৰা' প্ৰবন্ধত লিখিছে— সপ্তম শতিকাৰ আগভাগত অসমৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মন এজন প্ৰবল প্ৰতাপী ৰজা আছিল। এইজনা ৰজা উত্তৰ ভাৰতৰ একছত্ৰী ৰজা হৰ্ষবৰ্ধনৰ মিত্ৰ ৰজা আছিল। কুমাৰ ভাস্কৰ বৰ্মনৰ সমসাময়িক ৰজা হৰ্ষবৰ্ধন আৰু শশাংকই নিজৰ নামত মুদ্ৰা মৰোৱাইছিল। গতিকে ভাস্কৰ বৰ্মায়ো কম-বেছি পৰিমাণে নিজৰ নামত মুদ্ৰা মৰোৱাইছিল বুলি ভাবিবৰ থল আছে। কিন্তু দুৰ্ভাগ্যবশত উক্ত ৰজাজনৰ কোনো মুদ্ৰা এতিয়ালৈকে আবিষ্কৃত হোৱা নাই' (৮০)। জয় প্ৰকাশ সিঙে Monetary Development in Early Assam গ্ৰন্থত উল্লেখ কৰিছে যে মূল্যবান মণি (Jewels), সোণ, ৰূপ, হাতী, ঘোঁৰা আৰু দাস বস্তু বিনিময়ৰ বাবে ব্যৱহাৰ হৈছিল; কিন্তু এই বস্তুবোৰৰ কোনোটোৱেই শস্য বা কড়িৰ দৰে জনপ্ৰিয়তা অৰ্জন কৰা নাছিল (৮১)। প্ৰাচীন অসমৰ বৰ্মণ, শালস্তম্ভ (ম্লেছ) ৰজাসকলৰ তাম্ৰশাসন তথা ফলিবিলাকত মাটি দান দিয়াৰ উদাহৰণ আছে। আৰু প্ৰায় সকলো ভূমি দানৰ লিপিতে কিমান শস্য দান দিয়া ভূমিত উৎপন্ন হয় তাৰ এটা হিচাপ দিয়া আছে। এই দিশটোৰ প্ৰতি লক্ষ্য ৰাখি সিঙে মন্তব্য কৰিছে যে সম্ভৱ শস্যই আছিল সৰ্বজন গৃহীত আৰু সাঁচি ৰাখিবপৰা (অন্ততঃ এবছৰৰ বাবে) বস্তু যিটো বিনিময়ৰ ক্ষেত্ৰত ব্যৱহাৰ হৈছিল (৮২)। কড়ি ব্যৱহাৰৰ কথা সিঙেও উল্লেখ কৰিছে আৰু

---

*৮০ অসমৰ পুৰাতাত্বিক চৰ্চাৰ অগ্ৰগতি, ১৯৮৮ সংস্কৰণ, সম্পাদক নবীন দেৱ চৌধুৰী, মুৰাৰিচৰণ দাসৰ প্ৰবন্ধ দ্ৰষ্টব্য, পৃঃ ২৪।*

*৮১ জয় প্ৰকাশ সিং, Monetary Development in Early Assam, 1989, page 161, তেওঁৰ গ্ৰন্থৰ Appendix I আৰু Appendix II পুৰণি অসমত ব্যৱহাৰ কৰা উপহাৰ (Gift) বিলাকৰ কথা উল্লেখ কৰিছে।*

*"৮২ " ..it appears that paddy was the most important medium of exchange that had perhaps assumed the form of a monetary unit. There may have been others too, but perhaps those were not as popular " — উক্ত গ্ৰন্থ, পৃঃ ১৭।*

প্ৰসংগতঃ ভাস্কৰ বৰ্মনৰ দূত হংসবেগে হৰ্ষবৰ্ধনক দিয়া উপহাৰবোৰৰ মাজত 'ক'লা আৰু বগা' কড়ি থকাৰ কথা উল্লেখ কৰিছে। চট্টোপাধ্যায়ৰ পূৰ্বোল্লেখিত ৰচনাতো এই কথা আছে (৮৩)। হৰ্ষবৰ্ধনৰ দিনত যদিও মোহৰ মৰাটো শক্তিশালী ৰজাৰ পৰম্পৰা আছিল, সাধাৰণ বিনিময় মাধ্যম হিচাপে কিন্তু কড়িৰ প্ৰচলন আছিল। এই কথা ফাহিয়ান আৰু হিউয়েন চাঙৰ প্ৰতিবেদনে প্ৰমাণিত কৰে। অসমত আনহাতে অৰা, গণ্ডা হিচাপে গোটা বস্তু (কড়ি জাতীয়) হিচাপ কৰা এটা ব্যৱস্থা প্ৰচলিত আছিল। অৰ্থশাস্ত্ৰত কপৰ্দক বা কড়ি ব্যৱহাৰৰ কথা আছে। ব্ৰহ্মপুত্ৰত মাছ মৰা মাছুৱৈয়ে নিয়ম উলংঘা কৰিলে ১০০ কড়ি বা বুড়ি (Vattika — বুট্টিক) জৰিমনা কৰাৰ কথা এখন ফলিত উল্লেখ থকালৈ চাই তেজপুৰৰ পাল (বৰ্মণ) বংশৰ ৰাজত্বকালত কড়ি প্ৰচলনৰ প্ৰমাণ পোৱা যায়।

ভাস্কৰ বৰ্মণে মুদ্ৰা প্ৰচলন কৰাইছিল বুলি প্ৰমাণ কৰিবৰ বাবে এতিয়ালৈকে কোনো তেনে মুদ্ৰা আৱিষ্কাৰ হোৱা নাই যদিও পণ্ডিতসকলৰ একাংশই ভাস্কৰ বৰ্মণে মোহৰ মৰাইছিল বুলি মত প্ৰকাশ কৰিছে। তেওঁলোকৰ মতৰ ভিত্তি হ'ল হিউয়েন চাং ভাৰতবৰ্ষৰা উভতি যাওতে প্ৰয়াগত কামৰূপৰ ৰজাই 'মুদ্ৰা আৰু মূল্যবান বস্তু' উপহাৰ দিছিল বুলি থকা প্ৰামাণ্য উল্লেখ (৮৪)। জয়প্ৰকাশ সিঙে ডি চি সৰকাৰৰ মত অস্বীকাৰ কৰা নাই। সৰকাৰে ভাস্কৰ বৰ্মণে নিৰ্দিষ্ট উদ্দেশ্যৰে কিছু পৰিমাণে মোহৰ মৰাইছিল বুলি অনুমান কৰিছে।

মুৰাৰিচৰণ দাসে উল্লিখিত প্ৰবন্ধত জয়পালৰ দিনত মুদ্ৰা প্ৰচলনৰ কথা উল্লেখ কৰিছে। জয়পাল (১১১৫-১১২৫ খৃঃ) ব্ৰহ্মপালৰ উত্তৰাধিকাৰী, এই বংশৰ শেষ ৰজা। ছিলিমপুৰ নামৰ উত্তৰ বংগত পোৱা শাসনৰ কথা অতি চমকপ্ৰদ। ইয়াত উল্লেখ আছে যে প্ৰহাস নামৰ ব্ৰাহ্মণে ৰজা জয়পালে প্ৰদান কৰা ৯০০ সোণৰ মুদ্ৰা গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছিল। জয় প্ৰকাশ সিঙেও এই তথ্য সদৰি কৰিছে যদিও তেওঁ সংযোজিত টোকাত কিছু সন্দেহ প্ৰকাশ কৰিছে। প্ৰকৃততে ৰজা জয়পাল পাল বংশৰ শেষ ৰজা। সেই হিচাপে তেওঁৰ দান প্ৰকৃততে বাস্তৱায়িত নোহোৱাটো স্বাভাৱিক, সম্ভৱতঃ পাল বংশৰ এই ৰজাৰ শাসন ক্ষমতাৰ এই ছিলিমপুৰ লিপিত উল্লেখ কৰা দান প্ৰকৃতাৰ্থত দিয়াৰ আগতেই ওৰপৰে।

---

*৮৩ অনুবাদকৰ বিভ্ৰান্তিৰ বাবে সম্ভৱতঃ Cowell আৰু প্ৰবোধেন্দু নাথ ঠাকুৰৰ কথা মিলা নাই আমাৰ হাতত Cowell ৰ অনুবাদ নথকাত বা মূল পাঠ নথকাত তুলনা কৰিবপৰা নগ'ল।— লিখক।*

*৮৪ জয় প্ৰকাশ সিং, উক্ত গ্ৰন্থ, পৃঃ ১৮. Coinage and Economy of North-Estern states of India (সম্পাদনা— J P Singh and N. Ahmed) পৃঃ ১৩৫ দ্ৰষ্টব্য।*

মাধৱৰ নীলাচল শাসনত গণ্ডা, কাৰ্ষাপণ বা কাহনৰ প্ৰচলনৰ উদাহৰণ আছে (৮৫)। মাধৱৰ ফলিৰ যোগে ৰজাই ১০০ পুটক (পুৰা) ভূমি দান কৰিছে। ফলিখনত তামোলৰ বাৰী, তামোলৰ বাৰীত থকা তামোল গছৰ সংখ্যা, সম্ভাব্য তামোলৰ পৰিমাণ, তাৰপৰা কিমান খাজনা উঠিব তাৰ হিচাপ আছে। ফলিখনত পুটক হ'ল ভূমিৰ জোখৰ একক। ২৫ ভূমিত এক পুটক। মাটিক শালি ভূমি, পথৰুৱা ভূমি আৰু গাঁৱৰ ভিতৰুৱা ভূমিত ভাগ কৰা হৈছে (৮৬)। এই ফলিত দুটা কৰৰ হিচাপ দিয়া হৈছে। এটাত প্ৰতিজোপা তামোলত ১০ গণ্ডা (গণ্ডাক) হিচাপত ৩২ জোপা পূৰ্ণ উৎপাদশীল তামোলৰ কৰ ধাৰ্য কৰা হৈছে ৩২০ গণ্ডা = ১ হিৰণ্য। আন এটা হিচাপত প্ৰতিজোপা তামোলৰ ১০ গণ্ডা হিচাপত ৮০ জোপা তামোলৰ মুঠ কৰ ৮০০ গণ্ডা বা ২.৫ হিৰণ্য। হিৰণ্য স্বৰ্ণমুদ্ৰা। এই স্বৰ্ণমুদ্ৰাৰ প্ৰচলনে প্ৰকৃতাৰ্থত তামোলৰ দৰে শস্য উৎপাদন ক্ষেত্ৰতো মাধৱৰ কালত বাণিজ্যকৰণ হৈছিল বুলিব পাৰি। দেশখনত মুদ্ৰাৰ এটা হিচাপ আছিল আৰু স্বৰ্ণমুদ্ৰা (হিৰণ্য) প্ৰচলিত আছিল। প্ৰসংগতঃ উল্লেখযোগ্য যে এই গণ্ডা, পোণ আৰু কাহন হিচাপটো এতিয়াও গাঁও অঞ্চলত চলি আছে- গোটা বস্তুৰ (তামোলৰ দৰে) ক্ষেত্ৰত, মাত্ৰ স্বৰ্ণ মুদ্ৰা নাই।

জয় প্ৰকাশ সিঙে উল্লিখিত গ্ৰন্থত ডুলাপাৰুং চাহ বাগিচা (দৰঙ)ত পোৱা আৰু ডি সৰকাৰ তথা ৰবীন দেব চৌধুৰীয়ে প্ৰকাশ কৰা তামৰ মুদ্ৰা বিলাকৰ বিষয়ে আলোচনা কৰিছে। ইয়াত ৩১ টা সম্পূৰ্ণ মুদ্ৰা আন কিছুমান ভগ্না (টুকুৰা) মুদ্ৰা পোৱা গৈছে। এই মুদ্ৰা বিলাকত চন তাৰিখ কিম্বা সম্পূৰ্ণ বা খণ্ডিত চিত্ৰ, নাম আদি একো নাই। এটা মুদ্ৰাত মাত্ৰ এটা আখৰ ব, হ, ক বা ওলোটা ব থকাত কোন ৰজাৰ দিনত কেতিয়া এই মুদ্ৰাবোৰ তৈয়াৰ কৰা হৈছিল তাক নিশ্চিতভাৱে ঠাৱৰ কৰা নাযায়। ক লিখা মুদ্ৰা 'কুমাৰ' (হৰ্ষচৰিতৰ কুমাৰ— ভাস্কৰ বৰ্মণ) ৰজা বা ভাস্কৰ বৰ্মণৰ বুলি অনুমান কৰা হয়। ভাস্কৰ বৰ্মণৰ মুদ্ৰা হ'লে, সেয়া হ'ব ৬৫০ খৃষ্টাব্দৰ আগৰ। এয়া কেৱল অনুমান। ভাস্কৰ বৰ্মণে মুদ্ৰা প্ৰচলন কৰাটো অৱশ্যে ইতিহাসবিদসকলে সম্ভৱ বুলি ভাবে। হ আৰু ব আখৰযুক্ত মুদ্ৰা বিলাক খৃষ্টীয় নৱম-দ্বাদশ শতিকাৰ মাজৰ বুলি ঠাৱৰ কৰা হয়। এইবোৰ মুদ্ৰাই এতিয়ালৈকে আৱিষ্কৃত মুদ্ৰাৰ ভিতৰত প্ৰাচীনতম মুদ্ৰা (*৮৭)। এটা আখৰৰ ওপৰত ভিত্তি কৰি (৬ নং, ২৯ নং, ৩০ নং, ৩১ নং মুদ্ৰা) চাৰিটা মুদ্ৰা হৰ্জৰ বৰ্মণৰ দিনৰ, ছাবিছটা বনমাল বৰ্মণৰ দিনৰ, ইয়াৰে ২১ নং মুদ্ৰাটো অনুমান কৰা হয় ক (?) আদ্যাক্ষৰ সংক্ষিপ্ত ৰূপত থকা বাবে কুমাৰ ভাস্কৰৰ দিনৰ আৰু ২১

---

*৮৫ ৪ টা (কড়ি) ১ গণ্ডা, ২০ গণ্ডাত ১ পোণ আৰু ১০ পোণত এক কাহন বা কাৰ্ষাপণ।

*৮৬ দ্ৰষ্টব্য, প্ৰাচ্য শাসনাৱলী, ভূমিকা পৃঃ ৮৫-৮৯,

*৮৭ জয়প্ৰকাশ সিং, উক্ত গ্ৰন্থ, পৃঃ ৩০ দ্ৰষ্টব্য।

নং মুদ্রাটোও একে ধৰণৰে বুলি অনুমান কৰা হয়। মণ্ডলদৈত পোৱা মুদ্ৰাও হৰ্জৰ বৰ্মণ আৰু বনমাল বৰ্মণৰ দিনৰ বুলি অনুমান কৰা হৈছে। একেদৰে ব, হ বৰ্ণ থকা অন্যত্ৰ পোৱা তাম্ৰ মুদ্ৰাবোৰ হৰ্জ বৰ্মণ তথা বনমাল বৰ্মণৰ বুলি অনুমান কৰা হৈছে।

## ৫.১৩ কোচ ৰাজ্যত মুদ্ৰা প্ৰচলন

ছুক্লেন-মুঙে মুছলমান ৰজা তথা কোচ ৰজা আদিৰ অনুপ্ৰেৰণাত মোহৰ মৰাইছিল নেকি? তেনে এটা প্ৰশ্ন সময়ে সময়ে উক দিয়ে। ছু-ডাং-ফাই ৰাজ-অভিষেকৰ সময়ত মোহৰ মৰা কথাটোৱে তেনে এটা অনুমানৰ কথাটো যুক্তিহীন প্ৰতিপন্ন কৰে। তদুপৰি ছু-ক্লেন-মুঙৰ মুদ্ৰাৰ আকৃতি আৰু আখৰৰ নমুনা, উপাস্য দেৱতাৰ বিশিষ্টতা অন্য কাৰো লগত নিমিলে। ছু-ক্লে-মুঙৰ মুদ্ৰাৰ ওলোটা পিঠিত ফ্ৰা-তা-ৰাৰ প্ৰতি সেৱা জনোৱাটো নিঃসন্দেহে গুৰুত্বপূৰ্ণ বৈশিষ্ট্য, তেতিয়ালৈকে কোনো হিন্দু পৰম্পৰাই তাই ৰজাসকলক প্ৰভাবান্বিত কৰিব পৰা নাছিল। পিছলৈ আহোম ৰজাসকলে হয় শিৱ, নহয় হৰগৌৰী, নাইবা শিৱ আৰু ৰাম আদিৰ সেৱা কৰিছে। মায়ামৰীয়া ৰজাসকলে কৃষ্ণৰ আৰু পুৰন্দৰ সিংহৰ পিতৃ ব্ৰজনাথ সিংহই ৰাধা-কৃষ্ণৰ প্ৰতি শিৰ নত কৰিছে। ছু-হুং-মুঙৰ দিনতে কোচ-ৰাজ্য তথা কমতাপুৰৰ লগত সংস্পৰ্শ, উৰিষ্যা তথা বংগৰ লগত সম্পৰ্ক প্ৰতিষ্ঠা হোৱা সত্বেও ছু-হুং-মুঙৰ পুত্ৰ ছু-ক্লেন-মুঙে কোনো হিন্দু দেৱ-দেৱীক বন্দনা কৰা নাই। বথামে কোৱাৰদৰে যোগিনীতন্ত্ৰৰ প্ৰভাৱত আঠকোণীয়া মোহৰ মৰা হ'লে, যোগিনীতন্ত্ৰৰ প্ৰভাৱতে হৰ-গৌৰী নাইবা দুৰ্গা আদিৰ বন্দনা কৰা হ'লহেঁতেন। ছু-ডাং-ফা যি প্ৰথম আহোম ৰজা, তেওঁ ৰাজবংশৰ অষ্টম ৰজা। ৰাজ্যৰ উত্তৰোত্তৰ বা চৌদিশে সমৃদ্ধিৰ কল্পনা এক স্বাভাৱিক কল্পনা। এনে এটা অৱস্থাত উত্তৰ, দক্ষিণ, পূব, পশ্চিম, অগ্নি, নৈঋত, ঈশান আৰু বায়ু কোণ— এই অষ্টদিশে— অৰ্থাৎ সকলো দিশে ৰাষ্ট্ৰ জয়ৰ কল্পনা প্ৰভাৱশীল হ'ব পাৰে। অন্ততঃ ছু-হুং-মুং আৰু পিছৰ ৰজাসকলৰ তেনে এটা কল্পনা থকাটো স্বাভাৱিক। আটাইতকৈ ডাঙৰ কথা যোগিনীতন্ত্ৰৰ প্ৰভাৱ প্ৰথম পৰ্বৰ আহোম ৰজাসকলৰ ওপৰত কোনো কালে প্ৰত্যক্ষ নাছিল। জয়ধ্বজ সিংহই প্ৰথম বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰিছিল। ৰুদ্ৰ সিংহই প্ৰথম ব্ৰাহ্মণ পুৰোহিত আনি হিন্দু ধৰ্ম গ্ৰহণ কৰাৰ কথা ভাবিছিল। পৰ্বতীয়া গোসাঁইক কামাখ্যাত স্থাপন কৰে। তাৰ পিছৰপৰাহে তান্ত্ৰিক প্ৰভাৱ বাঢ়িবলৈ আৰম্ভ কৰে ৰাজ পৰিয়ালত। তাৰ আগতে নহয়। আনকি তান্ত্ৰিক শৈৱ মতৰ প্ৰভাৱ বঢ়াৰ পিছতো লেংদন তথা আহোম দেৱ-দেৱীসকলৰ প্ৰতি অৱজ্ঞা সৃষ্টি হোৱা নাছিল।

মুদ্ৰা প্ৰচলনত কোচ ৰজাসকল আহোম ৰজাসকলতকৈও অধিকতৰ আগ্ৰহী আৰু

উদ্ভাৱনা শক্তিৰ অধিকাৰী আছিল। বিশ্বসিংহই চু-হুং-মুঙলৈ মোহৰ উপহাৰ দিয়া কথাটো ইয়াৰ প্ৰমাণ। নৰনাৰায়ণ ৰজা হোৱাৰ পিছত কোচ ৰজাৰ মোহৰ সম্ভৱতঃ প্ৰতি বছৰেই মৰা হৈছিল আৰু উত্তৰ-পূৰ্বাঞ্চলৰ ব্যাপক অঞ্চলত এই মুদ্ৰা চলিছিল। কোচ ৰজা নৰনাৰায়ণৰ পিছত ৰঘুদেৱ নাৰায়ণ, প্ৰাণ নাৰায়ণ, লক্ষ্মী নাৰায়ণ আদি কোচ ৰজাসকলে নিয়মতিভাবে মোহৰ মৰাইছিল। কোচ ৰজাসকলৰ পশ্চিম মোগল সাম্ৰাজ্য আৰু বংগৰ লগত অতি ঘনিষ্ঠ সম্পৰ্ক আছিল। বিশ্ব সিংহ নিজেই ভাৰতীয় শিক্ষাৰ প্ৰতি আগ্ৰহী আছিল। মল্লদেৱ আৰু শুক্লধ্বজক সুশিক্ষাৰে ৰাজক্ষমতাৰ উত্তৰাধিকাৰী হিচাপে গঢ়ি তুলিছিল। এই সুশিক্ষা আৰু মহৎ উত্তৰাধিকাৰে নৰনাৰায়ণ আৰু চিলাৰায়ক দ্বিগ্বিজয়ী কৰি তুলিছিল (৮৮)। বিশ্ব সিংহই প্ৰথম মুদ্ৰা প্ৰচলন কৰিছিল বুলি ঐতিহাসিক তথ্য পাতিয়ে কয় যদিও এতিয়ালৈকে তেওঁৰ কোনো মোহৰ আবিষ্কাৰ হোৱা নাই। ১৫৫৫ চনৰ বিশ্বসিংহৰ পিছত নৰনাৰায়ণ ৰজা হয়। নৰনাৰায়ণ ৰজা হৈ ১৫৫৫ চনত মোহৰ মাৰে। ১৫৫৫ চনৰ মৰা মোহৰ এটা টকীয়া মোহৰৰ আৰ্হিৰ। সিংহাসনত আৰোহণ কৰাৰ পিছত প্ৰতি বছৰতেই মোহৰ মৰা হৈছিল বুলি ইতিহাসবিদসকলে অনুমান কৰে। নৰনাৰায়ণৰ মৃত্যুৰ আগতেই ১৫৮১ চনত ৰঘুদেৱ (চিলাৰায়ৰ পুত্ৰ) সোণকোষ পূবপাৰৰ ৰাজ্য অঞ্চলৰ ৰজা হয়। তেওঁ নিজৰ নামত মোহৰ মাৰে। ১৫৮৭ চনত নৰনাৰায়ণৰ মৃত্যুৰ পিছত লক্ষীনাৰায়ণ ৰজা হয়, তেওঁ মোগলৰ অধীনতা স্বীকাৰ কৰে আৰু মোগলৰ নিৰ্দেশমতে আধা মূল্যৰ মুদ্ৰা প্ৰচলন কৰিবলৈ বাধ্য হয় (*৮৯)।

নৰনাৰায়ণৰ পিছত লক্ষ্মীনাৰায়ণৰ মুদ্ৰা মোগলৰ লগত চুক্তি হোৱাৰ পিছত মোগলৰ নিৰ্দেশত আধামূল্যৰ আৰু সম্ভৱতঃ মোগলৰ দিনৰ মুদ্ৰাৰ আৰ্হিতেই মৰোৱা হৈছিল। লক্ষ্মীনাৰায়ণৰ দিনতে মল্লদেৱ আৰু শুক্লধ্বজে জয় কৰা বিশাল সাম্ৰাজ্য সমূলি নাশ হয়। কোচবিহাৰ কেন্দ্ৰিক এখন ডাঙৰ জিলাৰ পৰ্যায়লৈ ৰাজ্যখন সংকুচিত হয়। লক্ষ্মীনাৰায়ণৰ মুদ্ৰা দুই ধৰণৰ। মোগলৰ লগত চুক্তি হোৱাৰ আগতে এক টকা মূল্যৰ,

---

*৮৮ সাধাৰণতে ১৫১১ চনত কোচবিহাৰৰ কোচ ৰাজ্যৰ ইতিহাস আৰম্ভ হয় বুলি কোৱা হয়। ইতিহাসবিদ এন জি ৰোডেছে (N G Rhodes) ১৫১১ চনত হাৰিয়াৰ পুত্ৰ চন্দন ৰজা হয় বুলি উল্লেখ কৰিছে। চন্দনৰ পিছত ১৫২২ চনত বিশ্বসিংহ ৰজা হয়। (N G Rhodes, The Coinage of CoochBehar, A Source Book of the Numismatic Studies in N. E. India, Directorate of Museum of Assam, 1987 editon, page 68)*

***৯০ 'He asked the Moghuls for help against his own people and peace was restored about 1604 Lakshmi Narayan went to Delhi and signed a treaty under the terms of which he agreed not to play music, in his palace, to strike coins only in halves. ' (page 69, উক্ত গ্ৰন্থ)***

মোগলৰ লগত চুক্তি হোৱাৰ পিছত আধা টকা মূল্যৰ। ১৫৮৭, ১৫৯২ চনত আৰু চুক্তি হোৱাৰ পিছত আধাটকা মূল্যৰ মুদ্ৰা লক্ষ্মীনাৰায়ণে মৰায়।

ৰঘুদেৱে ১৫৮৭ চনলৈ নৰনাৰায়ণৰ তলতীয়া ৰাজ্য আছিল আৰু মুদ্ৰা প্ৰচলন কৰা নাছিল, ১৫৮৭ চনত প্ৰথম স্বাধীন ৰজা হিচাপে মোহৰ মাৰে। ১৬০৩ চনত তেওঁৰ মৃত্যুৰ পিছত পৰীক্ষিত নাৰায়ণ ৰজা হয়। ১৬০৩ তেওঁ মোহৰ মাৰে। ১৬১২ চনত ৰঘুদেৱে স্থাপন কৰা ৰাজ্য ধ্বংস হয় মোগলৰ আক্ৰমণৰ ফলত। ১৬২৭ চনত ইফালে লক্ষ্মীনাৰায়ণৰ মৃত্যু হয়, বীৰ নাৰায়ণ ৰজা হৈ সম্ভৱতঃ মোগলৰ লগত হোৱা চুক্তি অস্বীকাৰ কৰি এক টকা আৰু আধা টকা মূল্যৰ মোহৰ মাৰে। বীৰ নাৰায়ণৰ ১৬৩৩ চনত মৃত্যু হয়, প্ৰাণনাৰায়ণ ৰজা হয় ১৬৩৩ চনত। প্ৰাণনাৰায়ণে ইয়াৰ পিচত দেৱনাগৰী আখৰ আৰু শকৰ ঠাইত নেপালী সংবত বৰ্ষ ব্যৱহাৰ কৰি ৬.৯ গ্ৰাম ওজনৰ সোণৰ মুদ্ৰা প্ৰচলন কৰে। এইটো তিব্বতৰ মুদ্ৰা মানৰ লগত মিলে। প্ৰাণনাৰায়ণে আধা টকা মূল্যৰ ৰূপৰ মুদ্ৰা টকীয়া মুদ্ৰাৰ আকাৰত মৰায়। ১৬৬১ চনত মোগলে প্ৰাণনাৰায়ণৰ ৰাজ্য আক্ৰমণ কৰি দখল কৰাত দুবছৰ প্ৰাণনাৰায়ণ ভূটানত পলাই থাকে, কোচবিহাৰৰ নাম হয় আলমগীৰপুৰ আৰু বঙালী আখৰত উৰ্দু ভাষাত মোহৰ মৰা হয় এই দুবছৰত।

প্ৰাণনাৰায়ণ ১৬৬৩ চনত পুনৰ কোচ বিহাৰলৈ ঘূৰি আহে। মীৰজুমলাৰ মৃত্যুৰ পিছত সম্ভৱতঃ প্ৰাণনাৰায়ণো বেছি দিন বাচি নাথাকিল, ১৬৬৬ চনত তেওঁৰ মৃত্যু হ'ল। তেওঁৰ মৃত্যুৰ পিছত কোচ ৰজা মদ নাৰায়ণে মাত্ৰ আধা টকা মূল্যৰ মোহৰ মৰাইছিল। ইয়াৰ পৰাই বুজা যায় যে মোগলৰ পৰাধীনতা সম্পূৰ্ণ দলিয়াই পেলাব নোৱাৰা অৱস্থাটোৱেই ইয়াৰ মূল হেতু। ১৬৮১ চনত উত্তৰাধিকাৰীহীন মদনাৰায়ণৰ মৃত্যুৰ পিছত তেওঁৰ ভ্ৰাতৃ বাসুদেৱ নাৰায়ণ ৰজা হয়। মহেন্দ্ৰ নাৰায়ণে বাসুদেৱ নাৰায়ণৰ মৃত্যুৰ পিছত সিংহাসনত আৰোহণ কৰে। ১৬৯৫ চনত তেওঁ মোহৰ মৰায় কিন্তু সেই বছৰেই মোগলে ৰূপনাৰায়ণক ৰজা পাতে। ইয়াৰ পিছত ক্ৰমে উপেন্দ্ৰ নাৰায়ণ (১৭১৫-১৭৬৪), দেবেন্দ্ৰ নাৰায়ণ (১৭৬৪-১৭৬৬), ধজেন্দ্ৰনাৰায়ণ (১৭৬৬-১৭৭২) আৰু (১৭৮০-১৭৮৩), ৰাজেন্দ্ৰ নাৰায়ণ (১৭৭২), দৰেন্দ্ৰ নাৰায়ণ (১৭৭২-১৭৮০), দৰেন্দ্ৰ নাৰায়ণ হৰেন্দ্ৰ বা নাৰায়ণ (১৭৮৩-১৮৩৯), শিৱেন্দ্ৰ নাৰায়ণ (১৮৩৯-৪৭) নৰেন্দ্ৰ নাৰায়ণ (১৮৪৭-১৮৬৩), নৃপেন্দ্ৰ নাৰায়ণ (১৬৬৩-১৯১১), ৰাজা ৰাজেন্দ্ৰ (১৯১১-১৯১৩), জিতেন্দ্ৰ নাৰায়ণ (১৯১৩-১৯২২), জগদেন্দ্ৰ নাৰায়ণ (১৯২২-১৯৪৯) সকলো ৰজাই মোহৰ মৰাইছিল। ৰূপনাৰায়ণৰপৰা দৰেন্দ্ৰ নাৰায়ণলৈ এই এশ চৌৱাল্লিছ বছৰ কাল আধা টকাৰ মোহৰ আৰু ১৮৩৯ চনৰ পৰা ১৯৪৯ চনলৈ এই ১১০ বছৰ কাল টকা আৰু আধাটকাৰ মোহৰ প্ৰত্যেক ৰজাই মৰাইছিল। কোচ ৰাজ্যত কোচ মুদ্ৰাৰ বাহিৰেও কোচৰ অনুকৰণত কৰা ভূটানী মুদ্ৰা প্ৰচলিত আছিল।

# ৫.১৪ আহোম ৰাজ্যত মুদ্ৰা প্ৰচলন

ছুডাংফাৰ দিনত সোণৰ মোহৰ প্ৰথম প্ৰচলন কৰা কথাটো বথামৰ Provincial Coin Cabinet, Assam (XXXIV, দ্বিতীয় তাঙৰণ, ১৯৩০) ৰ তথ্যই সমৰ্থন নকৰে। বথামৰ মতে ১৫৩০ চনত আহোমসকলে চুতীয়া আৰু কছাৰী ৰাজ্য জয় কৰাৰ পিছত মুছলমানৰ সংস্পৰ্শলৈ আহে আৰু মুছলমান ৰজাসকলৰ প্ৰভাৱত মুদ্ৰা প্ৰচলন কৰিবলৈ উদ্দীপ্ত হয়। ১৫৪৩ চনত প্ৰথম ছু-ক্লেন-মুঙে (ছু-হুং-মুঙৰ পুত্ৰ) তাই ভাষাত মোহৰ ছপাই আঠকোণীয়া মুদ্ৰা প্ৰচলন কৰে। তেওঁৰ মতে যোগিনীতন্ত্ৰত কামৰূপ দেশখন আঠ কোণীয়া বুলি উল্লেখ আছে গতিকে আঠকোণীয়া মোহৰ মৰোৱায়। এই মুদ্ৰা আল্লাউদ্দিন হুছেইন শ্বাহৰ বংশৰ নবাব নছৰৎ শ্বাহ আৰু গিয়াছুদ্দিন শ্বাহৰে সৈতে একে। বথামৰ উক্তিৰ ওপৰত নিৰ্ভৰ কৰি গেইটেও অসম বুৰঞ্জীত একেধৰণৰ ব্যাখ্যাই দিছে। ড পদ্মেশ্বৰ গগৈয়ে বথাম আৰু গেইটৰ কথা ভ্ৰান্তিপূৰ্ণ বুলি উল্লেখ কৰিছে। তেওঁৰ মতে ছু-ডাং-ফা বা বামুণী কোঁৱৰৰ দিনত প্ৰথম তাই আখৰত ছাপ মাৰি আঠকোণীয়া মুদ্ৰা প্ৰচলন কৰে। ছু-ডাং-ফা তাই বংশৰ অষ্টম ৰজা। ছু-ডাং-ফাই ৰাজ সিংহাসন আৰোহণৰ সময়ত মোহৰ মৰাইছিল। পিছৰ ৰজাসকলৰ বহুতেই সিংহাসনত আৰোহণৰ আগতেই মোহৰ মৰাইছিল। হৰকান্ত বৰুৱাৰ (ড সূৰ্য কুমাৰ ভূঞাই সম্পাদনা কৰা) অসম বুৰঞ্জীত উল্লেখ আছে যে শিঙৰীঘৰত উঠোতেই কিছুমান ৰজাই মোহৰ মৰাইছিল। ছু-ডাং-ফাৰ দিনৰ সোণৰ বা ৰূপৰ মুদ্ৰা উদ্ধাৰ নোহোৱা বাবে সেই প্ৰথম পৰ্বৰ মুদ্ৰাৰ প্ৰত্যক্ষ প্ৰমাণ দাঙি ধৰিব পৰা নাযায়। বথামৰ প্ৰতিবেদনত বংগৰ নবাবৰ প্ৰভাৱত আহোমে মোহৰ মৰা কথাটো যুক্তি নিৰ্ভৰ নহয়। কাৰণ স্বৰ্গনাৰায়ণ নামেৰে খ্যাত প্ৰতাপী ৰজা ছু-হুং-মুঙে কৰতোৱাৰ পাৰলৈকে ৰাজ্য বিস্তাৰ কৰি, মুছলমানক পৰাস্ত কৰা সেনাপতি তন্‌খাম বা ছনখাম ঘৰ সন্দিকৈ (ফ্ৰাচেংমুং বৰগোহাঁইৰ পুত্ৰ)ৰ দ্বাৰা কামতেশ্বৰক সিংহাসনত অধিষ্ঠিত কৰোৱাই আৰু জগন্নাথ মন্দিৰত উৰ্ছগা কৰিবৰ বাবে দুহেজাৰ স্বৰ্ণ মোহৰ দিছিল (৯১)। সূৰ্য কুমাৰ ভূঞা সম্পাদিত অসম বুৰঞ্জীৰ তথ্য অনুসৰি উল্লিখিত দুহেজাৰ স্বৰ্ণ মুদ্ৰাৰ ৪০ টা জগন্নাথত পুথুৰী নিৰ্মাণ আৰু উছৰ্গা কৰাত, ৬০ টা ব্ৰাহ্মণ আৰু বৈৰাগীসকলক দান দিয়াত, ৬০টা জগন্নাথ ঠাকুৰৰ অৰিহণাত আৰু ৪০ টা উৰিষ্যাৰ ৰজা বিক্ৰমসেনক প্ৰদান কৰাত ব্যয় হয়। ছুহুং-মুঙৰ দিনত কছাৰী ৰজায়ে মোহৰ মৰাইছিল আৰু কছাৰী ৰজাক সন্ধিৰ চৰ্ত অনুসৰি ছু-হুং-মুঙে পোন্ধৰশ কছাৰী ৰজাৰ মোহৰ অন্য সামগ্ৰীসহ দাবী কৰিছিল (৯২)। এইবোৰ কথাই সংগতিপূৰ্ণভাৱে আঙুলিয়াই দিয়ে যে ছু-হুং-মুঙৰ দিনত আহোম

ৰাজ্য আৰু কছাৰী ৰাজ্য উভয়তে মুদ্ৰাৰ প্ৰচলন আছিল। বংগৰ নবাব হুছেইন শ্বাহ আৰু স্বৰ্গনাৰায়ণ উভয়ে সমসাময়িক, প্ৰথমজন ১৪৯৬ খৃঃত বংগৰ আৰু স্বৰ্গনাৰায়ণ ১৪৯৭ খৃ ত অসমৰ ৰজা হৈছিল। নছৰৎ শ্বাহ বংগৰ ৰজা হয় ১৫২৩ খৃ.ত। হুছেইন শ্বাহে কমতাপুৰ আৰু অসম আক্ৰমণ কৰি প্ৰথম কিছু সফলতা অৰ্জন কৰি পিছত সমুলঞ্চে নিধন হোৱাটো বুৰঞ্জীমূলক সত্য। কছাৰী ৰাজ্য জয় কৰাৰ পিছত ছু-হুং-মুঙৰ এগৰাকী প্ৰধান সেনাপতি ফ্ৰাচেনমুং বৰগোহাঞিৰ তুৰ্বকৰ হাতত মৃত্যু হয়, ফ্ৰাচেন মুঙৰ পুত্ৰ তনখাম ঘৰ সন্দিকৈযেহে কৰতোৱাৰ পাৰলৈকে যুদ্ধ জিনে আৰু বিখ্যাত পুখুৰী খন্দোৱায়, কমতাধিপতিক পুনৰ সংস্থাপিত কৰে। গতিকে গৌড়ৰ নবাবৰ আৰ্হিত ছু-হুং-মুঙে মোহৰ মৰোৱাটো বা পুত্ৰ ছু-ক্লেন-মুঙে মোহৰ মৰোৱাটো এটা যুক্তি নিৰ্ভৰ তথ্য নহয। প্ৰাসংগিকভাৱে উল্লেখযোগ্য যে ছু-হুং-মুঙৰ লগত প্ৰথম মিত্ৰতা গঢ়ি তোলা কোচ ৰাজবংশৰ প্ৰথম ৰজা বিশ্বসিংহই কিছু মোহৰ ছু-হুং-মুঙক উপহাৰ দিছিল বুলিও জনা যায। কোনো কোনোৱে কোচ ৰজাৰ অনুকৰণত আহোমে মোহৰ মৰা বুলি দাবী কৰে। মুদ্ৰাৰ আকৃতি আঠকোণীযা, প্ৰকাৰ আৰু ভাষাই এনে এটা কথা প্ৰমাণিত নকৰে। ৰবিনচনে তেওঁৰ Descriptive Accounts of Assam গ্ৰন্থত উল্লেখ কৰা, মাৰ্ছডেন আৰু প্ৰিন্সেপৰ সংগ্ৰহ তথা কেপ্তেইন ৱেইনিছৰ তালিকাত থকা বুলি উল্লেখিত আহোম যুগৰ মুদ্ৰাৰ চন-তাৰিখ নিম্নোক্ত ধৰণৰ (এইখিনি ছুক্লেন-মুঙৰ পিছৰ যুগৰ মুদ্ৰা)ঃ

| ৰজা | শকাব্দ |
|---|---|
| স্বৰ্গ নাৰায়ণ | ১৫৭০ |
| চক্ৰধ্বজ সিংহ | *১৫৭৫, ১৫৭৬, ১৫৮৫। (তাইভাষা) |
| গদাধৰ সিংহ | ১৬০৩ |
| ৰুদ্ৰ সিংহ | ১৬১৬, ১৮, ১৯,*২২, *২৬, *২৭, *৩০, ৩১। |
| শিৱসিংহ | ১৬৩৭, ৪১, ৪৩, ৪৭, *৫৩, *৬১। |
| ফুলেশ্বৰী (শিৱসিংহৰ ৰাণী) | ১৬৪৭ |
| প্ৰমথেশ্বৰী | ১৬৪৯,*৫২ |

*৯১ড পদ্মেশ্বৰ গগৈ, Tai Ahom Religion And Cusrtoms, 1976 Edition, page 24.*

*৯২ দেওধাই অসম বুৰঞ্জী, ড সূৰ্য কুমাৰ ভূঞা সম্পাদিত, পৃঃ ২৫ ২৬।*

| | |
|---|---|
| অম্বিকাদেৱী | ১৬৫০, ৫১, ৫৮, ৬০ |
| সৰ্বেশ্বৰী | ১৬৬১, *৬৩, ৬৬ |
| প্ৰমত্ত সিংহ | ১৬৬০, ৬২, *৬৩, *৬৬, ৯ * ৯ *৭২, ৭২, ৭৩ (কিছুমান মুদ্ৰা তাই ভাষাৰ) |
| ৰাজেশ্বৰ সিংহ | ১৬৭৪, ৭৬, ৭৮, ৭৯, ৮১, ৮২, ৮৪, *৮৫, ৮৮, ৯০। (আহোম, বঙালী আৰু পাৰ্চী ভাষা) ১৬৮৫ চনৰটো দেৱনাগৰী লিপিৰ। |
| ৰমাকান্ত সিংহ | ১৬৯১ (মায়ামৰাই পতা ৰজা) |
| লক্ষ্মীসিংহ | ১৬৯২, *৯৩,*৯৪,*৯৫,*৯৬, ৯৭ *৯৯। |
| গৌৰীনাথ সিংহ | ১৭০৭, *০৮,*০৯,*১০, *১১। |
| মায়ামৰীয়া ৰজা | |
| ভৰত সিংহ (২) | ১৭১৫, ১৬,*১৮। |
| সৰ্বানন্দ সিংহ (৩) | *১৭১৫, ১৬ |
| কমলেশ্বৰ সিংহ | ১৭২০ |
| ব্ৰজনাথ সিংহ(৪) | ১৭৩৯, ৪০ |
| চন্দ্ৰকান্ত সিংহ | ১৭৪১ |

টোকা : (১) উল্লিখিত বছৰবোৰ শকত দিয়া হৈছে।

(২) মায়ামৰীয়া ৰজা

(৩) মায়ামৰীয়া ৰজা

(৪) পুৰন্দৰ সিংহৰ পিতৃ।

(৫) এই তালিকাত স্বৰ্গনাৰায়ণ ভুলক্ৰমে জয়ধ্বজ সিংহক কোৱা হৈছে— জয়ধ্বজ সিংহৰ ৰাজত্বকাল ১৬৪৮-১৬৮৩।

(৬) চক্ৰধ্বজ সিংহ ১৬৬৩-১৬৭০ চনলৈ মাত্ৰ সাত বছৰ সিংহাসনত বহে। তালিকাত দেখুওৱা দৰে দহ বছৰ হ'বই নোৱাৰে। তালিকাখনে প্ৰকৃতাৰ্থত আহোম যুগৰ মুদ্ৰাৰ এখন পূৰ্ণাংগ ছবি দাঙি ধৰা নাই। তথাপি মুদ্ৰাৰ প্ৰসাৰ যে ব্যাপকভাৱে ৰুদ্ৰসিংহৰ দিনৰপৰাই হৈছিল তাক প্ৰমাণিত কৰে। ৰুদ্ৰ সিংহৰ দিনত প্ৰথম ৪৮ ৰতি (আধলি) আৰু ২৪ ৰতি (সিকি) প্ৰচলন কৰে। শিৱ সিংহই তাতকৈও কম মূল্যৰ মুদ্ৰা ৩ ৰতিৰ (আজিৰ মুদ্ৰাৰ হিচাপত আধা অনা বা তিনি পইচা)ৰ প্ৰচলন কৰে। নিয়মিতভাৱে

সোণৰ মুদ্ৰা প্ৰচলন আৰম্ভ হয় শিৱ সিংহৰ দিনৰপৰা। শিৱ সিংহৰ আগতে ছু-ক্লেন-মুং আৰু ছু-ন্যত-ফাৰ দিনত সোণৰ মুদ্ৰা প্ৰচলিত আছিল বুলি জনা যায়।

ছু-ডাম-ফা বা জয়ধ্বজ সিংহ (১৬৪৮-১৬৬৩) ই প্ৰথম বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰে আৰু মুদ্ৰাৰ প্ৰচলন সংস্কৃত (দেৱনাগৰী) আৰু পুৰণি অসমীয়া লিপিত মোহৰ ছপায়। ইযাৰ আগলৈকে মুদ্ৰাত কেৱল তাই আখৰ ছপোৱা হৈছিল।

ছু-ক্লেন-মুঙৰ পৰা পিছলৈ প্ৰচলন কৰা মুদ্ৰাৰ সঠিক বিৱৰণ এনে ধৰণৰ—

| ৰজা/সময় (খৃষ্টাব্দ) | মুদ্ৰাৰ আকৃতি | ওজন | প্ৰকাৰ | ভাষা |
|---|---|---|---|---|
| ১) ছু-ডাং-ফা (১৩৯৭-১৪০৭) | আঠকোণীয়া | | স্বৰ্ণমোহৰ ৰৌপ্য | তাই ফ্ৰা-তাৰ বন্দনা ওলোটা পিঠিত। |
| ২) ছু-হুং-মুং (১৪৯৭-১৫৩৯) কছাৰী মোহৰ | " | | স্বৰ্ণমোহৰ ৰূপ | তাই — |
| ৩। ছু-ক্লেন-মুং (১৫৩৯-১৫৫২) | " | | স্বৰ্ণমোহৰ ৰৌপ্য | তাই |
| ৪) প্ৰতাপ সিংহ (১৬০৩-১৬৪১) | " | | স্বৰ্ণ মোহৰ ৰৌপ্য মোহৰ | তাই |
| ৫) জয়ধ্বজ সিংহ (১৬৪৮-১৬৬৩) | আঠকোণীয়া | | স্বৰ্ণ মোহৰ ৰৌপ্য মোহৰ | সংস্কৃত পুৰণি অসমীয়া |
| ৬) চক্ৰধ্বজ সিংহ (১৬৬৩-১৬৭০)(১) | আঠকোণীয়া | | " | ওলোটা পিঠিত শিৱ আৰু ৰামৰ বন্দনা |
| ৭) উদযাদিত্য ল'ৰাৰজা | আঠকোণীয়া | | স্বৰ্ণমুদ্ৰা | তাই |
| ৮) গদাধৰ সিংহ | আঠকোণীয়া | | স্বৰ্ণমুদ্ৰা ৰৌপ্য মুদ্ৰা | তাই। ওলোটা পিঠিত লেংদনৰ নামত সেৱা। |
| ৯) ৰুদ্ৰসিংহ ১৬৯৬-১৭১৪ | আঠকোণীয়া | | স্বৰ্ণ মোহৰ (৯৬ ৰতি) ৰূপৰ | এবিধ মুদ্ৰাত বিচিত্ৰ চৰাইৰ চিত্ৰ |

| | | | |
|---|---|---|---|
| | | আধলি সিকি | পুৰণি অসমীয়া |
| | | (৪৮ ৰতি) | ওলোটা পিঠিত |
| | | | হৰ গৌৰীৰ |
| | | | বন্দনা |
| ১০) শিৱসিংহ | আঠকোণীয়া | স্বৰ্ণ মোহৰ | সংস্কৃত, পুৰণি |
| (১৭১৪-১৭৪৪) | | ৰূপৰ মোহৰ | অসমীয়া |
| ১১) প্ৰমত্ত সিংহ | আঠকোণীয়া | আধমহীয়া আৰু পাচী (১৭২৯) | |
| (১৭৪৪-১৭৫০) | | চয়ৰতিয়া প্ৰচলন চাৰিকোণীয়া। | |
| | | | সংস্কৃত পুৰণি |
| | | | অসমীয়া তাই |
| ১২) ৰাজেশ্বৰ সিংহ | | স্বৰ্ণ | অসমীয়া, সংস্কৃত |
| (১৭৬৯-১৭৮০) | আঠকোণীয়া | ৰৌপ্য | বঙালী, পাচী, তাই |
| ১৩) লক্ষ্মী সিংহ | চাৰিকোণীয়া | ” | সংস্কৃত |
| ১৪) গৌৰীনাথ | চাৰিকোণীয়া | স্বৰ্ণমুদ্ৰা | সংস্কৃত |
| সিংহ | | তিনিৰতীয়া | |
| (১৭৮০-১৭৯৪) | | প্ৰচলন | |
| ১৫) ৰমাকান্ত | নকোণীয়া | | সংস্কৃত/ অসমীয়া |
| (১৭৬১ চন) | | | |
| ১৬) ভৰত সিংহ | আঠকোণীয়া | | |
| আৰু সৰ্বানন্দ সিংহ | | | |
| ১৭) ব্ৰজনাথসিংহ | | স্বৰ্ণ, ৰূপ, তামৰ | |
| (১৮১৮-১৯) | | মুদ্ৰা | |
| ১৮) যোগেশ্বৰ সিংহ | | | |
| (১৮৮১-১৮২৬) | | | |

টোকা : (১) চুহুংমুঙৰ ৰাজত্বকালৰ ঘূৰণীয়া মুদ্ৰা ব্ৰিটিছ মিউজিয়ামত থকা বুলি জনা যায়।

(২) আৰবী আখৰেৰে চাৰিকোণীয়া মুদ্ৰা ৰাজেশ্বৰ সিংহৰ দিনত প্ৰচলন কৰাইছিল।

মুদ্ৰাৰ পৰিমাণ আৰু মুদ্ৰাৰ মান (টকা, আধলি, সিকি, আদমহীয়া, ছয়ৰতীয়া, তিনি ৰতীয়া) এই দুয়োটা দিশলৈ লক্ষ্য ৰাখি ক'ব পৰা যায় যে ৰুদ্ৰ সিংহৰ দিনৰপৰা কম মূল্যৰ লেন-দেনৰ ক্ষেত্ৰত মুদ্ৰা ব্যৱহাৰ হোৱাটো বাঢ়িছিল। লক্ষ্মী সিংহ, গৌৰীনাথ সিংহৰ দিনত অতি কম মূল্যৰ মুদ্ৰাৰ প্ৰচলন বাঢ়িছিল আৰু বজাৰত এনে মুদ্ৰাৰ

জৰিয়তে বিনিময় বাঢ়িছিল।

সোণৰ বা ৰূপৰ মুদ্রা বহুল প্রচলিত হোৱা সত্ত্বেও প্রচলনৰ পৰা নাইকিয়া হোৱাৰ কাৰণ বহুতো ঃ (১) বিদেশী লুণ্ঠন। মুছলমান আক্রমণকাৰী, মান আৰু ইংৰাজ তিনিও আক্রমণকাৰীয়ে মুদ্রা লুণ্ঠন কৰাৰ উদাহৰণ আছে। (২) গৃহ-বিদ্রোহৰ সময়ত ধ্বংস সাধন— মাটিত পুতি ৰখা তথা পেলাই দিয়া (পানীত, কুঁৱাত বা পুখুৰীত)। (৩) গলাই অলংকাৰ আদি নির্মাণ কৰা। (৪) মুদ্রাৰ চোৰাং বেহা। ইংৰাজৰ দিনতে মুদ্রা সংগ্রহ আৰু বিদেশলৈ নিয়াৰ প্ৰকোপ বেছি। ইতিহাসৰ জ্ঞান থকা সকলেহে যাদুঘৰত দুই এপদ জমা দিছিল বাকীবোৰ বিনাশ পাইছিল আত্মসাৎকৰণৰ ফলত।

অসমীয়া হোজা মানুহৰ সংৰক্ষণ জ্ঞান নথকাৰ ফলত মূল্যবান স্বৰ্ণ আৰু ৰৌপ্য মুদ্রা কাগজী মুদ্রাৰ বাবে মান-সলনি কৰাটোও আনকি আধুনিক যুগ পর্যন্ত চলি আছিল।

# অধ্যয়ন - ৬

# সামন্তবাদৰ বিৰুদ্ধে বিদ্ৰোহ

**৬.১. সামন্তবাদৰ বিৰুদ্ধে বিদ্ৰোহ :** মায়ামৰীয়া বা মোৱামৰীয়া বিদ্ৰোহ বুলি বৰ্তমান যি বিদ্ৰোহক অভিহিত কৰা হয়, সেই বিদ্ৰোহ প্ৰকৃতাৰ্থত আছিল সাধাৰণ প্ৰজাৰ বিদ্ৰোহ। মায়ামৰীয়া মহন্তৰ শিষ্যসকল এই বিদ্ৰোহৰ নেতৃত্বত আছিল বাবেই এই বিদ্ৰোহক মায়ামৰীয়া বা মোৱামৰীয়া বিদ্ৰোহ বুলি কোৱা হয়। এই বিদ্ৰোহত মায়ামৰীয়া মহন্তৰ শিষ্য আহোম, মৰাণ, চুতীয়া, কলিতা, তাঁতী, কৈৱৰ্ত, কেওট— আদি প্ৰায়বোৰ অসমীয়া জাতিৰ অংগ সম্প্ৰদায় জড়িত হৈ পৰিছিল। সেই হিচাপে এই বিদ্ৰোহক প্ৰজা বিদ্ৰোহ বা গণ বিদ্ৰোহ বুলিলেহে প্ৰকৃত বিদ্ৰোহী চৰিত্ৰটো ফুটি উঠে।

মায়ামৰীয়া বিদ্ৰোহৰ পুংখানুপুংখ ঘটনাক্ৰমৰ ইতিহাস আমি ইয়াত দাঙি নধৰো। আমি এই গণবিদ্ৰোহৰ মূল কাৰণবিলাক মাথোঁ পৰ্যালোচনা কৰিম আৰু গণ বিদ্ৰোহটোৰ গুণগত দিশসমূহ মাথোঁ পৰ্যালোচনা কৰিম যিবোৰ দিশ মূলতঃ সমাজখন গুণগতভাৱে ৰূপান্তৰিত কৰাৰ লগত বিজড়িত।

গণ বিদ্ৰোহটো বৰকান্দাজবিলাকে অষ্টাদশ শতিকাৰ শেষ বছৰ কেইটাত তথা ঊনবিংশ শতিকাৰ প্ৰথম দশকত কৰাৰ দৰে বাহিৰা শক্তিৰ দ্বাৰা সৃষ্টি কৰা দুৰ্যোগ নহয়; ই সম্পূৰ্ণৰূপে আভ্যন্তৰীণ দ্বন্দ্বৰ ফলত সৃষ্টি হোৱা উপবিপ্লৱ। আভ্যন্তৰীণ দ্বন্দ্বসমূহ ইয়াত সৃষ্টি হৈছিল আভ্যন্তৰীণ ব্যৱস্থাগত (Systemic) ৰোগৰ দৰে।

প্ৰথম কথা শাসনৰ অতি লৌহ কঠিন কঠোৰতা। আহোম ৰাজতন্ত্ৰই ইয়াৰ পাইক শ্ৰম বা সংগঠিত ৰাষ্ট্ৰীয় শ্ৰমভিত্তিক আৰ্থ-সামাজিক ব্যৱস্থাটো সুশৃংখলিত আৰু নিয়াৰিকৈ চলোৱাৰ প্ৰয়োজনত অতি দৃঢ় শাস্তিমূলক ব্যৱস্থা কিছুমান প্ৰৱৰ্তন কৰিছিল। চকু কঢ়া, আঁঠুৰ ঢিলা কঢ়া, ঘঁপিয়াই হত্যা কৰা, নচন্থা শূলত দিয়া বা শূলত দিয়া, চমতাৰে কোবোৱা আদি শাস্তিমূলক ব্যৱস্থা সাধাৰণভাৱে ব্যৱহাৰ কৰা হৈছিল আৰু দোষীৰ নিস্তাৰ সাধাৰণতে নাছিল। বিশেষকৈ চুহংমুঙৰ দিনৰপৰা সাতৰাজ মাৰি এক ৰাজ কৰাৰ যি প্ৰবল জোৱাৰ সদৃশ ৰাজ্য বিস্তাৰৰ গতি সি নিজৰ সাহস, সাংগঠনিক প্ৰতিভা আৰু শৌৰ্য-বীৰ্য সম্পৰ্কে অতিশয় উচ্চ ধাৰণাৰ জন্ম দিছিল। যিহেতু চুতীয়া, কছাৰী আৰু মুছলমানৰ বিৰুদ্ধে সঘন

যুদ্ধৰ পিছতহে চু-হ্বং-মুঙৰ ৰাজ্য বিস্তাৰ সম্ভৱ হৈছিল আৰু ইযাৰ পিছতে অহৰহ পশ্চিম সীমান্তত যুদ্ধৰ বাবে বিশাল সেনাবাহিনী পৰিচালনা কৰিবলগীয়া হৈছিল, গতিকে আভ্যন্তৰীণ শৃংখলা ৰক্ষা নকৰিলে যিকোনো পৰ্যাযৰে যিকোনো খেল নাইবা পদ মৰ্যাদাৰ লোকেই কঠোৰ শাস্তিৰ সন্মুখীন হৈছিল। অন্যথা এখন সৰু দেশে লাখ লাখ সৈন্য-সামন্ত পৰিচালিত কৰি, বিপুল অস্ত্ৰ-শস্ত্ৰ উৎপাদন কৰি গড়, বাট-পথ আদি বিলাক কৰি যুদ্ধ জয় কৰাটো সম্ভৱ নহ'লহেঁতেন। প্ৰকৃত অৰ্থত চু-হ্বং-মুঙৰ দিনত তুৰ্বকক পৰাজিত কৰাৰ পিছৰপৰা ৰুদ্ৰসিংহৰ দিনত বংগদেশ জয়ৰ বাবে কৰা সামৰিক প্ৰস্তুতিলৈকে এই সুদীৰ্ঘ কালছোৱাত অসমৰ শাসন ব্যৱস্থাটো আছিল এটা বিশাল, নিশ্ছিদ্ৰ যুদ্ধৰ যন্ত্ৰৰ দৰে। আভ্যন্তৰীণ আইন-শৃংখলা আৰু উৎপাদনশীল কাৰ্যতো সেই যুদ্ধকালীন কঠোৰতা আৰু তৎপৰতা বিৰাজ কৰিছিল। পাইক বা সাধাৰণ প্ৰজাৰ দোষৰ ক্ষেত্ৰত শাস্তিও একে এক যুদ্ধৰ যন্ত্ৰৰহে ব্যৱস্থাগত কাৰ্য আছিল। এনে ধৰণৰ শাস্তিমূলক ব্যৱস্থা প্ৰতিফলদায়ী (Counter productive) হ'ব পাৰে। তাৰ উদাহৰণ আমি প্ৰতাপ সিংহৰ দিনৰ দুটা ঘটনালৈ আঙুলিযাব পাৰো। প্ৰথম ঘটনাটো শ্ৰীশংকৰদেৱ, শ্ৰীমাধৱদেৱ আৰু হৰি জোঁৱাই (শ্ৰীশংকৰ) সম্পৰ্কীয। হাতী খেদি হাতী ধৰা এই ঘটনাৰ মূল হেতু। যিহেতু হাতী যুদ্ধ আৰু নিৰ্মাণ কাৰ্য দুয়োটাতে ব্যৱহাৰ হৈছিল, গতিকে প্ৰবল শত্ৰুৰ বিৰুদ্ধে সাজু থকা অৱস্থাত হাতী ধৰাটোও এটা গুৰুত্বপূৰ্ণ বিবেচিত হৈছিল। হাতী ধৰাত অৱহেলা কৰা পাইক বা আন কোনো খেলৰ লোকৰ শাস্তি আছিল প্ৰাণদণ্ড। কথিত আছে যে এনে এক হাতী ধৰা অভিযোগতে দোষী পাই শ্ৰীশংকৰদেৱৰ জোঁৱাইৰ প্ৰাণ গৈছিল আৰু শ্ৰীমাধৱদেৱ ধৰ্ম চৰ্চা কৰা লোক বুলি জানি তেওঁক প্ৰাণে মৰাৰপৰা ৰেহাই দিছিল। শ্ৰীশংকৰকো তেনে শাস্তিয়ে খেদা নাছিল; কিন্তু হৰি জোঁৱাইৰ প্ৰাণ হানিটোৱেই গুৰুত্বপূৰ্ণ ঘটনা যি কাললৈ কুখ্যাতি ৰাখিলে (১)। শ্ৰীশংকৰে প্ৰতাপ সিংহৰ ৰাজ্য এৰি ভটিয়াই যোৱাৰ ইও এটা কাৰণ বুলি ঘটনাক্ৰমে ইংগিত দিয়ে। শ্ৰীশংকৰদেৱ অৱশ্যেই সেই বয়সত জ্ঞান-বৃদ্ধ আৰু বযোবৃদ্ধ। তেওঁ 'বৈষ্ণৱৰ বিনয়েই ধৰ্ম' বুলি কায়-মনো-বাক্যে বিশ্বাস কৰিছিল আৰু কোনো প্ৰতিক্ৰিয়া প্ৰকাশ কৰা নাছিল। শ্ৰী মাধৱদেৱে হৰি জোঁৱাইৰ প্ৰাণদণ্ডৰ সময়ত এটি বিখ্যাত বৰগীত ৰচনা কৰিছিল আৰু গাইছিল।

প্ৰতাপ সিংহৰ দিনত আৰু এটা ঘটনা মটক শব্দটোৰ জন্ম বৃত্তান্তৰ লগত জড়িত হৈ আছে। ঘটনাটোৰ ঐতিহাসিক সত্যতা কিছু থাকিবও পাৰে। এইটো অনিৰুদ্ধদেৱৰ শিষ্যত্ব গ্ৰহণ কৰা ভকতৰ ধৰ্মীয় মতৰ দৃঢ়তা আৰু কঠোৰপন্থী নীতিৰ প্ৰমাণসূচক ঘটনা।

---

১ কোনো কোনো ইতিহাসবিজ্ঞ লোকে এনে শাস্তিমূলক ব্যৱস্থাৰ কঠোৰতাটো দোষণীয় বুলি নাভাবিলেও ই প্ৰকৃততেই অতি কঠোৰ ব্যৱস্থাৰ লক্ষণ বহন কৰে। আহোম ৰাজতন্ত্ৰৰ এই কঠোৰ শাস্তিমূলক ব্যৱস্থাৰ নেতিবাচক দিশটো অস্বীকাৰ কৰা এখন পুথিকম হ'ল' ৰামেশ্বৰ ৰথা লেখৰ গ্ৰন্থ।

প্ৰতাপ সিংহ স্বৰ্গদেৱে জানিবলৈ পাইছিল যে মায়ামৰা ভকতসকলে ঘৰৰ দুৱাৰ ঘৰৰ মুখৰফালেদি ওখকৈ ৰাখে। আৰু মূৰ নোদোৱাকৈ ভিতৰ সোমায়। পৰমেশ্বৰৰ বাহিৰে কাৰো ওচৰত শিৰ নত নকৰে। অনুসন্ধান কৰি কথাটো সত্য পালে। দুজন ভকতৰ মতৰ দৃঢ়তা চাবৰ বাবে তেওঁলোকক খোলা হেংদাঙৰ তলেদি ঘোঁৰা চেকুৰাই যাবলৈ দিলে। তেওঁলোক আছিল লাকু বৰপাত্ৰ গোহাঞি আৰু গুইমেলা বৰগোহাঞি। হেংদানং ডিঙিৰ পোনকৈ ৰাখিলে তেওঁলোকক সেও মনাবৰ বাবে। তেওঁলোক দুজনেও নিজৰ মতৰ দৃঢ়তা ৰক্ষাৰ বাবে ঘোঁৰা চেকুৰাই খোলা হেংদাঙত ডিঙি পাতি দিলে; কিন্তু শিৰ নত নকৰিলে। ডিঙি কটা গ'ল; কিন্তু চেকুৰা ঘোঁৰাত শৰীৰ তন্তি ৰ'ল। ৰজাই বোলে এই প্ৰমাণ লৈ নাম দিলে 'মতেক' (মত + এক)। তাৰপৰাই মায়ামৰীয়া মহন্তৰ শিষ্যসকল মতক বুলি পৰিচিত হ'ল বুলি কোৱা হয়। দেখদেখকৈ এইটো ওলাই পৰে যে এইটো পোনপটীয়াভাৱে ৰাজ অবিচাৰ (২)।

এনেধৰণৰ ৰাজ অবিচাৰৰ পিছতে আছিল সত্ৰৰ ক্ষমতা-লিপ্সাৰ ফলত সৃষ্টি হোৱা ৰাজতন্ত্ৰ আৰু সত্ৰৰ সংঘাত আৰু শেষত ৰাজতন্ত্ৰৰেই শক্তিমন্তৰূপত প্ৰতিষ্ঠা লাভ। এই ঘটনাক্ৰম শৰাইঘাটৰ যুদ্ধৰ সমান্তৰালভাৱে সংঘটিত। চক্ৰধ্বজ সিংহ ৰজা হোৱা দিনৰ পৰা মাত্ৰ এঘাৰ বছৰত সাতজন ৰাজৰ প্ৰাণ হানি হ'ল আৰু এই প্ৰাণ হানি ঘটা ঘটনাৰ আঁৰত আছে মূলতঃ ৰাজতন্ত্ৰক তথা বিষয়াবৰ্গক হাতত ৰাখিব খোজা ক্ষমতাভিলাষী তিনি চাৰিখন সত্ৰ। দক্ষিণপাট সত্ৰ এইক্ষেত্ৰত নেতৃত্বশীল। আতন বুঢ়াগোহাঞিক শিষ্য হিচাপে লৈ এখন সত্ৰই আৰু গেন্ধেলা বৰবৰুৱাক শিষ্য হিচাপে লৈ আন এখন সত্ৰই যি ক্ষমতা লিপ্সা দেখুৱালে সি ইতিহাসতে বিৰল। তাৰ মাজতে ওলালে এজন বৈৰাগী। বৈৰাগীৰ কবলৰপৰা মহন্তসকলক বচাবলৈ এজন ৰজাক হত্যা কৰা হ'ল। ইফালে ল'ৰা ৰজা আৰু বদন বৰফুকন আদি বিষয়াবৰ্গক হাতত লৈ দক্ষিণপাট সত্ৰৰ তেতিয়া জয়জয়-ময়ময় কৰ্তৃত্ব। দুহেজাৰখন সত্ৰ সমগ্ৰ অসমত! গদাধৰ সিংহয়ো ৰজা হ'বৰ বাবে প্ৰথম দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰৰ আশীৰ্বাদ বিচাৰিছিল। নাপালে

---

*২ অনিৰুদ্ধদেৱৰ চৰিত পুথি মতে প্ৰতাপসিংহ স্বৰ্গদেৱৰ চাৰিজন সভাসদে ৰজাৰ ওচৰতো শিৰ নত নকৰিছিল, কাৰণ তেওঁলোক পুৰণি ভকতত পৰম বৈষ্ণৱ।*

*'তেৱাৰ সেৱক চাৰিজন প্ৰজ্ঞাশয়।*
*ৰজাৰ সভাত থাকি বিচাৰ কৰয়।।*
*সি সকলে নৃপতিক নকৰে বন্দন।*
*চাৰিকো চাৰিয়ে মাথা নমাই কৰে মান।।'*

*এইটোৱেই আছিল মতৰ গোড়ামি। ৰাজতন্ত্ৰৰ ব্যৱস্থাগত কাৰণতে সাধাৰণ ভকতেও ৰজাক শিৰ নত কৰি মান্যতা প্ৰদৰ্শন কৰাটো ধৰ্ম বিৰুদ্ধ হ'ব বুলি ভবাৰ যুক্তিযুক্ততা কিমান আছিল সেয়া সুকীয়া বিচাৰ্য বিষয়; কিন্তু তেনে কাৰ্য সংঘাত সৃষ্টিৰ কাৰণ যে আছিল সি সত্য।*

গদাধৰৰ পত্নীৰ শাস্তি হ'ল। গদাপাণি পলাই গ'ল প্ৰথম। কিন্তু পিছত গদাপাণিয়ে ক্ষমতা দখল কৰি ক্ষমতা নাইবা আৰ্থিক সুবিধাৰ বাবে (অৰ্থাৎ ধৰ্মীয় উদ্দেশ্য নথকা বুলি সন্দেহ কৰি) বহু সত্ৰকে বিধ্বস্ত কৰিলে, দোষী বুলি বহুতকে শাস্তি বিহিলে। শ'লগুৰীয়া গোসাঁই পৰ্যন্ত নিৰ্যাতনৰ বলি হ'ল। সত্ৰৰ সংখ্যা দুহেজাৰপৰা নামি প্ৰায় বাৰশ হ'লহি! গদাধৰ সিংহই ভঙা এই প্ৰায় আঠশ সত্ৰৰ কাহিনীয়েই প্ৰমাণ কৰে বৈষ্ণৱ নিৰ্যাতনৰ কথা। এঘাৰ বছৰত সাত জন ৰজা নিধন হোৱা পৰ্বত সত্ৰৰ কেইজন মান গোসাঁই প্ৰত্যক্ষ বা পৰোক্ষভাৱে জড়িত থকা, গদাধৰ ৰজা হোৱাত দক্ষিণপাট সত্ৰাধিকাৰে বিৰোধিতা কৰা — এইবোৰ কথাই গদাধৰৰ ৰোষ মাতি অনা অত্যন্ত স্বাভাৱিক আছিল। গদাধৰৰ মৃত্যুৰ পিছত ৰুদ্ৰসিংহই অৱশ্যে সত্ৰবিলাকক পুনৰ সংস্থাপিত কৰিলে। পিছত ৰজাসকলেও বহু ভূমি আৰু পাইক দান দিলে; কিন্তু নিৰ্যাতনৰ কলংক থাকি গ'ল।

বৈষ্ণৱ নিৰ্যাতনৰ আন এক কাহিনী বৰ ৰজা ফুলেশ্বৰীৰ লগত জড়িত। এইটো যে শাক্ত ব্ৰাহ্মণসকলৰ চক্ৰান্তৰ ফল সেয়া সহজবোধ্য। কিন্তু ৰাজতন্ত্ৰই শাক্ত ব্ৰাহ্মণক পৃষ্ঠপোষকতা কৰি বৈষ্ণৱ মহন্তক নিৰ্যাতন দিয়াৰ ফলস্বৰূপে অকল বৈষ্ণৱ সত্ৰসমূহেই নহয়; ৰাজ পৰিয়াল আৰু বিষয়াসকলৰ যিবোৰ বৈষ্ণৱ হৈছিল, তেওঁলোকো ক্ষুণ্ণ হৈছিল। শাক্তসকলৰ প্ৰৰোচনাত আৰু কু-পৰামৰ্শত, নিজৰ ৰাজভোগ নাই বুলি ফুলেশ্বৰীক বৰৰজা পতাতেই শিৱসিংহৰ বীৰত্বহীনতা, বুদ্ধিহীনতা আৰু অবাঞ্ছিত নাৰীৰ প্ৰতি প্ৰণয়াসক্তি প্ৰমাণিত হয়; ইয়েই অসমত ছশ বছৰৰ ভিতৰত অতি প্ৰকাশ্য বৈষ্ণৱ নিৰ্যাতনৰ অধ্যায় এটাৰ সূচনা কৰিলে। গদাধৰ সিংহৰ কাৰ্য আছিল প্ৰতিক্ৰিয়াধৰ্মী; কিন্তু ফুলেশ্বৰী বৰৰজাৰ কাৰ্য আছিল পৰিকল্পিতভাৱে ৰাজ ক্ষমতা বৃদ্ধিৰ বাবে নিবেদিত (৩)।

এই নিৰ্যাতিত মানসিকতাত ভোগা বৈষ্ণৱসকলৰ নিৰ্যাতনৰ জ্বলা জুইত ঘিউ ঢলাৰ দৰে বাঢ়িবলৈ ধৰিলে মৰাণ পাইকৰ ওপৰত কৰা অত্যাচাৰৰ ফলত। কথিত আছে যে হাতী চুঙি আৰু খৰি যোগনীয়া মৰাণ খেলৰ লোকক লঘু দোষত গুৰু শাস্তি প্ৰদান কৰা হৈছিল। এই দিশটোৰ প্ৰতি আমি ন্যায় সংগত বিচাৰ কৰাটো সম্ভৱ হ'ব যদিহে আমি ৰুদ্ৰসিংহৰ পৰা প্ৰমত্ত সিংহলৈকে এই চাৰিজন ৰজাৰ দিনত অসমত নিৰ্মাণ হোৱা

---

*৩ ফুলেশ্বৰী কুঁৱৰী বৈষ্ণৱ বিদ্ৰোহী আছিল বুলি প্ৰমাণ কৰিবৰ বাবে কোনো ঐতিহাসিক সমল নাই। ওৱেলছৰ প্ৰতিবেদন* (Report of captain welsh, 1794), *ৱেইডৰ ৰচনা* (Account of Assam, 1794-1800) *এই দুখন নিৰ্ভৰযোগ্য ৰচনাতে ধৰ্মীয় বিদ্বেষৰ বীজ সিঁচাৰ কাহিনী নাই। কবিৰাজ চক্ৰৱৰ্তীৰ 'শংখচূড় বধ'ৰ ৰচনাৰ আঁৰত অনুপ্ৰেৰণা ফুলেশ্বৰী কুঁৱৰীৰ, অনন্ত আচাৰ্যৰ 'আনন্দ লহৰী'ৰ মতেও ফুলেশ্বৰী আৰু শিৱসিংহ কলা-কৃষ্টিৰ পূজাৰী, বৈষ্ণৱসকলৰ প্ৰতি সহানুভূতিশীল। গেইটৰ বুৰঞ্জী, ৰজনীকান্ত বৰদলৈৰ উপন্যাস আৰু কাশীনাথ তামুলীফুকনৰ 'অসম বুৰঞ্জী পুথি' — এই কেইখনতহে বৰৰজা ফুলেশ্বৰী (প্ৰমথেশ্বৰী)ক বৈষ্ণৱ বিদ্বেষী কৰি দেখুওৱা হৈছে।*

দৌল, দেৱালয়, বাট-পথ আদিৰ প্ৰতি চকু দিওঁ। তুলনামূলকভাৱে শান্তিপূৰ্ণ এই চাৰিজন ৰজাৰ ৰাজত্বকালত ৰাজাখনৰ প্ৰায় চাৰিভাগৰ এভাগ মাটি ব্ৰাহ্মণ, সত্ৰাধিকাৰ, দৌল-দেৱালয আদিৰ নামত দান দিয়াৰ উপৰি শিৱদৌল, বিষ্ণুদৌল, দেৱী দৌলৰ উপৰি গড়গাঁওৰ কাৰেংঘৰ, তলাতলঘৰ ৰংঘৰ আদি নিৰ্মাণ কৰা হৈছিল। এইটো সহজবোধ্য যে যুদ্ধ-বিগ্ৰহৰপৰা প্ৰায় মুক্ত এই দীঘলীয়া কালছোৱাৰ এই নিৰ্মাণ কাৰ্যত নিয়োজিত পাইকসকলৰ শাৰীৰিক কষ্টৰ সীমা নাছিল। ৰাজকাৰেং, ৰংঘৰ, দৌল, দেৱালয়, মাটি এযা আছিল ৰাজতন্ত্ৰ, বিষয়াতন্ত্ৰ, ব্ৰাহ্মণসকলৰ ভোগৰ থলী; ভূমি আৰু পাইকো। আছিল সেইদৰে মূলতঃ ৰজা, ৰাজপৰিয়াল, বিষযাবৰ্গ, ব্ৰাহ্মণ আৰু ৰাজপৃষ্ঠপোষকতা পোৱা সত্ৰবিলাকৰ ভোগৰ থলী। এই ভোগৰ থলী নিৰ্মাণৰ বাবেই পাইক প্ৰজাসকলে কান্ধ পাতি ল'বলগীয়া হৈছিল দৰিদ্ৰতা, শাস্তি আৰু নিৰ্যাতন।

পাইক প্ৰথাৰ কঠোৰতাৰ এই দিশটোৰ লগতে জড়িত হৈ আছে সামাজিক নিৰ্যাতনৰ আন এটা দিশ। সামাজিক অস্পৃশ্যতাই এই কালত চূড়ান্ত ৰূপ পাইছিল। অস্পৃশ্য বুলি ভবা সম্প্ৰদায়বিলাকৰ ক্ষেত্ৰত একোটা প্ৰতীক আঁকি দিয়াৰ ব্যৱস্থাও আছিল। উদাহৰণ স্বৰূপে কৈৱৰ্তসকলৰ ক্ষেত্ৰত মাছৰ প্ৰতীক কপালত আঁকি লোৱা বাধ্যতামূলক আছিল কৈৱৰ্ত, তাঁতী, আদি বৃত্তিযালসকল সামাজিক মৰ্যাদাহীনতাৰ গ্লানিৰ ফলত যে তীব্ৰভাৱে আলোড়িত হৈছিল তাৰ প্ৰমাণ পোৱা যায় তাঁতী আৰু কৈৱৰ্তসকল মায়ামৰীয়া বিদ্ৰোহত ঘনিষ্ঠভাৱে জড়িত হৈ পৰা ঘটনাটোৰপৰা।

অতিষ্ঠ আৰু নিপীড়িত হৈ থকা লোকসকলৰ ক্ষেত্ৰত যেন এটা ফিৰিঙতি আৰু এটা কেন্দ্ৰীভূত বিন্দু বা ক্ষেত্ৰ লাগে। মায়ামৰীয়া মহন্ত হৈ পৰিছিল এই কেন্দ্ৰীভূত বিন্দু আৰু ৰাঘ মৰাণ তথা নাহৰখোৰাক দিয়া লঘুদোষৰ গুৰু শাস্তি — চমৎকাৰ কোব কেইটা আছিল এই ফিৰিঙতি।

বিদ্ৰোহত কৈৱৰ্ত, তাঁতী, হাতীচুঙি, খৰিকটীয়া, লোণ যোগনীয়া, তিৰুৱাল লো-শলীয়া, সোণোৱাল আদি সাধাৰণ শ্ৰেণীৰ প্ৰজাই প্ৰধানকৈ জড়িত হৈ পৰিছিল। প্ৰথম বিদ্ৰোহৰ অন্ত পৰাত এই সাধাৰণ শ্ৰেণীৰ পাইক সকলেই ভীষণভাৱে ৰাজৰোষৰ বলি হৈছিল। ফলত পাইক প্ৰথাৰ মেৰুদণ্ড সম্পূৰ্ণৰূপে ভাগি গৈছিল আৰু ই আহোম ৰাজতন্ত্ৰৰ পতন, সামন্তবাদৰ মূল ভেটিটোৰ পতন অৱশ্যম্ভাৱী আৰু দ্ৰুততৰ কৰিছিল।

## ৬.২. মায়ামৰীয়া মহন্তৰে সংঘাত

মায়ামৰীয়া মহন্তৰে প্ৰত্যক্ষ সংঘাত মূলতঃ ধৰ্মীয় কাৰণত আছিল নে আন ধৰণৰ এক জটিল আৰ্থ সামাজিক প্ৰক্ৰিয়াৰ ফলত এনে সংঘাত বাঢ়িছিল সেয়া সম্পূৰ্ণৰূপে স্পষ্ট নহয়। ৰজা প্ৰতাপ সিংহৰ ৰাজত্ব কালৰ পিছতে ৰজা আৰু মায়ামৰীয়া মহন্তৰ

সংঘাত বাঢ়িছিল আৰু এই ক্ষেত্ৰত ব্ৰাহ্মণ আৰু শাক্ত পুৰোহিত শ্ৰেণীৰ লোকৰ যে অৰিহণা নাছিল আৰু ৰাজপৃষ্ঠপোষকতা পোৱা সত্ৰসমূহৰ অৰিহণা নাছিল তেনে নহয়। বেজদলৈৰ ষড়যন্ত্ৰৰ ফলত মায়ামৰীয়া মহন্ত নিত্যানন্দৰ প্ৰাণদণ্ড এনে এক ষড়যন্ত্ৰৰ উদাহৰণ। আহোম ৰজা সকলৰ বহুতেই কিন্তু বৈষ্ণৱসকলৰ প্ৰতি সহানুভূতি প্ৰদৰ্শন কৰাৰো উদাহৰণ আছে। উদাহৰণ স্বৰূপে জয়ধ্বজ সিংহই প্ৰথম মায়ামৰা মহন্ত জয়ৰামদেৱৰ ওচৰত শৰণ ল'বলৈ বিচাৰিছিল; কিন্তু জয়ৰামদেৱে শৰণ দিয়া নাছিল। জয়ধ্বজে পিছত কুৰুৱাবাহী সত্ৰৰ সত্ৰাধিকাৰৰ ওচৰত শৰণ লৈছিল। ফলত দ্বন্দ্ব বঢ়াই আছিল স্বাভাৱিক পৰিণতি।

গদাধৰ সিংহৰ দিনত মায়ামৰীয়া মহন্ত বৈকুণ্ঠনাথ আৰু ৰঘুনন্দন আৰু পুৰণি মাটি সত্ৰৰ মধাই আৰু সদাই ৰাজৰোষৰ বলি হৈছিল। ছয় বছৰ ধৰি মাযামৰীয়া মহন্ত চতুৰ্ভুজদেৱ ধৰ্মগুৰু হৈছিল। অষ্টভুজ গোসাঁইৰ দিনত উজনিৰ মৰাণসকলৰ মাজতমায়ামৰীয়া মহন্তৰ প্ৰভাৱ বৃদ্ধি পাবলৈ ধৰে (৪)। প্ৰসংগতঃ উল্লেখযোগ্য যে মৰাণসকলৰ উপৰি উজনিৰ আহোম আৰু চুতীয়াসকলো বিপুল সংখ্যাত মাযামৰীয়া মহন্তৰ শিষ্য হৈছিল।

চতুৰ্ভুজদেৱ আৰু অষ্টভুজদেৱৰ দিনত ৰাজতন্ত্ৰ অতীৱ শক্তিশালী আছিল আৰু তেওঁলোকৰ লগত কোনো ধৰণৰ প্ৰত্যক্ষ সংঘাতো হোৱা নাছিল। কিন্তু বৰৰজা ফুলেশ্বৰীৰ দিনত হোৱা মহন্ত নিৰ্যাতনে ভিতৰি ভিতৰি মহন্তসকলক ক্ষুণ্ণ আৰু অতিষ্ঠ কৰি তুলিছিল। মায়ামৰীযা মহন্ত যে ভিতৰি ভিতৰি ক্ষুণ্ণ সেই কথা ৰাজতন্ত্ৰৰ অজ্ঞাত নাছিল। ৰাজতন্ত্ৰই পৃষ্ঠপোষকতা কৰা দক্ষিণপাট, আউনীআটি, কমলাবাৰী, গড়মূৰৰ উপৰি দিহিং সত্ৰক দিয়া হৈছিল পৃষ্ঠপোষকতা। সত্ৰবোৰক পৃষ্ঠপোষকতা দি তেওঁলোকৰ শক্তিক ৰাজতন্ত্ৰৰ সপক্ষে ব্যৱহাৰৰ চক্ৰান্ত কৰা হৈছিল।

মায়ামৰীয়া মহন্তৰ শিষ্যৰ সংখ্যা কিয় দ্ৰুত গতিৰে বাঢ়িছিল তাতো, ৰাজ পৃষ্ঠপোষকতা পোৱা সত্ৰসমূহৰ কিয় সিমান শিষ্য বঢ়া নাছিল সেয়াও গভীৰ গৱেষণাৰ বিষয় হ'ব পাৰে। সাধাৰণভাৱে ৰাজপৃষ্ঠপোষকতাহীন মায়ামৰীয়া মহন্ত শিষ্যত্ব প্ৰদানৰ ক্ষেত্ৰত সম্ভৱতঃ উদাৰ আছিল। মৰাণ, চুতীয়া, আহোম, কোচ, কলিতা, কৈৱৰ্ত, তাঁতী আদি সকলো জনগোষ্ঠীৰ লোক মায়ামৰীয়া মহন্তৰ শিষ্য আছিল আৰু তেওঁলোকে ভকতৰ মাজত জাত প্ৰথা প্ৰায় বিলোপ কৰি দিছিল। সম্ভৱতঃ ব্ৰাহ্মণ জাত বিচাৰৰ বিৰুদ্ধে সকলো জনগোষ্ঠী সম্মিলিত হোৱাৰ এইটো আছিল প্ৰধান মিলনাংক বা কেন্দ্ৰীয় কাৰণ।

আহোম সম্ভ্ৰান্তসকল,আনকি ৰাজপৰিয়ালৰ ভিতৰৰো কিছুলোক মায়ামৰীয়া মহন্তৰ নীতি নিষ্ঠতাত আকৃষ্ট হৈছিল। আহোম ভাইসকলৰ এক বৃহৎ সংখ্যক আছিল মায়ামৰীয়া

*৪ মৰাণ, মটক মাযামৰা,শ্ৰীকুমাৰ দহোটীয়া ১৯৮১, পৃঃ ১৩০-১৩১।*

মহন্তৰ শিষ্য। সাত ঘৰীয়া আহোমৰ দুৱৰা ফৈদ মায়ামৰীয়া মহন্তৰ শিষ্য আছিল । বৰগোহাঞি, বৰপাত্র গোহাঞিৰ মাজতো মায়ামৰীয়া শিষ্য আছিল (৫)। ড' পদ্মেশ্বৰ গগৈদেৱে এই বিদ্রোহক হিন্দু ধর্মগ্রহণ কৰা সকলোৰে সমর্থিত বিদ্রোহ বুলিছে (৬)। তেওঁৰ মতে বিশুদ্ধ মায়ামৰীয়া মহন্তৰ শিষ্যসকলৰ উপৰি ৰজাৰ প্রতি বা আহোমৰ শাসন ব্যৱস্থাৰ প্রতি বিতুষ্ট সকলো হিন্দু ধৰ্মী জনগোষ্ঠীয়ে এই বিদ্রোহত অংশগ্রহণ কৰিছিল। প্রকৃতার্থত যে এই সকলো পাইকৰ স্বতঃস্ফূর্ততাৰ ফলত সকলো সম্প্রদায়ৰ বিদ্রোহত পৰিণত হৈছিল তাক ৰাজনৈতিক বিমূঢ়তাৰ জৰিয়তে এটা পক্ষপাতদুষ্ট দৃষ্টিৰে বিশ্লেষণ কৰাৰ যুক্তিযুক্ততা নাই।

মায়ামৰীয়া মহন্তৰ শিষ্যৰ সংখ্যা ১৭৪৮-১৭৭০ চনৰ ভিতৰত, অষ্টভুজ মায়ামৰীয়া গোসাঁইৰ জীৱনকালত ৮ লাখ আছিল (৭)। সংখ্যাৰ ফালৰপৰা সেইকালত ই আছিল ৰাজশক্তিৰে যেৰ মাৰিবপৰা বল। প্রসংগতঃ উল্লেখ কৰিবপাৰি যে ৰুদ্রসিংহই পাইকৰ মূলৰ সকলো সৈন্য গোটাই গুৱাহাটীত যুদ্ধৰ বাবে প্রস্তুত কৰিছিল ৪ লাখ সৈন্য, মুঠ পাইকৰ ই চাৰি ভাগৰ এভাগ বুলি ধৰিলে কৰ্মঠ পাইকৰ সংখ্যা আছিল ১৬ লাখ বা ১২-১৬ লাখৰ ভিতৰত। মায়ামৰীয়া মহন্তৰ শিষ্যৰ সংখ্যা ৮ লাখ হোৱাৰ ফলত স্বাভাৱিকতে ৰাজতন্ত্রৰ চিন্তা বাঢ়িছিল আৰু মায়ামৰীয়া মহন্তৰ দৰেই বিপুল সংখ্যক শিষ্য থকা দিহিং সত্ৰক হাতত লৈ ৰজাই মায়ামৰীয়া সত্ৰক সন্তুলিত অৱস্থাত ৰাখিবলৈ প্রয়াস কৰিছিল (৮)।

বাস্তৱত দেখা যায় মায়ামৰীয়া বিদ্রোহত কোনো পৰ্যায়তে ধৰ্মীয় কাৰণত আহোমক ক'তো আক্রমণ কৰা হোৱা নাছিল। আনকি ই অকল মৰাণৰ বিদ্রোহো নাছিল। কাৰণ মৰাণৰ এখন সুকীয়া ৰাজ্য হোৱাৰ পিছতো মায়ামৰীয়া বিদ্রোহ চলি আছিল।

প্রথম মায়ামৰীয়া বিদ্রোহৰ সূত্রপাত হয় ১৭৭৯ চনত লক্ষ্মীসিংহৰ দিনত। নাহৰখোৱা আৰু ৰাঘ মৰাণৰ নেতৃত্বত এই বিদ্রোহ আৰম্ভ হৈছিল আৰু ৰাজক্ষমতা দখলৰ বাবে এই বিদ্রোহত দুটা ভাগ সৃষ্টি হৈছিল। এটা ভাগ সপ্তভুজ গাগিনী ডেকা সমৰ্থিত উগ্রসেন, হৰিশ্চন্দ্র, দশৰথ, পৰীক্ষিত, বৰগাঁওবুঢ়া গোবিন্দ আৰু সমৰ্থক পাইক তথা কৃষকসকল। আনটো পক্ষত মূলতঃ মৰাণ নায়ক নাহৰখোৱা আৰু ৰাঘৱ। এই দুয়োটা ভাগৰ লগত বিদ্রোহ পূর্ব যুগৰে পৰা সংঘাত আছিল, আহোম পূর্ব যুগত এই দুয়োটা সম্প্রদায়ৰে ভূ-সম্পত্তি আছিল। বিদ্রোহ মূলতঃ কেন্দ্রীভূত হৈছিল বুঢ়াগোহাঞি,

---

*৫ দ্রষ্টব্য :* Tai Ahom Religion and custom *পৃঃ ৫৭*

*৬ উক্ত গ্ৰন্থ, পৃঃ ৫০ দ্রষ্টব্য।*

*৭ উৎস : বংশাৱলী পুথি। ৰংঘৰ নিৰ্মাণৰ বক্তৃতা প্ৰচলিত কাহিনী ইয়াৰ সমলৰ ভেটি।*

*৮ দিহিং সত্ৰৰ বুৰঞ্জী, পৃঃ ১৭-১৮ দ্রষ্টব্য।*

বৰপাত্ৰগোহাঞিং, বৰগোহাঞিং, বৰবৰুৱা আৰু মেলদগীয়া ৰজাবিলাকৰ এলেকাত। কেন্দ্ৰীভূত অঞ্চল হিচাপে জয়পুৰ, নামৰূপ, টিংখাং, লখিমপুৰ, শদিয়া আদিত বিদ্ৰোহ হৈছিল তীব্ৰ। এই অঞ্চলবোৰ আছিল মূলতঃ অস্ত্ৰ-শস্ত্ৰ, সোণ, লো উৎপাদনৰ কেন্দ্ৰ।

প্ৰথম বিদ্ৰোহ যথেষ্ট বিভ্ৰান্তিৰ মাজত সফল হৈছিল। মুখত বসন্তৰ দাগ থকা বাবে ৰজা হ'বলৈ নোপোৱা মোহনমালা গোঁহাই, কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ লগত সংঘাত লিপ্ত নুমলি বৰগোহাঞিং, বৰপাত্ৰ গোহাঞিৰ পৰিয়াল, দুৱৰা পৰিয়াল আদি প্ৰথম বিদ্ৰোহত মায়ামৰীয়া মৰাণ বিদ্ৰোহীৰ লগ হ'ল। মোহনমালাক কোৱা হৈছিল সম্ভৱতঃ ৰজা হোৱাৰ কথা! গতিকে লক্ষ্মীসিংহ আৰম্ভ কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ প্ৰতি ক্ষুণ্ণ বিষয়া বৰ্গৰ মাজত অসন্তুষ্ট অংশটো মায়ামৰীয়াৰ পক্ষে হৈছিল।

বিদ্ৰোহ আৰম্ভ হ'ল বৰবৰুৱা অৰ্থাৎ ন্যায় বিচাৰৰ বাবে দায়বদ্ধ বিষয়া কীৰ্তিচন্দ্ৰই ৰাঘ মৰাণক সাধাৰণ অপৰাধতে কাণ কাটি, চুলি খুৰাই শাস্তি দিয়াৰ ফলত। ৰাঘ মৰাণ আছিল মৰাণৰ নায়ক আৰু মায়মৰীয়া মহন্তৰ প্ৰিয় শিষ্য। ৰাঘ মৰাণে মহন্তৰ শিষ্য সাত হেজাৰ মৰাণ তথা মটক লোক সমবেত কৰি বিদ্ৰোহৰ সূচনা কৰিলে। ৰাজ পৰিয়াল আৰু বিষয়াবৰ্গৰ মাজত বিভাজনৰ সুযোগ লৈ কীৰ্তিচন্দ্ৰক হত্যা কৰিলে, বৰবৰুৱা পৰিয়ালক নিৰ্মূল কৰিলে। অসন্তুষ্ট আৰু বিভাজিত ৰাজশক্তিয়ে মায়ামৰীয়া মহন্তৰ শিষ্যসকলক প্ৰতিৰোধ কৰাৰ ক্ষেত্ৰত কোনো ঐক্যবদ্ধ প্ৰচেষ্টা চলাব নোৱাৰিলে। ৰজা লক্ষ্মী সিংহক বন্দী কৰিলে। মোহনমালাক হত্যা কৰিলে আৰু ৰমাকান্তক ৰজা পাতি ৰাঘৱ নিজে বৰবৰুৱা হ'ল। পূৰ্বৰ ৰজাৰ পত্নী কুৰংগনয়নী বা মগ্‌লৌ কুঁৱৰীক ৰাঘৱে নিজৰ কোঠলৈ আনিলে।

ইফালে মৰাণ ৰমাকান্তৰ সমান্তৰালভাৱে মায়ামৰীয়া গাগিনী ডেকাও ৰজা হ'ল। কিন্তু অষ্টভূজ গোঁসায়ে নিষেধ কৰাত তেওঁ ৰজা নহ'ল। গাগিনী ডেকা ৰজা নহ'ল যদিও তেওঁ পক্ষৰ লোকে গোবিন্দ গাঁওবুঢ়াৰ তলত আৰম্ভ কৰিলে চেকনি কোবোৱা ৰণ।

আহোম বুৰঞ্জীমতে খুটিয়া পোতাত 'ফুৰা' উৎসৱ পাতি মোহনমালাক ৰজা পতাৰ এটা ইংগিত দি আহোম বিষয়াবৰ্গ আৰু ৰাজ পৰিয়ালৰ সম্ভ্ৰান্তসকলক বিভ্ৰান্ত কৰা হৈছিল।

মায়ামৰীয়াৰ প্ৰথম বিদ্ৰোহ ব্যৰ্থ হোৱাৰ কাৰণ কেবাটাও — (১) প্ৰথম আৰু প্ৰধান কাৰণ যদিও গণ বিদ্ৰোহৰ ভিত্তি সবল আছিল, বিদ্ৰোহীসকলৰ কিন্তু এটা বিকল্প ব্যৱস্থা গঢ়াৰ আদৰ্শগত ভিত্তি নাছিল। ফলত ৰজা হৈয়েই পুনৰ আহোম ৰাজতন্ত্ৰৰ অনুকৰণত প্ৰতিশোধমূলক কৰ্ম তথা লুণ্ঠনত নিজকে নিয়োজিত কৰিলে। ৰাজেশ্বৰ সিংহৰ পত্নী কুৰংগনয়নীক জোৰ পূৰ্বক ৰাঘই ধৰি অনা তথা মহন্ত সকলক বিদ্বেষৰ বলি কৰাটো

ইয়াৰ প্ৰমাণ। আউনীআটি সত্ৰৰ ৮০০০, দক্ষিণপাটসত্ৰৰ ৮০০০, কুৰুৱাবাহীৰ ৮০০০ ৰূপ ৰমাকান্তই কাটি অনাৰ উপৰি আউনীআটিৰ সত্ৰাধিকাৰক নাক, কাণ কাটি চকু উঘালি শাস্তি দিছিল। তুংখুঙীয়া বুৰঞ্জীমতে অন্য সত্ৰাধিকাৰসকলক অষ্টভুজৰ ওচৰত আঁঠুল ব'লৈ বাধ্য কৰিছিল। দিনজয় সত্ৰৰ বংশাৱলী পুথি মতে অন্য সত্ৰাধিকাৰসকলক সেৱা কৰিবলৈ বাধ্য কৰা নাছিল, কেৱল গোবিন্দক সেৱা কৰাই ভক্তিৰ বাণী দিছিল। তুংখুঙীয়া বুৰঞ্জীমতে ৰমাকান্ত ৰজা হৈ অকল ৰাজপৃষ্ঠপোষকতা পোৱা সত্ৰাধিকাৰসকলৰ সম্পত্তি লুণ্ঠন কৰাই নহয়; তেওঁলোক শাৰীৰিকভাৱে নিৰ্যাতনো কৰিছিল।

বিদ্ৰোহীৰ আদৰ্শগত শ্ৰেষ্ঠতাৰ ঠাইত ৰাঘই প্ৰমাণিত কৰিছিল যে অবক্ষয়িত ৰাজতন্ত্ৰৰ দেখা দিয়া ভ্ৰষ্টাচাৰৰ লগত তেওঁৰ মৌলিক প্ৰভেদ ক্ষীণ। ৰজা লক্ষ্মীসিংহ আৰু ডা-ডাঙৰীয়াসকলৰ এগৰাকী ৰমণীক ৰজাই ভাৰ্যা হিচাপে জোৰপূৰ্বক আনিছিল। এই ভ্ৰষ্টাচাৰেই ৰাঘৰ পতন মাতি আনিলে। মগলৌ কুঁৱৰী কুৰংগনয়নীয়ে ৰাজশক্তিৰে সম্মিলিত হৈ ৰাঘক হত্যা কৰাত সহায় কৰিলে। ৰাজতন্ত্ৰীসকলে ১৭৭০ চনৰ ১১ এপ্ৰিলত বিদ্ৰোহীৰ প্ৰধান নেতা ৰাঘক হত্যা কৰি ৰাজতন্ত্ৰীসকলৰ বিজয় সাব্যস্ত কৰে। ৰাজমন্ত্ৰী ঘনশ্যাম বুঢ়াগোহাঁইৰ পৰামৰ্শমতে মায়ামৰীয়া বিদ্ৰোহীৰ নেতাসকলৰ কণ-কঠীয়া মৰাৰ নামত অতি নিৰ্দয় অত্যাচাৰ আৰম্ভ কৰিলে। মায়ামৰীয়া মহন্ত অষ্টভূজ, গাগিনী ডেকা মহন্তক হত্যা কৰাই নহয়, কিছুমান স্থানত নিৰ্দয় অত্যাচাৰত বিদ্ৰোহীসকলে অৰণ্যে প্ৰান্তৰে আশ্ৰয় ললে। মায়ামৰীয়া মহন্তক হত্যা কৰাৰ ফলত গোবিন্দ গাঁওবুঢ়া, লেফেৰা, পৰমানন্দ, ওভতোমুখীয়া আদি বিদ্ৰোহী নেতাসকলক নিধন কৰিলে। ১৭৮০ চনত লক্ষ্মীসিংহৰ মৃত্যু হয়। পুত্ৰ গৌৰীনাথ আছিল অত্যাচাৰী, ৰক্তলোলুপ আৰু ভীৰু। সিংহাসনত বহিয়েই গৌৰীনাথে বুঢ়াগোহাঁইৰে লগ হৈ মায়ামৰীয়া বিৰোধী এক কঠোৰ নীতি গ্ৰহণ কৰিলে। এই সময়ত তেওঁৰ গুৰু শাক্ত ন-গোসাঁই হৈ পৰিল মায়ামৰা বৈষ্ণৱ বিৰোধী উগ্ৰতাৰ এক ভয়াবহ পৰামৰ্শৰ উৎস। ১৭৭৩ চনত ২১ এপ্ৰিলত মায়ামৰীয়া বিদ্ৰোহীয়ে একেলগে গড়গাঁও আৰু ৰংপুৰত আক্ৰমণ কৰিলে। এই আক্ৰমণৰ অজুহাততে মায়ামৰীয়া সকলৰ বিৰুদ্ধে এনে নৃশংস অত্যাচাৰ ৰাজকীয় পক্ষই আৰম্ভ কৰিলে যে সন্ত্ৰস্ত হৈ ৰাজ্যৰ আধা প্ৰজা চৌদিশে পলাবলৈ আৰম্ভ কৰিলে। বিদ্ৰোহৰ ঘাটী স্বৰূপ কিছুমান স্থান সম্পূৰ্ণ ধ্বংসস্তূপত পৰিণত হ'ল। বহু বিৰোধী ডফলা পাহাৰলৈ পলাই গ'ল আৰু ডফলা বহতীয়া অঞ্চলত সেনাবাহিনী গঠন কৰি ৰাজকীয় বাহিনীক প্ৰত্যাঘাতৰ বাবে সাজু হ'ল। কিন্তু ইয়াৰ ঘনশ্যাম বুঢ়াগোহাঁইৰ মৃত্যু হয়। ১৭৭৪ চনত ৰাজমন্ত্ৰী হয় পূৰ্ণানন্দ।

এইবাৰ বিদ্ৰোহীসকলে বিদ্ৰোহ তীব্ৰ গতিৰে আৰম্ভ কৰিলে ডফলা-বহতীয়াসকলৰ লগত লগ হৈ হৰিহৰ তাঁতীৰ নেতৃত্বত। ১৭৮৬ চনৰ প্ৰথম ভাগত এই বিদ্ৰোহীৰ দলে

সৰু-সুৰা যুদ্ধত জয় লাভ কৰি জাপৰিভিটাক কেন্দ্ৰ কৰি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে ৰাজ্য পাতে। আউনীআটি সত্ৰৰ জিম্মাত থকা পীতাম্বৰ গোসাঁইক মুক্ত কৰে। গড়মূৰ সত্ৰখন মশ্মিমূৰ কৰি অগ্নিসংযোগ কৰে। গড়মূৰৰ গোসাঁয়ে মায়ামৰীয়াৰে যুদ্ধ দিছিল বুলি বুৰঞ্জীয়ে কয়। বংশাৱলী পুথি মতে এই বিদ্ৰোহ হৰিহৰ তাঁতী, হাওহা, লহং, অভগন, পৰাণ, পৰশু, পাবই, মুথিৰ আৰু পদ্মপাণি তথা পীতাম্বৰ মহন্তৰ নেতৃত্বত হৈছিল। বিদ্ৰোহীসকলে শগুণমূৰিৰ যুদ্ধত বুঢ়াগোহাঞিক পৰাস্ত কৰি ৰংপুৰলৈ আগবাঢ়ে। ৰাণী, লুকি, টোপাকুছি আদিৰপৰা অহা সাহায্য সমূলি বিধ্বস্ত হয়। ভটিয়াপাৰৰ ওচৰত যুদ্ধত ৰাজকীয় বাহিনীক পৰাভূত কৰি বিদ্ৰোহীসকলে গড়গাঁও দখল কৰে আৰু মহন্তৰ ফৈদৰ ভৰত সিংহক ৰজা পাতে। ভৰত সিংহ ৰজা হৈ নিজকে নৰক বংশৰ বুলি দাবী কৰে আৰু নিজৰ নামত মোহৰ মৰায় (৯)।

গৌৰীনাথ সিংহ ১৭৮৮ চনৰ ১৭ জানুৱাৰীত গুৱাহাটীলৈ পলাই যায়। যোৰহাটৰ ওচৰত বুঢ়াগোহাঞিয়ে শিবিৰ পাতি মোৱামৰীয়াৰে যুদ্ধ কৰি টিয়ক নৈ পৰ্যন্ত ৰাজ্যখণ্ডৰ স্বাধীনতা ৰক্ষা কৰি আহোম ৰাজ্যৰ অৱশিষ্ট শক্তিখিনি সংহত কৰিবলৈ যত্ন কৰে। ১৭৯০ চনত যোৰহাট নগৰ বুঢ়াগোহাঞিয়ে স্থাপন কৰে আৰু কালক্ৰমত গড়গাঁওৰ পিছত এইখনেই আহোম ৰাজ্যৰ ৰাজধানী হয় (১০)। গোষ্ঠীগতভাবে এই বিদ্ৰোহতত তাঁতী কোচ, হাতীচুঙি, কৈৱৰ্তসকলে বিদ্ৰোহৰ এই পৰ্বত নেতৃত্ব লৈছিল (১১)। বিদ্ৰোহৰ এটা অংশত লুখুৰাসনৰ হৈ ধন নামৰ এজনে নেতৃত্ব লৈ বৈৰাগী এজনক ৰজা পাতি পানীচংগানত এটুকুৰা ৰাজ্যপাতি বুঢ়াগোহাঞিৰ বিৰোধিতা কৰিছিল।

বেংমৰা অঞ্চলত মৰাণৰ নেতৃত্বত বিদ্ৰোহ পুনৰ মূৰ দাঙি উঠিল। বেংমৰাত ৰাজধানী পাতি সৰ্বানন্দ সিংহ ৰজা হ'ল। সৰ্বানন্দ বুৰুক চুতীয়া বুলি জনাজাত আছিল। জাপৰি ভিটাত হৰিহৰ তাঁতী আৰু মাজুলীত হাওহা তাঁতী বা হাওলীয়া তাঁতী ৰজা হৈছিল।

বিদ্ৰোহে পানী জলা ওলোৱাদি সমগ্ৰ অসমতে বিস্তাৰ লাভ কৰিছিল। লখিমপুৰত লাহন বৰবৰুৱা (ব'ৰাগীৰ সেনাপতি) ই ৰজাৰ কোঠ দখল কৰিছিল। ব'ৰাগীৰ বাহিনীত মূলতঃ কৈৱৰ্তসকলে যোগ দিছিল আৰু এই বাহিনীয়েই লখিমপুৰৰ পৰা পানীৰ পথেদি গুৱাহাটীলৈ যাত্ৰা কৰিছিল। এই বাহিনীকে কেপ্তেইন ওৱেলছে গুৱাহাটীৰ ওচৰত পৰাস্ত কৰিছিল।

নগাঁৱত বিদ্ৰোহীসকলৰ নেতৃত্ব দিছিল সিন্ধুৰা হাজৰিকাই। তুংখুঙীয়া বুৰঞ্জীমতে

---

*৯ ভৰত সিংহই মোহৰ মৰাইছিল ১৭৯১, ১৭৯২, ১৭৯৩, ১৭৯৭ চনত। (তুংখুঙীয়া বুৰঞ্জী)*

*১০ The Tai and the Tai Kingdoms, পৃঃ ৫৩১।*

*১১ তুংখুঙীয়া বুৰঞ্জী, পৃঃ ২৩৭।*

নগাঁৱত দৰঙী (অৰ্থাৎ কোচ) সকলেও বিদ্ৰোহত যোগ দিছিল।

বিদ্ৰোহৰ সুৰুঙা লৈ দৰঙী ৰজা, জয়ন্তীয়া ৰজা আদি সম্পূৰ্ণ স্বাধীন হয়। দৰঙী ৰজাই বৰকান্দাজ বাহিনী লগত লৈ একপ্ৰকাৰ লুটপাতৰ ৰাজত্ব আৰম্ভ কৰে আৰু ওৱেলছৰ প্ৰতিপত্তি প্ৰতিষ্ঠা নোহোৱা পৰ্যন্ত এই অৰাজকতা চলিয়েই থাকে।

মায়ামৰীয়া তৃতীয় পৰ্বৰ বিদ্ৰোহৰ প্ৰধান ঘটনাসমূহ হ'ল গড়গাঁও আৰু বেংমৰাৰ উপৰি আন কেইবাখনো সৰু সৰু ৰাজ্য গঠন। গড়মূৰ আৰু আউনীআটি সত্ৰৰ ধ্বংস সাধন। দিহিং সত্ৰৰ সশস্ত্ৰ প্ৰতিৰোধ আৰু যুদ্ধত দিহিং সত্ৰাধিকাৰৰ মৃত্যু। মায়ামৰীয়া পুৰণি মাটি সত্ৰাধিকাৰৰ লগত ভৰত সিংহৰ বিৰোধ আৰু পীতাম্বৰদেৱৰ অজ্ঞাতে পুৰণি মাটি সত্ৰৰ সত্ৰাধিকাৰ পূৰ্ণদেৱৰ মাতৃ আৰু দুগৰাকী কন্যাক বাৰকুৰি ভকতসহ 'মতাই মৰা ডুবি'ত বিদ্ৰোহীৰ দ্বাৰা হত্যা (১২)। দক্ষিণপাট সত্ৰও আক্ৰমণৰ বলি হৈছিল। সত্ৰবিলাকৰ ওপৰত শেষ লানি আক্ৰমণ পীতাম্বৰদেৱৰ প্ৰৰোচনাত সম্পদ আৰু প্ৰতিপত্তি লাভৰ উদ্দেশ্যেৰে হৈছিল বুলিব পাৰি। মায়ামৰীয়া মহন্তক সমৰ্থন নকৰা গোসাঁই-মহন্ত, ব্ৰাহ্মণ সকলো আক্ৰমণৰ বলি হৈছিল। পাভ মটক নামৰ এজনে চৰাইদেউলে গৈ সকলো মন্দিৰ পুৰি পেলাইছিল আৰু কলীয়া গোসাঁই তথা বুধবাৰীৰ মহন্তক হত্যা কৰিছিল (১৩)। মায়ামৰীয়াৰ এই তৃতীয় বিদ্ৰোহ প্ৰকৃতাৰ্থত আহোম ৰাষ্ট্ৰ যন্ত্ৰৰ ভিত্তি চূৰ্ণ-বিচূৰ্ণ কৰা এক গণ বিদ্ৰোহত পৰিণত হৈছিল। ৰাষ্ট্ৰযন্ত্ৰ সম্পূৰ্ণ বিফল হোৱা বাবেই চৌদিশে অৰাজকতা, বিশৃংখলা, বৰকান্দাজৰ ডকাইতি আৰম্ভ লুটপাত চলিছিল। কেইজনমান সৈন্য গোটাব পাৰিলেই এজনক ৰজা পাতি বিদ্ৰোহৰ ধ্বজা উৰাইছিল প্ৰজাই।

এই বিদ্ৰোহ দমন কৰিবৰ বাবেই যদিও ইংৰাজক অসমলৈ মাতি অনাৰ বাবে পৰিৱেশ ৰচনা হৈছিল, তথাপি ইংৰাজ ৰাজ্যৰপৰা বৰকান্দাজবিলাকে আহি অসমত লুটপাত কৰা বুলিহে প্ৰথম ইংৰাজৰ সহায় ৰজা গৌৰীনাথে বিচাৰিছিল। ইংৰাজে কামৰূপ জিলাত বৰকান্দাজবিলাকক, দৰঙত কৃষ্ণনাৰায়ণ দৰঙী ৰজাক আৰু গুৱাহাটীৰ ওচৰত বৈৰাগীক তেওঁৰ বাহিনীসহ পৰাস্ত কৰিছিল। প্ৰথম বৈৰাগীয়ে পলায়ন কৰিছিল যদিও পিছত ধৰা পৰিছিল আৰু তেওঁক মৰিয়াই হত্যা কৰি বিদ্ৰোহীক সন্ত্ৰস্ত কৰিবৰ বাবে যাঠিৰে খুচি দাঙি ৰখা হৈছিল।

ওৱেলছ ১৭৯৪ চনত উভতি যোৱাৰ পিছত বুঢ়াগোহাঞিয়ে ইংৰাজৰ আৰ্হিত এটা মজুৰিভিত্তিক সেনা-বাহিনী গঠন কৰিছিল। ই পাইক প্ৰথা সম্পূৰ্ণ ধ্বংস হোৱাটো সূচায়। এই সংগঠিত বাহিনীৰ বাবে মায়ামৰীয়াৰ চতুৰ্থ বিদ্ৰোহ দমন কৰাটো সহজসাধ্য হৈ পৰিছিল।

---

১২ *ইতিহাসে সোঁৱৰা ছশটা বছৰ, পৃঃ ৪৫৫।*

১৩ *উক্ত গ্ৰন্থ, পৃঃ ৪৫৬।*

মায়ামৰীয়াৰ চতুৰ্থ বিদ্ৰোহৰ সূচনা হয় ১৭৯৯ চনত। প্ৰথম ফোফাই নামৰ এজন কৃষক —ডফলাৰ বহতীয়াৰ নেতৃত্বত বিদ্ৰোহে পোখা মেলে। এই বিদ্ৰোহ অতি সহজে বুঢ়াগোহাঞিয়ে দমন কৰে (১৪)। বিদ্ৰোহৰ নেতা ফোফাইৰ যুদ্ধত মৃত্যু হৈছিল। যোৰহাটৰ চকীহাটত পুনৰ পীতাম্বৰ গোসাঁয়ে বিদ্ৰোহৰ সূচনা কৰিলেও এই বিদ্ৰোহো বুঢ়াগোহাঞিয়ে দমন কৰে; কিন্তু পীতাম্বৰ মহন্তক প্ৰাণে নামাৰি গড়মূৰ সত্ৰাধিকাৰৰ জামিনত দিয়ে। এই পৰ্বত বুঢ়াগোহাঞিয়ে পূৰ্বৰ দৰে অত্যাচাৰৰ নিদৰ্শন দাঙি ধৰা নাছিল। সম্ভৱতঃ মায়ামৰীয়াৰ শক্তি ক্ষয় আৰু আহোমৰো পূৰ্বৰ বৈভৱ আৰু শক্তি নথকাত এটা ভাটা আহি পৰিছিল।

তুংখুঙীয়া বুৰঞ্জীমতে ভৰত সিংহই পুনৰ ৰংপুৰত বিদ্ৰোহ কৰিছিল। বুঢ়াগোহাঞিৰ হাতত যুদ্ধত হাৰি ভৰত সিংহ ৰংপুৰ এৰি পলাই গৈছিল নামৰূপৰ ফালে। নামৰূপৰ ওচৰতো মৰাণ আৰু চিংফৌৰ সম্মিলিত বাহিনীৰ বুঢ়াগোহাঞিৰ ৰাজকীয় বাহিনীৰ হাতত পৰাজয় হৈছিল। ভৰত সিংহৰ লগত শেষ যুদ্ধ হৈছিল ডাওৰীত। ভৰত সিংহৰ হাতত অস্ত্ৰ আছিল মাথোঁ যাঠি। বন্দুকৰ গুলীত আহত হোৱা ভৰত সিংহই কিন্তু মৃত্যুৰ ভয়তো পৰাজয় মানি লোৱা নাছিল। আহত অৱস্থাতো বন্দুকৰ নলীত কামুৰি ধৰিছিল ভৰত সিংহই। ভৰত সিংহৰ মৃতদেহ খুটিয়াপোটালৈ আনি মায়ামৰীয়া গাঁৱৰ মাজত যাঠিৰ আগত আঁৰি ৰাখিছিল ঠিক বৈৰাগীৰ মৃতদেহৰ দৰে (১৫)। তুংখুঙীয়া বুৰঞ্জীত ৰাজতন্ত্ৰৰ ভাষ্য থকা বাবেই বৈৰাগী আৰু ভৰত সিংহৰ মৃত্যুৰ বিষয়ে লিখা কথাখিনি অতিৰঞ্জিত নহ'বও পাৰে। বিদ্ৰোহ দমনৰ ক্ষেত্ৰত সৰ্বত্ৰ ৰাজতন্ত্ৰই একে আচৰণেই দেখুৱায়।

মৰাণৰ শেষ শক্তিশালী বিদ্ৰোহ হৈছিল ১৮০৫ চনত। বেংমৰাত সৰ্বানন্দ সিংহই ৰমানাথ বৰবৰুৱাক মান ৰাজ্যলৈ পঠাই অসমলৈ মান সেনা আনিবলৈ প্ৰয়াস কৰিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ কৌশলত মান সেনা উভতি গৈছিল। মায়ামৰীয়া সেনাক ৰাজকীয় বাহিনীয়ে পৰাভূত কৰিছিল। আত্মসমৰ্পণ কৰা মায়মৰীয়াসকলক বুঢ়াগোহাঞিয়ে ঘিলামৰাত সংস্থাপিত কৰিছিল। কিন্তু সম্পূৰ্ণৰূপে পৰাভূত কৰিব নোৱাৰা মৰাণসকলক বুঢ়াগোহাঞিয়ে বুঢ়ীদিহিং আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ অঞ্চলত শাসনৰ দায়িত্ব দি আহোম ৰাজতন্ত্ৰৰ ধ্বংসৰ পৰ্বত এক সহযোগিতামূলক সামন্ততন্ত্ৰ গঢ়ি তুলিছিল।

আহোমৰ ৰাজ্যত মায়ামৰীয়া বিদ্ৰোহৰ ফলত পাইক প্ৰথা সম্পূৰ্ণ ভাগি গৈছিল। ঘৰুৱা দাস-দাসী, লগুৱা-লিকচৌ অৱশ্যে আছিল। ভোৰাণীয়া সৈন্য নিযুক্ত হোৱাত পুৰণি বাহিনীতকৈ শ্ৰেষ্ঠতৰ সৈন্যবাহিনী গঠিত হৈছিল আৰু এনে বাহিনীয়ে শৃংখলা

---

*১৪ তুংখুঙীয়া বুৰঞ্জী, পৃঃ ২৫৩।*

*১৫ তুংখুঙীয়া বুৰঞ্জী, পৃঃ ১৪৮।*

আৰু নেতৃত্ব নথকা, পাৰস্পৰিক স্বাৰ্থৰ সংঘাত থকা বিদ্ৰোহীসকলক দমন কৰাত সফলতা অৰ্জন কৰিছিল।

আহোম ৰাজতন্ত্ৰত পাইক প্ৰথা ধ্বংস হোৱাৰ পিছতো মটক ৰাজ্যত থাকি গৈছিল পাইকপ্ৰথা। ১৮২৬ চনৰ ১৩ মে'ত ইংৰাজৰ লগত হোৱা চুক্তি মতে মটকৰ বৰ সেনাপতিৰ নিজৰ লগত থকা পাইকৰ সংখ্যা ২৬০ গোট, ইয়াৰে ৮২ গোট নিজা লিকচৌ, ১১ গোট হাজৰিকাৰ। ফুকন, বৰুৱা, ব্ৰাহ্মণ আৰু আনসকলৰ হাতত থকা পাইকৰ সংখ্যা ১৬০ গোট। ইয়াৰ বাহিৰে ১৫০ গোট কৈৱৰ্ত, ১৫০ গোট শ্ৰমিক আছিল (১৬)।

পাতনিৰে পৰা মায়ামৰীয়া বিদ্ৰোহ চলিছিল মুঠ বোল্ল বছৰ। বোল্ল বছৰৰ পিছত মায়ামৰীয়া নিঃশেষ হ'ল যদিও ইয়াৰ ফলত আহোম ৰাজতন্ত্ৰৰ গুৰুত্বপূৰ্ণ আৰ্থ-সামাজিক পৰিবৰ্তন হৈছিল। মজুৰিবিহীন পাইক প্ৰথাৰ ঠাইত মৌদ্ৰিক মজুৰিযুক্ত সেনাবাহিনী গঠিত হৈছিল আৰু ইয়েই হ'ল গুণগতভাৱে নতুন আৰ্থ-সামাজিক ব্যৱস্থাৰ মূল ভেটি। এই মৌদ্ৰিক সম্পৰ্কই পুৰণি আৰ্থ-সামাজিক ভেটিৰ কণকঠীয়া মাৰি নতুন পুঁজিতান্ত্ৰিক সাম্ৰাজ্যবাদী দেশৰ নিয়ন্ত্ৰণাধীন ব্যৱসায় বাণিজ্যৰ প্ৰসাৰৰ বাবে বাট মুকলি কৰি দিছিল।

## ৬.৩. সামন্তবাদৰ পতন

ভূমিকেন্দ্ৰিক আৰু দাস তথা সংগঠিত দাস-শ্ৰম কেন্দ্ৰিক আৰু দাস তথা সংগঠিত দাস-শ্ৰম কেন্দ্ৰিক আৰু মৌদ্ৰিক মজুৰিবিহীন গোলাম-শ্ৰমিকৰ দ্বাৰা পৰিপালিত সামন্ততান্ত্ৰিক আৰ্থ-সামাজিক ব্যৱস্থাত প্ৰযুক্তি (টেক'ন'লজী), বেংক সেবা, পৰিবহণ আৰম্ভ যোগাযোগ ব্যৱস্থা আৰু গৱেষণা প্ৰায় অবিকশিত হৈয়েই থাকে। যি সামান্য বিকাশ আন্তঃগাঁথনিৰ ক্ষেত্ৰত হয় (বা অসমত হৈছিল), সেয়া পুৰণি ব্যৱস্থা সলনি কৰিবৰ বাবে যথেষ্ট নহয়। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা সামন্তবাদে শিক্ষাৰ ক্ষেত্ৰতে দ্ৰুত বিকাশ সাধনত গুৰুত্ব সাধাৰণতে নিদিয়ে। ফলস্বৰূপে শিক্ষিত শ্ৰেণীয়ে সমাজত পৰিবৰ্তনকামী ভূমিকা গ্ৰহণৰ কোনো সুৰুঙাই নাপায়। পৰম্পৰাগত শিক্ষাৰে শিক্ষিত, বিশেষভাৱে ধৰ্মীয় শিক্ষাৰে শিক্ষিত যি দুই-এজন পণ্ডিত জন্মে তেওঁলোকে সাধাৰণতে সামন্তবাদী ৰাজতন্ত্ৰৰ পৃষ্ঠপোষকতা লাভ কৰে আৰু প্ৰতিদান স্বৰূপে তেওঁলোকেও ৰাজতন্ত্ৰৰ পৃষ্ঠপোষকতা কৰে।

এনে এটা ব্যৱস্থাত সাধাৰণতে স্বাভাৱিক সংঘাত বা দ্বন্দ্ব গা কৰি উঠে সাধাৰণ

---

*১৬ (১) মৰাণ, মটক, মায়ামৰা, পৃঃ ১৪১।*

*(২) In 1825 the Barsenapati agreed to commute the service of the pykes for a payment of rupees eighteen hundreds "– Political History of India, vol 1, First Edition, Page 43*

উৎপাদক দাস, দাস-শ্ৰমিক, গোলাম তথা সংগঠিত দাস-শ্ৰমিক শ্ৰেণীৰ আৰু ভূমিৰ মালিক, বিষয়াতন্ত্ৰ আৰু ৰাজশক্তিৰ মাজত। অসমৰ ক্ষেত্ৰত সংগঠিত শ্ৰমিক পাইকসকলৰ লগত ৰাজতন্ত্ৰৰ সংঘাতে গণবিদ্ৰোহৰ ৰূপ লৈছিল। পূৰ্বৰ অধ্যয়নত এই বিদ্ৰোহৰ এটা চমু আলোচনা কৰা হৈছে। এই গণ বিদ্ৰোহ গণ বিদ্ৰোহী সকল আছিল; কিন্তু এটা বিকল্প সম্পূৰ্ণ দাস-শ্ৰমিক শোষণ-মুক্ত ব্যৱস্থা গঢ়ি তুলিবপৰা আদৰ্শগত নেতৃত্ব নাছিল। কিন্তু এই গণ বিদ্ৰোহে সামন্ততান্ত্ৰিক ব্যৱস্থাটোক চূড়ান্ত আৰু ধ্বংসাত্মক আঘাত হানিবলৈ সমৰ্থ হৈছিল। এই গণবিদ্ৰোহ দমনৰ বাবেই বিপৰ্যস্ত ৰাজতন্ত্ৰই ইংৰাজৰ সাহায্য প্ৰাৰ্থনা কৰিছিল আৰু স্বাভাৱিকতে ঐশ্বৰ্যশালী অসমক লুণ্ঠন কৰিবলৈ খাপ পিটি থকা ইংৰাজে বিদ্ৰোহ দমন কৰি পুনৰ ৰাজতন্ত্ৰ প্ৰতিষ্ঠা কৰিবলৈ প্ৰয়াস কৰিছিল (১৭)। ১৭৯২ চনৰ ওৱেলছ অসমত প্ৰৱেশ কৰাৰ সময়ত অসমৰ শাসনৰ দায়িত্বত থকা গড়গাঁও এৰি অহা ৰজা গৌৰীনাথ প্ৰকৃততেই অযোগ্য, কানিসেৱী আৰু অত্যাচাৰী আছিল। ৰুদ্ৰসিংহই যিখন দেশত ৪ লাখ সেনা সংগঠিত কৰি বংগদেশ আক্ৰমণৰ বাবে পৰিকল্পনা কৰিছিল, সেইখন দেশত গৌৰীনাথ মাত্ৰ কেইশমান ভাল সৈনিক সংগঠিত কৰি বৈৰাগী ৰজা (যাৰ সৈন্য সংখ্যা আছিল মাত্ৰ ষাঠিজন মান), কৃষ্ণ নাৰায়ণ (যাৰ মূল শক্তি আছিল ভেৰোণীয়া বৰকান্দাজ) তথা মায়ামৰীয়া বিদ্ৰোহীসকলক দমন কৰাৰ সাহস আৰু সামৰ্থ্য হেৰুৱাই পেলাইছিল। তেওঁৰ প্ৰধানমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ সামৰ্থ্য থকা সত্বেও সেই পৰ্বত ৰাজতন্ত্ৰ ৰক্ষা কৰিবপৰা কোনো সমলেই বাকী থকা নাছিল। এইটো আছিল এটা ব্যৱস্থাগত বিশৃংখলা (এনাৰ্কী), এইটো সম্ভৱ হৈছিল মায়ামৰীয়া বিদ্ৰোহীসকলে পাইক ব্যৱস্থাৰ গুৰুতৰ ক্ষতিসাধন আৰু অনিবাৰ্য ধ্বংস মাতি অনাৰ ফলত। ৰজাৰ স্বাৰ্থ ৰক্ষাৰ বাবে মজুৰি দি নিযুক্ত কৰা এটা সেনাবাহিনী নাছিল আৰু কেপ্তেইন ওৱেলছ উভতি যোৱাৰ পিছতহে পূৰ্ণানন্দ বুঢ়াগোহাঞিয়ে ৰাজতন্ত্ৰৰ স্বাৰ্থত এটা মজুৰি দিয়া বাহিনী গঠনৰ প্ৰয়াস কৰিছিল। কেপ্তেইন ওৱেলছ গুৱাহাটীলৈ আহিয়েই প্ৰথম বৈৰাগী ৰজা আৰু তেওঁৰ ষাঠিজনীয়া বাহিনীকে পৰাভূত কৰে, বৈৰাগী ৰজাই পলায়ন কৰে। তাৰ পিছতে বৰকান্দাজবিলাকক বহিষ্কাৰ কৰে। গৌৰীনাথৰ কানি আৰু অযোগ্য, অত্যাচাৰী বিষয়াবৰ্গৰ সংগ এই দুয়োটাই আছিল পতনৰ মূল কাৰণ। তেওঁৰ বিষয়াবৰ্গ স্বাৰ্থান্ধ আৰু অত্যাচাৰী হোৱাৰ ফলত ৰজাৰ প্ৰতি তথা ৰাজবিষয়াবৰ্গৰ প্ৰতি নামনি অসম তথা মধ্য অসমৰ প্ৰজাৰ আস্থা হেৰাইছিল। গৌৰীনাথ সিংহ ব্যক্তিত্বহীন, নেতৃত্বৰ গুণহীন, কানিয়া

---

*১৭ কেপ্তেইন ওৱেলছৰ ১৭৯২-৯৩ চনত অসম আগমন, ৰজা গৌৰীনাথক প্ৰকৃতাৰ্থত হাতৰ মুঠিত ৰাখি গুৱাহাটী দখল আৰু বৰকান্দাজ দমনৰ লগতে মোৱামৰীয়া বিদ্ৰোহ দমন কৰি গৌৰীনাথক ক্ষমতাধিষ্ঠিত কৰাতেই ইংৰাজৰ প্ৰথম পৰ্বৰ অসম অধিকাৰৰ আৰম্ভণি। ১৮২৬ চনত কেৱল ইয়াক এক সামৰিক ৰাজনৈতিক দখলৰ ৰূপ দিয়া হৈছিল— লিখক।*

আৰু নিৰ্ভৰযোগ্যতাহীন হোৱা সত্বেও তেওঁ কেপ্তেইন ওৱেলছৰ ওচৰত নিজস্বতা সম্পূৰ্ণ বিসৰ্জন দিবলৈ ইচ্ছা কৰা নাছিল। গতিকে ১৭৯৩ চনত (ফেব্ৰুৱাৰী ৪) গৌৰীনাথক প্ৰকৃতাৰ্থত গৃহবন্দী কৰি কেপ্তেইন ওৱেলছে গুৱাহাটীত বৰফুকন নিযুক্তি দিয়ে আৰু তেওঁৰ বিনা অনুমতিত অসমৰ কোনো ব্যক্তিয়ে ৰজা গৌৰীনাথক দেখা কৰাটোও নিষিদ্ধ কৰে। কেপ্তেইন ওৱেলছে এইদৰে ইংৰাজ চৰকাৰৰ বিনা অনুমতিতে প্ৰথম অসমৰ শাসন ক্ষমতা নিজৰ হাতলৈ আনে। প্ৰজা, জমিদাৰ আৰু বিভিন্ন নেতৃত্বশীল লোকক সম্বোধি ঘোষণা পত্ৰ জাৰি কৰি তেওঁ দেশত শান্তি, সুস্থিৰতা ঘূৰাই অনাৰ আৰু সম্পূৰ্ণ ধ্বংসৰূপৰা দেশখন উদ্ধাৰ কৰাৰ প্ৰতিশ্ৰুতি দিয়ে। কেপ্তেইন ওৱেলছে যিকেইটা চৰ্ত গৌৰীনাথক দিছিল, সেয়া স্বৰূপাৰ্থত কেপ্তেইন ওৱেলছৰ কৌশলী হস্তৰেখাৰ নিদৰ্শন হ'লেও বিকল্পবিহীন সংকটৰপৰা আৰু অযোগ্য গৌৰীনাথৰ বাবে তাতকৈ ভাল ব্যৱস্থা এটা থাকিব পাৰে বুলি ক'ব নোৱাৰি। প্ৰথম চৰ্ত আছিল— সকলো অসদাচৰণৰ বাবে অভিযুক্ত মন্ত্ৰী বিষয়াক বৰ্খাস্তকৰণ। দ্বিতীয়তে, সকলো বিদ্ৰোহী প্ৰজা আৰু শত্ৰুক ক্ষমাদান। সকলো বন্দী যিসকলে প্ৰৰোচিত হৈহে অপৰাধ কৰিছে, তেওঁলোকক মুক্তি দান। তৃতীয়তে সুবিচাৰ নকৰাকৈ মৃত্যুদণ্ড তথা শৰীৰৰ অংগ ক্ষত কৰাৰ দৰে শাস্তি দান বাতিল। চতুৰ্থতে, গুৱাহাটী আৰু ইয়াৰ আশে-পাশে থকা ৰজা আৰু নেতাসকলক মাতি আনি ওৱেলছৰ সহযোগিতাত বিধি ব্যৱস্থা প্ৰণয়ন আৰু ভৱিষ্যতে সেইবোৰ কাৰ্যকৰীকৰণ। গৃহবন্দী গৌৰীনাথে এই চৰ্তসমূহ মানি লয়। ইয়াৰ পিছতে গৌৰীনাথৰ লগত মুক্ত বাণিজ্যৰ (অসম আৰু বংগৰ মাজত) আৰু এক সুষম (১০%) কৰৰ ব্যৱস্থাসহ সম্প্ৰসাৰণৰ ভিত্তি ৰচনা কৰে।

কেপ্তেইন ওৱেলছে মায়ামৰীয়াসকলক সম্পূৰ্ণ বিধ্বস্ত কৰিবপৰা নাছিল। ১৭৯৪ চনত ছাৰ জন শোৰৰ নীতি অনুসৰি ওৱেলছ অসম এৰি যাব লগা হয়। এই সময়ত যোৰহাটকেন্দ্ৰিক পূৰ্ণানন্দ বুঢ়াগোহাঞি হৈ পৰে আহোম শক্তিৰ কেন্দ্ৰীভূত ক্ষমতাৰ আশ্ৰয় স্থলী। তেওঁ ইংৰাজৰ আৰ্হিত এটা সৈন্য বাহিনী গঠন কৰি যোৰহাটত শক্তিশালী প্ৰতিৰোধ শক্তি গঢ়ি তোলে। ওৱেলছৰ প্ৰত্যাবৰ্তনৰ পিছত গৌৰীনাথে পূৰ্ণানন্দৰ আশ্ৰয় ল'বলগীয়া অৱস্থা হয়। ইফালে গুৱাহাটী আৰু কামৰূপত পুনৰ বৰকান্দাজবিলাকৰ বিদ্ৰোহৰ সূচনা হয়। ৰজা গৌৰীনাথৰ মৃত্যুৰ পিছত, তেওঁৰ পুত্ৰ সন্তান নথকাত পূৰ্ণানন্দই লেচাই নামৰূপীয়া ৰজাৰ উত্তৰাধিকাৰী কিনাৰামক কমলেশ্বৰ সিংহ নাম দি ৰজা পাতে। কমলেশ্বৰ সিংহ অনভিজ্ঞ আৰু কম বয়সৰ হোৱা বাবে পূৰ্ণানন্দই নিজৰ বুদ্ধি আৰু শক্তি খটুৱাই অসমৰ শাসন ক্ষমতা নিজৰ হাতত ৰখাত সামৰ্থ্য অৰ্জন কৰে। বৰকান্দাজবিলাকে ইতিমধ্যে গুৱাহাটী দখল কৰিছিল। বদন বৰফুকনে বৰকান্দাজক দহহেজাৰ টকা ঘোচ দি গুৱাহাটীত বৰফুকন হৈছিল যদিও যোগানপিৰি নামৰ এজনৰ আক্ৰমণত তেখেঁ

পলাবলগীয়া হৈছিল। পূর্ণানন্দই একেলগে পূর্বে মোৱামৰীয়া, পশ্চিমে বৰকান্দাজ আৰু শদিয়াত চিংফৌবিলাকক যুঁজি দমন কৰিবলগীয়া হৈছিল। বুঢ়াগোহাঞিয়ে গুৱাহাটীত কলীয়াভোমোৰাক বৰফুকন পাতে, এই বৰফুকনে বৰকান্দাজ আৰু হৰদত্ত আৰু বীৰদত্তৰ দন্দুৱা দ্ৰোহ দমন কৰে। পূৰ্বতে ভৰত সিংহৰ নেতৃত্বত অৱশিষ্ট মায়ামৰীয়াসকলে বিদ্ৰোহ জীয়াই ৰাখিলেও বাকী সকলো ঠাইতে শান্তিপ্ৰতিষ্ঠা হয়। ১৮০২ চনত পূৰ্ণানন্দই ইংৰাজৰ গৱৰ্ণৰ ওৱেলছলৈ দূত পঠায় আৰু ইংৰাজ গৱৰ্ণৰৰপৰা কিছু অস্ত্ৰ-শস্ত্ৰ আনি কেপ্তেইন চন্দ্ৰ গোহাঞিৰ নেতৃত্বত ওঠৰটা কোম্পানীৰ এটা সেনা-বাহিনী গঠন কৰে। বুঢ়াগোহাঞিৰ সম্পূৰ্ণ দক্ষতা থকা সত্ত্বেও এই পৰ্বত তেওঁ অসমক সম্পূৰ্ণ নিষ্কণ্টক কৰাত ব্যৰ্থ হ'ল। ইয়াৰ কাৰণ হ'ল ক্ষমতা লিপ্সা, সামন্ততান্ত্ৰিক বিষয়াবৰ্গৰ স্বাভাৱিক দ্বন্দ্ব। ১৮৮৪ চনৰেপৰা প্ৰধানমন্ত্ৰীৰ পদবীত থকা পূৰ্ণানন্দৰ প্ৰধান শত্ৰু আছিল কলীয়াভোমোৰাৰ পিচত গুৱাহাটীত ক্ষমতা দখল কৰা বদনচন্দ্ৰ বৰফুকন। বদনচন্দ্ৰই যিসময়ত ক্ষমতালিপ্সা চৰিতাৰ্থ কৰাৰ প্ৰয়াস কৰি আছিল, সেই সময়ত গৌৰীনাথ সিংহৰ ৰাণী কমলেশ্বৰীয়ে ব্ৰজনাথ সিংহক ৰজা পাতিবৰ বাবে ইংৰাজৰ আশ্ৰিত স্থানত থাকি ষড়যন্ত্ৰ কৰি আছিল। ব্ৰজনাথে প্ৰথম ইংৰাজ, তাৰ পিছত ব্ৰহ্মদেশৰ ৰাজশক্তি আৰু ব্ৰহ্মদেশত নোৱাৰি নেপালত তেওঁৰ বাবে সাহায্য বিচাৰি ভ্ৰমি ফুৰিছিল। ইফালে কমলেশ্বৰৰ মৃত্যুৰ পিছত ৰজা হোৱা তেওঁৰ ভ্ৰাতৃ চন্দ্ৰকান্তক ইংৰাজে আহোম ৰজা হিচাপে স্বীকৃতি দিয়ে, গতিকে ব্ৰজনাথ, কমলেশ্বৰী উভয়ে নিজৰ লক্ষ্য সাধনত ব্যৰ্থ হয়।

ইফালে চন্দ্ৰকান্ত ৰজা হোৱাৰ পিছত তেওঁৰ লগত বুঢ়াগোহাঞিৰ সংঘাতৰ সূচনা হয়। বুঢ়াগোহাঞি আৰু ৰজাৰ এই সংঘাত বঢ়োৱাত আৰু ৰজা চন্দ্ৰকান্তক ধ্বংসমুখী সংঘাতলৈ টানি নিয়াত এই পৰ্বত সতৰাম নামৰ চন্দ্ৰকান্তৰ বন্ধু এজনে গুৰুত্বপূৰ্ণ ভূমিকা লয়। সতৰামে বুঢ়াগোহাঞিক হত্যা কৰিবলৈ ষড়যন্ত্ৰ কৰি ধৰা পৰে। বুঢ়াগোহাঞিয়ে সত ৰামক নামৰূপলৈ নিৰ্বাসিত কৰে। তাতে তেওঁৰ মৃত্যু হয়। ইয়াৰ পিছত স্বাভাৱিকতে বদন চন্দ্ৰৰ বিৰুদ্ধে পূৰ্ণানন্দ খড়্গহস্ত হৈ পৰে।

এই পৰ্যন্ত পৰিস্থিতিৰ সাৰমৰ্ম সংকলন কৰিলে আমাৰ চকুত পৰে যে সামন্তবাদী ৰাজতন্ত্ৰৰ পানীত হাঁহ নচৰা অৱস্থাত অৱশিষ্ট ক্ষমতাৰ ভাগ-বাটোৱাৰা তথা সম্পদৰ দখলী স্বত্ব কিম্বা ক্ষমতাৰ ভোগ-দখলৰ যুঁজত যিসকল লিপ্ত হৈ পৰিছিল তেওঁলোক হ'ল—

(১) গৌৰীনাথ সিংহৰ অকাল-বিয়োগত প্ৰথমে দিশহাৰা হোৱা আৰু পিছত কলিকতাত থাকি ইংৰাজৰ সহায়ত ৰাজেশ্বৰ সিংহৰ নাতি ব্ৰজনাথ সিংহক ৰজা পাতিবলৈ চেষ্টা কৰা ৰাণী কমলেশ্বৰী।

(২) পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ লগত আৰম্ভণিৰে পৰা সংঘাতলৈ অহা, পূৰ্ণানন্দৰ পুত্ৰ

ৰুচিনাথৰ শহুৰ বদন চন্দ্ৰ। এওঁ প্ৰথম দহ হাজাৰ টকা ঘোচ দি বৰকান্দাজৰপৰা বৰফুকনৰ বাব লৈছিল। পূৰ্ণানন্দই আইনসম্মতভাৱে কলীয়া ভোমোৰাক বৰফুকন পাতে। বদনে ক্ষমতাৰ লিপ্সাত অন্ধ হৈ নিজৰ মনোমত এজনক সিংহাসনত বহুৱাবলৈ প্ৰয়াস কৰাৰপৰাই সূত্ৰপাত হয় বিবাদৰ।

(৩) পূৰ্ণানন্দ বুঢ়াগোহাঞি ১৭৮৪ চনৰ পৰাই ৰাজমন্ত্ৰীৰ পদবীত থকা, বুদ্ধিমন্ত আৰু অত্যাচাৰী, দেশপ্ৰেমী কিন্তু ক্ষমতা আৰু একছত্ৰী, অসমৰ এই কালৰ কানিয়া আৰু স্বাৰ্থান্বেষী অজস্ৰ সুবিধাবাদীৰ মাজত এজন যোগ্য ব্যক্তি। এওঁ নিজেই হৈ পৰিল ৰজা ভঙা-পতা খেলখনৰ প্ৰধান নায়ক।

(৪) চন্দ্ৰকান্তৰ সখা সতৰাম। কুকুৰাচোৱাৰ পুতেক। চন্দ্ৰকান্তৰ লগত সম্বন্ধৰ হেতু সতৰাম অকল সখাই নহয়, ৰজা চন্দ্ৰকান্তৰ এক প্ৰকাৰ উপদেষ্টা হৈ পৰিল। কানিয়া ৰজাৰ লগত ষড়যন্ত্ৰ কৰি পূৰ্ণানন্দক হত্যা কিম্বা ওফৰোৱাৰ চক্ৰান্ত কৰি ব্যৰ্থ হয়। প্ৰথম নামৰূপলৈ নিৰ্বাসিত, পিছত নামৰূপত (কোনো কোনোৰ মতে বুঢ়াগোহাঞিৰ চক্ৰান্তত) নগাৰ দ্বাৰা হত্যা। সতৰামৰ চক্ৰান্তৰ ফলতে চন্দ্ৰকান্ত আৰু বুঢ়াগোহাঞিৰ সম্পৰ্ক বিঘ্নিত হয়।

(৫) চন্দ্ৰকান্তৰ ব্যক্তিহীনতা সত্বেও বুঢ়াগোহাঞিৰ দৰে শক্তিশালী আৰু মৰ্যাদাসম্পন্ন ব্যক্তি যি অতি বিধ্বস্ত অৱস্থাৰপৰা কমলেশ্বৰ সিংহৰ দিনত ৰাজ্যখনক সুস্থিৰ অৱস্থালৈ আনিছিল, যিজনে কমলেশ্বৰৰ মৃত্যুৰ পিছত চন্দ্ৰকান্তক (কমলেশ্বৰৰ ভ্ৰাতৃ) ৰজা পাতিছিল, সেইজন ৰাজমন্ত্ৰীৰ লগত সংঘাতলৈ অহাটোৱেই চন্দ্ৰকান্তৰ বিপৰ্যয় আৰু শক্তিহানিৰ মূল কাৰণ।

## ৬.৪. ৰজাসকলৰ উত্তৰাধিকাৰ

ঊনবিংশ শতিকাৰ ত্ৰিছ আৰু চল্লিছৰ দশকত ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিপুল জয়যাত্ৰাই সমগ্ৰ ভাৰতৰে কেন্দ্ৰীভূত শক্তি কৰি তুলিলে ইংৰাজক। এই দুটা দশকৰ ভিতৰতে মাৰাঠা, শিখ, ব্ৰহ্মদেশীয় (ম্যানমাৰী) শক্তি সম্পূৰ্ণ বিধ্বস্ত নহ'লেও ইংৰাজৰ বহতীয়া বা সহযোগীত পৰিণত হয় আৰু এনে এটা শক্তিৰ বাবে ম্যানমাৰৰ পৰাজিত বাহিনীৰপৰা অসম কাঢ়ি লোৱা আৰু ইংৰাজ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰাটো কঠিন কাৰ্য হৈ নাথাকিল। ইংৰাজে ম্যানমাৰী বাহিনীক পৰাভূত কৰাৰ পিছত আহোম ৰাজতন্ত্ৰৰ উত্তৰাধিকাৰী হিচাপে কেৰাজনো উত্তৰাধিকাৰী বা দাবীদাৰ ওলাল — যিসকলৰ এজনো সাৰ্বজনীনভাৱে গ্ৰহণযোগ্য নাছিল। যোগ্যতা, ব্যক্তিত্ব, শৌৰ্য, বীৰ্য কোনো ফালৰপৰাই এই উত্তৰাধিকাৰীসকল কাৰো মনঃপূত নাছিল। ১৮২৪ চনত নামনি অসমত আৰু ১৮২৫ চনত

উজনি অসমত সাধাৰণ প্ৰশাসনিক গাঁথনি গঢ়ি তোলাৰ পিছত এইটো ইংৰাজে বুজি পালে যে ম্যানমাৰৰ উপৰ্যুপৰি লুণ্ঠন আৰু ধ্বংস-সাধনত প্ৰকৃততে আহোমৰ প্ৰশাসনিক, অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক কৰ্তৃত্ব সমূলি নাশ পাইছে আৰু এই কৰ্তৃত্ব প্ৰতিষ্ঠা পুনৰ কৰিবপৰা সামৰ্থ এজনো দাবীদাৰৰ নাই। কাছাৰত গোবিন্দ চন্দ্ৰ, জয়ন্তীয়া ৰাজ্যত ৰামসিংহ, মণিপুৰত গম্ভীৰ সিংহক কৰতলীয়া ৰজা পতাৰ দৰে অসমত এজন কৰতলীয়া ৰজা পাতিবৰ বাবে যোগ্য দাবীদাৰ বিচাৰি নাপালে। অৰ্থাৎ ইংৰাজৰ স্বাৰ্থ পূৰণ কৰিবপৰা নিৰ্ভৰযোগ্য, কৰ সংগ্ৰহ কৰি ইংৰাজক পৰিশোধ কৰিবপৰা দাবীদাৰ নাপালে। ইংৰাজ সাম্ৰাজ্যবাদৰ বাবে সুবিধাজনক হ'ব বুলি ভাবি, আহোমে বৰফুকনৰ তলত ৰখা নামনি অসম ১৮২৮ চনৰ মাৰ্চ মাহৰ ইংৰাজৰ স্থায়ী শাসনৰ তললৈ আনিলে।

উজনি অসমত ডাঙৰীয়াসকলৰ উপৰ্যুপৰি বিদ্ৰোহৰ প্ৰতি লক্ষ্য ৰাখি আৰু কোনো এটা ৰাজ ফৈদে আনটোৰ প্ৰতি ন্যূনতম শ্ৰদ্ধা বা সহানুভূতি নৰখালৈ চাই এইটো ক'ব পাৰি যে ইংৰাজে ম্যানমাৰৰ ৰজাৰ লগত সন্ধি কৰি পোৱা ৰাজ্যখন সম্পূৰ্ণৰূপে ইংৰাজৰ হাতলৈ নিয়াটো প্ৰায় অৱধাৰিত হৈ পৰিল। পুৰন্দৰ সিংহক যদিও কৰতলীয়া হিচাপে উজনি খণ্ড চলাবলৈ দিয়া হৈছিল, তেওঁ মাত্ৰ ৫০,০০০ টকা ইংৰাজক ৰাজহ শোধাব নোৱাৰি উজনি অসম ইংৰাজক এৰি দিবলগীয়া হ'ল।

সাম্ৰাজ্যবাদী ইংৰাজ অহাৰ লগে লগে উন্নত প্ৰযুক্তি, সভ্যতা তথা সাংগঠনিক নতুনত্বৰ কৃপাত অসমৰ দ্ৰুত উন্নতি হ'ব লাগিছিল; কিন্তু সীমিত ৰূপত খনি আৰু বহল ভিত্তিত ৰপ্তানিমুখী বাগিচা শিল্পৰ বাহিৰে অন্য খণ্ডবোৰত ঔদ্যোগিক উন্নয়ন সীমিত হৈয়েই থাকিল। ইয়াৰ প্ৰধান কাৰণ আহোম যুগৰ সম্ভ্ৰান্তসকল — ৰজা, ৰাজবিষয়া আদিৰ নিজকে উদ্যোগীলৈ বা ব্যৱসায়ীলৈ ৰূপান্তৰিত কৰাৰ বাবে বিত্ত, প্ৰযুক্তি, ঔদ্যোগিক প্ৰতিভাৰ ভয়ানক অভাৱ। আটাইতকৈ ডাঙৰ কথা বিত্ত বা জমা ধন, পুঁজি আৰু ব্যৱসায়িক আৰু ঔদ্যোগিক সাংগঠনিক প্ৰতিভা, বেংক তথা পুঁজি ঋণ দিয়া প্ৰতিষ্ঠানৰ অভাৱ। ৰাজতন্ত্ৰৰ প্ৰধান কৰ্ণধাৰ, বিষয়াবৰ্গ তথা বিষয়া পৰিয়ালৰ লোকে কেৱল সামান্য পেন্সন লৈয়েই সন্তুষ্ট থাকিল। গমধৰ কোঁৱৰ, পিয়লী বৰফুকন তথা মণিৰাম পিয়ালি বৰুৱাৰ বিদ্ৰোহে আহোম ৰজা আৰু বিষয়াৰ উত্তৰাধিকাৰীসকলৰ প্ৰতি ইংৰাজৰ বিশ্বাস আৰু আস্থা সম্পূৰ্ণ বিধ্বস্ত কৰিলে— পুনৰ আহোম ৰাজশক্তিক উত্থানৰ সুবিধা নিদিবলৈ বদ্ধপৰিকৰ হৈ পৰিল সাম্ৰাজ্যবাদী ইংৰাজ। কন্দৰ্পেশ্বৰ সিংহ, তথা ৰূপহী আইদেউৰ দৰে লোকসকলৰ বিপৰ্যয়ৰ কাহিনীয়ে এনে অৱহেলাৰে ইংগিত দাঙি ধৰে।

কন্দৰ্পেশ্বৰ সিংহৰ ক্ষেত্ৰত ইংৰাজে কোনোধৰণৰ ন্যায়সংগত ব্যৱস্থা নকৰিলে। পিয়লী বৰুৱা আৰু মণিৰামক যিদৰে বিচাৰৰ নামত প্ৰহসন কৰি ফাঁচি দিলে, ঠিক সেইদৰে -

কন্দৰ্পেশ্বৰকো কোনো দোষ প্ৰমাণিত নোহোৱা সত্ত্বেও ৰাজধানী যোৰহাটৰ পৰা স্থানান্তৰিত কৰিলে কোলকাতালৈ, আলীপুৰ কাৰাগাৰত বন্দী কৰি থ'লে দোষ প্ৰমাণিত নোহোৱাকৈয়ে। আনহাতে ঘৰুৱা সম্পদৰ এটা অংশ যোৰহাটতে নিলাম কৰিলে, আন এটা অংশ নিলাম কৰিলে কোলকাতাত। প্ৰসংগতঃ উল্লেখযোগ্য যে ৰজা পুৰন্দৰ সিংহ নিচেই কম বয়সতে, হতাশ আৰু দৰিদ্ৰ বেশতে মৃত্যুৰ মুখত পৰিছিল। তেওঁৰ পুত্ৰ কামেশ্বৰ সিংহই 'মহাৰজা' বুলি নিজকে জাহিৰ কৰি ফুৰিছিল যদিও তেওঁ আছিল ধোঁৱাখুলীয়া আৰু অকৰ্মণ্য। কদৰ্পকশূন্য অৱস্থাত তেওঁৰ যেতিয়া মৃত্যু হয়, তেতিয়া কন্দৰ্পেশ্বৰৰ বয়স তেনেই কম। অভিজ্ঞতাৰ অভাৱত তেওঁ মণিৰাম দেৱানৰ কথামতেই কাম কৰি যাবলগীয়া হৈছিল আৰু কোনো উপায় নথকা অৱস্থাত তেওঁ বাৰম্বাৰ ইংৰাজৰ ওচৰত নিজৰ দাবী উত্থাপন কৰিছিল।

এ জে মফট মিলছৰ ওচৰত তেওঁ ১৮৫৩ চনতে আৰ্জি পেচ কৰিছিল তেওঁক পূৰ্বৰ অৱস্থাৰ অৰ্থাৎ পুৰন্দৰ সিংহৰ উত্তৰাধিকাৰী হিচাপে থকা ক্ষমতা তথা অধিকাৰ ঘূৰাই দিবলৈ। কিন্তু ইংৰাজে তেতিয়ালৈ ম্যানমাৰৰ পৰা যুদ্ধত জিকি দখল কৰা অঞ্চলবোৰত পুনৰ আহোম ৰাজতন্ত্ৰ প্ৰতিষ্ঠাৰ নীতি বিসৰ্জন দিয়াৰ উদ্দেশ্যেৰে জাল ৰচনাত লাগিছে। কন্দৰ্পপেশ্বৰে ১৮৫৪ চনত আৰু ১৮৬৫ চনত পুনৰ ইংৰাজৰ ওচৰত নিজৰ দাবী পেচ কৰে। পূৰ্বে তেওঁ মণিৰামৰ প্ৰভাৱত ১০০০ টকীয়া পেন্সন ইংৰাজৰপৰা লৈ ইংৰাজৰপৰা ৰাজ্য ঘূৰাই পোৱাৰ দাবী পৰিহাৰ কৰিবলৈ মান্তি হোৱা নাছিল। পিছলৈ তেওঁ ১০০০ টকীয়া পেন্সন বিচাৰিছিল, কিন্তু ইংৰাজে অন্য ধৰণে সকলো চিন্তা কৰিছিল, কন্দৰ্পেশ্বৰৰ প্ৰাৰ্থনালৈ কৰ্ণপাত নকৰা হৈছিল।

যেনেতেনে দেশীয় ৰাজ্যবিলাকৰ দখল নিজৰ হাতলৈ অনাৰ আগ্ৰাসী নীতি গ্ৰহণ কৰি ভাৰতৰ সকলো দেশীয় ৰাজ্যতে ইতিমধ্যে ইংৰাজে যি ষড়যন্ত্ৰৰ জাল তৈয়াৰ কৰি আগবাঢ়িছিল অসমতো তেনে অজুহাত ইংৰাজৰ কাম্য আছিল, সম্ভৱতঃ মানে বিধ্বস্ত কৰা সত্ত্বেও অসমত থকা চাহ খেতিৰ সম্ভাৱনা, খনিজ সম্পদৰ সম্ভাৱনা, নিমখৰ বজাৰ আৰু কানিৰ বজাৰৰ সম্ভাৱনাই ইংৰাজক অন্যধৰণে ভাবিবলৈ উৎসাহিত কৰিছিল। এনে এটা পৰিস্থিতিতে কন্দৰ্পেশ্বৰ বিদ্ৰোহৰ লগত জড়িত বুলি অভিযোগ উঠাত ইংৰাজে এক সুবৰ্ণ সুযোগ পালে বুলি ভাবিবৰ থল আছে।

বিদ্ৰোহীসকলৰ পৰাজয়, মান-মৰ্যাদা হানি, পিয়লী বৰুৱা আৰু মণিৰামৰ ফাঁচি এই ঘটনাক্ৰমৰ পিছত কন্দৰ্পেশ্বৰে নিজৰ সম্পত্তি পৰ্যন্ত হেৰুৱাই কোলকাতাৰপৰা ঘূৰি আহিবলৈকে ইচ্ছা নকৰা হ'ল। তেওঁৰ মাতৃ আৰু পত্নী উভয়কে পৰিপোষণ কৰাৰ দায়িত্বও কন্দৰ্পেশ্বৰে পালন কৰিব নোৱাৰিলে। কোলকাতা আৰু বৰ্দ্ধমানত কটোৱা আলস্যপূৰ্ণ আৰু ধোঁৱাখুলীয়া জীৱন-যাত্ৰাৰ অন্ত পেলাই তেওঁক জোৰপূৰ্বক অসমলৈ

ঘূৰাই পঠাব লাগে বুলি কন্দৰ্পেশ্বৰৰ পত্নী কমলাপ্ৰিয়াই আবেদন জনাইছিল। কন্দৰ্পেশ্বৰ সম্ভৱতঃ ব্যৰ্থতা, ভ্ৰষ্টাচাৰ আৰু হতাশাত লজ্জিত হৈহে অসমলৈ ঘূৰি আহিবলৈ বিচৰা নাছিল। শেষত তেওঁ যেতিয়া অসমলৈ ঘূৰি অহাৰ বাবে সিদ্ধান্ত ল'লে তেতিয়া তেওঁৰ কান্ধত ধাৰৰ বোজা। তেওঁ ধাৰ মাৰিবৰ বাবে ৫০০০ টকাৰ অনুদান, ১০০০ টকাৰ মাহিলি পেন্সন আৰু গড়গাঁও আৰু অধিকাৰৰ স্থায়ী বন্দবস্তি বিচাৰিলে। চৰকাৰে মাত্ৰ ৫০০ টকীয়া পেন্সন এটা কন্দৰ্পেশ্বৰক ১৫৬০ চনৰ ফেব্ৰুৱাৰী মাহৰপৰা দিলে।

ৰাজবংশৰ বাকী লোকসকলৰ ক্ষেত্ৰত কাৰো পেন্সন ৫০ টকা, কাৰো ৬০ টকা, কাৰো ১০০ টকা, কাৰোবাৰ নামত কিছু মাটি। কন্দৰ্পেশ্বৰক খাজনা ৰহিত মাটি দিবলৈও চৰকাৰ মান্তি হোৱা নাছিল।

আহোম ৰাজপৰিয়ালৰ কিছুমান উত্তৰাধিকাৰীৰ পেন্সন আৰু মাটিৰ পৰিমাণ তলত দিয়া হ'ল, এই হিচাপে ৰাজপৰিয়ালৰ উত্তৰাধিকাৰীসকলৰ দুৰৱস্থাৰ এটা আভাস পোৱা যাব।

তালিকা

| | পেন্সন/ যৌতুক | মাটি (বিঘা) |
|---|---|---|
| কন্দৰ্পেশ্বৰ সিংহ | ৫০০ টকা পেন্সন | — |
| লক্ষ্মীপ্ৰিয়া কুঁৱৰী (কামেশ্বৰ সিংহৰ পত্নী) | ১০০ টকা পেন্সন | — |
| ৰূপহী আইদেউ (পুৰন্দৰ সিংহৰ কন্যা) | ৩৭ টকা পেন্সন | — |
| চন্দ্ৰকান্তি কুঁৱৰী | ৮০ টকা পেন্সন | — |
| পাৰ্বতী কুঁৱৰী | ৮০ টকা পেন্সন | — |
| মাধৱী কুঁৱৰী | ৫০ টকা পেন্সন | — |
| বাপতী খাটনিয়াৰ | ৫০ টকা পেন্সন | — |
| যোগেশ্বৰ সিংহৰ মাতৃ | ২৫ টকা পেন্সন | — |
| যোগেশ্বৰ সিংহৰ তিনিপত্নী (১০ টকাকৈ) | ৩০ টকা পেন্সন | — |
| যোগেশ্বৰ ভ্ৰাতৃ ধনীৰাম | ৫০ টকা পেন্সন | — |
| যোগেশ্বৰৰ পুত্ৰ ডম্বৰুধৰ | ৫০ টকা পেন্সন | — |
| যোগেশ্বৰৰ দুগৰাকী কন্যা (বিবাহৰ যৌতুক) | ২০০ টকা (যৌতুক) | — |
| ব্ৰজনাথ সিংহ | ৬০০ টকা | (খেতিৰ ১১০বিঘা) |

| | | |
|---|---|---|
| | | (হাবি ১০০০ বিঘা) |
| কানুৰাম | ১২০ টকা | (খেতিৰ ৬৬ বিঘা) |
| | | (হাবি ৪০০ বিঘা) |
| জগন্নাথ | ১৩২ টকা | (খেতি ৮৬ বিঘা) |
| | | (হাবি ৫১৬ বিঘা) |
| বাণেশ্বৰ | ৭২ টকা | (খেতি ৪৬ বিঘা) |
| | | (হাবি ২০০বিঘা) |
| মাইজী (মাহিন্দ্ৰী ?) | ৭২ টকা | (খেতি ৪৬ বিঘা) |
| | | (হাবি ২০০ বিঘা) |
| ইন্দুপ্ৰভা | ৭২ টকা | (খেতি ১৮ বিঘা) |
| | | (হাবি ১০৯ বিঘা) |
| অটুকা | ৭২ টকা | (খেতি ১৮ বিঘা) |
| | | (হাবি ১০৯ বিঘা) |

পেন্সন আৰু সাহায্যৰ এনে এটা পৰিমাণে প্ৰকৃতাৰ্থত ৰাজউত্তৰাধিকাৰীসকলৰ দুৰৱস্থাকে সূচায়। এনে পৰিয়ালবিলাকৰ আৰ্থিক দুৰ্দশা সৃষ্টি হোৱাৰ মূল কাৰণ হ'ল এওঁলোকৰ কৃষি, শিল্প, বাণিজ্য একেবাৰে লগত সম্পৰ্ক নাছিল। পাইক প্ৰথা উঠি যোৱাৰ পিচত, দাস-দাসী আদিৰ অভাৱ হোৱাৰ লগে লগে এওঁলোকে খাট-পাম চলাই খোৱাৰ যোগ্যতাও হেৰুৱাই পেলাইছিল। নতুন যুগটোৰ বাবে প্ৰয়োজনীয় চৰ্ত মাটিৰ ওপৰত স্থায়ী অধিকাৰ আৰু মুদ্ৰা — এই দুয়োটাই এওঁলোকৰ নাছিল।

সামন্ত ৰাজতন্ত্ৰই মাটিৰ ওপৰত স্থায়ী অধিকাৰ গঢ়ি তোলে তিল তিলকৈ যুদ্ধত জয় কৰি, শক্তি সঞ্চয় কৰি। চুকাফাৰ দিনৰ পৰা ৰুদ্ৰসিংহৰ দিনলৈকে এইদৰে আহোম ৰাজপৰিয়ালবিলাকে শক্তি আৰু উদ্যোগী চৰিত্ৰ এই দুটাৰ সমন্বয়তহে ভূমি নিজৰ হাতত ৰাখিব পাৰিছিল। পাইকৰ বিদ্ৰোহৰ ফলত মাত্ৰ যোল্ল বছৰৰ ভিতৰত এই অধিকাৰ হেৰুওৱাৰ পিছত আহোম ৰাজবংশৰ লোকসকলৰ অৱস্থা হৈছিল পানীত হাঁহ নচৰা। এই অৱস্থাটো মণিৰাম দেৱানে মফট মিলছৰ আগত দাখিল ধৰা প্ৰতিবেদন দুখনতে ফুটি উঠিছিল। তাৰ পিছত আমি অন্ততঃ দুটা উদাহৰণ পাওঁ য'ত ৰাজপৰিয়ালৰ উত্তৰাধিকাৰীয়ে ভূমি পৰিচালনা কৰি খাব নজনা আৰু ভূমিৰ স্থায়ী পট্টনৰ বাবে হাহাকাৰ কৰাটো ফুটি উঠে।

প্ৰথমটো কন্দৰ্পেশ্বৰ সিংহৰ। কিছু ক্ষমতা ঘূৰাই পোৱাৰ শেষ চেষ্টা হিচাপে তেওঁ ৰংপুৰ আৰু গড়গাঁও এই দুইখন ঠাইৰ স্থায়ী ব্যৱস্থা এটা ইংৰাজৰপৰা দাবী কৰিছিল। যিটো অধিকাৰ উত্তৰাধিকাৰসূত্ৰে প্ৰাপ্য সেইটো আহোম ৰাজপৰিয়ালে প্ৰথম বিদ্ৰোহীক

পৰাস্ত কৰাৰ বাবে যুদ্ধ নকৰি আৰু পিছত মানৰ লগত যুদ্ধৰ নেতৃত্ব নলৈ, শেষত ইংৰাজে কৰা অন্যায়ৰ বিৰুদ্ধে যুদ্ধ নকৰি ক্ৰমান্বয়ে হেৰুৱাই পেলাইছিল।' গৌৰীনাথ সিংহৰপৰা কন্দৰ্পেশ্বৰ সিংহলৈ — এই ৰজাসকল বিষয়ানিৰ্ভৰ, মতিচ্ছন্ন বা বুদ্ধিহীন আছিল বুলিলেও ভুল নহয়। ছু-হুং-মুং আৰু চক্ৰধ্বজ সিংহ আদিৰ দৰে যুদ্ধৰ বাবে প্ৰস্তুতি চলাবপৰা, একোখন ডাঙৰ যুদ্ধৰ ৰাজনৈতিক নেতৃত্ব দিব পৰা গুণ এওঁলোকৰ নাছিলেই। কমলেশ্বৰ সিংহৰ দিনলৈকে সম্পূৰ্ণ ৰূপে পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ কবলত, শেষ ৰজা কেইজন(যদিও নাম মাত্ৰ) মণিৰাম দেৱানৰ কবলত— তেওঁলোক যোদ্ধা, উদ্যোগী মহৎ চৰিত্ৰৰ অধিকাৰী নাছিল। এই অৱস্থাত কন্দৰ্পেশ্বৰ সিংহৰ বিননিয়ে ইংৰাজৰ দৰে বস্তুবাদী সাম্ৰাজ্যবাদী শক্তিৰপৰা সহানুভূতি আদায় কৰাত ব্যৰ্থ হৈছিল। ডেকা মানুহে পেন্সন বিচাৰি আবেদন কৰাটো কোনো কাৰণতে যোগ্যতাৰ আৰু সন্মানৰ পৰিচায়ক নাছিল যদিও ৰাজবংশৰ লগত সম্পৰ্ক দেখুৱাই একোজন কুৰি-পঁচিছ বছৰ বয়সীয়া ডেকা কোঁৱৰেও ইংৰাজৰপৰা পেন্সন দাবী কৰিছিল, অনুনয়-বিনয় কৰি কুৰি -পঁচিছ টকীয়া পেন্সন হ'লেও লৈছিল।

যুৱৰাজ ধনকান্ত সিংহই খাট চলাই খাব নোৱাৰা আন এক উদাহৰণ ইতিহাসত ৰাখি গৈছে। কান্ধুলীমাৰী (নগাঁও জিলাত) তেওঁৰ এখন ডাঙৰ খাট আছিল, এই খাটখন চলাব নোৱাৰি তেওঁ গুৱাহাটীৰ ওচৰত এখন খাট বিচাৰি কান্ধুলীমাৰীৰ খাটখন এৰি দিছিল। কিন্তু পিছত গুৱাহাটীৰ ওচৰত ক'তো মাটি নাপাই পুনৰ কান্ধুলীমাৰী খাটখনকে বিচাৰি ইংৰাজক আবেদন কৰিছিল। খাট ভূমি যুৱৰাজক ঘূৰাই দিবলৈ মান্তি হ'লেও ইংৰাজে সম্পূৰ্ণ খাজনাৰহিত ভূমি যুৱৰাজক দিবলৈ মান্তি হোৱা নাছিল। এইদৰেই ইংৰাজে প্ৰত্যক্ষভাৱে বুজাই দিছিল যে ভূমিৰ ওপৰত তাৰহে অধিকাৰ, যাৰ হাতত ৰাষ্ট্ৰ ক্ষমতা, নাইবা যি ৰাষ্ট্ৰক্ষমতাৰ অধিকাৰীক খাজনা দি স্থায়ী অধিকাৰ অৰ্জন কৰে তাৰ। যুৱৰাজ ঘনকান্ত সিংহৰ মৃত্যুৰ পিছত তেওঁৰ পত্নীয়ে শ্ৰাদ্ধাদি কৰিবৰ বাবে ধন ধাৰ কৰিবলগীয়া হৈছিল। শ্ৰাদ্ধ পাতিবৰ বাবে পুৰণি ৰাজবংশৰ বোৱাৰীয়ে হলৰয়ডৰ দৰে বিষয়াৰপৰা ধন বিচাৰিবলগীয়া অৱস্থা এটা হৈছিল, যিটো অপমানজনকেই নহয়, লজ্জা আৰু জাতীয় অৱক্ষয়ৰ নমুনা। নিজৰ নামৰ আগত যুৱৰাজ লিখি বা মহাৰজা লিখি ইংৰাজৰ সামান্য মোহৰ কেইটামানৰ আশাত বৰ্তি থকাৰ এই মনোবৃত্তিৰ বিপৰীতে আমি এচাম মানুহৰ মাজত দেখা পাইছো বিদ্যা-শিক্ষা অৰ্জন কৰি ইংৰাজৰ মৰ্যাদাসম্পন্ন বিষয়া হোৱাৰ হাবিয়াস; আন এচাম মানুহৰ মাজত আমি দেখা পাইছো কিতাপ-পত্ৰ লিখি অসমীয়া ছাত্ৰ-ছাত্ৰী পঢ়ুৱাই এক নবপ্ৰজন্ম গঢ়ি তোলাৰ হাবিয়াস। এই হাবিয়াস আহোম ৰাজতন্ত্ৰৰ শেষ প্ৰতিনিধিসকলৰ কাৰো মাজত উল্লেখনীয়ভাৱে নাছিল।

ৰাজপৰিয়ালৰ পিছতে আমি যদি প্ৰধান বিষয়াবৰ্গৰ উত্তৰাধিকাৰীসকলৰ ফালে চকু

দিওঁ তেন্তে একেই দুৰ্দশা দেখা পাওঁ। আহোম যুগৰ বিষয়াসকলক ইংৰাজে একো বিষয় বাব দিবলৈ নাইবা মৌজা আদি চলাবলৈ নিদিয়াৰ মূল কাৰণ সম্ভৱতঃ তেওঁলোকে পুনৰ ক্ষমতা ঘূৰাই আনিবলৈ ষড়যন্ত্ৰ কৰাৰ ভীতি। এই মনোবৃত্তি যে কিছুসংখ্যক বিষয়া পৰিয়ালৰ আছিল, সেই কথা পিয়লি বৰফুকনৰ নেতৃত্বত বিদ্ৰোহ, ধনঞ্জয় বৰগোহাঞিঃ আৰু হৰনাথ বৰগোহাঞিৰ নেতৃত্বত এই বিদ্ৰোহৰ বীজ সমগ্ৰ অসমতে বাৰম্বাৰ বিয়পোৱাৰ প্ৰচেষ্টা, তাৰ পিছতে মণিৰামৰ বিদ্ৰোহৰ লগত সম্পৰ্ক প্ৰতিষ্ঠা— এইবোৰে পুনৰ ক্ষমতা লাভৰ বাবে প্ৰয়াস, ইংৰাজৰ লগত ভিতৰি ভিতৰি হ'লেও সহযোগিতা নকৰাৰ ইংগিতকে দাঙি ধৰে। গতিকে বিষয়াবৰ্গৰ পৰিয়ালৰ লোকেও ইংৰাজৰপৰা সহানুভূতি আদায় কৰিবলৈ কমেই সমৰ্থ হৈছিল। মাধৱৰাম বৰগোহাঞিৰ দৰে দুই এজন ব্যক্তি এই ক্ষেত্ৰত ইংৰাজৰ অন্ধ সহযোগী হিচাপে ব্যতিক্ৰম আছিল। মণিৰামো প্ৰথম পৰ্বত এনে সহযোগী আছিল।

আহোম ৰাজপৰিয়াল আৰু বিষয়া পৰিয়ালৰ প্ৰধান দুখজনক চৰিত্ৰটো আছিল এক প্ৰকাৰ কৰুণতা উদ্ৰেককাৰী। এই ৰাজপৰিয়াল আৰু বিষয়া পৰিয়ালৰ লোকে ব্ৰহ্মোত্তৰ, দেবোত্তৰ, ধৰ্মোত্তৰ, নিস্পিখেৰাজ, লাখেৰাজ ভূমি দান কৰি অসমৰ ব্ৰাহ্মণ, মহন্ত আৰু ৰায়ত্থসকলক প্ৰতিষ্ঠা কৰি গৈছিল, কিন্তু ৰাজতন্ত্ৰৰ পতনৰ লগে লগে তেওঁলোক নিজে ভূমিহীন, বাটৰ ভিকহু হৈছিল— যাৰ মৰ্যাদা লুপ্ত হোৱা মহিষীসকলে ১০ টকাৰপৰা ১০০০ টকা মাহিলি পেন্সনেৰে চলিবৰ বাবে অত্যাচাৰী ইংৰাজ বিষয়াবো কৃপাপ্ৰাৰ্থী হ'বলগীয়া হৈছে। তেনে এক দুখজনক বিননি পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ নাতি এজনৰ আৰ্জিত প্ৰকাশ পাইছিল। পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ উত্তৰাধিকাৰীসকলৰ মাজত অন্যতম লোকেশ্বৰ সিংহ বুঢ়াগোহাঞিয়ে লিখিছিল—

That your humble petitioner begs therefore to state here that it seems to be an irony of fate that, while the subjects who received grants of lands and other privileges from the Assam king, have been living contented and happy and enjoying their rights and privileges without any abatement, whatever the kings, who made the grants, and their advisors of the royal blood, should have been reduced to object poverty, without even a place to live in.

## ৬.৫. পুঁজিবাদলৈ উত্তৰণৰ পথত

এই কথাত সন্দেহ নাই যে ইংৰাজক কেইবাটাও স্তৰৰ মানুহে আদৰি লৈছিল। এই স্তৰ কেইটা হ'ল—

(১) পুৰণি ব্যৱস্থাত মায়ামৰীয়া নেতৃত্বাধীন গণ বিদ্ৰোহ আৰু মানৰ আক্ৰমণত সম্পূৰ্ণ বিপৰ্যস্ত পুৰণি সম্ভ্ৰান্তসকল। এই শ্ৰেণীৰ মাজত আমি অকল মণিৰামকে দেখা

নাপাওঁ, আমি দেখা পাওঁ গুণাভিৰাম বৰুৱাৰপৰা লক্ষ্মীনাথ বেজবৰুৱালৈকে সকলো অসমীয়া মধ্য শ্ৰেণীৰ পূৰ্বপুৰুষসকলক।

(২) পুৰণি সমাজখনৰ সম্ভ্ৰান্ত সত্ৰাধিকাৰ, ব্ৰাহ্মণ আদিক। এওঁলোকে শান্তি আৰু নিৰাপত্তা বিচাৰি ইংৰাজৰ আগমন আৰু শক্তি বৃদ্ধিত অৰিহণা যোগাইছিল।

(৩) আনন্দৰাম ঢেকিয়ালফুকন, আনন্দৰাম বৰুৱাকে ধৰি এই শিক্ষিত আৰু ন-বিষয়াসকল। এওঁলোকে ভাবিছিল ইংৰাজৰ বদান্যতাত পশ্চিমীয়া আৰ্হিৰ এখন সমাজ নিৰ্মাণ সম্ভৱ হ'ব বুলি।

(৪) নতুন ব্যৱসায়ী আৰু সদাগৰ তথা চাহ উদ্যোগীসকল।

এই সহযোগী থলুৱাসকলৰ উপৰি ইংৰাজৰ প্ৰৱেশৰ লগে লগে ভাৰতৰ উন্নত বন্দৰ-মহানগৰী কোলকাতাৰপৰা বণিয়া, গোমস্তা, বিভিন্ন ব্যৱসায়ী, ইংৰাজৰ কৰ্মচাৰী আদিৰ আগমন ঘটিছিল। ভাৰতৰ অন্য স্থানৰ পৰা যে প্ৰব্ৰজনকাৰীসকল অহা নাছিল তেনে নহয়; তুলনামূলক বিচাৰত ওচৰঘৰীয়া বংগৰপৰা অহা ইংৰাজৰ দালাল তথা সহযোগী শ্ৰেণীৰ আগমন ঘটিছিল বেছি।

৬.৬ উল্লিখিত ইংৰাজৰ সহযোগী শ্ৰেণীৰ বিপৰীতে ইংৰাজৰ প্ৰৱেশৰ পিছৰপৰাই বিদ্ৰোহত লিপ্ত হোৱা ডা-ডাঙৰীয়া তথা পুৰণি সম্ভ্ৰান্তসকলৰ সংখ্যাও নিচেই কম নাছিল। এই বিদ্ৰোহবিলাকৰ চৰিত্ৰ, বিদ্ৰোহীসকলৰ বিৰুদ্ধে উল্লিখিত সহযোগী শ্ৰেণীৰ দৃষ্টিভংগীৰ বা প্ৰতিক্ৰিয়াৰ স্বৰূপ বিশ্লেষণ কৰিলেহে আমি বুজি পাম ইংৰাজৰ আগমনৰ সময়ত মধ্যশ্ৰেণীৰ ভূমিকাৰ অথৰ্বতা তথা নিৰ্লজ্জতাৰ কথা।

ম্যানমাৰৰ ৰজাই ইয়াণ্ডাবুৰ চুক্তিত স্বাক্ষৰ কৰিছিল ১৮২৬ চনত। সন্ধিৰ চৰ্ত অনুসৰি মান ৰজাই অসমকে ধৰি আন আন দখলীকৃত উত্তৰপূৰ্বাঞ্চলৰ ৰাজ্যবোৰৰ ওপৰত থকা অধিকাৰ ত্যাগ কৰিছিল আৰু ত্ৰাণকৰ্তাৰ ভূমিকাত অৱতীৰ্ণ ইংৰাজে ত্ৰাণকৰ্তাৰ ঠাইত দখলদাৰী ঔপনিৱেশিক শক্তিৰ আচল স্বৰূপ প্ৰদৰ্শন কৰিছিল। ইংৰাজে শদিয়াৰ শদিয়াখোৱা গোহাঞি, মটকৰ মাটিবৰ সেনাপতি আৰু চিংফৌৰ কেবাগৰাকীও গামৰ লগত মিত্ৰতা গঢ়ি তুলিছিল এই সৰু সৰু ৰাজ্যবোৰে ইংৰাজৰ আনুগত্য মানি লোৱাৰ চৰ্তত। মণিপুৰক চৰ্তসাপেক্ষে স্বাধীনতা প্ৰদান কৰাৰ উপৰি কাছাৰ আৰু জয়ন্তীয়াৰ লগতো বশ্যতা স্বীকাৰ কৰাৰ চৰ্তত ইংৰাজে মিত্ৰতা গঢ়ি তুলিছিল। অসমৰ ৰজাৰ লগত কিন্তু কোনোধৰণৰ চুক্তি ইংৰাজে কৰা নাছিল। অসম বে-আইনীভাৱে দখল কৰাৰ আগতে কিন্তু ইংৰাজে অসমত স্থায়ী দখল প্ৰতিষ্ঠা কৰাৰ কথা বিবেচনা কৰা নাছিল (১৮)। ১৫ এপ্ৰিল, ১৮২৬ত ইংৰাজে কিন্তু গুৱাহাটীৰ বৰফুকনৰ তলত থকা অঞ্চল সম্পূৰ্ণ নিজৰ হাতলৈ নি বাকী অংশ আহোমক কৰতলীয়া হিচাপে দিয়াৰ সিদ্ধান্ত লৈছিল। মটক, চিংফৌ, খামটি

১৮ *Political History of Assam, vol 1*, পৃঃ ৮৫ দ্ৰষ্টব্য।

অঞ্চল বিশ্বনাথৰ ইংৰাজ বিষয়াৰ তলত ৰাখি বাকী অংশ কৰতলীয়া হিচাপে দিয়াৰ সিদ্ধান্ত কৰিলে বাস্তৱিকতে কোন পক্ষক কৰতলীয়া হিচাপে দিব সেইটো নিৰ্ণয় কৰোতে ইংৰাজৰ কিছু দিন লাগিছিল। আহোম ৰাজ্যৰ দাবীদাৰ কেবাগৰাকীও ওলোৱাত ইংৰাজৰ বাবে অসমক প্ৰতাৰণা কৰাৰ অধিক সুযোগ সৃষ্টি হৈছিল। ১৮২৫-২৬ চনত মধ্য অসমখণ্ডত ইংৰাজে এটা সুকীয়া ৰাজহ গোট গঠন কৰি দুজন বিষয়াক কৰ সংগ্ৰহৰ দায়িত্ব দিয়াৰ উপৰি দৰঙী ৰাজ্যৰ ক্ষেত্ৰত বিজয় নাৰায়ণক ৪২,০০০ টকাৰ খাজনা আদায়ৰ চুক্তিত কৰতলীয়া ৰজা পাতিলে। ক্ষমতা লাভ কৰিয়েই ইংৰাজে উজনি অসম খণ্ডত জনমূৰি কৰ লগালে গাইপ্ৰতি তিনি, টকা মধ্য অসমত দুপুৰা মাটিৰ বাবদ দুটকা কৰ লগালে খৰিকা টনা বা নাঙলৰ কৰ লগালে প্ৰতি নাঙলত এটকা, জনমূৰি কৰ নগাঁৱত এটকা, চৰুৰে প্ৰতি চাৰি অনাৰপৰা এটকা কৰ লগালে। তদুপৰি মৰিয়া (Brajers), সোণাৰী, মাছমৰীয়াৰ ওপৰত শুল্ক তথা হাট, ঘাট আৰু মাছৰ ওপৰত কৰ লগালে। দেৱোত্তৰ, ধৰ্মোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটিতো কৰ লগালে। উজনি অসমত প্ৰথম জনাৰ্দন বৰবৰুৱা আৰু লম্বোদৰ বৰফুকনক বিচাৰক আৰু ৰাজহ সংগ্ৰাহকৰ দায়িত্ব দিলে। গুৱাহাটীক কেন্দ্ৰ কৰি স্কট চাহাবে নিজে হোৱাইট চাহাবৰ সহযোগিতাত প্ৰশাসন চলাবলৈ আৰম্ভ কৰিলে। তদুপৰি বিচাৰ চলাবৰ বাবে ৰাজখোৱা, বৰফুকনৰ তলত তিনিখন থলুৱা বিচৰালয় পাতি দায়িত্ব দিলে।

১৮২৭ চনৰ ভিতৰতে কৰৰ পৰিমাণ হ'ল দুগুণ। খেতিয়কৰ ওপৰত প্ৰতিপুৰা মাটিত ওপৰঞ্চি সাত অনা হাৰত কৰ বৃদ্ধি কৰা হ'ল। নামনি অসমৰ চৌধুৰীসকলক সাধাৰণ প্ৰজাই দিবলগীয়া হ'ল নানা কৰ। সাধাৰণ প্ৰজাৰ অৱস্থা ইয়াৰ ফলত অসহনীয় হৈ পৰিল। প্ৰজাৰ হাতত সামান্য কৰ প্ৰদানৰ বাবেও ধন নাছিল। ইফালে কৰ-সংগ্ৰহৰ দায়িত্বত থকাসকলৰ ভূমিকা আছিল সন্দেহজনক। কৰ সংগ্ৰহ কৰিও তেওঁলোকে ৰাজহৰ সমুদায় দিবলগীয়া ধন জমা দিয়া নাছিল (১৯)। এইদৰে ইংৰাজৰ দিনত উপৰ্যুপৰি কৰ বৃদ্ধি আৰু অত্যাচাৰৰ ঘটনাই প্ৰকৃতাৰ্থত প্ৰজা আৰু মোহগ্ৰস্ত ডাঙৰীয়া, সম্ভ্ৰান্তসকলৰ মোহভংগ হ'বলৈ সৰহ দিন নালাগিল। প্ৰথম পৰ্বৰ ডাঙৰীয়া বিদ্ৰোহ (গমধৰ আৰু পিয়লি ফুকনৰ বিদ্ৰোহ) আৰু সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা জুৰি ১৮৬১ চনৰপৰা হোৱা লেঠাৰি নিছিগা কৃষক বিদ্ৰোহবোৰেই প্ৰমাণ কৰে অসমৰ প্ৰজাৰ ব্যাপক অসন্তুষ্টি আৰু ক্ষোভৰ কথা।

## ৬.৭ ডাঙৰীয়া বিদ্ৰোহ

ডেভিদ স্কটৰ শাসন কালত অসমত হোৱা বিদ্ৰোহবিলাকৰ মূল হেতু কেবাটাও—

---

১৯ *Political History of Assam*, উক্ত খণ্ড পৃঃ ১৬।

কৰ-কাটল বৃদ্ধিৰ কাৰণটো ইয়াৰ ভিতৰত অন্যতম। স্থানীয় সম্ভ্ৰান্ত বা পুৰণি লোকসকলৰ মাজত অতি কম সংখ্যকহে লিখা-মেলা বা হিচাপ-নিকাচৰ কাম জনা মানুহ আছিল। গতিকে ইংৰাজৰ সহযোগী হিচাপে ওচৰঘৰীয়া মানুহ আহিবলগীয়া হৈছিল। আনহাতে, এই পুৰণি সম্ভ্ৰান্তসকলে কোনোধৰণৰ বিশেষ সা-সুবিধা পোৱা নাছিল। পেন্সন আদি পোৱাসকল আছিল পুৰণি সম্ভ্ৰান্তসকলৰ মাত্ৰ সামান্য অংশ এটা। পুৰণি ডা-ডাঙৰীয়াসকল অসন্তুষ্ট হৈয়েই আছিল। তাতে ১৮২৮ চনত খাচি পাহাৰত য়ু টিৰৎ সিঙৰ নেতৃত্বত বিদ্ৰোহৰ প্ৰস্তুতি, চিংফৌসকলৰ বিদ্ৰোহ, ভূটীয়াসকলৰ আক্ৰমণ আৰু সম্ভ্ৰান্ত আহোম সকলৰ এটা অংশৰ বিদ্ৰোহৰ সূত্ৰপাত হয় এই পৰ্বত। প্ৰথম বিদ্ৰোহৰ সূত্ৰপাত হয় ধনঞ্জয় বৰগোহাঞিৰ নেতৃত্বত নগা পাহাৰ দাঁতিকাষৰীয়া বছা অঞ্চলত, ইয়াতে গমধৰ কোঁৱৰক ৰজা পতা হয়।

১৮২৮ চনৰ নৱেম্বৰৰ শেষৰফালে মৰিযণিৰ ওচৰত কেপ্তেইন ৰাডাৰফোৰ্ডৰ বাহিনীৰ লগত বিদ্ৰোহীসকলৰ এখন সৰু যুদ্ধ হয়। বিদ্ৰোহী বাহিনী সমূলি ধ্বংসপ্ৰাপ্ত হোৱাত তেওঁলোক নগা পাহাৰলৈ পলাই যায়। অপৈণত বয়সৰ বাবেই হওক বা দুৰ্বল নেতৃত্বৰ বাবেই হওক গমধৰ কোঁৱৰে কিছুদিন অনাই-বনাই ফুৰি ৰাডাৰফোৰ্ডৰ ওচৰত আত্মসমৰ্পণ কৰে। আত্মসমৰ্পণৰ পিছত গমধৰ কোঁৱৰে ধনঞ্জয় বৰগোহাঞি আৰু তেওঁৰ পুত্ৰকহে বিদ্ৰোহৰ কাৰণ বুলি কয় আৰু নিজৰে নিৰ্দোষিতা দাবী কৰি কয় যে তেওঁ কৰতলীয়া ৰাজ্য দাবী কৰিবৰ বাবেহে আহিছিল (২০)। ধনঞ্জয়ক ইংৰাজে প্ৰাণদণ্ড বিহে যদিও তেওঁ কাৰাগাৰৰপৰা নগাপাহাৰলৈ পলাই গ'ল। গমধৰক কম বয়সৰ বাবে প্ৰাণদণ্ডৰপৰা ৰেহাই দি ইংৰাজে সাত বছৰ কাৰাবাসৰ দণ্ড বিহে। প্ৰথম ডাঙৰীয়া বিদ্ৰোহৰ এইদৰেই অন্ত পৰিল।

## ৬.৮ দ্বিতীয় ডাঙৰীয়া বিদ্ৰোহ

এই পৰ্বৰ ঘটনাৱলীতো ধনঞ্জয় বৰগোহাঞি এক তাৎপৰ্যপূৰ্ণ চৰিত্ৰ। গমধৰ কোঁৱৰক ৰজা পাতি স্বাধীনতা ঘূৰাই আনিবৰ বাবে কৰা প্ৰথম প্ৰচেষ্টা ব্যৰ্থ হোৱাৰ পিছত ধনঞ্জয় বৰগোহাঞি মোৱামৰীয়া ৰাজ্যলৈ পলাই যায়। তাতেই তেওঁৰ লগত পিয়লি ফুকন, জিউৰাম দুলীয়া বৰুৱা, ৰূপচান্দ, ব'ম চিংফৌ, ধনঞ্জয়ৰ পুত্ৰ হৰকান্ত আৰু হেমনাথ যোগ হয়। বিদ্ৰোহীসকলে মোৱামৰীয়া ৰজা, খামটি, চিংফৌ, খাচি, গাৰো, নগা আদি সকলো ওচৰঘৰীয়া ৰাজ্যৰ পৰা অসমৰ স্বাধীনতা ৰক্ষাৰ বাবে সাহায্য বিচাৰে।

চিংফৌসকলে বিদ্ৰোহীসকলক সহায় কৰাত বাধা প্ৰদানত কেপ্তেইন নিউফিল্ড সফল হয়। চিংফৌসকলে হৰনাথক আটক কৰি ইংৰাজক চমজাই দিলে। বিদ্ৰোহীসকল

---

*২০ (ক) উক্ত গ্ৰন্থ, পৃঃ ২০-২১।*

তথাপি দমি নগ'ল। তেওঁলোকে শিৱসাগৰত ইংৰাজকএক সৰ্বাত্মক আক্ৰমণৰ আঁচনি কৰে। বিদ্ৰোহীসকল প্ৰথমে ৰংপুৰত আৰু পিছত গেলেকীৰ যুঁজত পৰাভূত হয়। যুদ্ধত হাৰি ধনঞ্জয় বৰগোহাঞি নগা পৰ্বতলৈ পলাই যায় (২১)।

বিদ্ৰোহীসকলে ৰূপচান্দ কোঁৱৰক ৰজা পাতিবৰ বাবে বিদ্ৰোহৰ পাতনি মেলিছিল। ৰূপচান্দ, হৰনাথ আৰু ব'ম চিংফৌ আদিক ইংৰাজে ঢাকা জেললৈ প্ৰেৰণ কৰে। পিয়লি ফুকনক ফাঁচি দিয়াৰ লগে লগে এই বিদ্ৰোহৰ শাম কাটে।

এই বিদ্ৰোহ বিফল হোৱাৰ মূল কাৰণ কেবাটাও।(১) প্ৰথম কাৰণ আছিল সামৰিক সমৰ্থনৰ অভাৱ। বিদ্ৰোহত সৰ্বাধিক ৪০০ সৈন্য মাত্ৰ যোগ দিছিল। পৰাক্ৰান্ত ইংৰাজৰ সামৰ্থ্যলৈ চালে এই শক্তি আছিল নগণ্য। (২) বিদ্ৰোহত সকলোবোৰ ডাঙৰীয়া পৰিয়ালৰ সমৰ্থন নাছিল। ধনঞ্জয়, দুই পুত্ৰ হৰনাথ আৰু হেমনাথ, জোঁৱায়েক জিউৰাম দুলীয়া বৰুৱাৰ বাহিৰে কেৱল বৰফুকনৰ পৰিয়ালৰ পিয়লি বৰফুকন আৰু তেওঁৰ ভ্ৰাতৃ বিদ্ৰোহৰ অংশীদাৰ হৈছিল। ইয়াৰ বিপৰীতে বৰগোহাঞি পৰিয়ালৰে মাধৱৰাম আৰু মণিৰাম দেৱানৰ দৰে পঞ্চায়তৰ সদস্যসকলে ধনঞ্জয়-পিয়লিৰ বিদ্ৰোহাত্মক কাম-কাজৰ বিৰোধিতা কৰিছিল (২২)। আটাইতকৈ ডাঙৰ কথা পিয়লি বৰফুকন আছিল বদন বৰফুকনৰ পুত্ৰ। এই সম্পৰ্কটোৱেই মানৰ দিনৰ অঘটনলৈ মানুহক মনত পেলাই দিছিল; বিদ্ৰোহীৰ বিপৰীতে ইংৰাজৰ প্ৰতিহে মানুহৰ সমৰ্থন বেছি থকাৰ কাৰণেই সম্ভৱতঃ গণ সমৰ্থনৰ অভাৱত বিদ্ৰোহৰ জুই-শিখা সহজে নিৰ্বাপিত হৈছিল।

ইংৰাজৰ বিৰুদ্ধে হোৱা ডাঙৰীয়া বিদ্ৰোহৰ শেষ পৰ্বত মান ৰজাৰ কুঁৱৰী কমী আইদেউৰ ভ্ৰাতৃ গদাধৰ কোঁৱৰে শদিয়াত থিতাপি লৈ বিদ্ৰোহৰ ষড়যন্ত্ৰত নামিছিল। কিন্তু প্ৰকৃত বিদ্ৰোহ সংঘটিত কৰাৰ আগতেই ইংৰাজৰ চিপাহীয়ে গদাধৰ কোঁৱৰক আটক কৰিছিল।

ডাঙৰীয়া বিদ্ৰোহৰ সামগ্ৰিক ব্যৰ্থতাৰ কাৰণ স্পষ্ট। অসমৰ সাধাৰণ মানুহে এবাৰ উৎখাত কৰা ৰাজতন্ত্ৰক পুনৰ প্ৰতিষ্ঠা কৰিবৰ বাবে ডাঙৰীয়াসকলক দলে-বলে সমৰ্থন কৰা নাছিল। সম্ভৱতঃ মানৰ দিনৰ ভয়াবহতাই পুনৰ বিদ্ৰোহৰ অগ্নি নিৰিয়পাৱলৈ অসমীয়া প্ৰজাক পৰোক্ষ সকীয়নি দিছিল।

## ৬.৯ মণিৰামৰ বিদ্ৰোহ

পিয়লি বৰফুকন আৰু ধনঞ্জয় বৰগোহাঞিৰ নেতৃত্বাধীন বিদ্ৰোহ দমন আৰু পিয়লি বৰফুকনৰ ফাঁচিত বিচাৰকৰ ভাও লোৱা মণিৰামে কিন্তু সমগ্ৰ ভাৰত জুৰি হোৱা স্বাধীনতাৰ

---

*২০(খ) The Comprehensive History of Assam vol IV, পৃঃ ২৩*

*২১ Political History of Assam, vol I, খণ্ড ১, পৃষ্ঠা ২৬।*

*২২ উক্ত গ্ৰন্থ, পৃঃ ২০*

প্ৰথম সংগ্ৰাম চিপাহীৰ বিদ্ৰোহৰ শেষ পৰ্বত নিজে প্ৰাণাহুতি দি ইংৰাজক কৰা সহযোগিতাৰ মূল্য নিৰ্মমভাৱে পৰিশোধ কৰিবলগীয়া হৈছিল।

মণিৰামে পুৰন্দৰ সিংহৰ ৰাজ্য (১৮৩৫-৩৮) হানিৰ পিছতো পূৰ্বৰ ৰাজবংশৰে এজনক ৰজা পতাৰ পোষকতা কৰিছিল। এই প্ৰসংগত কন্দৰ্পেশ্বৰ সিংহৰ আৰ্জি আৰু লগতে এখন নিজা আৰ্জি মফট মিলছৰ ওচৰত দাখিল কৰাৰ কথা অন্যত্ৰ আলোচনা কৰা হৈছে। ইংৰাজে কিন্তু মণিৰামৰ আবেদন গ্ৰাহ্য কৰা নাছিল। ফলত মণিৰামে যে অসন্তুষ্টিৰ এটা পাহাৰ কান্ধত লৈ কলিকতাত (এতিয়াৰ কোলকাতা) থিতাপি লৈ ক্ষমতা ঘূৰাই পোৱাৰ ফন্দি কৰিছিল তাত সন্দেহ কৰিবলগীয়া বিশেষ হেতু নাই। ইতিমধ্যে ইংৰাজৰ লগত সহযোগিতা কৰি কোম্পানীৰ দেৱান হৈ মণিৰামে যি অভিজ্ঞতা অৰ্জন কৰিলে তাৰ ভিত্তিতে নিজে চাহ বাগিচা পাতি উদ্যোগী হিচাপে প্ৰতিষ্ঠা লাভ কৰিছিল। উদ্যোগী হিচাপে তেওঁৰ হাণ্ট চাহাবৰ লগত মত বিৰোধো হৈছিল। কোলকাতাত থকা কালত মণিৰামৰ ভাবধাৰাৰ ওপৰত কোলকাতাৰ বিদ্ৰোহী মনোবৃত্তিৰ লোকসকলে মণিৰামৰ মনত সম্ভৱতঃ ৰেখাপাত কৰিছিল।

মণিৰামে ইংৰাজে কৰা অন্যায়, অপমান আৰু কৰ-কাটল বৃদ্ধিৰে অসমৰ ৰাজপৰিয়াল, ডা-ডাঙৰীয়াসকল আৰু সাধাৰণ প্ৰজাক দিয়া দুঃসহ পীড়াৰ কথা বুজি পাইছিল আৰু হৃত অধিকাৰ পুনৰ প্ৰতিষ্ঠাৰ বাবে সংকল্প লৈছিল। পিয়লিৰ বিদ্ৰোহৰ সময়ত গ্ৰহণ কৰা ভূমিকালৈ চালে মণিৰামৰ কাম-কাজ স্ববিৰোধিতাপূৰ্ণ যেন লাগে। কিন্তু উদ্যোগী মণিৰামে ইংৰাজৰ প্ৰকৃত স্বৰূপ বুজিহে বিদ্ৰোহৰ জল্পনা-কল্পনা কৰিছিল বুলি ক'ব পাৰি।

মণিৰামৰ নেতৃত্বত প্ৰকৃততে বিদ্ৰোহ হোৱাৰ কথা আছিল দুৰ্গা পূজাত। ৰজা কন্দৰ্পেশ্বৰ সিংহই বিদ্ৰোহৰ বাবে গোপনে প্ৰস্তুতি চলাইছিল বুলি অনুমান কৰা হয়।

ইংৰাজৰ বিষয়া হলৰয়ডৰ ভাষাত :

"In the month of Asar or begining of Sawan Pealie was deputed to Golaghat with the letters from Saring Raja finally to arrange matters with the Native officers and sepoys on that command. When there he visited other people also of influence in the vicinity, and arranged that the intended rising should occur about the time of Doorgah poojah, when Moniram stated he could arrive."

"In the month of Asar, Noor Mahommed Jamdr. of the Ist Assam Lt. Infy. came down from Deebroogarh to Joorhat on private leave and had interviews with the Rajah regarding the assistance to be afforded by the sepoys, and of the remuneration they were to receive for placing him on the Guddee.

In the month of Sawan (July-August) Rustom Sing Jamdr and two sepoys ween to Joorhat, and having visited the Saring Raja by night coferred with him regarding the arrangement made with pealie at Golaghat

In the month of Bhadra Devidutta Sarmah Mouzadar (Brother to Luchiedutta) received gold from the Raja for the collection of Rassad for the troops, for a similar purpose gold was also distributed to other parties.(২৩)

ৰজা কন্দৰ্পেশ্বৰ সিংহৰ ঘৰত তালাচী চলাই ইংৰাজ বাহিনীয়ে ৰজাৰ বিৰুদ্ধে বিদ্ৰোহত লিপ্ত হোৱাৰ কোনো সাক্ষ্য সংগ্ৰহ কৰিব পৰা নাছিল। ইংৰাজৰ বিৰুদ্ধে বা বিদ্ৰোহৰ পক্ষে কোনো উক্তি কন্দৰ্পেশ্বৰ সিংহই কৰা নাছিল।

ইংৰাজে বিদ্ৰোহ দমনত দ্ৰুত পদক্ষেপ গ্ৰহণ কৰি গোলাঘাটৰ বাহিনীৰ বিদ্ৰোহীসকলক কামৰ পৰা বৰ্খাস্ত কৰিছিল। ডিব্ৰুগড়ৰ বাহিনীৰ বিদ্ৰোহীসকলক 'কর্ট মার্শাল'ৰ সন্মুখীন কৰাইছিল আৰু প্ৰায় সকলোকে বৰ্খাস্ত কৰা হৈছিল, কিছুমানক দীৰ্ঘকালীন কাৰাদণ্ড দিয়া হৈছিল।

ইংৰাজে বিচাৰৰ নামত যি প্ৰহসন কৰিছিল সেয়া পৃথিৱীৰ ঔপনিবেশিকতাবাদৰ ইতিহাসতে কলংকৰ এক মচিব নোৱাৰা উদাহৰণ। হলৰয়ডে নিজেই ১৮৫৭ চনৰ চতুৰ্দশ আইন (Act-XIV op-1957) অনুসৰি প্ৰশাসক আৰু বিচাৰক উভয়ৰে ভূমিকা গ্ৰহণ কৰাটো ক'লা আইনৰ নগ্ন উদাহৰণ। অভিযুক্তসকলক আত্মপক্ষ সমৰ্থনৰ বাবে কোনো সুযোগ ইয়াত দিয়া হোৱা নাছিল। ৰজা কন্দৰ্পেশ্বৰ সিংহৰ ক্ষেত্ৰত আনহাতে বিচাৰেই কৰা হোৱা নাছিল, বিনা বিচাৰে ১৮৬০ চনৰ ডিচেম্বৰ মাহলৈকে বৰ্ধমানত নজৰবন্দী কৰি ৰখা হৈছিল।

সমসাময়িক ঘটনাৱলীয়ে প্ৰমাণ কৰে বিদ্ৰোহ যদিও সম্পূৰ্ণ ৰূপত অগ্নি-দাহত পৰিণত হ'বলৈ নাপালে তথাপি ই আছিল সুসংগঠিত। চিপাহী আৰু সাধাৰণ প্ৰজা সকলোৰে মাজত সংগঠনৰ কাম-কাজ চলোৱাৰ ক্ষেত্ৰত পিয়লি বৰুৱা প্ৰমুখ্যে এচাম লোকে নিষ্ঠাৰে আত্মনিয়োগ কৰিছিল।

এই বিদ্ৰোহৰ ব্যৰ্থ হোৱাৰ অন্যতম প্ৰধান কাৰণ কন্দৰ্পেশ্বৰ সিংহৰ অপৈণত বয়স আৰু ধাৰাবাহিক চিন্তাৰ অভাব। তেওঁৰ বয়স ১৮৫৭ চনত অতি বেছি ১৬-১৭ বছৰ হৈছিল। কন্দৰ্পেশ্বৰ সিংহ শেষ বয়সত ইংৰাজৰ প্ৰতি অনুৰাগী হোৱাটো আৰু কেনেকৈ তেওঁ প্ৰদৰ্শন কৰা দৃঢ়তাবিহীন প্ৰকৃতিয়ে মূলতঃ অস্থিৰ আৰু অপৈণত বুদ্ধিৰ পৰিচয়হে দাঙি ধৰে।

---

২৩ *Pol History of Assam, vol I, Page 70-71.*

## ৬.১০. কৰ বৃদ্ধি আৰু কৃষক বিদ্ৰোহ

অসমীয়া মধ্য শ্ৰেণীয়ে ভাবিছিল যে ইংৰাজে মানৰ উপদ্ৰৱৰপৰা ৰক্ষা কৰি অসমক এক সুস্থ শান্তিপূৰ্ণ বাতাৱৰণ দিব। বাস্তৱত ইয়াৰ কিন্তু প্ৰমাণ ফুটি নুঠিল। বাস্তৱত ইংৰাজে অসম বেদখল কৰা দিন ধৰি কেৱল উৎপীড়ন, কৰ বৃদ্ধি আৰু থলুৱা ব্যৱস্থাসমূহ ধ্বংস কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছিল। ডাঙৰীয়াসকলৰ বিদ্ৰোহ অন্ত পৰাৰ লগে লগে ১৮৮১ চনত ফুলগুৰিৰ ধেৱা, ১৮৮৪ চনৰ পথৰুঘাটৰ ৰণ, ১৮৬৯ ৰঙিয়াৰ বিদ্ৰোহ।

ফুলগুৰি ধেৱাক কানিয়াৰ বিদ্ৰোহ বুলি কোৱাটো এক স্বেচ্ছামূলক ঔপনিবেশিক অপপ্ৰচাৰ মাত্ৰ। ডক্টৰ গুহয়ো এইটো অপপ্ৰচাৰ বুলিয়েই অভিহিত কৰিছে (২৪)। এই বিদ্ৰোহৰ ক্ষেত্ৰ দেখা পাওঁ যে পুৰণি সামন্তবাদী খেল প্ৰথা তুলি দি তাৰ ঠাইত খাজনা তোলাৰ বাবে মৌজাদাৰী প্ৰথা প্ৰৱৰ্তন কৰি ৰাইজক হাৰাশাস্তি কৰাটো ইয়াৰ মূল কাৰণ। ১৮৩২-৩৩ চনত বহু বেছি খাজনা বাকী পৰাত ইংৰাজে খেল ব্যৱস্থা তুলি দি মৌজাদাৰী ব্যৱস্থা প্ৰৱৰ্তন কৰে। ১৮৫১-৫২ চনৰপৰা ১৮৫২-৫৩ চনৰ ভিতৰত নাঙলমূৰি কৰ (Plough tax) বছৰি বছৰি বঢ়াই নি নাঙলে প্ৰতি তিনি টকা, কোৰে প্ৰতি এক টকা কৰ নিৰূপণ কৰা হৈছিল। যমুনামুখ মহলত কৰ ধাৰ্য কৰা হৈছিল নাঙলে প্ৰতি দুটকা আঠ অনা, কোৰে প্ৰতি এক টকা। জনমূৰি কৰ ধাৰ্য কৰা হৈছিল প্ৰতিজন বৃত্তিজীৱী— হাৰি, কৈৱৰ্ত, হৰিজনৰ ওপৰত জনে প্ৰতি ৫ টকা। নগাঁও জিলাত কৰ সংগ্ৰহৰ গতি দ্ৰুততৰ কৰিবৰ বাবে মিকিৰ পাহাৰ আৰু পাৰ্বত্য জিলাসমূহ বাদ দিও মুঠ ১৫৮ জন মৌজাদাৰ খাজনা আৰু কৰ সংগ্ৰহৰ বাবে নিয়োজিত কৰা হৈছিল। এওঁলোকক সহায় কৰিবৰ বাবে ১৫৮ কাকতি আৰু ১৬৯ জন টেকেলা নিয়োগ কৰা হৈছিল। ফুলগুৰি বিদ্ৰোহৰ আগৰ নগাঁও আছিল মৌজাদাৰ, কাকতি আৰু টেকেলাৰ হেঁচা পিষ্ট নগাঁও।

'মিলছ্ ৰিপৰ্ট'ত প্ৰকাশ পোৱা মতে ১৮৩০-৩৪ আৰু ১৮৫২-৫৩ ৰ ভিতৰত খাজনা বাঢ়িছিল। নিম্নোক্ত হাৰত —

---

*২৪ ড° অমলেন্দু গুহ, পৃষ্ঠা - ৮, ১৯৮৮ সংস্কৰণ।*

### তালিকা ৬-১

| খাজনা/কৰৰ ক্ষেত্ৰ | সময় | |
|---|---|---|
| | ১৮৩৩-৩৪ | ১৮৫২-৫৩ |
| ১। ৰূপিত মাটি (প্ৰতি পুৰা) | ১ | ১ টকা ৬ অনা |
| ২। আন মাটি (প্ৰতি পুৰা) | ৮ অনা | ১ টকা |
| ৩। লাখেৰাজ মাটি | ৫ অনা | ১০ অনা |

কুৰি বছৰৰ ভিতৰত মাটিৰ খাজনা বৃদ্ধি পাইছিল ৫০ শতাংশৰপৰা ১০০ শতাংশ। আনহাতে অন্য ৰাজহৰ হাৰ আছিল নিম্নোক্ত ধৰণৰ—

### তালিকা ৬-২
বিভিন্ন কৰ

| শিতান | কৰৰ হাৰ |
|---|---|
| ১। নাঙল কৰ (১ শ্ৰেণী) | ৩ টকা |
| ২। নাঙল কৰ (২য় শ্ৰেণী) | ২ " |
| ৩। কোৰৰ কৰ (প্ৰতিখনে) | ১টকা ২ অনা |
| ৪। জনমূৰি কৰ | ১ টকা |
| ৫। জনমূৰি কৰ (মৰিয়া, সোণাৰি, কৈবৰ্ত আদিৰ ওপৰত) | ৫ টকা |

### তালিকা ৬-৩
বিদ্ৰোহ পৰ্বত খাজনাৰ হাৰ

| জিলা | ৰূপিত মাটি | | | | অন্যান্য ভূমি | | | |
|---|---|---|---|---|---|---|---|---|
| | ১৮৪২-৪৩ | | ১৮৫২-৫৩ | | ১৮৪২-৪৩ | | ১৮৫২-৫৩ | |
| | টঃ | অঃ | টঃ | অঃ | টঃ | অঃ | টঃ | অঃ |
| কামৰূপ | ১ | ৪ | ১ | ৮ | ১ | ০ | ১ | ০ |
| নগাঁও | ১ | ৪ | ১ | ৬ | ০ | ৪ | ১ | ০ |
| দৰং | ১ | ৮ | ১ | ৬ | ০ | ১২ | ১ | ০ |
| শিবসাগৰ | ১ | ৪ | ১ | ৪ | ০ | ১২ | ০ | ১৪ |
| লখিমপুৰ | ১ | ০ | ১ | ০ | ০ | ১২ | ০ | ১২ |

তালিকা ঃ ৬-৪

খাজনা বৃদ্ধিৰ হাৰ-১৮৬৫

| জিলা | পুৰ্বৰ হাৰ | | | | নতুন হাৰ (১৮৬৫) | | | | | |
|---|---|---|---|---|---|---|---|---|---|---|
| | ৰূপিত | | অন্যান্য | | বস্তি | | ৰূপিত | | অন্যান্য | |
| | টঃ | অঃ | টঃ | অঃ | টঃ | অঃ | টঃ | অঃ | টঃ | অঃ |
| কামৰূপ | ১ | ৮ | ১ | ০ | ৩ | ০ | ১ | ১৪ | ১ | ৮ |
| দৰং | ১ | ৬ | ১ | ২ | ৩ | ০ | ১ | ১৪ | ১ | ৮ |
| নগাঁও | ১ | ৬ | ১ | ২ | ৩ | ০ | ১ | ১৪ | ১ | ৪ |
| শিৱসাগৰ | ১ | ৪ | ১ | ০ | ৩ | ০ | ১ | ১৪ | ১ | ৪ |
| লখিমপুৰ | ১ | ৪ | ১ | ০ | ৩ | ০ | ১ | ১৪ | ১ | ৮ |

কৰ ব্যৱস্থা আছিল দেখদেখকৈ প্ৰজাৰ স্বাৰ্থৰ পৰিপন্থী, উৎপাদন বিৰোধী আৰু অত্যন্ত অগণতান্ত্ৰিক পদ্ধতিৰে ইয়াক আৰোপ কৰা তথা সংগ্ৰহ কৰা হৈছিল। ১৮৩৬-৩৭ ত বৃত্তি কৰ আৰু ১৮৫০-৫১ ত নাঙল কৰ প্ৰত্যাহাৰ কৰা হয়। তথাপি ৫২-৫৩ মুঠ ১,৫৫,৬৫১ টকা ৰাজহ উঠিছিল। প্ৰকৃত খাজনা (কমিছন বাদ দি) ১,৩০,৪৩৭ টকা। হাট আৰু নৈ-ঘাট আদি নিলাম যোগে বিক্ৰী কৰাৰ ব্যৱস্থা প্ৰবৰ্তিত হৈছিল।

সেই সময়ত নগাঁও জিলাত ৰূপিত মাটিৰ বিক্ৰী মূল্য আছিল ৩-৪ টকাৰ ভিতৰত। প্ৰতি পুৰাত ধাৰ্য খাজনাৰ ই আছিল মাত্ৰ দুগুণ। আনুপাতিক হিচাপত এই হাৰ সেয়ে অতি বেছি আছিল বুলি ঠাৱৰ কৰিব পাৰি।

খাজনা আৰু কৰৰ বোজাত অতিষ্ঠ হৈ আছিল প্ৰজা; গতিকে এনে প্ৰজাই বিচাৰি আছিল এটা উদ্দীপক বা অজুহাত। কানি খেতি বন্ধ কৰি চৰকাৰীভাৱে কানি যোগানৰ ব্যৱস্থা ইংৰাজে গ্ৰহণ কৰাটো এটা সঠিক উদ্দীপক বা উত্তেজক কাৰণ হৈ পৰিছিল। ইংৰাজে কানি খেতি বন্ধ কৰাটো জনহিতকৰ নাছিল, ইয়াৰ উদ্দেশ্য আছিল চৰকাৰী কানিৰ বিক্ৰী বৃদ্ধি কৰা। সেই সময়ত নগাঁও, শিৱসাগৰ আৰু লখিমপুৰ জিলাত প্ৰচুৰ পৰিমাণে আৰু দৰং, কামৰূপ আৰু কামৰূপ জিলাৰ কিছুমান ঠাইত আফু খেতি কৰা হৈছিল। কিন্তু বিদ্ৰোহ সীমাবদ্ধ আছিল অকল ফুলগুৰি অঞ্চলতহে। সেই সময়ত হুপকিনছন কমিছনাৰ ৫ চাহাবৰ কৰ সংগ্ৰহ নীতিৰ অগণতান্ত্ৰিকতা, নগাঁও জিলাৰ উপায়ুক্ত স্কনছৰ স্থানীয় ৰীতি-নীতিৰ প্ৰতি অৱজ্ঞা তথা দুৰ্ব্যৱহাৰ আদিয়ে প্ৰজাক ক্ষুণ্ণ কৰি তুলিছিল (*২৫)। নামঘৰত সোমাই থাপনা পতা স্থানত সিংহাসনত বহি ধৰ্মপ্ৰাণ ৰাইজক অপমান কৰাটোও ফুলগুৰিত ৰাইজ ক্ষুণ্ণ হোৱাৰ আন এক কাৰণ। এই বিদ্ৰোহ স্বতঃস্ফূৰ্ত আছিল

২৫ *Political History of Assam, vol I page 93* পাদ টীকা দ্ৰষ্টব্য।

যদিও ইয়াৰ গুৰিত আছিল তিৱা জনজাতিৰ কৃষক নেতাসকল (২৬)। বিদ্ৰোহৰ নায়ক লক্ষণ সিং ডেকা, চাংবৰ ডেকা, ৰংবৰ ডেকাক ইংৰাজে নগাঁও জেলত ফাঁচি দিছিল। কলীয়াপানীলৈ দ্বীপান্তৰিত কৰিছিল (১) বাহু কৈৱৰ্ত, (২) ৰূপসিং লালুং, (৩) চিৰসিং লালুং, (৪) হেবেৰা লালুং, (৫) হেবেৰা কৈৱৰ্ত, (৬) কটিয়া লালুং আদি ছয়জনক। সশ্ৰম কাৰাদণ্ড দিয়া হৈছিল ৬০ জনক। ৰহিয়াল বৰুৱা, জাগীয়লীয়া গোহাঞি, খোলা আৰু গোভাৰ কটকী, লালুং পোৱালি ৰজাসকল, অন্যান্য বহু সম্ভ্ৰান্ত লোক, মৌজাদাৰ, চৰকাৰী সৰু সৰু চাকৰিয়াল আদি ইংৰাজৰ অত্যাচাৰৰ সম্মুখীন হৈছিল। মধ্যবিত্ত শ্ৰেণীয়ে এই বিদ্ৰোহৰ গুৰি ধৰাটো প্ৰায় অসম্ভৱ। জমিদাৰ, মৌজাদাৰ, পোৱালি ৰজা, গাঁওবুঢ়া, মণ্ডল, পণ্ডিত দৈৱজ্ঞ আদি কেতিয়াও মধ্যবিত্ত নহয়।

বিদ্ৰোহত 'পাঁচদিনীয়া ৰাইজ মেল' অনুষ্ঠিত কৰাটো কিন্তু এটা সংগঠিত কাৰ্য। ই পৰম্পৰাগত কৃষক সমাজৰ গাঁও ভিত্তিক কাম-কাজৰ আদৰ্শৰ বিকশিত ৰূপ। এই 'মেল' পৰম্পৰাগত। কিন্তু ইয়াৰপৰাই আহিছিল বৌদ্ধিক নেতৃত্ব।

পৰম্পৰাগত ৰাইজমেলৰ লগত ৰায়ত সভা (১৮৮৪) আৰু সৰ্বজানিক সভাৰ দৰে সংগঠনৰ কিবা সম্পৰ্ক আছিল নে নাই সিও অস্পষ্ট। বিদ্ৰোহৰ বাবে ফাঁচি হোৱা সকল কানীয়া নাছিল। কিন্তু প্ৰথম মধ্যবিত্তীয় সংগঠন 'ৰায়ত সভা'ৰ এগৰাকী প্ৰধান সংগঠক হৰিবিলাস আগৰৱাল নিজেই কানিৰ মহলদাৰ আছিল, সৰ্বজানিক সভাই আনহাতে কানি বন্ধ কৰাত আপত্তি প্ৰদৰ্শন কৰিছিল। মণিৰাম দেৱানেও মিলছুক দিয়া আৰ্জিত আফিং বন্ধ পৰ্যায়ক্ৰমে কৰাতহে গুৰুত্ব দিছিল। এইবোৰ তথ্যই কানি, কানি খেতি আৰু মধ্যবিত্তৰ মাজত যে এটা যোগসূত্ৰ আছে সেই কথা প্ৰমাণিত কৰে; কিন্তু এই সম্পৰ্কৰ গতি বিধি প্ৰত্যায়িত কৰাৰ কোনো সমল নাই।

'ৰাইজমেল' যে ৰায়ত সভা আৰু সৰ্বজানিক সভাৰ পূৰ্বমুখী সেইটো অস্পষ্ট নহয়। মণিৰাম দেৱানৰ ফাঁচিৰ কালত বিদ্ৰোহৰ প্ৰতি সমৰ্থন জনাই ইংৰাজৰ তলত ঠিকা কৰি থকা শ্ৰমিক সকলৰ কাম-কাজ বন্ধ কৰি দিয়া বাবে মধুৰাম কোচৰ সাত বছৰ সশ্ৰম কাৰাদণ্ড হৈছিল। মণিৰাম দেৱানে যে বিদ্ৰোহৰ প্ৰস্তুতি পৰ্বত গাঁৱৰ ৰাইজৰ মুখিয়ালসকলৰ লগত যোগযোগ ৰাখিছিল সেইটো সত্য। পোৱালি ৰজা আৰু ৰহিয়াল বৰুৱা আদিৰ কৃষক বিদ্ৰোহৰ প্ৰতি থকা সমৰ্থনে মণিৰামৰ ফাঁচিৰ পিছত কৃষকসকলৰ মাজত গা কৰি উঠা অসন্তুষ্টিৰ এটা প্ৰতিচ্ছবি দাঙি ধৰে।

'ফুলগুৰিৰ ধেৱা'ৰ পিছতে সুদীৰ্ঘকাল ধৰি ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰা 'পথৰুঘাটৰ ৰণ' আৰু 'বজিয়াৰ কৃষক বিদ্ৰোহ' অসমৰ মধ্যশ্ৰেণীৰ বিকাশৰ পথত দুটা উল্লেখযোগ্য

---

*২৬ ফুলগুৰি বিদ্ৰোহৰ বিস্তৃত বিৱৰণৰ বাবে বেণুধৰ কলিতাৰ 'ফুলগুৰিৰ ধেৱা' গ্ৰন্থ দ্ৰষ্টব্য। বেণুধৰ কলিতাৰ ফুলগুৰি ধেৱা, দ্বিতীয় তাঙৰণ ১৯৯৪।

ঘটনা। এই বিদ্ৰোহবোৰে ইংৰাজৰ ব্যৱস্থাপনাৰ প্ৰতি অসন্তুষ্ট কৃষকৰ মাজত বাঢ়ি অহা চেতনাৰ ইংগিত দাঙি ধৰে। এইবোৰ দেখাত স্বতঃস্ফূৰ্ত হ'লেও মূলতঃ সমাজ মনস্তাত্ত্বিক দিশৰপৰা ঔপনিবেশিক শৃংখলৰপৰা মুক্ত হোৱাৰ আকাংক্ষাৰ এইবোৰ বহিৰ্প্ৰকাশ।

এইসময়ত ইংৰাজৰ কৰ-কাটল বৃদ্ধিৰ উপৰি কৃষকৰ ধনৰ অভাৱ, ধন অৰ্জন কৰিবৰ বাবে বজাৰত পণ্য বিক্ৰী কৰিবৰ বাবে উপযুক্ত বাট-পথ আৰু বজাৰৰ অভাৱ আছিল কৃষকসকলে খাজনা তথা কৰ পৰিশোধ কৰিব নোৱাৰাৰ অন্যতম কাৰণ। কৰ বৃদ্ধি কৰাৰ ফলত সেয়ে ইংৰাজৰ ৰাজহ যিমান বাঢ়িছিল তাৰ তুলনাত কৃষকৰ জীৱনলৈ নামি অহা বোজাৰ মাত্ৰা আছিল বহু বেছি।

ধন নথকা মানুহে কৰ দিবলগীয়া হ'লে সৃষ্টি হোৱা পৰিস্থিতিটো দৰিদ্ৰ কৃষক সমাজক বিদ্ৰোহৰ পথলৈ টানি নিয়াৰ যে প্ৰধান কাৰণ তাক বিদ্ৰোহৰ স্বতঃ স্ফূৰ্ততা আৰু প্ৰায় অসংগঠিত ৰূপটোৱে প্ৰমাণিত কৰে।

১৮৬৪-৬৫ চনৰপৰা ১৮৬২-৬৯ চনৰ ভিতৰত ভূমি ৰাজহ বৃদ্ধিৰ পৰিমাণ আছিল নিম্নোক্ত ধৰণৰ :

**তালিকা ৬-৫**

বিদ্ৰোহ কালত খাজনাৰ হাৰ

| জিলা | চন | ১৮৬৪-৬৫ | | | ১৮৬৮-৬৯ |
|---|---|---|---|---|---|
| | ৰূপিত মাটি (বিঘা) | অন্য মাটি (বিঘা) | বস্তি (বিঘা) | ৰূপিত (বিঘা) | ফৰিঙতি (বিঘা) |
| | টঃঅঃপঃ | টঃঅঃপঃ | টঃঅঃপঃ | টঃঅঃপঃ | টঃঅঃপঃ |
| কামৰূপ | ০ ৫ ০ | ০ ৪ ০ | ১-০-০ | ০ ১০ ০ | ০ ৮ ০ |
| দৰং | '০ ৫ ৬ | ০ ৪ ৬ | ১-০-০ | ০ ১০ ০ | ০ ৮ ০ |
| নগাঁও | ০ ৫ ৬ | ০ ৪ ৬ | ১-০-০ | ০ ১০ ০ | ০ ৮ ০ |
| শিৱসাগৰ | ০ ৫০ | ০ ৪ ০ | ১-০-০ | ০ ১০ ০ | ০ ৮ ০ |
| লখিমপুৰ | ০ ৫ ০ | ০ ৪ ০ | ১-০-০ | ০ ১০ ০ | ০ ৮ ০ |

খাজনা বৃদ্ধিৰ বিৰুদ্ধে প্ৰথম মুখৰ প্ৰতিবাদ হৈছিল মঙলদৈৰপৰা কেই কিল'মিটাৰমান দূৰত পথৰুঘাটত। মুখে মুখে বাগৰি অহা কথাৰ ওপৰত ভিত্তি কৰি যুগুতোৱা হৈছে 'দলি পুৰাণ' নামৰ পুস্তিকাত এই বিদ্ৰোহৰ লোক-গাঁথা (২৭)। পথৰুঘাট বা পাথৰিঘাট মংগলদৈৰপৰা ১৬-১৭ কিল'মিটাৰ পশ্চিমে এখন পুৰণি ঠাই। ঐতিহ্য সম্পন্ন দৰন্তী বজাৰ লক্ষ পূজা খলা, সম্বৎসৰ ভূঞাৰ দীঘি সৰোবৰ আৰু মহাপুৰুষীয়া খটৰা সত্ৰ পথৰুঘাটৰ উত্তৰ, পূব আৰু পশ্চিমে অৱস্থিত। দক্ষিণে বাঘমৰা পুখুৰী আৰু বাঘপৰা

*২৭ দীনেশ্বৰ শৰ্মা, দলিপুৰাণ, ১৯৫৭ তাঙৰুল।

গাঁও। কৃষক বিদ্ৰোহৰ সময়ত ইয়াত তহচিল অফিচ আছিল। পথৰুঘাটত দুবাৰ বিদ্ৰোহ হৈছিল। প্ৰথম বাৰ ১৮৬৮ চনত, দ্বিতীয় বাৰ ১৮৯৪ চনত। দীনেশ্বৰ শৰ্মাই লিখিছে যে নিৰস্ত্ৰ প্ৰজাই স্বতঃস্ফূৰ্তভাৱে ইয়াত 'পকা দলি চপৰা আৰু কুঁহিয়াৰৰ খৰিৰে সশস্ত্ৰ বন্দুকধাৰী চিপাহীৰ গুলীত প্ৰাণ দি সৎসাহস আৰু ন্যায়-পৰায়ণতাৰ পৰিচয় দিছিল (২৮)।

১৮৭০ চনত ভূমি বন্দবস্তি বিধি, অসম (Assam Land Settlement Rules 1870) সম্পাদিত হয় আৰু ই পূৰ্বৰ ভূমি ব্যৱস্থা সম্পূৰ্ণ সলনি কৰাত এক উল্লেখযোগ্য পদক্ষেপ। এই আইনে ভূমি দহ বছৰৰ বাবে বন্দবস্তি দিয়াৰ ব্যৱস্থা কৰে আৰু মালিকানা কৃষক প্ৰজাক প্ৰদান কৰে। এই আইনৰ বলতে জিলা কলেক্টৰ কাৰ্যালয়ত পঞ্জীয়ন কৰি ভূমি হস্তান্তৰৰ ব্যৱস্থা প্ৰৱৰ্তন কৰা হয়। ই ভূমিক এক ধৰণৰ পণ্যলৈ ৰূপান্তৰিত হোৱাৰ পথ মুকলি কৰি দিয়ে। ৰাজহ বৃদ্ধিৰ উদ্দেশ্যে ইংৰাজে ১৮৮৩-৮৪ চনত ভূমিৰ জৰীপ (cadestal Survey) কৰিছিল আৰু পূৰ্বৰ বন্দবস্তি অনুসৰি যি দহ বছৰ ধৰি খাজনা দি আছিল তেওঁলোকক স্থায়ী মালিকানা বন্দবস্তি দি ১৮৮৬ চনৰ ভূমি আৰু ভূমি ৰাজহ নিয়ন্ত্ৰণ আইন (১) প্ৰণয়ন কৰিছিল। এই আইনৰ আধাৰতে ১৮৯২ চনত খাজনাৰ হাৰ পুনৰ নিৰ্ধাৰণ কৰা হৈছিল। ১৮৬৮ চনৰ ২২ বছৰ পিছত এইদৰে খাজনা পুনৰ নিৰ্ধাৰণ কৰা হৈছিল আৰু এই বৰ্ধিত খাজনাই আছিল কৃষকৰ অশান্তিৰ মূল কাৰণ।

### তালিকা ৬-৬

#### বিদ্ৰোহ পৰ্বত খাজনাৰ হাৰ

| ভূমিৰ শ্ৰেণী | প্ৰতিবিঘাত খাজনা | পুনবন্দবস্তিকৰা হাৰ | প্ৰস্তাৱিত হাৰ | ১৮৯৩-৯৪ বছৰ |
|---|---|---|---|---|
| | টঃ অঃ পঃ | টঃ অঃ পঃ | টঃ অঃ পঃ | টঃ অঃ পঃ |
| ১। বাৰী মাটি | | | | |
| প্ৰথম শ্ৰেণী | | ২ ০ ০ | ১ ৬ ০ | ১ ৬ ০ |
| দ্বিতীয় শ্ৰেণী | ১ ০ ০ | ১ ৮ ০ | ১ ৪ ০ | ১ ৪ ০ |
| তৃতীয় শ্ৰেণী | .......... | ১ ৪ ০ | ১ ২ ০ | ১ ২ ০ |
| ২। ৰূপিত মাটি | | | | |
| প্ৰথম শ্ৰেণী | ......... | ১ ৪ ০ | ১ ০ ০ | ১ ০ ০ |
| দ্বিতীয় শ্ৰেণী | ১ ০ ১ | ১ ০ ০ | ০ ১৪ ০ | ০ ১৪ ০ |
| তৃতীয় শ্ৰেণী | .......... | ০ ১২ ০ | ০ ১২ ০ | ০ ১২ ০ |
| ৩। ফৰিঙতি | | | | |
| প্ৰথম শ্ৰেণী | ............ | ১ ০ ০ | ০ ১৪ ০ | ০ ১২ ০ |
| দ্বিতীয় শ্ৰেণী | ০ ৮ ০ | ০ ১২ ০ | ০ ১২ ০ | ০ ১০ ০ |
| তৃতীয় শ্ৰেণী | ............ | ০ ১০ ০ | ০ ১০ ০ | ০ ৯ ০ |

*২৮ ভূমিকা, উক্ত গ্ৰন্থ।

ৰাইজ মেলৰ জৰিয়তে খাজনা নিদিবৰ বাবে কৃষকৰ মাজত সভা অনুষ্ঠিত কৰি কৃষকে ১৮৬৯ চনৰ পৰাই প্ৰতিবাদ সাব্যস্ত কৰি আহিছিল। পথৰুঘাটত প্ৰতিবাদ ১৮৬৮ চনতে মূৰ দাঙি উঠিছিল; কিন্তু এই বিদ্ৰোহৰ প্ৰথম পৰ্বত হিংস্ৰ ঘটনা একো নহ'ল।

১৮৬৮ চনত ৰাইজে বৰ্ধিত হাৰত খাজনা নিদিবৰ বাবে সিদ্ধান্ত কৰিলে। মহকুমাধিপতি, উপায়ুক্ত আৰু আৰক্ষী অধীক্ষক তিনিও আহি পথৰুঘাট পালে ৰাইজক বুজাবলৈ। কিন্তু ৰাইজে বুজনি নামানিলে। ৰাইজে উত্তেজিত মূৰ্তি ধৰাত তেওঁলোকে বঙলাত সোমাই প্ৰাণ ৰক্ষা কৰিলে। দৰঙৰ খাজনাৰ হাৰ বৃদ্ধিৰ ফলত প্ৰজা অতিষ্ঠ হৈছিল — কাৰণ পূৰ্বৰ খেল প্ৰথাৰ তুলনাত এই খাজনা বেছি আছিল। খাজনা বৃদ্ধি কৰি জুতি বঢ়া ইংৰাজে মুঠ ৰাজহ বৃদ্ধি কৰিছিল বহু বেছি পৰিমাণে— ১৮৩২-৩৩ ত দৰঙত সংগৃহীত খাজনাৰ পৰিমাণ আছিল মুঠ ৪১,৫০৬ টকা, ১৮৪২-৪৩ ত এই খাজনাৰ পৰিমাণ হ'লগৈ ১,৩৫,৪৫৪ টকা, ১৮৬২-৬৩ ত হ'ল ৭,৪৩,৬৮৯ টকা। ত্ৰিছ বছৰত খাজনা বাঢ়িল প্ৰায় ১৯-২০ গুণ (২৯)।

১৮৯৩ চনত খাজনা পুনৰ বন্দবস্তিৰ পিছত সমগ্ৰ অসমতে ওজৰ-আপত্তি হৈছিল যদিও নামনি অসমতে এনে আপত্তিয়ে প্ৰতিবাদী সংগ্ৰামৰ ৰূপ গ্ৰহণ কৰিলে। ইয়াৰ কাৰণ ইতিমধ্যে ১৮৬৮ চনৰ বন্দবস্তিকৰণত কামৰূপ জিলা আৰু দৰং জিলাত বেছি হোৱাটোও এটা।

১৮৯৩ চনৰ ডিচেম্বৰত কামৰূপ জিলাত উপায়ুক্ত আৰ বি মেককেবে যদিও কামৰূপ জিলাৰ বহু ঠাইতে নতুন হাৰত খাজনা দিবলৈ মান্তি কৰাইছিল, তথাপি পাতি দৰং, নলবাৰী, বৰমা, বজালী, উজনি বৰভাগ আৰু সৰুক্ষেত্ৰী— ব্যাসকুছি আদিত বিদ্ৰোহে কালাত্মক ৰূপ গ্ৰহণ কৰিছিল (*৩০)। বিদ্ৰোহত নেতৃত্ব প্ৰদান কৰিছিল মূলতঃ ৰাইজ মেলবিলাকে। এই মেল বা সভাবিলাক আছিল পৰম্পৰাগত ৰাইজৰ বিভিন্ন বিষয় আলোচনা কৰা সভা, এইবোৰেই ৰাইজৰ সমস্যা সমাধান কৰিবলৈ কৰা চেষ্টাই জংগী ৰূপ লৈছিল।

পথৰুঘাটত দ্বিতীয় বিদ্ৰোহৰ সূত্ৰপাত হৈছিল ১৮৯৪ চনৰ ৪ জানুৱাৰীত। যদিও বিদ্ৰোহত লিপ্তসকলৰ হাতত কোনো অস্ত্ৰ-শস্ত্ৰ নাছিল তথাপি মেল পাতি শ শ কৃষকে প্ৰতিবাদ কৰাৰ ফল স্বৰূপেই ফ্ৰন্টিয়াৰ পুলিছৰ কমাণ্ডেণ্ট জে আৰ বেৰিংটনৰ নেতৃত্বত সশস্ত্ৰ আৰক্ষীয়ে শ শ নিৰীহ কৃষকৰ ওপৰত জাপি দিলে নিৰ্মম অত্যাচাৰ, উৎপীড়ন। ১৪০ জনৰ গুলীত মৃত্যু হ'ল। ১৫০ জন আহত হ'ল। চিকিৎসাধীন আহতসকলক দুই তিনিমাহ কাৰাগাৰত ৰখাৰ উপৰি ২০-৭০ টকা পৰ্যন্ত জৰিমনা কৰা হ'ল।

---

২৯ *দীনেশ্বৰ শৰ্মা, উক্ত গ্ৰন্থ, পৃঃ ৬।*

৩০ *The comprehensive History of Assam, Vol-V, পৃঃ - ৩০।*

পথৰুঘাটৰ ৰণৰ প্ৰধান বৈশিষ্ট্য হ'ল ই সম্পূৰ্ণৰূপে চৰকাৰৰ বিৰোধী ৰণ আছিল আৰু ই আছিল আগ্নেয়াস্ত্ৰবিহীন ৰাইজৰ প্ৰতিবাদ। দ্বিতীয় প্ৰধান বৈশিষ্ট্য হ'ল— ই হিন্দু-মুছলমানৰ ঐক্যৰ আধাৰত প্ৰতিষ্ঠিত। হিন্দু, মুছলমান, ভিক্ষু (সম্ভৱ বৌদ্ধ) আদি বিভিন্ন জাতৰ লোক সম্মিলিত হৈছিল আৰু প্ৰথম অসাম্প্ৰদায়িক কৃষক গণ বিদ্ৰোহৰ উদাহৰণ দাঙি ধৰিছিল (৩১)।

এই বিদ্ৰোহৰ লানি নিছিগা ধাৰ ব্যৰ্থ হৈছিল তেনে নহয়। বিদ্ৰোহৰ অনিবাৰ্য ফল হিচাপে চৰকাৰে বৰ্ধিত খাজনাৰ হাৰ কমাবৰ বাবে বাধ্য হৈছিল। এলগিন চৰকাৰৰ দিনত খাজনাৰ হাৰ ৩২ ৭ শতাংশ হ্ৰাস কৰা বুলি বৰপূজাৰীয়ে সম্পাদনা কৰা বুৰঞ্জীত উল্লেখ কৰা হৈছে (৩২)।

ৰঙিয়াৰ তথা উত্তৰ কামৰূপৰ সকলো ঠাইতে বিয়পি পৰা কৃষক বিদ্ৰোহতো পৰম্পৰাগতভাৱে কঁাহ-পিতলৰ উদ্যোগ আদিত লিপ্ত কঁহাৰ আদি বৃত্তিজীৱী, ব্ৰাহ্মণ, মহন্ত, দলৈ, কায়স্থ, কোচ, কলিতা আদি সকলো সম্প্ৰদায়ৰ লোক সম্মিলিত হৈছিল (৩৩)।

এই কৃষক বিদ্ৰোহবিলাকৰ পটভূমিতে তেজপুৰত চাহ উদ্যোগী, ব্যৱসায়ী হৰিবিলাস আগৰৱালা আৰু লম্বোদৰ বৰাৰ উদ্যোগত ৰায়ত সভা আৰু যোৰহাটত চাহ উদ্যোগী তথা শিক্ষিত মধ্য শ্ৰেণীৰ উদ্যোগত সৰ্বজানিক সভা গঠন হোৱাটো অত্যন্ত তাৎপৰ্যপূৰ্ণ।

ইংৰাজৰ বিৰুদ্ধে প্ৰথম সক্ৰিয় মনস্তাত্ত্বিক প্ৰবাহ এটা সৃষ্টি কৰাত কৃষকসকলৰ প্ৰাণাহুতিয়েই প্ৰধান ভেটি। এই ভেটিটো আছিল সৰ্বদা অসাম্প্ৰদায়িক আৰু সামৰিক ক্ষেত্ৰত গঠনমুখী। সম্ভৱতঃ মধ্য শ্ৰেণীয়ে অসমীয়া জাতি গঠনত যি অসাম্প্ৰদায়িক উদ্যম লাভ কৰিছিল— তাৰ প্ৰথম শিক্ষাৰ থলী আছিল কৃষক বিদ্ৰোহৰ বিস্তীৰ্ণ কঠীয়াতলি। ঐতিহাসিক বিচাৰত এই বিদ্ৰোহবিলাকৰ অৱদান সেয়ে অনস্বীকাৰ্য।

---

*৩১ দীনেশ্বৰ শৰ্মাৰ পথৰুঘাটৰ ৰণ, পৃঃ ১৪ ৰ শ্বহীদৰ তালিকা দ্ৰষ্টব্য।*

*৩২ বৰপূজাৰী উক্ত খণ্ড, পৃষ্ঠা ৩৪*

*৩৩ দ্ৰষ্টব্য : ড° অমলেন্দু গুহ, Planter raj to Swarj, পৃঃ ৫৪*

# অধ্যয়ন - ৭

# পুঁজিবাদলৈ উত্তৰণ

## ৭.১. উত্তৰণৰ বিকৃত ৰূপ

৭.১ পুঁজিবাদলৈ উত্তৰণৰ পথত প্ৰধান আৰু নির্ণয়াত্মক প্ৰভাৱ বিস্তাৰ কৰা উপাদান হ'ল পুঁজি (Capital)। উৎপাদনৰ অন্য সকলো উপাদান, —ভূমি (Cultivate Land), প্ৰাকৃতিক সম্পদ, শ্ৰম, শ্ৰমৰ সহায়ক বিভিন্ন আহিলা-পাতি, উৎপাদন কাৰ্যত ব্যৱহৃত ইন্ধন (কয়লা, বিদুৎ আদি) আৰু সংগঠন বা উদ্যোগ পৰিচালনাৰ বৃত্তিগত জ্ঞান যেতিয়ালৈকে মুদ্ৰা বা পুঁজিৰে পৰিশোধ কৰা নহয় তেতিয়ালৈকে পুঁজিবাদী উৎপাদন নহয়। সহজ অৰ্থত ই হ'ল মজুৰি শ্ৰম (Wage Labour)ৰ জৰিয়তে বৰ্তি থকা ব্যৱস্থা, য'ত অন্য সকলো উৎপাদনৰ আহিলাও মুদ্ৰাৰে ক্ৰয় কৰি ব্যৱহাৰ কৰা হয়। পুঁজিবাদৰ বিকাশৰ আদি স্তৰত সামন্তবাদৰ বুকুৰপৰা উত্তৰণ ঘটা লোকসকলে সাধাৰণতে বৃত্তিগত পৰিচালক (মেনেজাৰ) নিযুক্ত নকৰাকৈ, নিজৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণতে উৎপাদন আৰম্ভ কৰে। অৰ্থাৎ মালিকেই হয় পৰিচালক। ক্ৰমান্বয়ে উৎপাদনৰ প্ৰক্ৰিয়া জটিল হোৱাৰ লগে লগে সংগঠন বা উদ্যোগৰ মালিক আৰু পৰিচালক (মেনেজাৰ)ৰ শ্ৰমৰ মাজত বিভাজনৰ সূচনা হয়।

পুঁজিতান্ত্ৰিক উৎপাদন ব্যৱস্থা মজুৰি— শ্ৰমৰ প্ৰাথমিক উপাদান ব্যৱহাৰ কৰি উৎপাদিত পণ্য বজাৰত বিক্ৰী কৰা হয়। গতিকে হাতত ধন থকা বা ক্ৰয় ক্ষমতা থকা এদল ক্ৰেতা নাথাকিলে পুঁজিবাদৰ বিকাশ হ'ব নোৱাৰে। মুদ্ৰাৰ প্ৰচলন আৰু মুদ্ৰাৰে ক্ৰয় কৰাৰ সামৰ্থ থকা এদল ক্ৰেতাৰ বিকাশ পুঁজিবাদৰ স্বাভাৱিক বিকাশৰ বাবে অনিবাৰ্য চৰ্ত। সামন্তবাদী আৰু তাৰো আগৰ জনজাতি সমাজতো বিভিন্ন দ্ৰব্যৰ হস্তান্তৰ ঘটে। বস্তু বিনিময় প্ৰথাৰ জৰিয়তে এইটো সম্ভৱ হয়। গতিকে উৎপাদন আৰু বিনিময় হ'লেও এনে ব্যৱস্থাত পুঁজিৰ ভূমিকা শূন্য। আহোম যুগত আৰু আহোম যুগৰ সম-সাময়িক পশ্চিমৰ কোচবিহাৰকেন্দ্ৰিক কোচৰাজ্য, ডিমাপুৰ তথা মাইবংকেন্দ্ৰিক কছাৰী

(ডিমাচা) ৰাজ্য, গোৱালপাৰা, আৰু কামৰূপ জিলাৰ বেহা-বেপাৰ হোৱা দ্বাৰবিলাক, তিৱাসকলৰ পোৱালি ৰজাসকল, সমান্তৰালভাৱে বৰ্ত্তি থকা খাচি ছিয়েম শাসিত অঞ্চলবিলাক, জয়ন্তীয়া ৰাজ্য তথা উত্তৰ পূৰ্বাঞ্চলৰ অন্য সকলো ৰাজ্যতে পুঁজিকেন্দ্ৰিক লেনদেনৰ বিকাশ অতি নগণ্যভাৱেহে হৈছিল।

## ৭.২ আন্তঃগাঁথনিৰ বিকাশ

পুঁজিবাদৰ বিকাশৰ বাবে অন্যতম চৰ্তস্বৰূপ আন্তঃগাঁথনিৰ বিকাশ আহোম যুগত হোৱাই নাছিল। উন্নত পৰিবহন ব্যৱস্থা, শিক্ষা আৰু গৱেষণাৰ সুবিধা, বেংক বা বিত্তীয় প্ৰতিষ্ঠান, ইন্ধনৰ উৎপাদন বা যোগান আছিল শূন্য। গতিকে পুঁজি ব্যৱহাৰ কৰি উৎপাদন কৰা বা পুঁজিবাদী ব্যৱস্থা এটা গঢ় দিব পৰা এদল মানুহৰ মানসিকতা গঢ় দিবপৰা এটা অৱস্থাও নাছিল।

গতিকে, এইটো ব্যাখ্যা কৰাৰ প্ৰয়োজনেই নাই যে ইংৰাজ অহাৰ আগতে পুঁজি বা পুঁজিকেন্দ্ৰিক, মজুৰি-শ্ৰমভিত্তিক দ্ৰব্য উৎপাদনৰ কোনো উমঘামেই আহোম ৰাজ্য বা আহোম ৰাজ্যৰ সমান্তৰাল অস্তিত্ব থকা কোনো ৰাজ্যত নাছিল। পাইক সকলৰ সম্মিলিত দীৰ্ঘকালীন বিদ্ৰোহৰ ফলত আহোমৰ প্ৰশাসনিক, আৰ্থিক আৰু ৰাজনৈতিক প্ৰাধান্য সম্পূৰ্ণ খৰ্ব হোৱাৰ পিছত পূৰ্ণানন্দ বুঢ়াগোহাঞি আৰু গুৱাহাটীৰ বৰফুকন কলীয়া ভোমোৰাই মজুৰি দিয়া সৈন্য ব্যৱহাৰ কৰি একোটা সৰু সেনাদল গঠনৰ জৰিয়তে ৰাজতন্ত্ৰ প্ৰতিষ্ঠাৰ প্ৰয়াস কৰিছিল আৰু ইয়েই মজুৰি-শ্ৰমৰ অসমত শুভ-সূচনা কৰে। থলুৱা মানুহৰ জৰিয়তে প্ৰথম মজুৰি-শ্ৰম ব্যৱহাৰ কৰা ব্যৱস্থা প্ৰবৰ্তনৰ ক্ষীণ প্ৰয়াস এটা ব্যক্তিগতভাৱে নিজৰ বাগানৰ মণিৰাম দেৱানে কৰিছিল; কিন্তু সামাজিক, ৰাজনৈতিকভাৱে তেওঁ মিলছৰ ওচৰত আৰ্জি দিয়া দিনলৈ পুৰণি ধৰণৰ দাস তথা লগুৱা-লিক্‌চৌৰে চলা সামন্তবাদী ব্যৱস্থাৰে সমৰ্থক আছিল। তথাপি তেওঁৰ বাগান খোলাৰ প্ৰচেষ্টাই হ'ল পুঁজিবাদলৈ উত্তৰণৰ থলুৱা প্ৰচেষ্টাৰ নমুনা, তেওঁৰ দুয়োখন বাগান ১৮৫৮ চনত ইংৰাজে বাজেয়াপ্ত কৰে। মণিৰামৰ পিছতে বাগান খোলাৰ প্ৰচেষ্টাত লিপ্ত হয় ৰোবেশ্বৰ বৰুৱা। তেওঁ ঊনবিংশ শতিকাৰ ষাঠিৰ দশকত খোলা নখন চাহ বাগান ১৮৬৬-৬৯ চনৰ ভিতৰত হোৱা সংকটকালত ক্ষতিগ্ৰস্ত হয়। একে সংকটতে গোৱালপাৰা জিলাত প্ৰতিষ্ঠা কৰা যোল্লখন ভাৰতীয় বাগান উচ্ছন্ন হৈছিল।

এইটো অতি স্পষ্ট যে চাহ, কয়লা আৰু পেট্ৰলিয়াম উদ্যোগেই অসমৰ উৎপাদন শিল্পত পুঁজিবাদী প্ৰতিষ্ঠা বলিষ্ঠ কৰিলে আৰু ইয়াৰ ভিতৰত চাহতেই অসমৰ থলুৱা পুঁজিপতিসকলে অধিকভাৱে আত্মনিয়োগ কৰিলে। পুঁজিবাদৰ এই বিকাশ ত্বৰান্বিত কৰিবৰ বাবেই ইংৰাজে ৰেলপথ, স্থলপথ (মটৰ গাড়ী চলিবপৰা) আৰু জলপৰিবহন

ব্যৱস্থাৰ উন্নয়ন সাধন কৰিলে।

অসমৰ চাহ উদ্যোগীসকলেই হ'ল অসমৰ পুঁজিবাদী ব্যৱস্থাৰ বাটকটীয়া, পুঁজিবাদী ব্যৱস্থাৰ স্বাভাৱিক পৃষ্ঠপোষক, অসমীয়া ভাষা-সাহিত্য আৰু সাহিত্য সভাৰ প্ৰধান পৃষ্ঠপোষক আৰু মধ্যশ্ৰেণীৰ সংগঠন ৰায়ত সভা, সৰ্বজানিক সভা আৰু আছাম এছোচিয়েচনৰো প্ৰধান গুৰি ধৰোঁতা। কংগ্ৰেছ দল গঠন আৰু কংগ্ৰেছ দলৰ সৰ্বভাৰতীয় সোঁতটো অসমত ঠন ধৰি উঠাত প্ৰথমে এওঁলোকৰ কিছু জড়তা থাকিলেও পিছলৈ এওঁলোক সমৰ্থক হৈ পৰে এই সৰ্বভাৰতীয় ধাৰাৰ।

অসমৰ চাহ উদ্যোগৰ বিকাশৰ গুৰিয়ালসকলৰ ভিতৰত আমি * ৰোযেশ্বৰ বৰুৱা, হেমধৰ বৰুৱা, * বিষ্ণুৰাম বৰুৱা, * মালভোগ বৰুৱা আদিৰ নাম আমি ল'ব লাগিব মূলতঃ অসমক চাহ উদ্যোগৰ নন্দন বনত পৰিণত কৰোঁতা উদ্যোগী হিচাপে। ইংৰাজৰ দিনত এটা থলুৱা উদ্যোগী শ্ৰেণীৰ ভিত্তি প্ৰতিষ্ঠা কৰাটো নিচেই সামান্য কথা নহয়। এই অসামান্য ঔদ্যোগিক প্ৰতিভা চাহ উদ্যোগীসকলে প্ৰদৰ্শন কৰাৰ ফলতে অসমীযা সমাজখনে আধুনিক সভ্যতাৰ দুৱাৰদলিত ভৰি দিবলৈ সমৰ্থ হৈছিল (১)।

ইষ্ট ইণ্ডিয়া কোম্পানীৰ এজেণ্ট ৰবাট ব্ৰুচক (১৮২৩ খৃঃ) চিংফৌ অভিযানৰ সময়ত চাহৰ আৱিষ্কৰ্তা বুলি স্বীকৃতি দিয়া হৈছে। প্ৰকৃততে চিংফৌসকলেই অসমত চাহৰ আৱিষ্কৰ্তা আৰু তেওঁলোকে ইয়াক 'ফানাপ' বোলে। * বেণুধৰ শৰ্মাই বিচাগামৰ (চিংফৌ মুখিয়াল) জৰিয়তে কিদৰে 'ফানাপ' চিনাক্ত কৰাত মণিৰামে সহায় কৰিছিল সেই বিষয়ে উল্লেখ কৰিছে। চিংফৌসকলে 'ফানাপ' খেতি কৰিছিল নাইবা বনৰপৰা সংগ্ৰহ কৰিছিল। পৰম্পৰাগতভাৱে তেওঁলোকে ইয়াৰ ব্যৱহাৰ ঔষধ হিচাপে কৰে। চিংফৌ বিচা গামে প্ৰথম চাহৰ পুলি আনি বেভিংছফিল্ড চাহাবক দিলে ছাউনিৰ ভিতৰতে, কুণ্ডিল নৈৰ দাঁতিত প্ৰথম চাহ পুলি ৰুলে (২)। বেভিংছফিল্ডৰ মৃত্যুৰ পিছত ব্ৰুচ চাহাবে চাহৰ অনুসন্ধান আৰু খেতিত গুৰুত্ব দিয়ে।

ব্ৰুচ চাহাবে প্ৰথম চাহ বাগিচাৰ কামত আত্মনিয়োগ কৰাত গৰ্ডনে চীন দেশৰপৰা অনা চাহৰ কাম জনা বিশেষজ্ঞ আৰু কুৰিহেজাৰ চাহ পুলিৰ অৱদান মন কৰিবলগীয়া। প্ৰথম চাহখেতি আৰম্ভ কৰা ঠাইখণ্ডৰ নামেই পিছত 'চাহ বোৱা'ৰপৰা চাবুৱা হ'লগৈ বুলি জনা যায়। ব্ৰুচ চাহাব এই পৰীক্ষা কিন্তু সফল হোৱা নাছিল। চাহ খেতি কৰাৰ ক্ষেত্ৰত,

---

*১ আধুনিক কালৰ একাবাকী প্ৰসিদ্ধ গৱেষক আৰু তথ্যানুৰাগী গৱেষকে অতি সঠিক ভাবে দেখুৱাইছে যে "The Tea is the only force of 'embourgeoisement' in the economy of Assam' – (P 182, Social and Economic History of Assam, Dr Rajen Saikia, First Edition, 2000)*

*২ * বেণুধৰ শৰ্মা, অসমীয়া চাহৰ আতিগুৰি, কুৰুৱীৰ সঁফুৰা, প্ৰথম তাঙৰণ, ১৯৮৭, পৃঃ ৩২৩-৩৩১ দ্ৰষ্টব্য।*

১৮৩৯ চনত অসমত আছাম কোম্পানী (অসম কোম্পানী) গঠন কৰাৰ পিছত মণিৰাম দেৱান হ'ল এই কোম্পানীৰ। দেখা যায় মণিৰামে পুৰন্দৰ সিংহৰ ক্ষমতা যোৱাৰ পিছত ইংৰাজৰ কোম্পানীৰ দেৱান হৈ অসমলৈ ঘূৰি আহিল আৰু চাহ কোম্পানী সম্পৰ্কীয় অভিজ্ঞতা অৰ্জন কৰিলে। লগতে প্ৰধান সহযোগী হিচাপে আছাম কোম্পানীৰ ভিত্তি প্ৰতিষ্ঠা আৰু প্ৰসাৰত সহায় কৰিলে। মণিৰামৰ দেৱানগিৰিৰ কালত প্ৰথম চাহ খেতিৰ আৰম্ভণি হ'ল গড়গাঁও কাৰেঙৰ সন্মুখত ২১৩ একৰ মাটিত। নাজিৰাক আছাম কোম্পানীৰ কেন্দ্ৰ হিচাপে লৈ ইংৰাজে চাহৰ বাগান দ্ৰুতগতিৰে বিস্তাৰিত কৰিলে। গড়গাঁও কাৰেঙৰ ইটা খহাই নি কোম্পানীৰ অফিচ ঘৰ আদি নিৰ্মাণ কৰা হ'ল। অৰ্থাৎ প্ৰাচীন ৰাজবংশৰ ধ্বংস সাধন কৰি মণিৰামৰ তত্ত্বাৱধানতে আছাম কোম্পানীৰ বিকাশ ঘটিল। গড়গাঁও কাৰেঙৰ মাত্ৰ কাৰেং ঘৰটো বাদ দি চৌদিশৰ সকলো মাটিৰ পট্টা (সম্ভৱ অন্যায় ভাৱেই) কোম্পানীক দিয়া হৈছিল আৰু এইদৰেই প্ৰতিষ্ঠা হৈছিল সামন্তবাদৰ সমাধিত পুঁজিবাদৰ জয়যাত্ৰা। মণিৰামৰ নেতৃত্বতে এই জয়যাত্ৰাৰ সূচনা হৈছিল। মণিৰামৰ পৰামৰ্শতে গাভৰুপৰ্বত, লিগিৰীপুখুৰী, চৰাইদেও, চণ্টক, হাতীপটি, গেলেকী আদি চাহবাগিচা পতা হৈছিল। কিন্তু যি কাৰণতে নহওক, মণিৰামৰ মিতিৰালি বেছি দিন নিটিকিল। প্ৰথম হণ্ট চাহাবৰ লগত, পিছত আলেকজেণ্ডাৰৰ লগত মণিৰামৰ সংঘাতৰ সূচনা হৈছিল। আছাম কোম্পানীৰ পৰা ইস্তফা দিহে মণিৰামে নিজে চাহ বাগিচা খুলিবলৈ ল'লে।

মণিৰাম দেৱানৰ পিছতে চাহ উদ্যোগী হিচাপে আটাইতকৈ বেছি সফলতা অৰ্জন কৰিছিল ৰোষেশ্বৰ বৰুৱাই। পদ্মনাথ গোহাঞিবৰুৱাই ৰোষেশ্বৰ বৰুৱাক সেই সময়ৰ অসমৰ আটাইতকৈ চহকী মানুহ বুলি উল্লেখ কৰিছে (৩)। লাহদৈগড় বাগিচা তেওঁ স্থাপন কৰা আৰু তেওঁ চাহৰ সংকট কাল (১৮৬৬-৬৯) অতিক্ৰমি মৃত্যুৰ সময়লৈকে ন-খন বাগিচা নিজৰ পুত্ৰসকলৰ বাবে এৰি যাবলৈ সমৰ্থ হৈছিল।

ৰোষেশ্বৰ বৰুৱাৰ পিছতে চাহ বাগিচাৰ মনোনিৱেশ কৰে হেমধৰ বৰুৱাই। ১৮৭১ চনত মৃত্যু বৰণ কৰা হেমধৰ বৰুৱাই প্ৰথমে দাৰোগাৰ চাকৰি, তাৰ পিছত মাটি হাকিম আৰু শেষত পদোন্নতি লভি সদৰামিন হৈছিল। সদৰামিন হিচাপে চাকৰিৰপৰা অব্যাহতি লোৱাৰ পিছত তেওঁ লেটেকুজান চাহ বাগিচা স্থাপন কৰে। ১৮৭০ চনত হেমধৰ বৰুৱাৰ বাগিচাৰপৰা চাহ ৰপ্তানি আৰম্ভ হৈছিল বুলি জনা যায় (৪)। হেমধৰ বৰুৱা সফল

---

৩ পদ্মনাথ গোহাঞি বৰুৱা অসমৰ বুৰঞ্জী, গুৱাহাটী, ১৯৭৬, পৃঃ ১৮১।

ড° অমলেন্দু গুহই উল্লেখ কৰিছে যে ৰোষেশ্বৰ বৰুৱাই ১৮৬৬-৬৯ চনৰ সংকটৰ কালত তথি থাকিব পৰা নাছিল........' Rosheswar Baruah, who established half a dozen tea gardens in the sixties, but could not survive the tea crisis of 1866-69 (Plaanteraj to swaraj, Page 21)

৪ যতীন্দ্ৰনাথ গোস্বামী, জগন্নাথ বৰুৱা, যোৰহাট, ১৯৭৬ সংস্কৰণ, পৃঃ ৭ দ্ৰষ্টব্য।

চাহ খেতিয়কেই নহয় তেওঁ সফল পিতৃ হিচাপে অসমৰ উজনি ভাগৰ প্ৰথম স্নাতক জগন্নাথ বৰুৱাক চাহ উদ্যোগৰ উত্তৰাধিকাৰ দি যায়। এইজন জগন্নাথ বৰুৱাই চাহ উদ্যোগী হিচাপেই নহয়, মধ্য শ্ৰেণীৰ এজন প্ৰসিদ্ধ সংগঠক হিচাপে অসমীয়া ভাষা-সাহিত্য, অৰ্থনীতি তথা সমাজৰ বাবে প্ৰভূত অৰিহণা আগবঢ়াই গৈছিল। জগন্নাথ বৰুৱাৰ এজন উদ্যোগী হিচাপে প্ৰধান কৃতিত্ব হ'ল অন্য বহু ব্যক্তিক চাহ বাগিচা খোলাত উদ্দীপনা প্ৰদান কৰা। তেওঁ ৰাধাকান্ত সন্দিকৈ, চন্দ্ৰধৰ বৰুৱা, শিৱৰাম বৰা আদিক চাহ বাগিচা খুলিবলৈ উদগনি দিছিল।

অসমৰ সাহিত্য-শিক্ষা-সংস্কৃতি জগতত দানবীৰ হিচাপে খ্যাত, পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ পিতৃ ৰাধাকান্ত সন্দিকৈ (১৮৪৭-১৯৫২) ভিতৰুৱাল আৰু বৰটিমন চাহ বাগিচা প্ৰতিষ্ঠাতা। সন্দিকৈ চাহ উদ্যোগী হিচাপে সফল হোৱাই নহয়, তেওঁ পুত্ৰ চন্দ্ৰকান্ত আৰু ইন্দ্ৰকান্তৰ স্মৃতি ৰক্ষাৰ্থে অসম সাহিত্য সভাক ত্ৰিছ হেজাৰ টকা দান কৰিছিল। তেওঁৰ দানেৰে সাহিত্য সভাৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱন (১৯২৬), বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ 'নাৰায়ণী সন্দিকৈ ভৱন' (১৯৩৬) আৰু ৰাধাকান্ত সন্দিকৈ কলেজ (১৯৪০) নিৰ্মিত হৈছিল। ১৯৩৩ চনত চন্দ্ৰকান্ত অভিধানো তেওঁৰ দানেৰে ছপা হৈছিল (৫)।

চাহ উদ্যোগলৈ জগন্নাথ বৰুৱাৰ অনুপ্ৰেৰণাতে আগবাঢ়ি অহা চন্দ্ৰধৰ বৰুৱাই কেৱল জগন্নাথ বৰুৱাৰ জোঁৱায়েক হিচাপে শহুৰেকৰ বাগিচা কেইখনৰে উত্তৰাধিকাৰী হৈছিল তেনে নহয়, তেওঁ বিজনীৰ জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱা আৰু কৃষিবিদ লক্ষেশ্বৰ বৰঠাকুৰৰ সহযোগিতাত তিনিচুকীয়াত অধিক চাহ বাগিচা স্থাপন কৰিবলৈ সমৰ্থ হৈছিল (৬)।

চাহ উদ্যোগত হাত দিয়া অসমীয়া মধ্য শ্ৰেণীয়েই হ'ল অসমীয়া জাতিক আধুনিক সত্তা প্ৰদানত আগভাগ লোৱা প্ৰধান শ্ৰেণী। এইটো একো আচৰিত বা লজ্জাজনক কথা নহয়। পৃথিবীৰ সৰ্বত্ৰই জাতীয়তা, জাতীয় জোৰ আৰু ভাষা-সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত দেখা যায় একেই মধ্য শ্ৰেণীৰ অৰিহণা। অসমৰ ক্ষেত্ৰত দেখা যায় দুই-এগৰাকী ব্যৱসায়ী, উদ্যোগীক বাদ দিলে প্ৰায় সকলো উদ্যোগীয়েই মূলতঃ চাহ উদ্যোগৰ ভেটিটোৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। ডাঙৰীয়া দীননাথ বেজবৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, চন্দ্ৰকমল বেজবৰুৱা, বুদ্ধিন্দ্ৰ নাথ ভট্টাচাৰ্য, ঘনশ্যাম বৰুৱা, হৰিবিলাস আগৰৱালা, চন্দ্ৰকুমাৰ আগৰৱালা, গংগাগোবিন্দ ফুকন, মাণিক চন্দ্ৰ বৰুৱা, কালিপ্ৰসাদ চলিহা— সকলো চাহ উদ্যোগৰ লগত জড়িত।

যিসকল চাহ উদ্যোগৰ লগত জড়িত নহয়— তেওঁলোকৰ ভিতৰত সাউদ ভোলানাথ বৰুৱা কাঠ আৰু 'স্লিপাৰ' ব্যৱসায়, লক্ষ্মীনাথ বেজবৰুৱা কাঠ আৰু স্লিপাৰ ব্যৱসায়ৰ

---

*৫ ৰাধাকান্ত সন্দিকৈ।*

*৬ দ্ৰষ্টব্য ডিম্বেশ্বৰ নেওগ শৰ্মা, সাহিত্যৰথী চন্দ্ৰধৰ বৰুৱা, যোৰহাট, ১৯৭৫ পৃ, ১০।*

লগত জড়িত, হৰিবিলাস আগৰৱালাৰ ব্যৱসায় কানিৰপৰা ছপাশাললৈ বিস্তৃত, চন্দ্ৰকুমাৰ আগৰৱালা চাহ উদ্যোগ আৰু ছপাশালৰ লগত জড়িত। জ্যোতিপ্ৰসাদ আগৰৱালা চাহ উদ্যোগীৰপৰা চিনেমা উদ্যোগলৈ বিকশিত— এপাহ শতদলৰ দৰে পূৰ্ণ বিকশিত বহুমুখী প্ৰতিভা। সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত অৰিহণা যোগোৱা এই মধ্য শ্ৰেণীৰ ৰাজনৈতিক ভূমিকাৰ বিষয়ে আমি সুকীয়াভাৱে আলোচনা কৰিছো।

## ৭.৩ মনিৰামৰ মানসিক গঠন

অসমীয়া মধ্য শ্ৰেণী ব্যৱসায় আৰু চাহ উদ্যোগত জঁপিয়াই পৰাটো এটা আকস্মিক ঘটনা নাছিল। ই এটা অবিৰত প্ৰক্ৰিয়াৰ ফল আৰু ই মূলতঃ ইংৰাজৰ শোষণ আৰু প্ৰৱঞ্চনাৰ বিৰুদ্ধে পোনপ্ৰথম ডাঙৰীয়াসকলে প্ৰকাশ কৰা প্ৰতিক্ৰিয়া আৰু বিদ্ৰোহৰ লগত সাঙোৰ খাই আছে।

ডা-ডাঙৰীয়াৰ পৰিয়ালৰ লোকসকল চৰম দৰিদ্ৰতালৈ নামি অহাৰ কথাটো ১৮৫৩ চনত মফট মিলছৰ ওচৰত দাখিল কৰা মণিৰাম দেৱানৰ আৰ্জিখনত উল্লেখ কৰিছিল—

"পুৰণি ৰীতি-নীতি উঠাই দি তাৰ ঠাইত কাছাৰী পতাত, অন্যায় ৰূপে কৰ বঢ়োৱাত কানি খাই খাই যি কানীয়া খেতি পথাৰ কৰিবলৈ সোৰোপা আৰু অকামিলা হৈ পৰিছে সেই কানীয়াকে তৃপ্তি লগাবৰ অৰ্থে জিলাই জিলাই কানি উলিয়াত, দেশখনক খাচ দখলিলৈ অনাত, কামাখ্যা মন্দিৰত পূজা-পাতল দিবলৈ এৰাত, ৰায়তক অসংখ্য আপদ বিপদে জুমুৰি দি ধৰিছেহি আৰু ক্ৰমান্বয়ে ধান-চাউল হৰি আহিছে। ইত্যাদি কাৰণতে আসামৰ লোকসকল দিনে দিনে জুৰুলা হৈ আহিছে। ইয়াৰে যদি কিবা প্ৰমাণ লাগে আমি ক'ব পাৰোঁইক যে বুঢ়াগোহাঞিৰ দিনৰপৰা মিষ্টাৰ স্কট চাহাবৰ দিনলৈকে গাঁৱে গাঁৱে ধানেৰে মেটমৰা ভঁৰালেৰে ২,৩,৪,৫ ঘৰলৈকে চহকী মানুহ আছিল কিন্তু এই কোম্পানীৰ দিনত ১০০ খন গাঁৱতো এনেকুৱা এঘৰ চহকী মানুহও পাবলৈ নোহোৱা হ'ল।"

মণিৰামে তেওঁৰ আৰ্জিত অসমীয়া মানুহ কানীয়া আৰু সোৰোপা হোৱাৰ কথা ঠিকেই উল্লেখ কৰিছে, কিন্তু মানুহ জুৰুলা হোৱাৰ কাৰণ হিচাপে কামাখ্যা মন্দিৰত পূজা-পাতল নিদিয়া কথাটো উল্লেখ কৰি তেওঁ একেলগে কেইটাও প্ৰশ্নৰ সৃষ্টি কৰিছে:

(১) মণিৰাম দেৱান পুৰণি সামন্তযুগীয়া বিশ্বাসৰপৰা যুক্ত হৈছিলনে?

(২) তেওঁ কৃষিৰ উৎপাদনৰ হ্ৰাস আৰু গাঁৱৰ চহকী মানুহৰ সংখ্যা হ্ৰাসৰ অন্তৰালত থকা অন্য কাৰণ (যেনে মৌদ্ৰিক খাজনা পৰিশোধৰ ব্যৱস্থা, ইংৰাজৰ অন্যায় কৰ-কাটল আদি) বিলাকৰ ওপৰত প্ৰকৃত গুৰুত্ব এই আৰ্জিত দিয়া নাছিল নেকি?

এই দুটা প্ৰশ্নৰ প্ৰথমটোৰ উত্তৰত আমি ক'ব লাগিব যে তেওঁ কামাখ্যা মন্দিৰত

পূজা-পাতল প্ৰসংগ আনি পৰম্পৰা ৰক্ষাৰ ওপৰত গুৰুত্ব দিছিল, ই তেওঁৰ ধৰ্মীয় সংকীৰ্ণতা নাছিল, ধৰ্মীয় ক্ষেত্ৰত তেওঁ উদাৰ আছিল আৰু পিছৰ কালত বাহাদুৰ গাঁওবুঢ়াকে ধৰি সম্ভ্ৰান্ত মুছলমান সকলৰ লগত থকা সম্পৰ্কই তেওঁ ধৰ্মীয় উদাৰতাৰ কথাই প্ৰমাণ কৰে। আনহাতে, থলুৱা মানুহ দুখীয়া হোৱাৰ তেওঁ আন কেইবাটাও প্ৰাসংগিক কথা উল্লেখ কৰিছে। সেয়া হ'ল—

দ্বিতীয়টো প্ৰশ্নৰ উত্তৰ মণিৰাম দেৱানে আৰ্জিখনত নিজেই দি গৈছে —"আগৰ দিনত বৰুৱা, ফুকন আৰু আন আন বিষয়াতকৈ আজিকালিৰ মৌজাদাৰ আৰু অন্যান্য বিষয়াসকল যে অসন্তোষীয়া হৈ দৰিদ্ৰ অৱস্থাত পৰিছে, অনুসন্ধান কৰিলে পাব। ইয়াৰ বাহিৰেও ঘৰ আৰু মাটিবাৰীৰ খাজনা আদায় কৰি চৰকাৰে সন্তোষ পায়। সেই সন্তোষত ব্যাঘাত নহ'বলৈ বহুত ৰায়তৰ সম্পত্তি বিক্ৰী কৰা হৈছে। আনকি ৰজাও এই নিয়মৰপৰা বাদ নাই। ত'ৰও অলপ কৰ বাকী থাকিলেও মাজে মাজে সম্পত্তি জব্দ কৰা হয়। ইমানবোৰ কৰিও চৰকাৰে একে সুবিধা কৰিব পৰা নাই। অধিক কি, বিষয়া বিলাকেনো নিজৰ উপজীৱ্য হেৰুৱাই কিমান দুখ-কষ্ট আৰু শোক-বেজাৰেৰে কাল কটাবলগীয়াত পৰিছে, সুধিলে জানিব। সিবিলাকৰ যোল্লজনৰ ভিতৰত একজনাহে যদি ধাৰৰ পৰা ৰক্ষা পৰি আছে। সেই এক জনাও যে সম্পূৰ্ণৰূপে মুক্ত তাকো ডাঠি ক'ব নোৱাৰি।"

লোকেশ্বৰ বুঢ়াগোহাঞিৰ আৰ্জিত যি কৰুণ দৰিদ্ৰতাৰ কথা, থাকিবলৈকে ঘৰ-বাৰী নথকাৰ কথা উল্লেখ আছে তাৰ লগত মণিৰাম দেৱানৰ উক্তিৰ মৌলিক মিল মন কৰিবলগীয়া। কৰ-কাটল দিবলৈ গৈ ৰজা, পুৰণি বিষয়াসকলেও মাটি-বাৰী বিক্ৰী কৰিবলগীয়া হৈছিল, ঋণত পোত গৈছিল আৰু এজনো ব্যক্তি সম্পূৰ্ণ ঋণমুক্ত নাছিল।

মণিৰামে পেঞ্চনৰ ব্যৱস্থাটোও দোষমুক্ত বুলি কোৱা নাছিল। তেওঁ কৈছিল "কিন্তু প্ৰকৃত কথা ক'বলৈ গ'লে যিবিলাকে পেঞ্চন পাব লাগিছিল সেইবিলাকে একোকে নাপালে। আৰু যিবিলাকে অলপ দিন মাথোন কাম কৰিছিল আৰু যাৰ দাবী-দাৱা নিচেই সামান্য সেইবিলাকৰ প্ৰতি হ'লে এই অনুগ্ৰহ বৰকৈ দেখুৱা হ'ল। এয়ে সক্ষম অনুসন্ধানৰ ফল?"

"মানে নিষ্ঠুৰ ৰূপে অত্যাচাৰ আৰু স্বেচ্ছাচাৰ পীড়নভাৱে দেশত উৎপাত কৰিছিল যদিও সিহঁতে পুৰণি মৈদাম আৰু স্বৰ্গী মহাৰজাসকলৰ অস্থিত হাত দিয়া নাছিল। কিন্তু বৰ্তমান শাসন কৰ্তাৰ অনুগ্ৰহত সেই মৈদামবোৰ ঠান-বান হ'ল। এৱমানুক্ৰমেই আমাৰ স্বৰ্গদেউসকলৰ পুৰণি স্মৃতি চিনবিলাক কলংকিত আৰু অপমানিত কৰোৱা হ'ল।"

উল্লেখযোগ্য যে মণিৰামৰ এই আৰ্জিখনত ইংৰাজৰ কাম-কাজৰ শ্লেষাত্মক সমালোচনা ফুটি উঠিছিল আৰু পৰোক্ষভাৱে মণিৰামে নিজৰ অসন্তুষ্টি আৰু উদ্দেশ্য আৰ্জিত ফুটাই তুলিছিল এইদৰে —"বাদ-বিসম্বদৰ আগন্তুক থাকিলেও শাস্ত্ৰমতে ৰজাই

প্ৰজাক ন্যায় ধৰ্মমতে পালন কৰিব লাগে। কিন্তু এতিয়া সেইভাৱে নকৰি বিপৰীত পন্থাহে অবলম্বন কৰা হৈছে। এই অন্যায় আৰু কৰ্তব্য লংঘনৰ বাবে এসময়ত নহয় এসময়ত সমুচিত পুৰস্কাৰ পোৱা যাব।" এই 'এসময়ত নহয় এসময়ত সমুচিত পুৰস্কাৰ পোৱা যাব।' এই কথাটোৱে ইংৰাজে গ্ৰহণ কৰা ব্যৱস্থাপনাৰ প্ৰতি মণিৰামে গ্ৰহণ কৰা দৃষ্টিভংগী ফুটি উঠিছে। তেওঁ ইংৰাজৰ ব্যৱস্থাবোৰ প্ৰকাৰান্তৰে অগ্ৰাহ্য কৰিছে। বিশেষভাৱে পুৰন্দৰ সিংহক উজনি অসমৰ শাসন ভাৰৰপৰা অপসাৰিত কৰা আৰু পিছত গ্ৰহণ কৰা কৰ-কাটল আৰু অন্যায়বিলাক তেওঁ মানি লোৱা নাই। মণিৰামৰ আৰ্জিত (১৮৫৩) এই কথা অতি সুন্দৰভাৱে ফুটি উঠিছে যে অসমৰ থলুৱা মানুহক অগ্ৰাহ্য কৰি 'মাৰোৱাৰী আৰু চিলেটীয়া' মানুহক মৌজাদাৰ পতাটো তেওঁ গ্ৰহণযোগ্য নহয় বুলিয়েই অগ্ৰাহ্য কৰিছিল। তেওঁ কৈছিল—"পল্টনীয়া চাহাবসকলে ৰেৱেনিউ চেটেলমেণ্ট কৰি তাৰ মজুমদাৰ কামত বিনাকামে থকা বহুত সম্ভ্ৰান্ত মানুহ পাবলৈ থকা সত্বেও মাৰোৱাৰী আৰু চিলঠীয়া বঙালী মানুহক সুমুৱাইছে! আৰু সেই অসমীয়া ডাঙৰীয়াসকলক সিহঁতৰ ৰায়ত কৰি ৰাখিছে। ই অত্যান্তিক বেজাৰৰে কথা।" এই কথা অতি স্পষ্ট যে মণিৰামৰ এই উক্তিৰ মাজত লুকাই আছে অতি স্পষ্ট জাতীয়, মধ্যবিত্তীয় চেতনাৰ স্তৰ। এই দ্বন্দ্ব, একে সুৰতে অম্বিকাগিৰিৰ যুগত ধ্বনিত-প্ৰতিধ্বনিত হৈ আজি পৰ্যন্ত অতীতৰ সময়োচিত মধ্যবিত্তীয় সকীয়নি হিচাপে গণ্য হৈছে।

১৮৫৩ চনৰ এই আৰ্জিতে লুকাই আছে মণিৰাম অসন্তুষ্টিৰ ডাৱৰ, ৫৭-৫৮ত এই ডাৱৰে দিয়া সামান্য গাজনি আৰু বৃষ্টিপাতৰ আগজাননী আৰু মণিৰামৰ সম্ভাব্য বিপদ তথা ইংৰাজে ফাঁচি কাঠত তোলা সাম্ৰাজ্যবাদী ভূমিকাৰ যুক্তিযুক্ততা!

আৰ্জিখনত ৰাজ পৰিয়ালক পুনৰ সংস্থাপিত কৰা দাবী তোলা হৈছিল। দেৱান হিচাপে প্ৰতিশ্ৰুতি দিয়া হৈছিল চকু কঢ়া, নাক কটা, পৰৰ ছোৱালী ধৰি অনাৰ দৰে ব্যৱস্থাবোৰৰ সম্পূৰ্ণ অৱসানৰ কথা। ইংৰাজক কৰ পৰিশোধ কৰিও ৰাজ্যখন চলাই থাকিবলৈ সংগৃহীত পুঁজিৰ নাটনি নহ'ব বুলি মণিৰামে প্ৰতিশ্ৰুতি দিছিল—

"১৮২৭ চনত দাখিল কৰা এটলাত দৰ্শোৱা চুক্তি আৰু নিবন্ধ অনুযায়ী চলিলে দেশৰ ৰাজকাৰ্য চলাবৰ আৰু চাবৰ নিমিত্তে মহামন্ত্ৰী মৰ্যাদাৰে এজন চিভিলিয়ান নিযুক্ত কৰিলে আৰু দেশত কেৱল শান্তি ৰক্ষা কৰিবৰ কাৰণে দেশীয় চিপাহীৰে এটা ফৌজ গঠন কৰিলেই এই কাম সহজেই হৈ উঠিব। দুয়োপক্ষৰ খৰচ বহন কৰিবলৈ দেশখনৰ ৰাজহেৰেই জুৰিব। এই ৰাজহৰ পৰাই আৱশ্যক ৰূপে ধন খৰচ কৰি ৰাজ্য শাসন কৰিলেও চৰকাৰ বাহাদুৰে বছেৰেকত লাভ স্বৰূপে দুই লাখ টকা ওপৰঞ্চিকৈ ৰাখিব পাৰিব।"

মণিৰামে ইয়াত এজন চিভিলিয়ানক মহামন্ত্ৰী পতাৰ প্ৰস্তাৱ দিছে। স্মৰণযোগ্য যে

সেই সময়ত অসমত অসমীয়া 'চিভিলিয়ান'ৰ সত্তা মাথোঁ বিকশিত হৈছিল আনন্দৰাম ঢেকিয়াল ফুকন তথা আনন্দৰাম বৰুৱাৰ ৰূপত। অন্যান্য একশ্ৰেণীৰ প্ৰশাসনিক বিষয়া জন্মিছিল যি সকলৰ বিষয়ে মণিৰাম জ্ঞাত আছিল। মণিৰামে আনকি ১৮৪৯ চনত 'অসমীয়া ল'ৰাৰ মিত্ৰ' আনন্দৰাম ঢেকিয়াল ফুকনে উলিওৱাৰ বাবে সংগ্ৰহ কৰা পুঁজিলৈ কুৰি টকা বৰঙণি দিছিল। আনন্দৰাম ঢেকিয়াল ফুকনৰ 'অসমীয়া ল'ৰাৰ মিত্ৰ' ছপাবলৈ ধনেৰে সহায় কৰা ১৮৪৯ চনৰ অসমৰ সম্ভ্ৰান্ত লোকসকল হ'ল—

কন্দৰ্পেশ্বৰ সিংহ ৪৫ টকা, ললিতৰাম সিং ৰাণীৰজা ৪০ টকা, চন্দ্ৰসেন ৰয় ২০ টকা, ৰায়দেৱ বৰদলৈ ২০ টকা, ব্ৰজনাথ বৰপূজাৰী বৰুৱা ২২ টকা, মাধৱৰাম ৰাজখোৱা ১০ টকা, সোমদত্ত বৰকটকী ১০ টকা, কৃষৰাম ভৰালী বৰুৱা ১০ টকা, ৰজনীকান্ত ডেকাবৰুৱা ২০ টকা, মণিৰাম বৰুৱা দেৱান ২০ টকা, দুতিৰাম বৰুৱা ১১ টকা, দীননাথ বেজবৰুৱা ১১ টকা, যাদুৰাম বৰুৱা ৮ টকা, হৰনাথ বৰুৱা ৫ টকা, গোলোক চন্দ্ৰ ডেকা বৰুৱা ৭ টকা, হলিৰাম নাওশলীয়া বৰুৱা ৫ টকা, বলোৰাম বৰুৱা ৫ টকা, নমেলীয়া গোহাঁই ১০ টকা, লথৌমাৰ ফুকন ১০ টকা, নগা হাজৰিকা ১০ টকা, বিষ্ণুৰাম হাজৰিকা ৫ টকা, কেশৰাম বৰুৱা ১০ টকা, আৰু গুণাভিৰাম বৰুৱা ২০ টকাৰ উপৰি অন্যান্য উনৈশ জন অসমীয়া লোক। লগতে জেনকিন্স, মেথিউ, স্কটকে ধৰি ১০ জন চাহাব। মণিৰামৰ নিচেই সমসাময়িক লোকসকলৰ মাজত যে বিস্তৃত চিনাকি আৰু সক্ৰিয় সম্পৰ্ক আছিল সি সহজবোধ্য।

মণিৰামে চিভিলিয়ান মহামন্ত্ৰী বোলোতে আহোমৰ দিনৰ ৰাজমন্ত্ৰীক বুজোৱা নাছিল, তেওঁ তাৰ ঠাইত নতুন শ্ৰেণীৰ চিভিলিয়ানৰ কথা বুজাইছিল বুলি অনুমান কৰাৰ থল আছে। নাইবা প্ৰকাৰন্তৰে তেওঁৰ দৰে এজন সম্ভ্ৰান্ত ব্যক্তিক মহামন্ত্ৰী হিচাপে প্ৰতিষ্ঠা কৰাৰ সপোন দেখিবও পাৰে। ১৮৫৩ চনত এজন চিভিলিয়ানক মহামন্ত্ৰী পাতিব খোজা মণিৰামে ইংৰাজে পতা পঞ্চায়তখন, অসমীয়া মানুহৰ স্বাৰ্থত নতুনকৈ পতাৰ প্ৰস্তাৱ দিছিল। তেওঁ কৈছিল 'সাতঘৰীয়া আহোম, চাৰিসত্ৰীয়া গোঁসাই, ন-ৰথী সভা গোটাই তাৰ লগতে পাঁচ পাঁচজন ভাল মানুহ বাছি অইন এখন সভা বা পঞ্চায়ত পতা হওক।" মণিৰামে এইটো গুৰুত্ব পূৰ্ণ পৰিবৰ্তনৰ প্ৰস্তাৱৰ লগতে আফুখেতি বন্ধ কৰিবৰ বাবে বছৰি ৫ শতাংশ আফুখেতিৰ মাটি কমাই অনাৰ প্ৰস্তাৱ দিছিল। মণিৰামৰ এনে কথাবোৰ কোনো কাৰণতে ইংৰাজৰ দালালৰ কথা বুলি সন্দেহ কৰিব নোৱাৰি।

মণিৰামৰ আহ্বান কিন্তু চৰকাৰে অগ্ৰাহ্য কৰিলে। মণিৰামে প্ৰকৃততে বিদ্ৰোহত যে অংশগ্ৰহণ কৰিছিল তাৰ কোনো ন্যায়-সংগত বিচাৰ, অনুসন্ধান নকৰাকৈ মণিৰামক ফাঁচি দিয়া হ'ল। মণিৰামে ১৮৫৮ চনৰ ২৭ ফেব্ৰুৱাৰীত পুতেক বম দাৰোগালৈ লিখিছিল "মোক যিবোৰে ষড়যন্ত্ৰ কৰি মৰাইছে, সেইবোৰক কেতিয়াবা চলে পালেও প্ৰতিশোধ

দিবলৈ কাৰবাৰ নকৰিবা" (৭)।

## ৭.৪ অসমীয়া মধ্যশ্ৰেণীৰ প্ৰগতিশীলতা

মণিৰামৰ শ্ৰেণী চৰিত্ৰ সম্পৰ্কে আমি এটা কথাত নিশ্চিত যে তেৱেঁই হ'ল প্ৰথম মধ্যবিত্ত যি ইংৰাজৰপৰা কোনো ধৰণৰ বেহাই নোপোৱাকৈও দুখন চাহ বাগিচা স্থাপন কৰিছিল। অৰ্থাৎ তেওঁ যি চিন্তা-চৰ্চাৰ ভিত্তিত আহোম ৰাজতন্ত্ৰ (বা স্বাধীন দেশ) আহোমৰ নেতৃত্বত স্থাপন কৰাৰ কথা ভাবিছিল, যি চিন্তা-চৰ্চাৰ ভিত্তিত সাতঘৰীয়া আহোম, চাৰি সত্ৰ, পাঁচ জাতৰ পাঁচজন প্ৰতিনিধি আৰু ন-ৰথী বা বিষয়াৰ জৰিয়তে পঞ্চায়ত নতুনকৈ পতাৰ কথা ভাবিছিল— সেয়া মূলতঃ এফালে আহোমৰ আনফালে ইংৰাজৰ — দুয়োটাৰে সুবিধা আদায়ৰ বাবে এটা প্ৰস্তাৱনা।

ড° অমলেন্দু গুহই তেওঁৰ Planter Raj To Swaraj গ্ৰন্থত মণিৰামক বস্তুগতভাৱে প্ৰগতিশীল (Objectively progressive) বুলি স্বীকাৰ কৰিছে, তেওঁ আছিল এজন উদ্যোগী — দুখন চাহ-বাগিচা চেনিজান আৰু চেংলৌ তেওঁ স্থাপন কৰিছিল। তেওঁৰ প্ৰাণদণ্ড পৰ্যন্ত বাগিচা দুখনৰ কথা উল্লেখ কৰিছে। প্ৰকৃতাৰ্থত এই বস্তুগতভাৱে উদ্যোগী জনহে প্ৰধান মধ্যবিত্তীয়— ইংলেণ্ড, জাৰ্মানী, ফ্ৰান্সত এনে উদীয়মান পুঁজিপতি আৰু পুঁজিবাদী অজস্ৰ আছিল যি ৰাজনৈতিকভাৱে ৰাজতন্ত্ৰৰ সমৰ্থক। মধ্যবিত্ত এজন সমাজতন্ত্ৰী বা গণতান্ত্ৰিক (বৰ্তমান প্ৰচলিত অৰ্থত) নহ'বও পাৰে। তথাপি গণতান্ত্ৰিক আদৰ্শই হ'ল মধ্যবিত্তীয় যুক্তিবাদী চিন্তাৰ আদৰ্শ। এই আদৰ্শই মণিৰামৰ চিন্তাধাৰাত প্ৰভাৱ বিস্তাৰ কৰিবপৰা নাছিল; কিন্তু তেওঁ আছিল কঠোৰ অভিজ্ঞতাৰে পুষ্ট — দেশ আৰু সমাজৰ বাবে বেয়াটো তেওঁ প্ৰত্যাখ্যান কৰিছিল আৰু ইংৰাজ শাসনৰ ইতিবাচক দিশটো তেওঁ দেখিছিল।

ড° গুহৰ ভাষাত "Dewan did not subscribe to an ideology, progressive enough even in the context of the times, nor was he a very consistent freedom fighter throughout his career. But because of his role in the revolt of 1857, it is the anti imperialist image of his that lives through peoples memory– in folk songs and modern patriotic literature He had an enterpreneurial career which was objectively progressive He was indeed a bridge between the old and the new" (৮) ড° গুহৰ উক্তিতে এই objectively Progressive শব্দ দুটাই সম্ভৱ এক বিজ্ঞানসন্মত চৰ্চাৰ পৰিচয়।

---

৭ ২৮ ফেব্ৰুৱাৰী, ১৯৩১ চনত বাতৰি : সাপ্তাহিক পৰা বেণুধৰ শৰ্মা কনাৰ্কলীৰ চন্দন চ'ৰাত দিয়া উদ্ধৃতি দ্ৰষ্টব্য, পৃঃ ১৫।

৮ ড° অমলেন্দু গুহ Planter RaJ to Swaraj 1988 edition, Page 21

এজন বস্তুগতভাৱে প্ৰগতিশীল ব্যক্তি — যি বাগিচা উদ্যোগত হাত দিব পাৰে আৰু পুৰণি সমাজখনৰ এটা বিকল্প গঢ় নতুন অভিজাততন্ত্ৰ বা নতুন পঞ্চায়ত ব্যৱস্থাৰ কল্পনা কৰিব পাৰে। তেওঁৰ মাজত পুৰণি চিন্তা সম্পূৰ্ণ বিলোপ নোহোৱাত আচৰিত হ'বলগীয়া একো নাই। তেওঁ প্ৰতি বছৰে কানি খেতি ৫ শতাংশ কমাই আনি ২০ বছৰত কানি খেতি সম্পূৰ্ণ নিঃশেষ কৰাৰ যি আঁচনি প্ৰস্তাৱ আকাৰে দিছিল তাতেই তেওঁৰ অভিজ্ঞতাবাদী আৰু বিজ্ঞানসম্মত দৃষ্টিভংগী লুকাই আছে। থলুৱা আফিং খেতি বন্ধ কৰি ইংৰাজে নিজৰ ব্যৱসায় বৃদ্ধিৰ যি পাং পাতিছিল, যাৰ পৰিণতিত ফুলগুৰিৰ ধেৱাৰ সৃষ্টি হৈছিল মণিৰামৰ ফাঁচিৰ মাত্ৰ তিনি বছৰ পিছতে, সিয়েই প্ৰমাণ কৰে যে মণিৰাম আছিল জাতে-পাতে খেতিয়কৰ স্নায়ৱিক গঠন বুজি পোৱা ধীমান ব্যক্তি।

ড° হীৰেন গোহাঁয়ে মণিৰাম দেৱানৰ চৰিত্ৰগত দিশটো অতি সুন্দৰভাৱে ব্যক্ত কৰিছে। ড° গোহাঁয়ে ড° গুহৰ দৰে মণিৰামৰ objective progressive চৰিত্ৰ আৰু বিষয়ীগত প্ৰগতিশীলতাহীন (সমসাময়িক মানতো) নথকা অৱস্থাটোৰ মাজত পাৰ্থক্যৰ সীমাৰেখা নটনাকৈও, মধ্যবিত্তই যিটো সুবিধা সাম্ৰাজ্যবাদৰপৰা আদায় কৰি লয় সেই বিষয়ে আঙুলিয়াই দিছে—

"মণিৰাম দেৱানেই তেওঁৰ কাৰ্যদক্ষতাৰ কাৰণে সকলোতকৈ আগতে ব্ৰিটিছ পুঁজিয়ে দিব পৰা সকলোখিনি আদায় কৰি লয়। সকলোতকৈ আগতে তেৱেঁই বুজি পায় বিকাশৰ এটা নিৰ্দিষ্ট বিন্দুলৈকেহে ইংৰাজে দেশীয় পুঁজিক সহায়-সমৰ্থন কৰিব। আৰু সেই সীমা চেৰাই গ'লেই প্ৰতিযোগিতাৰ ভয়ত তাক নিৰ্বিবাদে বিনাশ কৰিব" (৯)।

মণিৰাম দেৱানে ইংৰাজৰ ইতিবাচক ভূমিকা বুজি পাইছিল মানৰ দিনৰ দুৰ্দশা তথা তাৰো আগৰ বিদ্ৰোহৰ দুৰ্দশা দূৰ কৰা শক্তি হিচাপে, বাণিজ্য আৰু উদ্যোগৰ বিকাশৰ 'এজেণ্ট' হিচাপে এই ভূমিকা, শান্তি প্ৰতিষ্ঠাৰ কাৰক হিচাপে এই ভূমিকা, কিন্তু ই যে স্বাৰ্থজড়িত ভূমিকা তাক নুবুজাকৈ থকা নাছিল।

সামন্তবাদীৰপৰা শ্ৰেণীগতভাৱে বিচ্ছিন্ন হৈ এজন ব্যক্তি সম্ভাব্য পুঁজিবাদী বা উদীয়মান পুঁজিবাদী হয় তেওঁৰ অৰ্থনৈতিক উৎপাদন ক্ষেত্ৰত হোৱা সম্পৰ্কসমূহৰ পৰিবৰ্তনৰ দ্বাৰা। তেওঁ ভূমি দাস বা পাইক, ভূমিৰ ৰাজহ তথা ভূমি কেন্দ্ৰিক অমৌদ্ৰিক (Non-monetary) উৎপাদনৰ লগত জড়িত হৈ নাথাকি মুদ্ৰাৰে মজুৰি পৰিশোধ কৰা অৰ্থাৎ শ্ৰমক মজুৰি দিয়া এটা মৌদ্ৰিক ব্যৱস্থালৈ নিজকে উন্নীত কৰে। স্বাভাৱিকতে ইয়াৰ এডাল সীমাৰেখা টনা মৌদ্ৰিক ব্যৱস্থাৰ হস্তক্ষেপ আছে। মণিৰামৰ ক্ষেত্ৰত এই ব্যৱস্থাটো অতি প্ৰকট। এই ব্যৱস্থাটো তেওঁ দৰ্মহাভিত্তিত কৰা দেৱানৰ চাকৰি আৰু শ্ৰম নিয়োজিত কৰি চাহ উৎপাদন কৰা মৌদ্ৰিক হিচাপ নিকাচৰ জৰিয়তে প্ৰতিষ্ঠিত

*৯ হীৰেন গোহাঁই, সাহিত্য আৰু

হৈছে।

এইটো এটা বস্তুগত মাপকাঠি। তেওঁৰ স্বভাৱ, ধৰ্মীয় দৃষ্টিভংগী, পাৰিবাৰিক জীৱন আদিৰ বিষয়ীগত কথাবোৰে এই বস্তুগত মাপকাঠীডাল সলনি কৰি দিব নোৱাৰে। বৰঞ্চ এই মৌদ্রিক মাপকাঠীয়েহে তেওঁৰ দৃষ্টিভংগী আৰু মানসিকঅৱস্থা সলনি কৰি দিয়াৰ সম্ভাৱনা বিৰাজ কৰে। পৰিবৰ্তনৰ এই প্ৰক্ৰিয়াত তেওঁ জীয়াই থাকোঁতেই তেওঁৰ পুত্ৰ ইংৰাজৰ দৰ্মহা খোৱা পুলিচ বিভাগৰ বিষয়া (দাৰোগা) হৈছিল। এইটোৱে প্ৰমাণ কৰে যে তেওঁ সাম্ৰাজ্যবাদী ইংৰাজে প্ৰচলন কৰা সামগ্ৰিক পৰিবৰ্তন অস্বীকাৰ কৰি সাধু-সন্ন্যাসীৰ দৰে আচৰণ কৰা নাছিল। বাস্তৱ যুক্তিবাদী মানুহৰ দৰে স্বাভাৱিক আছিল তেওঁৰ আচৰণ; তেওঁ কাম কৰিছিল লাভৰ বাবে।

এজন মানুহৰ বস্তুগত (Objective) আৰু বিষয়ীগত (Subjective) চৰিত্ৰ কাটি দুভাগ কৰি শৱকটা টেবুলত পেলাই লৈ চাব পৰা বস্তু নহয়। বস্তুগতভাৱে যদি পুৰণি ভূমি-দাস, পাইক, অমৌদ্রিক ব্যৱস্থাৰপৰা মুক্ত হৈ পুঁজিৰে পৰিচালিত মানুহ হৈছে, তেন্তে মনস্তাত্বিকভাৱে সংস্কাৰমুক্ত আৰু পাছপৰা, মূৰত পাগুৰি মৰা মণিৰামো পুঁজিপতি, বাগানৰ মালিক আৰু বাগানৰ মালিক হৈও বাগানৰ মালিক শ্ৰেণীৰ ভিতৰত বগা-চাহাবসকলৰ ব্যৱস্থাটোৰ বিৰোধী হ'ব পাৰে। পুঁজিকেন্দ্ৰিক উৎপাদনলৈ চকু দিয়াটোহে মণিৰামৰ যুগৰ গতিশীল মধ্যবিত্তৰ প্ৰধান দিশ, প্ৰভাৱশীল নিৰ্ণয়াত্মক বা ঐতিহ্যসিকভাৱে আদৰণীয় দিশ। মানুহজনৰ ব্যক্তিত্বৰ হাজাৰটা সংঘাত আৰু দুৰ্বলতা থকা সত্ত্বেও সেইবোৰ হ'ল অতীত, অতীতৰ মৰি অহা অংশটো নিৰ্ণায়াত্মক উপাদান নহয়, ঠন ধৰি গজিব ধৰা অংশটোহে। মণিৰামৰ এই অংশটো হ'ল তেওঁ চাহ বাগানৰ প্ৰতিষ্ঠাতা হোৱা আৰু বিদ্ৰোহৰ বাৰ্তাবাহী হোৱাটোহে।

## ৭.৫ মণিৰামৰ সংগীসকল

মণিৰামৰ সংগীসকল যিসকলক সাম্ৰাজ্যবাদীয়ে শাস্তি দিছিল, তেওঁলোকৰ ভিতৰত কেইজনমানৰ বিষয়ে ভালেমান কথা শুনা যায়। বাহাদুৰ গাঁওবুঢ়া ৰজাৰ দিনৰ আখৰ কটীয়া অৰ্থাৎ লিপিৰ আখৰ কটা বৰুৱা। বৃত্তিয়াল হ'লেও ৰাজসন্মান প্ৰাপ্ত। সেই হিচাপে তেওঁ সাধাৰণ পাইকৰ দৰে নহয়। মুঠেই দুই পুৰুষৰ আগতে আহি তেওঁ অসমীয়া হৈছে। সাহসী আৰু সন্মানিত মানুহজন নেতৃত্বৰ গুণ থকা বাবে ৰাইজে পতা, ৰাইজে সন্মান কৰা গাঁওবুঢ়া। নিশ্চিতভাৱে এজন বিশিষ্ট চৰিত্ৰৰ মানুহ। ৰাজক্ষমতা ঘূৰি আহক— এইটোতকৈও তেওঁৰ ডাঙৰ কথা আছিল বিদেশী শাসন ওৰ পৰা সেইটোহে। তেওঁৰ শ্ৰেণী চৰিত্ৰ কি আছিল? প্ৰাপ্ত তথ্য অনুসৰি তেওঁৰ নিজৰেই যে বৃত্তিয়াল, উদ্যোগী চৰিত্ৰ আছিল তেনে নহয়, তেওঁৰ পুত্ৰসকলৰ মাজতো পৰিচালনাৰ জ্ঞান থকা মধ্যবিত্ত

আছিল, আজীৱন কাৰাদণ্ড ভোগ কৰি উভতি অহা বাহাদুৰ গাঁওবুঢ়া শেষ জীৱনত ডফলাটিঙত আছিল— তেওঁৰ এখন দোকান আছিল। কোৰাণত বিশ্বাসী, কাৰাবাসতো কোৰাণ হাতে লিখা এই ব্যক্তিজন আছিল গোড়ামি মুক্ত।

পিয়ালি বৰুৱাও ডাঙৰ বিষয়াৰ ঘৰৰ নহয়, সৰু বিষয়াৰ পৰিয়ালৰ। এজন ককায়েক চৰকাৰী চাকৰিয়াল। এজনে দুটা মৌজা চলাইছিল। পিয়ালিৰ নিজা সম্পত্তি একো নাছিল। ককায়েকৰ মৌজা চলাবলৈ যায় মাজে-সময়ে হাতীত উঠিছিল। ওখ-পাখ হাতীত উঠি যায় বাবে বাটত ইংৰাজ চাহাবে হাতীৰপৰা নমাই অপদস্থ কৰিব খোজে। পিয়ালি বৰুৱা উদীয়মান ডেকা আৰু তেওঁৰ ছিন্নমূল ৰাজ-পৰিয়াল (কন্দৰ্পেশ্বৰ সিংহ)ৰ লগত ওচৰঘৰীয়াৰ সম্পৰ্ক। ফৰ্মুদ আলী আনহাতে সাধাৰণ শ্ৰেণীৰ লোক। শ্ৰেণী স্বাৰ্থ হিচাপে বাহাদুৰ গাঁওবুঢ়া, ফৰ্মুদ আলী, পিয়ালি বৰুৱা আদিৰ ৰাজতন্ত্ৰ পুনৰ প্ৰতিষ্ঠাৰপৰা প্ৰত্যক্ষ লাভৰ স্বাৰ্থজড়িত সম্ভাৱনা কমেই আছিল। বাহাদুৰ গাঁওবুঢ়া হাতীত উঠি বৰযাত্ৰী হৈ যাওঁতে ৰজা পুৰন্দৰ সিংহই তেওঁক ৰজাৰ পদূলিয়েদি হাতীত উঠি যোৱাত তেওঁক ধৰাইহে নিব খুজিছিল; কিন্তু বাহাদুৰ গাঁওবুঢ়া নিজৰ বুদ্ধিৰ বলত ৰাজৰোষৰ পৰা বাচিলেও, ঘটনাটোৱে বুজায় যে ৰাজতন্ত্ৰৰ প্ৰতি থকা তেওঁৰ আনুগত্যতা অজ্ঞতা নাছিল। তেওঁৰ পুত্ৰসকলে উদ্যোগী চৰিত্ৰ অৰ্জন কৰা আৰু নিজে মৃত্যুৰ আগলৈকে ডফলাটিঙত ব্যৱসায়ী হৈ থকাটোৱে তেওঁ বৃত্তিয়ালৰপৰা ব্যৱসায়ীলৈ সামাজিকভাৱে উত্তৰণ হোৱা প্ৰক্ৰিয়াটোৰ কথাই বুজায়।

মণিৰাম দেৱানৰ চৰিত্ৰত যিদৰে ৰাজতন্ত্ৰৰ লগত থকা শিপাডাল ছিঙি এটা কিছু পৰিবৰ্তিত পঞ্চায়ত ব্যৱস্থা, য'ত এজন চিভিলিয়ান মহামন্ত্ৰী হওক বুলি তেওঁ নিজে প্ৰস্তাৱ কৰিছিল— সেইটো এটা নতুন স্তৰলৈ উত্তৰণৰ পথ। আনহাতে তেওঁৰ বৃত্তিগত চৰিত্ৰ পুৰণি শিপাৰপৰা সম্পূৰ্ণ ছিন্ন হৈছিল, তেওঁ মৃত্যুৰ আগে আগে পুত্ৰ বম দাৰোগাক দুখন বাগান উত্তৰাধিকাৰ সূত্ৰে এৰি যোৱা বুলিহে উল্লেখ কৰিছে। এইটো অতি তাৎপৰ্যপূৰ্ণ কথা। তাৎপৰ্যপূৰ্ণ এইটো কথাও যে ইংৰাজে মণিৰামক ফাঁচিৰ জৰীত ওলোমাই বাগান দুখনো বাজেয়াপ্ত কৰিছিল।

## ৭.৬. চাহ খেতি আৰু কৃষিৰ উন্নয়ন

**মধ্য শ্ৰেণীৰ বিকাশৰ ভেটি ঃ** মূলতঃ নিম্নোক্ত কাৰণসমূহৰ বাবে অসমত ইংৰাজ শাসন প্ৰতিষ্ঠাৰ পৰ্বত বিপুলায়তন কৃষি-ভূমি পতিত আছিল। এই কাৰণকেইটা হ'ল— (১) বিদ্ৰোহ, (২) মানৰ আক্ৰমণ আৰু (৩) মহামাৰী (ক'লা জ্বৰ, গ্ৰহণী আদি) আৰু (৪) প্ৰাকৃতিক দুৰ্যোগ আৰু অনুন্নত প্ৰযুক্তি কৌশল আৰু বিদ্ৰোহ আৰু জনসংখ্যা মানৰ

আক্ৰমণৰ পিছত আৰু আনুসংগিক মহামাৰীৰ ফলত আধাতকৈও বেছি বিনাশপ্ৰাপ্ত হৈছিল বুলি অনুমান কৰা হয় (১০)।

ইংৰাজে শাসন আৰম্ভ কৰিয়েই পতিত মাটিৰ মঞ্জুৰী (গ্ৰাণ্ট) দিয়া বা কৃষিৰ বাবে অনুমতি প্ৰদান কৰাৰ এটা ব্যাপক ব্যৱস্থা প্ৰৱৰ্তনৰ লগে লগে কৰ আৰু ৰাজহ (খাজনা) বৃদ্ধিৰ উদ্দেশ্যে উন্নত আৰু বাণিজ্যিক কৃষিৰ ওপৰত জোৰ দিছিল। ৰাজহ সংস্কাৰ অধ্যায়ত আমি দেখুৱাইছো যে বাৰী মাটিতো ইংৰাজে খাজনা লগাইছিল। উদ্দেশ্য অকল ৰাজহ বৃদ্ধিয়েই নহয়, কৃষিৰ উৎপাদনৰ বাবে বাৰী মাটিৰ মালিকসকলক উদ্দীপিত কৰা আৰু বাণিজ্যিক কৃষিৰ বৃদ্ধি কৰাটোও নিহিত উদ্দেশ্য আছিল।

ডেভিদ স্কটে ১৮২৭ চনতে এনেদৰে ভূমি 'গ্ৰাণ্ট' দিয়াৰ ব্যৱস্থা প্ৰৱৰ্তন কৰে। উদ্দেশ্য আছিল দ্ৰুতগতিৰে কৃষিৰ সম্প্ৰসাৰণ আৰু ৰাজহ বৃদ্ধি কৰা। সেই হিচাপে ভূমি মঞ্জুৰী পোৱা ব্যক্তিয়ে প্ৰথম তিনি বছৰত চাৰি ভাগত একাংশ, দ্বিতীয় তিনি বছৰত দ্বিতীয় এক চতুৰ্থাংশ আৰু নৱম বছৰত বাকী এক চতুৰ্থাংশ খেতি কৰিব লাগিব। তাৰ পিছত ভূমিৰ স্থায়ী অধিকাৰ পাব আৰু এই তিনি চতুৰ্থাংশ ভূমিৰ ক্ষেত্ৰত নিয়মিত খাজনা দিব লাগিব। স্কটৰ এই প্ৰস্তাৱটো বাস্তৱত কাৰ্যকৰী হোৱাৰ পথত প্ৰথম বাধা আছিল দুবছৰৰ ৰাজহ নিৰাপত্তা (ছিকিউৰিটি) হিচাপে জমা দিয়াৰ ব্যৱস্থাটো। আগতীয়াভাৱে দুবছৰৰ ৰাজহ দিয়াটো থলুৱা কৃষকৰ বাবে সাধ্যাতীত আছিল। এই অসুবিধাটো স্কটৰ পিছত ৰবাৰ্টছনে এই ব্যৱস্থাটোৰ কিছু সংস্কাৰ কৰি তিনি বছৰলৈ মঞ্জুৰী দিয়া ভূমি খাজনাৰহিত হিচাপে দিয়াৰ ব্যৱস্থা কৰে। ১৮৩৬ চনত কেপ্তেইন জেনকিন্সে উক্ত ব্যৱস্থাটো যথোচিত উদ্দীপনাদায়ক নহ'ব বুলি ভাবি অধিক উদাৰ ব্যৱস্থা এটা প্ৰৱৰ্তন কৰিবলৈ বিচাৰিলে। এই হিচাপে কৃষিৰ বাবে মুকলি কৰা ভূমি প্ৰথম তিনি বছৰ খাজনা মুক্ত, চতুৰ্থৰ পৰা ষষ্ঠ বছৰলৈ স্থানীয় কৰৰ এক চতুৰ্থাংশ, সপ্তমৰপৰা নৱম বৰ্ষলৈ দুই চতুৰ্থাংশ, দশমৰপৰা দ্বাদশবৰ্ষলৈ দুই তৃতীয়াংশ আৰু বাৰ বছৰৰ পিছত সম্পূৰ্ণ হাৰত খাজনা দিব লাগিব। বংগৰ গৱৰ্ণৰে ১৮৩৬ চনৰ আগষ্ট মাহত সুন্দৰবন গ্ৰাণ্টৰ আৰ্হিত অসমত আন এক ৰাজহ ব্যৱস্থা প্ৰৱৰ্তনৰ প্ৰচেষ্টা কৰিলে। এই মতে গ্ৰাণ্টসমূহক তিনি ভাগত ভাগকৰা হ'ল। (১) কৃষি-ভূমিৰ মাজত দিয়া গ্ৰাণ্টৰ ক্ষেত্ৰত পাঁচ বছৰ খাজনা বিহীন ; (২) ওখ কৰা আৰু তৃণভূমিৰ মাজত দিয়া গ্ৰাণ্ট দহ বছৰ খাজনা মুক্ত আৰু (৩) বন আৰু ওখ পতিত ভূমিত কুৰি বছৰলৈ খাজনা ৰহিত। বিদেশী উদ্যোগী, শিল্প আৰু পুঁজি অসমলৈ অনাৰ এটা নিহিত উদ্দেশ্য ইয়াতে লুকাই আছিল আৰু বাহিৰৰ জমিদাৰ শ্ৰেণীয়ে এনে ব্যৱস্থাৰ সুযোগ ল'ব বুলি

---

*১০ অসম বোলোতে ইয়াত অসমকে ধৰি পাৰ্বত্য উত্তৰ-পূৰ্বাঞ্চল আৰু সুৰমা উপত্যকাকে ধৰি ১৯৪৭ চনত থকা অসমক বুজোৱা হৈছে। — লিখক*

জেনকিন্সে ইয়াৰ বিৰোধিতা কৰিছিল। ১৮৩৮ চনৰ এই ব্যৱস্থাত কিছু নতুন দফা আৰোপ কৰি এশ একৰতকৈ বেছি ভূমি গ্ৰাণ্ট হিচাপে নিদিয়াৰ ব্যৱস্থা কৰা হ'ল। অসমৰ স্থানীয় মানুহৰ হাতত পুঁজি আৰু কৃষিৰ উন্নত আহিলা-পাতি তথা প্ৰযুক্তিজ্ঞান আটাইকেইটাই নাছিল বা কম আছিল। তেওঁলোকৰ মাজত যি দুই এজনৰ আছিল—তেওঁলোক বাগিচা খুলিবলৈ নাইবা চাহৰ বাহিৰেও অন্য বাণিজ্যিক কৃষি-পণ্য উৎপাদন কৰিবলৈ আগবাঢ়ি অহাটো নিঃসন্দেহে যুগ বিচাৰত অতি গতিশীল কাৰ্য।

ইতিমধ্যে চাহ খেতিৰ ওপৰত ইংৰাজে গুৰুত্ব দিবলৈ আৰম্ভ কৰিছিল। ১৮৩৪ চনত 'টী কমিটী' গঠন কৰাৰ পিছৰেপৰা অসমত স্থানীয়ভাৱে পৰীক্ষামূলক চাহ খেতি কৰি চি এ ব্ৰুচ চাহাব শদিয়া আৰু জয়পুৰত সফল হ'ল। এইদৰেই আৰম্ভ হ'ল চাহ ৰপ্তানিৰ অৰ্থাৎ, এক ৰপ্তানিমুখী (Export oriented) উদ্যোগৰ পাতনি। ১৮৩৭ চনত ১২ বাকচ আৰু ইয়াৰ পিছৰ বছৰত ৯৫ বাকচ চাহ ৰপ্তানি কৰা হৈছিল লণ্ডনলৈ (১১)। চাৰ্লছ আলেকজেণ্ডাৰ ব্ৰুচে নমুনা হিচাপে ১৮৩৬ চনতে। কলিকতাত (কোলকাতা)লৈ অসমত উৎপাদিত চাহ পঠাইছিল আৰু এই চাহ তেতিয়াৰে গৱৰ্ণৰ জেনেৰেলে নিজেই পৰীক্ষা কৰি উচ্চ মানৰ পাইছিল। অসমত চাহ উৎপাদনৰ এই বাতৰি কোলকাতাৰ বাতৰি কাকতত ১৮৩৬, ২১ ডিচেম্বৰত প্ৰকাশ পাইছিল (১২)। চাহৰ নিলাম লণ্ডনত আৰম্ভ হৈছিল ১৮৩৯ চনত । দত্তই এটা কথা উল্লেখ কৰিছে যে ব্ৰুচ চাহাবে ১৮৩৭ চনত ৪০ বাকচ চাহ কোলকাতালৈ পঠাইছিল, এই চাহ চাহ কমিটীৰ মতে 'পেকিঙ'ৰ নিম্নমান আৰু সেমেকা পৰিবেশত পঠোৱাৰ পৰিণতিত প্ৰায় গোটেইখিনি নষ্ট হৈছিল। যি নহওক, এই শতিকাৰ চতুৰ্থ দশকৰ ভিতৰতে চাহখেতিৰ সম্ভাৱনা সম্পৰ্কে ইংৰাজ জ্ঞাত হৈছিল আৰু একপ্ৰকাৰ উল্লসিত হৈছিল। যি সময়ত চীনৰপৰা ৰপ্তানিহোৱা খেতি প্ৰতি পাউণ্ড ১—২ ছিলিঙত বিক্ৰী হৈছিল। সেই সময়ত অসমৰপৰা ৰপ্তানি হোৱা চাহ প্ৰথম নিলামৰ দিনাই ৩৪ ছিলিং পৰ্যন্ত উচ্চ দৰত বিক্ৰী হৈছিল (১৩)।

চাহৰ বজাৰ এইদৰে দ্ৰুত গতিৰে আশাব্যঞ্জক হৈ পৰাত ১৮৩৮ কোলকাতাত বেংগল এছোচিয়েচন গঠিত হয় চাহৰ উৎপাদন আৰু বাণিজ্যৰ উদ্দেশ্য আগত ৰাখি। লণ্ডনতো তেনে এক এছোচিয়েচন গঢ়াৰ বাবে উদ্দীপনা সৃষ্টি হ'ল। লণ্ডন আৰু কোলকাতাৰ

---

১১ *The Comprehensive History of Assam, vol v, page 40.* *১৮৩৭ চনৰ ডিচেম্বৰ মাহত অসমৰ পৰা পঠোৱা চাহ প্ৰকৃততে ১৮৩৮ চনৰ মে' মাহত* Calcutta *নামৰ জাহাজত লণ্ডনলৈ পঠোৱা হৈছিল। দ্ৰষ্টব্য : অৰূপ কুমাৰ দত্ত,* Hamerpher Blows First - *Ed, p 2*

১২ *দ্ৰষ্টব্য : দত্ত, উক্ত গ্ৰন্থ পৃঃ ২।*

১৩ *The Comprehensive History of Assam, Vol v, page 4*

দুয়োটা গোটৰ সম্মিলিত প্ৰচেষ্টাত একলাখ সমাংশ (চেয়াৰ)ৰ আছাম টী কোম্পানী গঠিত হয়। প্ৰতি সমাংশৰ মূল্য ৫০ পাউণ্ড হিচাপে মুঠ ৫০০,০০০ পাউণ্ড পুঁজিৰ এই আছাম টী কোম্পানী গঠনৰ পিছৰপৰা প্ৰকৃতাৰ্থত অসমৰ অৰ্থনীতি আৰু ৰাজনীতিত চাহ কোম্পানীৰ প্ৰভাৱেই হৈ পৰিল নিয়ন্ত্ৰণাত্মক।

চাহ কোম্পানীৰ বাবে সুবিধাজনক কৰিবৰ বাবে পৰোক্ষভাৱে থলুৱা মানুহে মাটি ল'ব নোৱাৰাকৈয়ে কিছুমান চৰ্ত জাপি দিয়া হ'ল। ইয়াৰ পিছত '১৮৩৮ চনৰ ওৱাষ্টলে গ্ৰাণ্ট ৰুল' হৈ পৰিল চাহ কোম্পানীবিলাকক অসমৰ পতিত ভূমি বিনা দামত আৰু অতি কম খাজনাত দিবৰ বাবে এক দেখাত শুৱনি বৈধ উপায়। গৱৰ্ণৰ জেনেৰেলে অসম চৰকাৰক আছাম টি কোম্পানী বা অন্য কেনে কোম্পানীক ভূমি আবণ্টন দিবলৈ নিৰ্দেশ দিলে (১৪)।

এই সময়ত দেখা গ'ল ইংৰাজ সেনা বিষয়া তথা ইষ্ট ইণ্ডিয়া কোম্পানীৰ লগত সম্পৰ্ক থকা প্ৰভাৱশীল ইংৰাজসকলে অতি দ্ৰুতগতিৰে অসমৰ পতিত ভূমি দখল কৰাত জঁপিয়াই পৰিল। আছাম কোম্পানীয়ে শিৱসাগৰৰ গাভৰু পাহাৰৰ এটা অংশ দখল কৰিলে। জে ডব্লিউ মাষ্টাৰছৰ নেতৃত্বত স্থাপিত হ'ল এক শক্তিশালী প্ৰতিষ্ঠান। ১৮৪০ চনত ব্ৰুচ চাহাবে কোম্পানীৰ এটা ডিভিজনৰ দায়িত্ব লৈ টিপাম, কাছুং, নাওজলীয়া, জোগানদো, নিংৰো আদি বাগান প্ৰতিষ্ঠা কৰিলে। প্ৰথমে কিছু অসুবিধা হৈছিল যদিও ১৮৪৭ চনৰ পৰা ১৮৫৮ চনৰ ভিতৰত লাভাংশৰ হাৰ ২.৫ শতাংশৰ পৰা ৯ শতাংশলৈ বৃদ্ধি পোৱাটোৱেই চাহ উদ্যোগৰ বিকাশ লাভজনক হোৱাটোৱেই বুজায়। ১৮৫৭ চনত কৰ্ণেল হান্নেই চাউলখোৱা কোম্পানী, ১৮৪৮ চনত বাকেল জেনকিন্সে মাইজান কোম্পানী, ১৮৫৮ চনত উইলিয়ামছন ভ্ৰাতৃসকলে আৰু বাৰ্কিনয়ঙে নিজাভাৱে বাগান খোলাত আত্মনিয়োগ কৰিলে। ১৮৫৯ চনত যোৰহাট টী কোম্পানী গঠিত হয় ৬০,০০০ পাউণ্ড পুঁজিৰে। এই টকাৰেই চিনামৰা, ওবটিং আৰু কলিয়াবৰ চাহ বাগিচা যোৰহাট চাহ কোম্পানীয়ে ক্ৰয় কৰে।

চাহ উদ্যোগ লাভজনক হোৱাৰ লগে লগে বিদ্ৰোহৰ জোঁৱাৰ পাতনিতে নাশ কৰাৰ পিছত অসমৰ চাহৰ উপযোগী পতিত ভূমিত লাভান্বেষী দালাল (Speculator) বিলাকে মৰকামোৰ মৰাৰ বাবে ইংৰাজ চৰকাৰে বিপুল সুবিধা প্ৰদান কৰি 'ফী চিম্পল' গ্ৰাণ্ট দিয়াৰ ব্যৱস্থা কৰিলে। লৰ্ড কেনিঙৰ দিনত গ্ৰহণ কৰা এই ব্যৱস্থা অনুসৰি একে ঠাইতে তিনি হেজাৰ একৰ পৰ্যন্ত ভূমি চাহ কোম্পানী বা দালালে লোৱাৰ সুবিধা হ'ল। এনে ভূমি মঞ্জুৰী কৰিবৰ বাবে ন্যূনতম খাজনা একৰে প্ৰতি ২.৮ অঃ বপৰা ৫ টকা ধাৰ্য কৰা হ'ল।

---

১৪ *The Comprehensive History of Assam, Vol – Chapter Three* *দ্ৰষ্টব্য*

নতুন বিধি অনুসৰি এইদৰে মঞ্জুৰী দিয়া ভূমিৰ ক্ষেত্ৰত খাজনা নিলামৰ ব্যৱস্থা সংযোজিত কৰাত ভূমিৰ খাজনা প্ৰতি একৰত ১০ টকা পৰ্যন্ত বৃদ্ধি পোৱাৰ সম্ভাৱনা বাঢ়িল। ই একেলগে দুটা কাৰ্য সম্পাদন কৰিলে—(১) চৰকাৰৰ ৰাজহৰ পৰিমাণ বাঢ়িল আৰু (২) বিপুল পৰিমাণৰ ভূমি অসমৰ বাহিৰৰ চহকী চাহ কোম্পানী বিলাকলৈ হস্তান্তৰিত হোৱাৰ সুযোগ সৃষ্টি হ'ল। এনেদৰে হস্তান্তৰিত হোৱা ভূমিৰ ক্ষেত্ৰত প্ৰথম দহ শতাংশ মূল্য পৰিশোধ কৰি বাকীখিনি কিস্তি হিচাপে দহ বছৰৰ ভিতৰত পৰিশোধৰ ব্যৱস্থা কৰা হ'ল। দহ বছৰৰ পিছতো পৰিশোধ কৰিব নোৱাৰিলে ১০% বাৰ্ষিক সুদ ধাৰ্য কৰা হ'ল। আনহাতে, কিমান দিনত কেতিয়া কিমান ভূমি মুকলি কৰিব লাগিব তেনে ধৰণৰ বাধা বিলাক সম্পূৰ্ণ বিলোপ কৰা হ'ল। সুদ আৰু ক্ৰয়-মূল্য পৰিশোধ নকৰিলেহে ভূমি পুনৰ বিক্ৰী কৰাৰ ব্যৱস্থা হ'ল। এই নতুন ব্যৱস্থাৰ ফলত ১৮৬১-৬২ ৰ ১১৫ টা গ্ৰাণ্টৰপৰা ১৯৬২-৬৩ ত ১৮২ টালৈ আৰু ১৯৬৭-৬৮ ত এনে গ্ৰাণ্টৰ সংখ্যা ৪১৮ টালৈ বৃদ্ধি পালে। দালালবিলাকৰ এনে ক্ষতি কাৰক প্ৰৱেশ চাহ বাগিচা খোলাতকৈ চাহ বাগিচাৰ ভূমি হস্তগত কৰি চ'ৰা দামত একাধিক লাভত বিক্ৰী কৰাটো উদ্দেশ্য হৈ পৰিল আৰু চাহৰ উৎপাদন বৃদ্ধিৰ এটা মিছা পৰিসংখ্যা দেখুওৱাৰ চক্ৰান্তও আৰম্ভ হ'ল। ই চাহৰ বজাৰত এক ক্ষতিকাৰক মন্দা অৱস্থাৰ সৃষ্টিৰ এটা মূল কাৰণ (১৫)। ১৮৬৭-৬৮ চনৰ এই মন্দাই দালালবিলাকক ক্ষতিগ্ৰস্ত কৰিলে। কোলকাতা আৰু লণ্ডনৰ বজাৰৰ হোৱা এনে মন্দা অৱস্থাই অসমত যি ভীষণ সংকটৰ সৃষ্টি কৰিলে তাৰে ফলত চাহ বজাৰৰ নিয়ন্ত্ৰণৰ বিষয়ে নজনা সৰু কোম্পানী বিলাক দেউলীয়া মাৰিলে। মণিৰাম দেৱানৰ পিছতে চাহ ব্যৱসায়ত হাত দিয়া অসমীয়া চাহ খেতিয়কৰ ছখন চাহ বাগান আৰু গোৱালপাৰা জিলাৰ ওঠৰখন বাগান এই সংকটৰ ফলত নিৰ্মূল হ'ল।

বৃহৎ চাহ কোম্পানীয়ে লভ্যাংশ (Dividend) অযুক্তিকৰভাৱে কৰাৰ নমুনা যোৰহাট চাহ কোম্পানীৰ তথ্যই প্ৰমাণিত কৰে।

লভ্যাংশ (Dividend)—যোৰহাট টী কোম্পানী

| বছৰ | লভ্যাংশ (%) |
|---|---|
| ১৮৬০ | ৫ |
| ১৮৬১ | ১১ |
| ১৮৬২ | ২৩ |
| ১৮৬৩ | ৩৬ |
| ১৮৬৪ | ৩৪ |
| ১৮৬৫ | ১২ |

১৫ Allen, Report on Lakhimpur

১৮৬০ ৰপৰা ১৮৬৩ ৰ ভিতৰত লভ্যাংশৰ হাৰ মুঠেই ৫ শতাংশৰপৰা ৩৬ শতাংশলৈ বৃদ্ধি পোৱাৰ পিছত ১৮৬৫ চনত ১২ শতাংশলৈ আৰু তাৰ পিছত অধিক ক্ষতিকাৰক পৰ্যায়লৈ নামি যোৱাটোৱে দালালসকলৰ ক্ষতিকাৰক ক্ৰিয়া-কলাপৰে উদাহৰণ দাঙি ধৰে। ষ্টক বজাৰৰ বিষয়ে ধাৰণা নথকা থলুৱা উদ্যোগী এফালে চৰকাৰৰ ভ্ৰান্ত আৰু ক্ষতিকাৰক ভূমি বিতৰণৰ নীতি আৰু আনফালে চাহৰ বজাৰৰ দালালসকলৰ দুষ্কাৰ্যৰ ফলত সম্পূৰ্ণ নহ'লেও প্ৰায় বিধ্বস্ত হোৱাটো স্বাভাৱিক।

চাহৰ দালালসকলৰ দুষ্কাৰ্য গুচাবৰ বাবে ১৮৭৬ চনত ভূমিৰ ৩০ বছৰীয়া চুক্তিৰ ব্যৱস্থা কৰা হয় আৰু ন্যূনতম খাজনা ১ টকা ধাৰ্য কৰা হয়। মজুৰী লোৱা ব্যক্তিয়ে নিজে নিৰ্দিষ্ট কৰি দিয়া খেতি কৰাটো আৰু সেই মাটিত নিজে থকা বা নিজৰ প্ৰতিনিধি ৰখাটো বাধ্যতামূলক কৰা হয়। তথাপি কৃষি ভূমিত দালালসকলৰ লীলা-খেলা নকমিল। যিমান ভূমি চাহ খেতিৰ বাবে চুক্তি কৰি লোৱা হ'ল প্ৰকৃতাৰ্থত তাৰ এক সামান্য অংশতহে চাহ খেতি কৰা হ'ল। ১৮৫৮-৫৯ চনত চাহ বাগানবিলাকৰ হাতত ভূমি আছিল ৫৪,৮৬০ একৰ, ইয়াৰে ৭,৫৯৯ একৰতহে (প্ৰায় ১৪%) প্ৰকৃততে চাহ খেতি কৰা হৈছিল। ১৯০০ চনত প্ৰকৃত চাহখেতি হোৱা ভূমি ৩৩৭,৩২৭ একৰ, কিন্তু চাহ বাগানৰ হাতত থকা ভূমি আছিল ১,০৫৯,৬২৪ একৰ। অৰ্থাৎ এক তৃতীয়াংশ ভূমিতো চাহখেতি প্ৰকৃততে কৰা হোৱা নাছিল।

ইংৰাজৰ দিনত গ্ৰহণ কৰা ভূমি নীতিৰ অনিবাৰ্য পৰিণতি স্বৰূপে কেৰাটাও ক্ষতিকাৰক প্ৰক্ৰিয়া অসমত সৃষ্টি হ'ল যি অসমৰ সামাজিক গাঁথনি সম্পূৰ্ণ সলনি কৰি দিলে। এই কেইটা হ'ল ঃ

(১) দ্ৰুত গতিৰে সম্প্ৰসাৰিত চাহ কোম্পানীবিলাকত প্ৰয়োজন হোৱা শ্ৰমৰ যোগান থলুৱাভাৱে সম্ভৱ নোহোৱাত সুদূৰৰ আদিবাসী আৰু শ্ৰম প্ৰধান অঞ্চলৰপৰা শ্ৰমিক আমদানি কৰা হ'ল।

(২) জনজাতি সমাজে অস্থায়ী কৃষি আৰু বনজ খাদ্য তথা খৰি আদি সংগ্ৰহৰ বাবে ব্যৱহাৰ কৰা ভূমি স্থায়ীভাৱে চাহ বাগানৰ হাতলৈ যোৱাত জনজাতি এলেকাবোৰ সংকুচিত হ'ল। প্ৰসংগতঃ উল্লেখযোগ্য যে এই কালত অসমৰ গ্ৰাম্য সকলো মানুহেই বেত, বাঁহ, কাঠ, খেৰ, আলু, কচু আৰু মৌ, বনৌষধি, লা আদিৰ উপৰি বং তথা আঁহজাতীয় দ্ৰব্যৰ বাবে অৰণ্যৰ ওপৰত নিৰ্ভৰ কৰিছিল। এই সম্ভাৱনা সম্পূৰ্ণ বাদ হ'ল।

(৩) চাহ বাগানৰ বাবে ভূমি হস্তান্তৰকৰণ আৰু বাহিৰা শ্ৰমিকৰ প্ৰব্ৰজনৰ লগে লগে ধান খেতিৰ সম্প্ৰসাৰণ ৰোধৰ পৰিণতি স্বৰূপে খাদ্য সংকটে দেখা দিলে আৰু ওচৰৰ ৰাজ্যৰপৰা অসমে খাদ্য আমদানি কৰিবলগীয়া হ'ল।

(৪) প্ৰব্ৰজন আৰম্ভ হ'ল কেইবাটাও ধৰণে —

(ক) চাহ বাগানলৈ শ্ৰমিক হিচাপে, কৃষক হিচাপে আৰু

(খ) পতিত ভূমিলৈ কৃষক হিচাপে আৰু

(গ) হিমালযৰ দাঁতিকাষৰীয়া অঞ্চল (নেপালৰপৰা মিছিমি পৰ্বতলৈ) কৃষক হিচাপে

অসমৰ থলুৱা জনজাতি আৰু অজনজাতি কৃষকে চাহ বাগানত কাম কৰিবলৈ বিচৰা নাছিল। ইয়াৰ প্ৰধান কাৰণ আছিল কৃষি কাৰ্যত তেওঁলোকে শ্ৰম নিয়োজিত কৰাৰ পিছত বছৰটোত এটা সময়তহে চাহ বাগানৰ কাম কৰাৰ সম্ভাৱনা আছিল। চাহ বাগানৰ দ্ৰুতভাৱে বৰ্ধিত শ্ৰমৰ যোগান দ্ৰুতভাৱে থলুৱা লোকে ধৰিব নোৱাৰাৰ ফলত ইংৰাজ কোম্পানীবিলাকে বিভিন্ন উপায়েৰে চাহ বনুৱা আমদানি কৰিছিল।

১৯০১ চনৰ পিয়ল তথ্যমতে ১১,৪৭,৫৩২ জন নিয়োজিত শ্ৰমিকৰ ভিতৰত ৩৮,৫২৬ জন থলুৱা শ্ৰমিক — জনজাতি, কছাৰী আৰু অন্যান্য সম্প্ৰদায়ৰ আছিল (১৬)। আছাম কোম্পানীযে কিন্তু ১৮৪২ চনত অসমৰ শ্ৰমিক সম্পৰ্কে আশাব্যঞ্জক মন্তব্য দিছিল (১৭)। মিলছৰ প্ৰতিবেদনত অসমৰ মানুহৰ ন্যূনতম প্ৰয়োজনৰ কথাটো আঙুলিযাই দিয়া হৈছিল আনন্দৰাম ঢেকীয়াল ফুকনৰ জৰিযতে। অসমৰ মানুহৰ খাদ্য সাধাৰণ, মানুহৰ পৰিধেয় সাধাৰণ, ঘৰ-বাৰী সাধাৰণ। তেওঁলোকে ধান, মাহ, ফল আৰু শাক-পাচলি খেতি কৰে আৰু যিখিনি প্ৰয়োজন সেইখিনি নিজেই পূৰণ কৰে। যিখিনি বাকী প্ৰয়োজন হয় যেনে— কাপোৰ, মুগাসূতা, হালধি, মিঠাতেল, ধঁপাত, কানি, ধান, মাহ আদি বস্তু বিনিময় প্ৰথাৰে ঘৰতেই পায় (পোহাৰী বিলাকে বিক্ৰী কৰে)। গতিকে তেওঁলোকে শ্ৰম কৰি ধন ঘটাৰ প্ৰয়োজন পেট প্ৰবৰ্তোবাৰ বাবে হোৱা নাছিল (১৮)। তেওঁলোকে কাম নকৰিছিল এই ধাৰণাটো বহু পৰিমাণে ইংৰাজৰ ঔপনিৱেশিক কল্পনাপ্ৰসূত প্ৰচাৰ, ই বাহিৰৰ শ্ৰমিকক জোৰ পূৰ্বক অনাত সহায় কৰিছিল।

প্ৰকৃততে নিৰ্ভৰযোগ্য তথ্য নথকাত ইংৰাজৰ যুগত ১৮২৬ চনৰপৰা ১৯০১ চনলৈ কিমান অনুপ্ৰৱেশ বা প্ৰব্ৰজন হৈছিল তাৰ কোনো তথ্য-পাতি দিব পৰা নাযায়। ইংৰাজে প্ৰথম পৰ্বত জনমূৰি কৰ লগোৱাত আৰু তেনে কৰ ভৱিষ্যতে লগোৱাৰ ভয় থকাত

---

১৬ দ্ৰষ্টব্য *C A Bruce on the Manufacture of Tea, etc p 4, H A Autrobuo ৰ History of The Assam Company, page 13-14*

১৭ *Mills, Report on Assam* দ্ৰষ্টব্য : *Anandaram Dhekial Phukan, p – VIII*

১৮ *হলিৰাম ঢেকিয়াল ফুকনৰ 'অসম বুৰঞ্জী'ৰ তথ্যৰ আধাৰত তথা Despatches from the court Directors 1834, 3 Dec No 4 para 1 ৰ ভিত্তিত। দ্ৰষ্টব্য · History of Assam, Vol 1 page 59*

সাধাৰণতে মৌদ্ৰিক কৰ পৰিশোধৰ সুবিধা নথকা অসমীয়াই নিজৰ পৰিয়ালৰ জনসংখ্যা সঠিকভাৱে দিছিল বুলি ভবাৰ সংগত কাৰণ নাই। ৰুদ্ৰসিংহৰ দিনত পাইকৰ মূলৰ সৈন্য সংখ্যা ৪ লাখ আছিল। পূৰণি মাটি সত্ৰৰ বৰ ভেটি নিৰ্মাণত ৮ লাখ ভকতে ভেটি বান্ধিছিল। এইবোৰ তথ্যই মুঠ জনসংখ্যাৰ এটা আনুমানিক হিচাপ আৰু মায়ামৰীয়া বিদ্ৰোহত সম্ভাব্য মৃত্যু হোৱা লোকৰ সংখ্যা (লক্ষ্মীনাথ আৰু গৌৰীনাথ সিংহৰ দিনত হত্যা কৰা) লোকৰ সংখ্যা এটা অনুমান কৰিব পাৰি। ৰুদ্ৰসিংহৰ দিনত সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা— পাৰ্বত্য মিত্ৰ ৰাজ্যসমূহকে ধৰি যোল্ল লাখ প্ৰাপ্ত বয়স্ক লোক বুলি ধৰিলে মুঠ জনসংখ্যা, অতি ৰক্ষণশীল অনুমানতো ৫০-৬০ লাখৰ কম নহ'ব। মায়ামৰীয়া বিদ্ৰোহত আধা মানুহৰ মৃত্যু হয় বুলি অনুমান কৰা হয় আৰু তাৰ পিছতে বাকীখিনিৰ আধাখিনি নিহত হয় বুলি অনুমান কৰা হয়। তাৰ পিছতে গ্ৰহণী আৰু ক'লা জ্বৰে ইংৰাজ অহালৈকে বিপুল অঞ্চল জনশূন্য কৰে। সাধাৰণতে গণ-বিদ্ৰোহ (গণ-হত্যা) আৰু বিদেশী আক্ৰমণ (গণ-হত্যা)ৰ আনুসংগিক মহামাৰীয়ে বাকী জনসংখ্যা নিৰ্মূল কৰে। সেই হিচাপে ১৮২৬-১৮৩০ চনৰ ভিতৰত জনসংখ্যা ১২ লাখৰ বেছি হ'ব নালাগে। ১৮২৬ চনত হিচাপ দিছে ৮,৩০,০০০ জন (১৯)। এই সংখ্যাটো পেম্বাৰটনৰ হিচাপত ৭ লাখবো কম। মিলছৰ প্ৰতিবেদনত এই হিচাপে গোৱালপৰা জিলাকে ধৰি মুঠ ১২ লাখ দেখুওৱা হৈছে (২০)। এই সংখ্য কিছুদূৰ বাস্তৱ সম্মত; কিন্তু সম্পূৰ্ণ সঠিক বুলিব নোৱাৰি। কৰৰ ভয়ত জনসংখ্যাৰ সঠিক হিচাপ নিদিয়াটো অবিকশিত অঞ্চলত এটা সাৰ্বজনীন স্বভাব। ১৮৫৩ চনৰ ১২ লাখৰ পৰা ১৮৭২ চনলৈ জনসংখ্যা ১৫ লাখলৈ বৃদ্ধি পায়। এই সংখ্যা বৃদ্ধি আন্তঃপ্ৰব্ৰজনৰ ফলত (চাহ শ্ৰমিক, পমুৱা, নেপালী আৰু অন্যান্য হিমালয়ৰ দাঁতি কাষৰীয়া অঞ্চলৰ প্ৰব্ৰজন) হোৱা বুলি কোৱা হয় (২১)।

১৮৪৩ চনৰ পৰা ১৮৮১ চনলৈ জনসংখ্যা বৃদ্ধিৰ অনুপাত এনে ধৰণৰ—

| চন | সংখ্যা (লাখ) | শতকৰা বৃদ্ধি (%) | দশকৰ বৃদ্ধি |
|---|---|---|---|
| ১৮৪৩ | ১২ | — | — |
| ১৮৭২ | ১৫ | ২৫ | ৮ ৩ |
| ১৮৮১ | ১৮ | ২০ | ২২ |

১৯ R B Pemrberton Report on the Eastern Frontier of British India, PP-66-67

২০ মিলছ, Report on Assam, Appendix A P I

২১ Political History of Assam Vol 10 অত কোৱা হৈছে— This increase in population was due to the influx of outsiders Imported labours in particular to meet the growing demando of the planters of Assam of the total population of 18 lakhs, three lakhs were immigrants and their member reached over six lakh in 1901. –(page 59–60)

১৮৪৩ চনৰপৰা ১৮৭২ চনলৈ মুঠ তিনিটা দশকত জনসংখ্যা বৃদ্ধি পাইছে ২৫ শতাংশ; ১৮৭২ চনৰপৰা ১৮৮১ লৈ বৃদ্ধি পাইছে এটা দশকত ২০ শতাংশ। বৃদ্ধিৰ হাৰ হিচাপে ই প্ৰতি দশকত ১৮৪৩ চনৰপৰা ১৮৭২ চনলৈ ৮.৩ শতাংশ আৰু ১৮৭২-১৮৮১ চনৰ ভিতৰত ২২ শতাংশ। বাৰ্ষিক বৃদ্ধিৰ হাৰ হিচাপে ই সাংঘাতিক বেছি নহয়। আনহাতে এই সকলোখিনি বৃদ্ধি আন্তঃ প্ৰব্ৰজনৰ ফলত হৈছে বুলি যুক্তি প্ৰদৰ্শন কৰাটো এক ধৰণৰ হাস্যকৰ কথা। তথ্যৰ অভাৱত স্বাভাৱিক বৃদ্ধিৰ হাৰ কি আছিল তাক ক'ব পৰা নাযায়। কিন্তু অত্যন্ত ৰক্ষণশীলভাৱে ধৰিলেও ১৮৪৩-১৮৭২ ৰ ভিতৰত স্বাভাৱিক বৃদ্ধি হোৱাই নাছিল বা ১৮৭২-১৮৮১ ৰ ভিতৰত স্বাভাৱিক বৃদ্ধি হোৱাই নাছিল বুলি ভবাটো অযুক্তিকৰ। এই সময়ত জন্মৰ হাৰ আৰু মৃত্যুৰ হাৰ দুয়োটাই বেছি আছিল ; ক'লেৰা, গ্ৰহণী আৰু ক'লা জ্বৰত মানুহ মাৰিছিল; কিন্তু জনসংখ্যা বৃদ্ধি ঋণাত্মক আছিল বুলি ভবাটো ভ্ৰমাত্মক ধাৰণা প্ৰসূত। স্বাভাৱিক বৃদ্ধিৰ হাৰ অতি ৰক্ষণশীলভাৱে ০ ৫ শতাংশ বুলি ধৰিলেও বাৰ লাখ মানুহৰ বাৰ্ষিক বৃদ্ধিৰ হাৰ হয় ৬০,০০০ জন। সেই হিচাপে তিনিটা দশকত স্বাভাৱিক বৃদ্ধি অতি কমেও ১.৮ লাখ হয়, আন্তঃ প্ৰব্ৰজনৰ সংখ্যা সেই হিচাপে যুক্তি সন্মত কাৰণত ১.২ লাখৰ বেছি নহয়। একেদৰে ১৮৭২ ৰপৰা ১৮৮১ চনৰ ভিতৰত বৃদ্ধিৰ সংখ্যা ( প্ৰব্ৰজন)ৰ ২.২৫ লাখৰ বেছি নহয়।

## ৭.৭ অসমীয়া মধ্যবিত্তৰ শ্ৰেণীভিত্তি

মণিৰাম দেৱানৰ বিষয়ে আলোচনা প্ৰসংগত আমি এইটো উল্লেখ কৰিছো যে তেওঁ দোমোজাত বিকশিত হোৱা উদ্যোগী। তেওঁৰ বিচ্ছিন্নতা আংশিকভাৱেহে সাম্ৰাজ্যবাদৰ সহযোগী মানসিকতাৰ লগত হৈছিল যদিও তেওঁ.সম্পূৰ্ণৰূপে পুঁজিবাদী উৎপাদন ব্যৱস্থাৰ অংশীদাৰ হৈ পৰিছিল চাহ-উদ্যোগত আত্মনিয়োগ কৰাৰ জৰিয়তে। কিন্তু মণিৰামে লাভ কৰা জ্ঞানৰ বীজটো মহামহীৰুহত পৰিণতনহ'ল। আমাৰ এই অধ্যায়ৰ আলোচনাৰ প্ৰসংগ এইটো।

সামাজিক আৰু ঐতিহাসিক চৰিত্ৰৰ সকলো দিশ পৰ্যালোচনা কৰিলে আমাৰ চকুত পৰে যে আমাৰ দেশখনৰ মধ্যবিত্ত শ্ৰেণীৰ অন্যান্য প্ৰতিনিধিৰ তুলনাত মণিৰামৰ পিছতে আনন্দৰাম— গুণাভিৰাম পৰিয়ালটোৰ পুৰণি সামাজিক শিপাডালৰপৰা বাঢ়ি অহা নতুনৰ গজালি মেলা ৰূপটো অতি প্ৰকট। মণিৰাম দেৱান প্ৰসংগতে আমি এই কথা উনুকিয়াইছো তেওঁৰ অতীতৰ লগত (মৌজাদাৰী ব্যৱস্থা)ৰ লাভ সম্পৰ্ক ছিন্ন কৰি এসময়ত চাহ কোম্পানীৰ দেৱান হৈছিল আৰু পিছত নিজেই দুখনকৈ বাগান খুলিছিল। গুণাভিৰাম বৰুৱাৰ পৰিয়ালৰ ক্ষেত্ৰত দেখা যায় এই অতীতৰ লগত ধৰ্মীয়, সামাজিক আৰু অৰ্থনৈতিকভাৱে সম্পৰ্ক ছিন্ন কৰাটো অতি স্পষ্ট।

অসমৰ ইতিহাসত অতীৱ গুৰুত্বপূৰ্ণ স্থান দখল কৰি থকা লক্ষ্মীনাৰায়ণ ব্ৰহ্মাচাৰীৰ তোলনীয়া পোসকলৰপৰা বাঢ়ি অহা ঠাল-ঠেঙুলিত আমি হলিৰাম ঢেকিয়াল ফুকন, তেওঁৰ পুত্ৰ আনন্দৰাম ঢেকিয়াল ফুকন, নাতি ৰাধিকাৰাম আৰু অন্নদাৰাম ঢেকিয়াল ফুকনক পাওঁ। আনহাতে আন এটা ঠালত পাওঁ আনন্দৰামৰ দদায়েক গুণাভিৰাম বৰুৱা। এই আনন্দৰাম ঢেকিয়াল ফুকনে স্থাপন কৰা কলিকতাস্থ নিউ প্ৰেছৰ পৰিচালক আছিল গুণাভিৰাম। আনহাতে এই অন্নদাৰাম ঢেকিয়াল ফুকনে মাণিক চন্দ্ৰ বৰুৱাৰ লগত হৈ গুৱাহাটীত আৰম্ভ কৰিছিল ' বৰুৱা-ফুকন ব্ৰাদাৰ্ছ' নামৰ কোম্পানী এই 'বৰুৱা ফুকন ব্ৰাদাৰ্ছ' আছিল 'আছাম নিউজ'ৰ প্ৰকাশক সংস্থা। অন্নদা চৰণৰ মৃত্যুৰ পিছতে মাণিক চন্দ্ৰৰ কোম্পানীটোৰ নাম হয় 'মাণিক চন্দ্ৰ বৰুৱা এণ্ড কোম্পানী' (এম চি বৰুৱা এণ্ড কোম্পানী)। মাণিক চন্দ্ৰৰ কৃতিত্বৰ অন্য বহু দিশ আছে। আমি সেয়া পিছত আলোচনা কৰিছো। মাণিক চন্দ্ৰ বৰুৱাৰ সম্বন্ধীয়া ভায়েক ' বৰুৱাৰ ভোলানাথ বৰুৱা (সাউদ ভোলানাথ) তেওঁৰ ব্যৱসায়িক সহযোগী আছিল। এই কথাই প্ৰমাণিত কৰে যে লক্ষ্মীনাথ ব্ৰহ্মাচাৰীৰপৰা অন্নদাচৰণ বৰুৱালৈ, অন্নদাচৰণ ঢেকিয়াল ফুকনৰপৰা ভোলানাথ বৰুৱা সাউদলৈ এটা সম্পৰ্ক আছে যিটো ব্যৱসায়, উদ্যোগ, চিন্তা-চৰ্চা তথা দৃষ্টিভংগীৰ মাজেদি ফুটি উঠিছে। সম্পৰ্কৰ এনাজৰীডালৰ গুৰি হ'ল লক্ষ্মীনাৰায়ণ ব্ৰহ্মাচাৰী। এই লক্ষ্মীনাৰায়ণ ব্ৰহ্মাচাৰী সম্পৰ্কে বহু কথাই জনা যায়। এই লক্ষ্মীনাৰায়ণ ব্ৰহ্মাচাৰী কৰ্ণাটকৰ মানুহ। তেওঁ গৌৰীনাথ সিংহৰ ৰাজত্বকালত গৌৰীনাথৰ মানুহৰ লগত বংগদেশৰ মুৰ্চিদাবাদৰপৰা অসমলৈ আহে। আয়ুৰ্বেদিক চিকিৎসা জনা মানুহ হিচাপে গৌৰীনাথে তেওঁক ৰংপুৰলৈ নিয়ে। এই লক্ষ্মী নাৰায়ণ ব্ৰহ্মাচাৰীয়েই হিন্দুস্থানী আৰু শিখ মানুহৰ এটা সেনাবাহিনী গঠন কৰি গৌৰীনাথক সহায় কৰে। গৌৰীনাথে লক্ষ্মী নাৰায়ণক হাদিৰাচকীৰ দুৱৰীয়া বৰুৱা নিযুক্ত কৰে। হাদিৰাচকীত দুৱৰীয়া বৰুৱা থাকোঁতেই লক্ষ্মী নাৰায়ণক বিস্তৰ ভূসম্পত্তি ব্ৰহ্মোত্তৰ ভূমি হিচাপে বেলতলা আৰু কৰুণাবাৰীত গৌৰীনাথে প্ৰদান কৰিছিল। তদুপৰি তেওঁ দুৱৰীয়া বৰুৱা হিচাপে ব্যৱসায় নিয়ন্ত্ৰণ কৰি বিস্তৰ ধন-সম্পত্তি অৰ্জন কৰিছিল। এই লক্ষ্মীনাথ ব্ৰহ্মাচাৰীৰে দহজন তোলনীয়া পো আৰু এজনী তোলনীয়া ছোৱালী আছিল। এই লক্ষ্মী নাৰায়ণৰে তোলনীয়া পো যোগাই —যোগাইৰ নাম ৰাখে ৰণৰাম আৰু যোগাইৰ দদায়কেৰ নাম পৰশুৰাম। পৰশুৰাম আৰু ৰণৰামৰ পৰা বঢ়া ঠাল-ঠেঙুলি এনে ধৰণৰ—

(১) লক্ষ্মী নাৰায়ণ ব্ৰহ্মাচাৰী

(২) যোগাই (তোলনীয়া পো) — গুণাভিৰাম বৰুৱা

(৩) পৰশুৰাম (যোগাইৰ দদায়েক) — হলিৰাম ঢেকিয়াল ফুকন যজ্ঞৰাম ঢেকিয়াল ফুকন।

(৪) আনন্দৰাম ঢেকিয়াল ফুকন—ৰাধিকাৰাম—অন্নদাৰাম

সম্পৰ্কৰ ফালৰপৰা গুণাভিৰাম আনন্দৰাম ঢেকিয়াল ফুকনৰ দদায়েক। দুয়োজনৰে কিন্তু শ্ৰেণীগত বৈশিষ্ট্য একে। ধৰ্ম, বিবাহ, তথা সামাজিক প্ৰশ্নত গুণাভিৰাম আনন্দৰামতকৈয়ো এখোজ আগবঢ়া বুলিলেও ভুল নহয়। গুণাভিৰাম আৰু আনন্দৰাম দুয়ো সামন্তবাদী অতীতৰ বন্দিত্বৰপৰা মুক্ত। গুণাভিৰামে স্ত্ৰী-শিক্ষা আৰু বিধৱা বিবাহৰ ক্ষেত্ৰত সেই সময়ৰ প্ৰভাৱশালী ব্ৰাহ্মমতৰ লগত সংহতি ৰাখি বাস্তৱ আৰু তাত্ত্বিক দুয়োটা দিশতে এক সামাজিক বিপ্লৱ আনিছিল বুলিব পাৰি।

গুণাভিৰাম বৰুৱাৰপৰা লক্ষ্মীনাথ বেজবৰুৱালৈ আমি অসমীয়া মধ্যবিত্তসকলৰ চৰিত্ৰগত মিল দেখা পাওঁ কেইবাটাও ক্ষেত্ৰত আৰু এই ক্ষেত্ৰত গুণাভিৰামৰ চৰিত্ৰগত দিশটোৱেই অধিক প্ৰস্ফুটিত, প্ৰতিনিধিত্বমূলক অসমীয়া মধ্য শ্ৰেণীৰ—যি পুৰণিৰ লগত শিপাডালৰ সম্পৰ্ক ছিন্ন কৰি সমাজ, স্ত্ৰী-শিক্ষা, বাণিজ্য, বিজ্ঞান আদিৰ ক্ষেত্ৰত যুক্তিবাদী চিন্তাৰ প্ৰসাৰ ঘটাবলৈ প্ৰয়াস কৰিছিল। তেওঁ সেইবোৰ বদগুণৰপৰা মুক্ত হ'বলৈ চেষ্টা কৰিছিল যিবোৰে সঠিক অৰ্থত আধুনিক হোৱাত মানুহক বাধা দিয়ে। অথচ অসমীয়া জাতিটোৰ যিখিনি ভাল আছে সেইখিনি ৰক্ষণ আৰু বিকাশ কৰাত তেওঁৰ চিন্তা মৌলিকভাৱে আনন্দৰাম ঢেকিয়াল ফুকন, মাণিক চন্দ্ৰ বৰুৱা তথা জগন্নাথ বৰুৱাতকৈ ভিন্ন নাছিল। বি বি মিশ্ৰই তেওঁৰ The Indian Middle Classes গ্ৰন্থত ৰূপান্তৰশীল জগত এখনত বিভিন্ন শ্ৰেণীৰ মানুহৰ অনগ্ৰসৰতা আৰু স্ববিৰোধিতাৰ যিবোৰ দিশ আঙুলিয়াই দিছে সেইবোৰ এনে ধৰণৰ— The priestly and knightly classes regarded trade and industry as inferior callings The literary classes who followed intellectual professions were ingnorant of crafts The artisans who had the monopoly of craftsmanship received no educations.(২১) এনে এটা চৰিত্ৰৰ বাবে ৰূপান্তৰকামী যুগটোত পুৰণি সমাজখনৰ ভেটিটো ভাঙিবলৈ মানুহে সাহস, সুবুদ্ধি, সাংগঠনিক কৌশল— একো বিচাৰি নাপায়। অসমীয়া আধুনিক শিক্ষাৰে শিক্ষিতসকল যেন এই ক্ষেত্ৰত যথেষ্ট ব্যতিক্ৰম আছিল। তেওঁলোক প্ৰায় সংগঠিত ৰূপতে আলস্য, কানি আৰু মদ, ধৰ্মীয় আৰু জাতিগত সংকীৰ্ণতা, বিধৱাৰ ওপৰত নিপীড়ন, বাণিজ্য আৰু উদ্যোগৰ প্ৰতি অনীহাৰপৰা মুক্ত আছিল। তেওঁলোকৰ বৌদ্ধিক কৰ্মসমূহ আছিল সামাজিক-অৰ্থনৈতিক দিশত নেতিবাচক দিশবোৰক সম্পূৰ্ণৰূপে নিঃশেষ কৰাৰ পক্ষে সাধনাৰ দৰে। এই ক্ষেত্ৰত একে পৰিয়ালৰে উদীয়মান ডেকা আনন্দৰাম ঢেকিয়াল ফুকন আৰু গুণাভিৰাম বৰুৱাৰ মাজত চৰিত্ৰগত পাৰ্থক্যই নাছিল। ১৮৫২ চনত ঢেকিয়াল ফুকনে কলিকতাত প্ৰতিষ্ঠা কৰা 'নিউ প্ৰেছ'ৰ পৰিচালক আছিল গুণাভিৰাম। আনন্দৰাম ঢেকিয়াল ফুকনৰ সৰু খুলশালীয়েক মাহিন্দ্ৰী দেৱীৰ সৰু ভনীয়েক ব্ৰজসুন্দৰীৰ

---

২৩ *B B Mishra, উল্লিখিত গ্ৰন্থ, P–9*

লগত ১৮৫৭ খৃঃত গুণাভিৰামৰ বিবাহ হয়। এই সময়ত একে লগে ব্ৰাহ্মধৰ্ম, বিধবা বিবাহ, 'অৰুণোদয়'ৰ লগত সম্পৰ্ক, মিছনেৰীৰ লগত সম্পৰ্ক, অসমীয়া শিক্ষিত আৰু সম্ভ্ৰান্ত শ্ৰেণীৰ লগত সম্পৰ্ক আৰু মণিৰামৰ দৰে বিদ্ৰোহত লিপ্তসকলৰ লগত চিন্তাৰ বিচ্ছেদ— এই সকলোবোৰে একে সময়তে গুণাভিৰামৰ মনত ক্ৰিয়া কৰিছিল।

গুণাভিৰামৰ চাৰি বছৰত পিতৃ বিয়োগ, বাৰ বছৰত মাতৃ বিয়োগৰ পিছত আনন্দৰামৰ পৰা অভিভাৱকৰ দৃষ্টিতে সদায় সহায় পাইছিল। আনন্দৰাম ঢেকিয়াল ফুকনে ১৮৫৩ চনত এ জে মফট মিলছৰ ওচৰত দাখিল কৰা আৰ্জি আৰু 'A Native' নামৰ ১৮৫৫ চনত প্ৰকাশ কৰা পুস্তিকা 'A Few Remarks'ত কৰা বিশ্লেষণ আৰু তথ্য পাতিয়ে গুণাভিৰামৰ ওপৰত গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। তদুপৰি মিছনেৰীসকলৰ কাম-কাজৰ প্ৰতি আছিল তেওঁৰ গভীৰ অনুৰাগ। তেওঁ ব্ৰাহ্ম ধৰ্মৰ প্ৰতি অনুৰাগী হৈ পৰিছিল কোলকাতাত থাকোঁতেই, পিছত ১৮৬৯ চনত তেওঁ ব্ৰাহ্মমতে দীক্ষা লয়। আনন্দৰাম ঢেকিয়াল ফুকনৰ বন্ধু পৰশুৰাম বৰুৱাৰ বিধবা পত্নী বিষ্ণুপ্ৰিয়াক তেওঁ বিবাহ কৰে ব্ৰাহ্ম মতে। ১৮৬৭ চনত ব্ৰজ সুন্দৰী দেৱীৰ মৃত্যুৰ পিছত ব্ৰাহ্মমতে ১৮৭০ চনত কৰা বিবাহ ১৮৭২ চনত গুণাভিৰামে আইন মতে পঞ্জীয়ন কৰে। গুণাভিৰামৰ এই কাৰ্যবোৰে প্ৰমাণ কৰে যে তেওঁ পৰম্পৰাগত সামাজিক বিশ্বাস আৰু ৰীতি-নীতিক প্ৰায় অস্বীকাৰ কৰিছিল। অসমীয়া সাহিত্যৰ 'অৰুণোদই যুগ', ভাষাৰ অধিকাৰ পুনৰ প্ৰতিষ্ঠাৰ স্তৰ আৰু 'জোনাকী যুগ'— এই তিনিওটা পৰস্পৰ সংগতি থকা অথচ ভিন্ন স্তৰৰ তেওঁ আছিল অংশীদাৰ। 'অৰুণোদই'ৰপৰা জোনাকী যুগলৈকে এই বিস্তৃত কালছোৱাত তেওঁ অসমীয়া জাতি আৰু ভাষাৰ প্ৰশ্নত এক নিৰ্দিষ্ট ভূমিকা পালন কৰিছিল আৰু একপ্ৰকাৰ অভিভাৱকৰ দায়িত্ব পালন কৰিছিল (২৪)। 'অৰুণোদই' প্ৰকাশৰ পিছত ১৮৮৫ চনত গুণাভিৰাম বৰুৱাৰ সম্পাদনাত 'আসাম বন্ধু' প্ৰকাশ পোৱালৈকে ১৮৭২ চনত 'আসাম মিহিৰ', ১৮৮৪ চনত 'আসাম দৰ্পণ', ১৮৭৬ চনত 'হিত সাধনী', ১৮৭৬ ত 'আসাম দীপক', ১৮৮২ চনত 'আসাম নিউজ' ওলায়। এইবোৰ সংবাদ পত্ৰ। ১৮৮১-৮৩ চনত ওলোৱা 'আসাম বিলাসিনী'ও সংবাদ পত্ৰ। কিন্তু 'আসাম বন্ধু' আলোচনী।

এই কালছোৱাতে ডাঙৰীয়া শ্ৰেণীৰ বিদ্ৰোহ, প্ৰাক স্বাধীনতা ৰণৰ উক মুকলি স্বৰূপ একাধিক কৃষক বিদ্ৰোহ, মণিৰামৰ ফাঁচিৰ পৰা কৃষকৰপৰা অত্যাচাৰলৈকে এনে এবুৰি গুৰুত্বপূৰ্ণ ঘটনা সংঘটিত হয়; অসমত ইংৰাজ শাসক গোষ্ঠীৰ সহযোগী শিক্ষিত মধ্যশ্ৰেণী, গোমস্তা, বিষয়া আদিৰ এটা শিথিল ৰূপত সংগঠিত শ্ৰেণীৰ বিকাশ হয়। বঙালী ভাষাৰ

---

*২৪ হেম বৰুৱাই এই প্ৰথমতে লিখিছে 'অসমীয়া ডেকাবিলাকে বঙালী ঠাইৰ সলনি অসমীয়া মাতৃক আদৰ কৰিবলৈ আগবাঢ়িল তাতো মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকনৰ পাচতে গুণাভিৰাম পথ প্ৰদৰ্শক আছিল।' —দ্ৰষ্টব্য : আত্ম জীৱন চৰিত, অসমীয়া সাহিত্যৰ চানেকী, ৩য় খণ্ড, পৃঃ ১৭৪*

ওপৰৰ পৰা জাপি দিয়া 'ফোৰ্ট উইলিয়াম' কেন্দ্ৰিক ঔপনিবেশিকতাবাদী সকলৰ ষড়যন্ত্ৰও বিফল হয়, অসমীয়া মধ্যশ্ৰেণী প্ৰচেষ্টা আৰু মিছনেৰীসকলৰ সহযোগিতাত অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠাও সম্ভৱ হয়। এই কালছোৱাৰ বাতৰি কাকতে চৰকাৰ বিৰোধী সমালোচনা তথা স্বাধীনতা সংগ্ৰামৰ বীজ সিঁচাতকৈ জ্ঞানৰ সম্প্ৰসাৰণত অধিক গুৰুত্ব দিছিল। এই সাঁচটো সম্ভৱতঃ মিছনেৰীসকলৰ প্ৰচেষ্টাত 'অৰুণোদই' কাকতখনেই দিছিল। 'অৰুণোদই'ৰ প্ৰথম সংখ্যাতে ঘোষণা কৰা হৈছিল—

Intelligence, is printed and published at the Sibsagar Mission Press, by O T Cutter, for the Amarican Baptist Mission of Assam," — এই জ্ঞান বিলোৱাৰ অনুপ্ৰেৰণা, একাগ্ৰতাৰ অঘোষিত ৰাজনৈতিক নিৰপেক্ষতা (প্ৰকাৰন্তৰে ইংৰাজৰ প্ৰতিষ্ঠিত ব্যৱস্থাটোৰে প্ৰতি সমৰ্থন) আছিল অৰুণোদইৰ আদৰ্শ। 'অৰুণোদই' (১৮৪৬-১৮৫৪) সংকলনটিৰ পাতনিত ড° মহেশ্বৰ নেওগে উল্লেখ কৰিছে যে ইয়াত ৰাজসভাৰ বাতৰিৰ পৰা কলথোক বাদুলিয়ে খোৱালৈকে সকলো বাৰ্তাকে স্থান দিয়া হৈছিল। আন্তৰ্জাতিক বাতৰিৰপৰা জীৱ-জন্তু, কীট-পতংগ আনকি তেলৰ বিষয়ে কিছু বৈজ্ঞানিক কথালৈকে 'অৰুণোদই'ত প্ৰকাশ পাইছিল। ৰাজদ্ৰোহ যিদৰে নাছিল, ঠিক সেইদৰে প্ৰকাশ্য স্তাৱক প্ৰবৃত্তিও নাছিল; কিন্তু ই যেন আছিল এক নিৰপেক্ষ যি জ্ঞানৰ বিকাশত সহায় কৰিলেও ঔপনিবেশিক শাসন-বিস্তাৰত বিৰোধিতা নকৰে।

'আসাম বন্ধু'এ প্ৰথম সংখ্যাতে ঘোষণা কৰিছিল, 'বাতৰি কোৱাও আমাৰ বাবে নহয়' — ঘোষিতভাৱে 'আসাম বন্ধু'ৰ লক্ষ্য আছিল সাধাৰণ মনোৰঞ্জন আৰু জ্ঞান-চৰ্চা। 'আন আন দেশত সাধাৰণ উন্নতিৰ নিমিত্তে অনেক পন্থা আছে। বৈজ্ঞানিক সভা, শিল্পকৰ্মৰ মেলা আৰু সাময়িক পত্ৰিকা— এইবিলাকৰ দ্বাৰাই সভ্য দেশৰ সাধাৰণৰ বৰ উপকাৰ হয়। কিন্তু দুৰ্ভগীয়া আসাম দেশত এইবিলাক অনুষ্ঠান নোহোৱা বাবে ইয়াৰ মানুহৰ মন নিচেই সংকীৰ্ণ। শিক্ষাৰ উন্নতি নথকা বাবেই এই দেশৰ পুৰণি শিল্প আৰু সাহিত্য প্ৰায় লোপ পালেহি'— গুণাভিৰাম বৰুৱাই প্ৰথম সম্পাদকীয়তে এই কথা উল্লেখ কৰিছিল। ৰাজনীতি, পৰচৰ্চা, বিদ্বেষমূলক ৰচনা আদিৰপৰা 'আসাম বন্ধু' মুক্ত হ'ব বুলি ঘোষণা কৰি অসমৰ মধ্য শ্ৰেণীৰ বাবে কৰ্ম নিৰ্ধাৰণ কৰিবলৈ যাওঁতে মূলতঃ বাতৰি কাকত আৰু বাৰ্তালোচনীৰ এটা চৰিত্ৰও নিৰ্ধাৰণ কৰি দিছিল। সুদীৰ্ঘ কাল ধৰি গুণাভিৰামে নিৰ্দিষ্ট কৰি দিয়া এই ৰাজনীতি-বিমুখ জ্ঞানমুখী আৰু বিকাশমুখী চিন্তাই অসমীয়া মধ্য শ্ৰেণীক প্ৰভাৱান্বিত কৰিছিল। বুৰঞ্জী, ভাষা আৰু সাহিত্যৰ প্ৰতি অসমীয়াক সচেতন কৰি তোলা, অসমীয়া ভাষা-সাহিত্যৰ ভেটি বহলোৱাৰ লগতে জ্ঞান-বিজ্ঞানৰ চৰ্চা কৰাও আছিল লক্ষ্য, এইবোৰে অসমীয়াৰ মন বহলাব বুলি ভবা হৈছিল।

ইয়াৰ ব্যতিক্ৰম আছিল 'আসাম বিলাসিনী', 'এডভোকেট অব আছাম' আৰু 'অসমীয়া'।

এই বিষয়ে আমি মাত্র থোৰতে উল্লেখ কৰিছো। পিছলৈ কিছু আলোকপাত কৰা হ'ব। 'আসাম বন্ধু'ৰ গুণাভিৰামৰ চৰিত্ৰ মূলতঃ শিক্ষিত মধ্য শ্ৰেণীৰ, যি পৰিচালনাৰ জ্ঞান, ঔদ্যোগিক ক্ষেত্ৰৰ জ্ঞান তথা পৃথিৱীৰ উন্নত দেশবোৰৰ ধাৰণা আয়ত্ত কৰিছিল। এই শ্ৰেণীৰ পৰস্পৰৰ মাজত সহযোগিতা আৰু সমন্বয় আছিল: সামগ্ৰিক বিচাৰত তেওঁলোক বিচ্ছিন্ন নাছিল। এই শ্ৰেণীটোৰ পাৰস্পৰিক সম্পৰ্ক কেনে আছিল? এই প্ৰশ্নটোৰ উত্তৰ আমি পাওঁ আন কেইটামান মধ্য শ্ৰেণীৰ পৰিয়ালৰ পাৰস্পৰিক সম্পৰ্কৰ পৰা।

মাণিক চন্দ্ৰ বৰুৱা, ভোলানাথ বৰুৱা, বলি নাৰায়ণ বৰা, লক্ষীনাথ বেজবৰুৱা, কনকলাল বৰুৱা এই মধ্য শ্ৰেণীৰ সুযোগ্য প্ৰতিনিধিসকলৰ নিজৰ মাজত সম্পৰ্ক আছিল অতি নিবিড়। মাণিক চন্দ্ৰ বৰুৱা, যাক অসমীয়া উদ্যোগী মধ্য শ্ৰেণীৰ এগৰাকী যোগ্যতম প্ৰতিনিধি বুলি কোৱা হয়, তেওঁৰ এম চি বৰুৱা এণ্ড কোম্পানীৰ মেনেজাৰ আছিল ভোলানাথ বৰুৱা। এই এম চি বৰুৱা কোম্পানী আনহাতে এম চি বৰুৱা কোম্পানী হোৱাৰ আগতে আছিল মাণিক চন্দ্ৰ বৰুৱা আৰু অন্নদাচৰণ ফুকনৰ যৌথ প্ৰতিষ্ঠান 'বৰুৱা ফুকন ব্ৰাদাৰ্ছ'। হলিৰাম ঢেকিয়াল ফুকনৰপৰা আনন্দৰাম --অন্নদাৰামলৈকে এই লানি লগা উত্তৰাধিকাৰৰপৰা মাণিক চন্দ্ৰ আৰু সাউদ ভোলানাথ, ভোলানাথৰ সহযোগী লক্ষ্মীনাথ বেজবৰুৱা — কোনো বিচ্ছিন্ন নাছিল।

মাণিক চন্দ্ৰ বৰুৱাৰ পিতৃ হাবিৰাম বৰুৱাৰ 'হাবিৰাম' নাম ৰখা হৈছিল মানৰ আক্ৰমণৰ সময়ত হাবিয়ে-বননিয়ে দিহিঙে-দিপাঙে ঘূৰি ফুৰিব পৰা অবস্থাত তেওঁ জন্মা বাবে (২৫)। হাবিৰামৰ পৰিয়ালৰ স্মৃতিত মানৰ আক্ৰমণ সজীব হৈ আছিল। এই কথা সেয়ে উল্লেখ কৰা হ'ল। এই স্মৃতিয়েই অসমৰ বহু মধ্য শ্ৰেণীৰ পৰিয়ালৰ মনস্তাত্ত্বিক গাঁথনি নিৰ্ণয় কৰি দিছে। ১৮২৬ চনতে হাবিৰাম ইংৰাজৰ চিৰস্তাদাৰ হৈছিল। প্ৰফুল্লদত্ত গোস্বামীয়ে লিখিছেঃ ১৮৫৭ খ্ৰীষ্টাব্দত যিসকল নগাঁৱা লোকে'অৰুণোদই' কাকতৰ কাৰণে বৰঙণি দিছিল, সেই সকলৰ মাজত হাবিৰাম বৰুৱাৰ নামো আছে আৰু তাত তেওঁক চিৰস্তাদাৰ বোলা হৈছে। ১৮৫৮ চনত মহাৰাণীয়ে ভাৰতৰ শাসন কোম্পানীৰ হাতৰপৰা নিজে গ্ৰহণ কৰি যি ঘোষণা কৰিছিল, নগাঁৱত তাৰ অনুবাদ কৰে নগাঁও জিলাৰ ছাব এছিছটেন্ট কমিছনাৰ আনন্দৰাম ঢেকিয়াল ফুকনে আৰু 'হাবিৰাম দেৱানীৰ পেস্কাৰে'। হৰকান্ত সদৰামীনে ১৮৬৮ খ্ৰীষ্টাব্দৰ টোকাত লিখিছে যে হাবিৰাম চিৰস্তাদাৰ কামৰূপৰ ডেপুটি কমিছনাৰ মেজৰ শিয়েৰাৰ (Shierer) ৰ বৰ বলৰত হৈছিল।'(২৬)। হাবিৰামৰ মনস্তাত্ত্বিক গঢ় কেনে আছিল তাৰ উমান পোৱা যায় ইয়াৰ পৰাই। তেওঁ ১৮৬৪ চনত ভূটান যুদ্ধত

---

*২৫ ড° প্ৰফুল্ল দত্ত গোস্বামী, মাণিক চন্দ্ৰ বৰুৱা, প্ৰথম তাঙৰণ, ১৯৭৭, পৃঃ ২*

*২৬ উক্ত গ্ৰন্থ,ঃ২-৩।*

ইংৰাজক সহায় কৰিছিল ৰছদ পাতি যোগান ধৰি। ১৯৬৯ চনত তেওঁ অস্থায়ীভাৱে মুন্সেফ পদলৈ উন্নীত হৈছিল।

মাণিক চন্দ্ৰ বৰুৱাৰ সহপাঠী তথা সমসাময়িক ছাত্ৰসকল শিৱৰাম বৰা, জালনুৰ আলী আহমদ, আব্দুল মজিদ; মাধৱ চন্দ্ৰ বৰদলৈ, বলি নাৰায়ণ বৰা, জগন্নাথ বৰুৱা আদি। স্মৰণযোগ্য যে ১৮৬৪ চনত পণ্ডিত আনন্দ চন্দ্ৰ বৰুৱা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ চাৰি বছৰ পিছত মাণিক চন্দ্ৰ বৰুৱাই এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়।

মাণিক চন্দ্ৰই ১৮৬৮ চনত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত গুৱাহাটীতে এল এ শ্ৰেণীত অন্তৰ্ভুক্ত হয়। এই সময়ত, ১৮৬৯ চনত গুৱাহাটী স্কুলত গুৱাহাটী ক্লাব নামৰ এটা সংঘ প্ৰতিষ্ঠা হয়। ক্লাবৰ সুবক্তা জগন্নাথ বৰুৱাৰ লগত সৌহাৰ্দ্যতা গঢ় লৈ উঠে মাণিক চন্দ্ৰৰ। ঠিক মণি-কাঞ্চন সংযোগৰ দৰেই এই সৌহাৰ্দ্যতাই কিছু বছৰৰ পিছত অসমৰ মধ্য শ্ৰেণীৰ মাজত সাংগঠনিক ক্ষেত্ৰত মহত্ত্বপূৰ্ণ অৰিহণা যোগোৱাত সহায় কৰে। জগন্নাথ বৰুৱা আৰু মাণিক চন্দ্ৰ বৰুৱা দুয়ো এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কোলকাতালৈ উচ্চ শিক্ষা লাভৰ বাবে যায়। ইয়াতেই তেওঁলোকে 'অসমীয়া সাহিত্য সভা'ৰ সদস্য হয়. এই সভাৰ সদস্য হিচাপে ১৮৭২ চনৰ ২১ মে'ত নতুনকৈ অহা গৱৰ্ণৰ জেনেৰেল নৰ্থব্ৰুকৰ হাতত এখন স্মাৰক পত্ৰ প্ৰদান কৰে। এই স্মাৰকপত্ৰখনতেই অসমীয়া শিক্ষিত মধ্য শ্ৰেণীৰ মানসিক দিশটোৰ প্ৰথম একে সংগঠিত ৰূপ আৰু সক্ৰিয়তাৰ উমান পোৱা গ'ল (২৭)।

আবেদন পত্ৰখনত নৰ্থব্ৰুক চাহাবক চলিত নিয়ম অনুসৰি মৰ্যাদা সহকাৰে সম্বোধন আৰু অভিনন্দন জ্ঞাপনৰ অন্তত কৈছিল—

. "We pray that your Lordship untill occassionally cast your eyes on the condition of the frontier province of Assam to which we belong and which bids faith with all her natural resourcs to obtain a hight position in competition with her sister provinces And the most effectual means, we submit, of developing those resourcs could underdubatly be to connect the province with Bengal by a railway line– proposal already brought to Year Lordship's consideration in England" (২৮)।

অসমত মধ্যশ্ৰেণীক সংগঠিতৰূপ দিয়াত এইটো এটা গুৰুত্বপূৰ্ণ পদক্ষেপ। ইয়াৰে পিছত স্বাভাৱিক মাণিক চন্দ্ৰ আৰু জগন্নাথে ইচ্ছা কৰা হ'লে ইংৰাজৰপৰা গুৰুত্বপূৰ্ণ চৰকাৰী পদৱী বিচাৰিলেই পালেহেঁতেন : কিন্তু তেনে পদৱী তেওঁলোকে বিচৰাতো নাছিলেই বৰঞ্চ তেনে পদৱী যাচি দিয়াতো জগন্নাথ বৰুৱা আৰু মাণিক চন্দ্ৰ দুয়ো বৰুৱাই

২৭ ড° প্ৰফুল্লদত্ত গোস্বামীয়ে উল্লেখ কৰিছে যে এই কাৰ্যত মাণিকচন্দ্ৰ আৰু জগন্নাথে সেই সময়ৰ বংগৰ ৰাজনীতিজ্ঞ পুৰুষ কৃষ্ণ দাসপালৰ সহায় ল'লে। পৃঃ ৭, উক্ত গ্ৰন্থ দ্ৰষ্টব্য

২৮ অৰ্য্যাকলী' কেশৱৰ শৰ্মাৰ পৰা উদ্ধৃত।

তেনে পদবী ল'বলৈ অমান্তি হৈছিল। ঘৰুৱা অৱস্থা ভাল আছিল বাবে তেওঁলোকে স্বাধীন জীৱিকাৰ কথা চিন্তা কৰিলে। কেম্পবেল চাহাব কামৰূপ জিলাৰ অধিপতি হৈ থাকোঁতে মাণিকচন্দ্ৰক মুন্সিফৰ পদবী যাচে এই পদবী তেওঁ গ্ৰহণ নকৰিলে। কীটিং চাহাবে জগন্নাথকো প্ৰথম শ্ৰেণীৰ ডেপুটিৰ কাম যাচে। এই পদবী জগন্নাথেও অস্বীকাৰ কৰিলে।

মাণিক চন্দ্ৰই স্বাধীন জীৱিকাৰ সন্ধানত প্ৰথমে 'ইণ্ডিয়ান জেনেৰেল ষ্টিম নেভিগেশ্যন কোম্পানীৰ সহকাৰী বিষয়া, তাৰ পিছত বেনব্ৰিজ চাহাবৰ লগত চাহৰ ব্যৱসায়— বেনব্ৰিজৰ পিছত জয়নাথ দলৈৰ লগত চাহৰ ব্যৱসায়— জয়নাথৰপৰা চাহ উৎপাদন (পাত উৎপাদনৰ)ৰ অভিজ্ঞতা অৰ্জন আৰু ঠিক দুবছৰমান পিছত 'বৰুৱা ফুকন ব্ৰাদাৰ্ছ' নাম দি আনন্দৰাম ঢেকিয়াল ফুকনৰ দ্বিতীয় পুত্ৰ অন্নদাৰামৰ লগত। লক্ষ্মীনাথ বেজবৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত এই 'বৰুৱা-ফুকন ব্ৰাদাৰ্ছ'কে অসমত প্ৰথম ইউৰোপীয় আৰ্হিৰ কোম্পানী বুলি মন্তব্য কৰিছে। 'বৰুৱা ফুকন ব্ৰাদাৰ্ছে গুৱাহাটীৰ ওচৰৰ সাপেকাটি, লোণমাটি, পানীখাইতি, উডলেণ্ড, মিটনি আৰু দেৱনাথ বৰুৱাৰ (মাণিক চন্দ্ৰৰ ককায়েক) তপত জুৰি বাগিচাৰ কেঁচা চাহপাত কিনি তাক মাৰি বিদেশলৈ ৰপ্তানি কৰিছিল।

অসমৰ মধ্য শ্ৰেণীৰ কিদৰে এক গতিশীল আৰু সংগঠিত প্ৰতিদ্বন্দ্বিতামূলক মন গঢ় লৈ উঠিছিল ই তাৰ প্ৰমাণ দাঙি ধৰে।

চাহপাতৰ উপৰি 'ফুকন বৰুৱা ব্ৰাদাৰ্ছে' কাঠৰ ব্যৱসায় কৰিছিল। আছাম বেংগল ৰেলবেৰ 'স্লিপাৰ' এই কোম্পানীৰপৰা যোগান ধৰা হৈছিল। ১৮৮৪ খৃঃত মাণিক চন্দ্ৰৰ ব্যৱসায়িক সহযোগী অন্নদাৰামৰ মৃত্যু হয়। বৰুৱা ফুকন ব্ৰাদাৰ্ছৰ নাম সলাই 'এমচি বৰুৱা কোম্পানী' ৰখাৰ কাৰণ এইটোৱেই। এই কোম্পানীয়েই 'গৌহাটী আইচ কোম্পানী লিঃ' নাম দি গুৱাহাটীত প্ৰথম বৰফ তৈয়াৰী কৰা কাৰখানা খুলিছিল। হৰকান্ত সদৰামিনে এই আইচ কোম্পানীৰ বৰফ উৎপাদনৰ কথাই (১৮৮৭, ৯ জুনত) তেওঁৰ আত্মজীৱনীত লিখিছে।

অন্নদাচৰণ ঢেকিয়াল ফুকনৰ মৃত্যুৰ পিছতমাণিক চন্দ্ৰই জীৱনত দ্বিতীয় আঘাত পায় সম্বন্ধীয়া ভ্ৰাতৃ সাউদ ভোলানাথ বৰুৱা, যি এম চি বৰুৱা কোম্পানীৰ পৰিচালক আছিল তেওঁ কাঠৰ কাৰবাৰ কৰিবলৈ গুৱাহাটী এৰি কলকাতালৈ যোৱাৰ ফলত। এই সময়তে কাঠৰ ব্যৱসায়ত গাৰো পাহাৰত দামুৰপৰা দামৰালৈ ৰাস্তা বান্ধি মাণিক চন্দ্ৰৰ কুৰি হেজাৰ টকা ব্যয় হ'ল। কিন্তু কাঠৰ ব্যৱসায়ত তেওঁৰ ততোধিক লোকচান হ'ল ক'লাজ্বৰৰ ভয়াবহতা আৰু কাঠ চুৰিৰ ফলত।

মাণিক চন্দ্ৰ বৰুৱাৰ 'আনন্দৰাম বৰুৱা আৰু বলি নাৰায়ণ বৰুৱাৰ লগতো সৌহাৰ্দতা আছিল। পণ্ডিত আনন্দ চন্দ্ৰ বৰুৱাই মংগলদৈৰ কলাইগাঁও বাগানখন ক্ৰয় কৰি, ১৮৮৯

চনত মাণিক চন্দ্র বৰুৱাক তাৰ অংশীদাৰ কৰি চাহ ব্যৱসায়ত সোমাবলৈ মন কৰিছিল। আকস্মিকভাৱে অতি কম বয়সতে ˚ আনন্দ চন্দ্রৰ মৃত্যু হোৱাত এই যৌথ ব্যৱসায় নহ'ল। ˚ আনন্দ চন্দ্রৰ বেংকত জমা থকা ধনো কলিকতাৰপৰা অশেষ কষ্ট কৰি মাণিক চন্দ্র বৰুৱাই উদ্ধাৰ কৰি আনি তেওঁৰ ভায়েকহঁতক দিবলগীয়া হৈছিল। মাণিক চন্দ্র বৰুৱাৰ ব্যৱসায়িক ঔদ্যোগিক জীৱনৰ কথাখিনিয়ে প্রমাণ কৰে অসমৰ ব্যৱসায়ী উদ্যোগী মধ্যবিত্ত শ্রেণীৰ পাৰস্পৰিক সংঘাতৰ কথা। এইটোও স্মৰণযোগ্য মাণিকচন্দ্র আছিল্ কনকলাল বৰুৱা (ইতিহাসবিদ্যাৰ সৰু ভিনিহিয়েক। পিতৃহীন কনকলালক মাণিক চন্দ্র বৰুৱাই দিহা-পৰামৰ্শ আৰু আৰ্থিক সাহায্যৰে অনুপ্রাণিত কৰিছিল। মাণিক চন্দ্রৰ পত্নী শৰৎকুমাৰী মণিৰাম দেৱানৰ ভনী জোঁৱাই দুতিৰাম বৰভাণ্ডাৰ বৰুৱাৰ নাতিনী। দুতিৰামৰ কাৰাবাসৰ পৰা মুক্তি হৈছিল ১৮৬৮ চনত, তেতিয়া মাণিকচন্দ্র এণ্ট্রেন্স পৰীক্ষাত উত্তীৰ্ণ হৈছে।

মাণিক চন্দ্রৰ ভূমিকাৰ পৰ্যালোচনাৰ জৰিয়তে সেই সময়ৰ গুৱাহাটী তথা অসমৰ মধ্য শ্রেণীৰ গতিশীলতা আৰু স্থানুধৰ্মিতাৰ দ্বন্দ্বৰ বিষয়ে বুজিব পাৰি। মাণিক চন্দ্রৰ বৰুৱা ফুকন ব্ৰাদাৰ্ছ আছিল হেমচন্দ্র বৰুৱা সম্পাদিত 'আছাম নিউজ' কাকতৰ পৃষ্ঠপোষক। কাকতখন ভালদৰে উলিয়াবৰ বাবে 'আছাম প্রিণ্টিং কৰ্পৰেচন' গঠন কৰা হৈছিল। হেমচন্দ্র বৰুৱাৰ দৃষ্টিভংগী আছিল কাঢ়া, প্রবল। স্বাভাৱিকতে নৰমপন্থী মাণিকচন্দ্র বৰুৱাৰ লগত হেমচন্দ্র বৰুৱাৰ মত নিমিলিছিল। 'আছাম নিউজ' বন্ধ হয় ১৮৮৫ চনত। ১৮৯৪ চনত কালীৰাম বৰুৱাই 'আসাম' নামেৰে অসমীয়া-ইংৰাজী দ্বিভাষিক কাকত এখন উলিয়ায়। ইয়াৰ ইংৰাজী ভাগৰ সম্পাদক আছিল মাণিকচন্দ্র। অসমীয়া ভাগৰ সহায়ক আছিল সত্যনাথ বৰা। মাণিকচন্দ্র বৰুৱাৰ এইকালৰ প্রধান কীৰ্তি কটন কলেজ প্রতিষ্ঠাত অৰিহণা আৰু কাৰ্জন হ'ল নিৰ্মাণ। গংগাগোবিন্দ ফুকন, মাণিকচন্দ্রৰ বন্ধু জগন্নাথ বৰুৱা, আব্দুল মজিদ (কলিকতা হাইকোৰ্টৰ জাজ) আদিৰ বিৰোধিতা উপেক্ষা কৰি যি দৃঢ়তাৰে মাণিকচন্দ্রই কলেজ পতাৰ পক্ষে যুক্তি প্রদৰ্শন কৰিছিল তাৰ প্রমাণ তেওঁৰ এনে উক্তিত পোৱা যায়—

"অসমেই এনে প্রদেশ য'ত কলেজ নাই। ক'বলৈ গ'লে ইয়াত উল্লেখযোগ্য শিক্ষানুষ্ঠান একো নাই। য়ুৰোপীয় প্রিঞ্চিপেল ৰাখি কলেজ এখন গুৱাহাটীত পাতি দিলে তাক কলিকতাৰ তেনে প্রাইভেট অনুষ্ঠানতকৈ (দেশীয় ভদ্রলোকৰ দ্বাৰা পৰিচালিত) ইয়াত ছাত্রই বেছি পছন্দ কৰিব।" (২৯)।

এই কালৰ পণ্ডিত লোকসকলৰ অন্যতম মহাপণ্ডিত আনন্দ চন্দ্র বৰুৱাৰ বংশলতালৈ লক্ষ্য কৰিলে আমি দেখা পাওঁ যে তেওঁৰ পিতৃ গৰ্গৰাম বৰুৱা আহোম ৰাজত্বৰ শেষৰজন

*২৯ ড° প্রফুল্ল দত্ত গোস্বামী পৃষ্ঠাঃ ৩১ দ্রষ্টব্য।*

মজিন্দাৰ বৰুৱা আছিল আৰু আহোম ৰাজ্যৰ পতন ঘটাৰ পিছত তেওঁ হৈছিল ইংৰাজৰ সদৰামিন। গতিকে পুৰণি সম্ভ্ৰান্তসকলৰ ভালখিনি আৰু নতুন ইংৰাজৰ ভালখিনি শিক্ষা, সামাজিক প্ৰগতি আৰু চৰকাৰী চাকৰিৰ ক্ষেত্ৰত আয়ত্ত কৰিবলৈ যি সম্পদ প্ৰয়োজন তাৰ ভিত্তি গৰ্গৰাম বৰুৱাৰ আছিল। কিন্তু পণ্ডিত আনন্দৰামৰ যি উদ্যোগী স্বভাব— তাৰ পূৰ্ণ বিকাশ নৌ হওঁতেই আনন্দৰামৰ মৃত্যু হয়।

মাণিকচন্দ্ৰ বৰুৱা প্ৰসংগত আমি জগন্নাথ বৰুৱাৰ কথা উল্লেখ কৰিছো। দুয়োমিলি নৰ্থ ব্ৰুকক স্মাৰক পত্ৰ দিছিল। এওঁ স্বাধীন ব্যৱসায় কৰিবলৈ আগ্ৰহী হোৱাটো দুই এক সমালোচকে মূল্যায়ন কৰিছে এইদৰে— 'ব্যক্তিবাদী চিন্তাৰ দ্বাৰা উদ্বুদ্ধ হৈ জগন্নাথ বৰুৱাই চৰকাৰী চাকৰি কৰাতকৈ নিজে চাহ বাগিচাৰ মালিক হোৱাৰ মনোবৃত্তিক (বা তথাকথিত 'স্বাধীনচিতীয়া মনোভাবক) গৌৰৱময় প্ৰাধান্য দিছিল।' প্ৰকৃতাৰ্থত মধ্য শ্ৰেণী হ'ল উদীয়মান পুঁজিপতি (৩০)। এই ক্ষেত্ৰত উদীয়মান পুঁজিপতিৰ চৰিত্ৰটোৰ প্ৰধান লক্ষণ, জগন্নাথ বৰুৱাৰ চৰিত্ৰত এই লক্ষণ থকাটো ভ্ৰান্তি নহয়, কিন্তু তেওঁৰ 'সৰ্বজানিক সভা'ত কানি সেৱনৰ পক্ষে কৰা ওকালতি এই মধ্যবিত্তৰ যুক্তিবাদী চিন্তাধাৰা অৱনমিত ন্যস্তস্বাৰ্থ নথকা সত্ত্বেও অযুক্তিপ্ৰসূত কৰ্মৰ উদাহৰণ (৩১)। সাম্ৰাজ্যবাদী আৰু বিদেশী শক্তিৰ সহযোগিতাতেই ভাৰতৰ সকলো ঠাইতে সৰু-বৰ ভাৰতীয় সহযোগীসকলে (Collaborator) গা কৰি উঠিছিল। এই ক্ষেত্ৰত অসমৰ চাহ উদ্যোগত নিজকে নিয়োজিত কৰা মধ্য-শ্ৰেণী ব্যতিক্ৰম নহয়। মণিৰামৰ ফাঁচিৰ পিছত সুদীৰ্ঘ কাল শিক্ষিত মধ্য শ্ৰেণীয়ে ভুলতো মণিৰামৰ নাম ল'বলৈ নিবিচৰাৰ অন্তৰালত এনে এটা মানসিকতা বিদ্যমান। অবিৰতভাৱে কৃষক-বিদ্ৰোহ হৈ থকা অৱস্থাতো এই মধ্যশ্ৰেণী নিৰ্বিকাৰ আছিল। বিশেষকৈ চৰকাৰী চাকৰি কৰি জীৱিকা চলোৱা আৰু পদৱী তথা মৰ্যাদাৰ স্বাদলোৱা মনোবৃত্তিয়ে সাম্ৰাজ্যবাদৰ বিৰোধী প্ৰতিবাদৰ জোঁৱাৰ সৃষ্টিত অন্তবিহীন বাধাৰ সৃষ্টি কৰিছিল। এটা নৰমপন্থী, নাইবা আপোচকামী মনোবৃত্তিয়ে বেছিভাগকে হেঁচা মাৰি ধৰি আছিল। সেই হিচাপে উদ্যোগী, ব্যৱসায়ী, অধিবক্তা আদিৰ তুলনামূলক স্বাধীনতা বেছি হোৱা সত্ত্বেও শ্ৰেণীগত ভাৱে এই লোকসকল মূলতঃ ইউৰোপীয় চাহাবী কৃষ্টিৰ অনুগামী আছিল আৰু স্বাধীনতা বা উন্নতি সম্পৰ্কীয় ধাৰণাৰ একোটা অদ্ভুত ধৰণৰ আৰ্হি দেখুৱাবলৈ যত্ন

*৩০ বিজনলাল চৌধুৰী, জোনাকী আন্দোলন, প্ৰথম প্ৰকাশ, ১৯৯৩, পৃঃ ৩১*

*৩১ ড° অমলেন্দু গুহই জগন্নাথ বৰুৱা আৰু দেৱীচৰণ বৰুৱাৰ আফিং নীতি সম্পৰ্কত বক্তব্যত ন্যস্ত স্বাৰ্থৰ কথা উল্লেখ কৰিছে এইদৰে "The dependent education middle class, with there vested interest in tea plantantion and the bureaceratic distrbutive system appears is have been unfit for task" Plantarraj to Swaraj. P—44 জগন্নাথ বৰুৱা আৰু দেৱীচৰণ বৰুৱাৰ কোনো ন্যস্ত স্বাৰ্থ প্ৰকৃততে প্ৰমাণিত নহয়। — লিখক*

কৰিছিল।

মিছনেৰীসকলে গঢ় দিয়া 'অৰুনোদই'ৰ নিৰপেক্ষতা, 'আসাম বন্ধু'ৱে ঘোষণা কৰা ৰাজনীতি বৰ্জিত নিৰপেক্ষতা মূলতঃ এই সময়ত ডাণ্ডৰীয়া বিদ্ৰোহৰ ব্যৰ্থতা, মণিৰামৰ ফাঁচি, কৃষক বিদ্ৰোহৰ ব্যৰ্থতা তথা তাৰো আগৰ মানৰ দিনৰ ঘটনাৱলীৰ সুদূৰপ্ৰসাৰী প্ৰতিক্ৰিয়া স্বৰূপ নৰমপন্থী মনোবৃত্তিৰ পৰিচায়ক। ইংৰাজক অসমৰ ত্ৰাণকৰ্তা বুলি ভবা ভ্ৰান্তিকৰ মনোবৃত্তিৰ ই উত্তৰাধিকাৰ।

## ৭.৮ সৰ্বজানিক সভা, ৰায়ত সভা, আছাম এছোচিয়েচন

অসমৰ মধ্যবিত্তৰ প্ৰথম প্ৰতিনিধি মণিৰামৰ নেতৃত্বত হোৱা বিদ্ৰোহৰ পিছত সুদীৰ্ঘ ছাব্বিছ বছৰ কাল অসমত মধ্য শ্ৰেণীৰ শিক্ষিত লোকে কোনো উল্লেখযোগ্য সংগঠন গঢ়ি তোলা নাছিল। মাজৰ কালছোৱাত ফুলগুৰিৰ বিদ্ৰোহ (১৮৬১) আৰু দৰং তথা কামৰূপ জিলাৰ কৃষক বিদ্ৰোহ (১৮৬৮-৬৯) ৰ জুয়ে প্ৰমাণ কৰিলে অসমীয়াৰ মুক্তি চেতনাৰ এক ধাৰাবাহিক প্ৰগতি। ১৮৮৪ চনত তেজপুৰত 'ৰায়ত সভা' আৰু যোৰহাটত সৰ্বজানিক সভা গঠন হোৱালৈকে এই কালছোৱাত অসমীয়া ভাষা পুনৰ অসমত প্ৰৱৰ্তনৰ বাবেই অসমৰ মধ্য শ্ৰেণীয়ে মূলতঃ খৃষ্টান মিছনেৰীসকলৰ সহযোগিতাত কিছু প্ৰচেষ্টা সফলভাৱে কৰিছিল।

ইয়াৰ বাহিৰে আটাইতকৈ উল্লেখনীয় ঘটনা হ'ল মাণিক চন্দ্ৰ বৰুৱা আৰু জগন্নাথ বৰুৱাই নৰ্থব্ৰুক চাহাবক দিয়া স্মাৰকপত্ৰ। এই বিষয়ে আমি উল্লেখ কৰিছো। সৰ্বজানিক সভা যোৰহাটত গঠিত হোৱা গুৰি ধৰিছিল 'বি এ জগন্নাথ' বুলি খ্যাত উজনি অসমৰ প্ৰথম স্নাতক বি এ জগন্নাথে। এই চাহ খেতিয়কজনে যোৰহাটত নেতৃত্ব গ্ৰহণ কৰাৰ দৰেই তেজপুৰতো একে বছৰতে ডেকা অধিবক্তা লম্বোদৰ বৰা আৰু চাহ খেতিয়ক হৰিবিলাস আগৰৱালাই ৰায়ত সভা গঠনত আগভাগ লৈছিল।

জগন্নাথ বৰুৱাৰ ভাষাতে সৰ্বজানিক সভা গঠনৰ উদ্দেশ্য আছিল জনসাধাৰণৰ ইচ্ছা আৰু আকাংক্ষাক চৰকাৰৰ ওচৰত দাঙি ধৰা আৰু চৰকাৰৰ নীতি আৰু উদ্যোগসমূহ ৰাইজক বুজাই দিয়া তথা সাধাৰণভাৱে ৰাইজৰ দুখ-দুৰ্দশা মোচন কৰা।

"The Association was established for the purpose of representing the wishes and aspirations of the people to the government explaining to the people the object and policy of the government and generally ameliorating the conditions of the people "(৩২)।

বাস্তৱিক এই দুয়োটা সংগঠনে ইংৰাজৰ ওচৰত আবেদন-নিবেদন কৰাৰ এটা পৰম্পৰাৰ ভেটি প্ৰতিষ্ঠা কৰিলে। এনে আবেদন-নিবেদন কৰাটো মাণিক চন্দ্ৰ বৰুৱা আৰু জগন্নাথ

*৩২ যতীন্দ্ৰ নাথ গোস্বামীৰ উল্লিখিত জগন্নাথ বৰুৱা, প্ৰস্থৰ পৰা উদ্ধৃত।*

বক্লবাই ১৮৭২ চনতে আৰম্ভ কৰিছিল আৰু ইয়েই সৰ্বজানিক সভা, ৰায়ত সভাত কাম কৰাৰ মূল পদ্ধতিত পৰিণত হ'ল। সৰ্বজানিক সভাৰ দুৰ্দশাগ্ৰস্ত বিশেষভাৱে বান (কৃত্ৰিম বান)ৰ সমস্যাৰপৰা ক্ষতিগ্ৰস্ত কৃষকক কিছু সকাহ দিবৰ বাবে কৰা বিখ্যাত আবেদন এখনৰ কথা উল্লেখ কৰিব পাৰি। এই আবেদনখনৰ সমান্তৰালভাৱে অসমত কানি প্ৰচলনৰ পক্ষে দাঙি ধৰা কিছু পৰিমাণে আশ্চৰ্যজনক যুক্তি সম্বলিত আবেদনখনৰ নেতিবাচক দিশটোৰ কথা উল্লেখ কৰিব পাৰি। এই কানিৰ পক্ষে দাঙি ধৰা যুক্তিৰ ভিত্তি মূলতঃ (১) অসমৰ বহু কৃষকে কানি খেতি কৰা (২) কানি ডায়েৰীয়া ৰোগত ঔষধ হিচাপে ব্যৱহাৰ কৰা (৩) অসমৰ বহু লোকে কানিৰ আসক্তিত ভোগা আৰু (৪) কানিৰপৰা হোৱা ৰাজহ আয়ৰ কথা উল্লেখ কৰিব পাৰি যদিও কানিয়ে কৰা ভীষণ ক্ষতিৰ তুলনাত এইবোৰ যুক্তি তৰাং। অদ্ভুতভাৱে সৰ্বজানিক সভাই যুক্তি দাঙি ধৰিছিল যে পৃথিৱীৰ বহু দেশত সুৰা-কানি ব্যৱহাৰৰ উদাহৰণ আছে — যিবোৰৰ স্বাস্থ্য, শক্তি আদিৰ ক্ষেত্ৰত কুপ্ৰভাৱৰ কোনো প্ৰমাণ নাই। ১৮৬১ চনৰ ফুলগুৰি ধেৱাত কানীয়াসকলে ইতিহাস ৰচনা কৰিছিল; কিন্তু তাৰ বাইছ তেইছ বছৰৰ পিছত তাৰ প্ৰতি পৰোক্ষ সহানুভূতি সৃষ্টি হৈছিল ভবাৰ কোনো সংগত যুক্তি নাই আৰু তেনে প্ৰমাণো নাই। অসমত প্ৰকৃতাৰ্থত কানিৰ প্ৰচলন ইংৰাজেই ব্যৱসায়িক স্বাৰ্থত কৰিছিল, ওৱেলছে তেওঁৰ প্ৰতিবেদনত কানি আৰু নিমখৰ বেহাৰ সম্ভাৱনাৰ কথা উল্লেখ কৰিছিল।

সৰ্বজানিক সভাৰ ভূমিকা আৰু এই প্ৰসংগত চাহ বাগিচাৰ মালিক আৰু 'স্বাৰ্থজড়িত মালিক পক্ষ'ৰ ভূমিকা উল্লেখ কৰি ড° অমলেন্দু গুহই লিখিছে—

The dependent educated middle class, with their vested interest in the plantation and in the bureaucratic distributive system appears to have been unfit for the task For even the most out spoken critics of the policy would not, until the days of the Non-Cooperation, raise such demands as direct taxation of the planters income as an alternative revenue source to relieve the overtaxed peasantry on the contry some of these middle class leaders like Jagnnath Barooah, Devicharan Barua and their Jorhat sarbajanik Sabha, least support to the official opium excise policy towards the close of the last ceutry, (See Appendix9) In that context alone, the anti-opium agitation of The subsequnt years coas significant (৩৩)।

ইংৰাজৰ চৰকাৰী নীতি ভূমি ৰাজহ আৰু আবকাৰী শুল্কৰ ক্ষেত্ৰত নিঃসন্দেহে ইংৰাজৰ স্বাৰ্থতেই ৰচনা কৰা হৈছিল। ৰাজহ নীতিৰ ক্ষেত্ৰত ইংৰাজে কানি খেতিৰ মাটিৰপৰা যিহেতু ভূমি ৰাজহ কম পাইছিল, ধান খেতি কৰা মাটিৰ পৰা ভূমি ৰাজহ বেছি পাইছিল,

---

৩৩ গুহ উক্ত গ্ৰন্থ, পৃঃ ৮৮।

গতিকে কানি খেতি হ্রাস কৰাৰ ওপৰত বা কানি খেতি কৰাৰ ওপৰত গুৰুত্ব দিছিল (৩৪)।।কানি খেতি বন্ধ কৰা আৰু কানি ব্যৱসায় কৰা দুয়োটাই ইংৰাজৰ বাবে লাভজনক। আনহাতে কানি আছিল ৰাজহৰ এক মূল উৎস। মণিৰামে কানি খেতি কুৰি বছৰৰ ভিতৰত বন্ধ কৰাৰ বা ধীৰে ধীৰে বন্ধ কৰি অনাৰ পৰামৰ্শ দিছিল। এই নীতি ইংৰাজৰ চৰকাৰী মহলৰো এটা অংশই সমৰ্থন কৰিছিল। স্কটে কৈছিল প্ৰতি পুৰা কানি খেতি কৰা মাটিত ২০ টকা কৰ লগাবলৈ। মেথি চাহাবে ১ টকাৰ পৰা কৰ বঢ়াই ক্ৰমশঃ ছয়গুণলৈ কানিৰ কৰ বঢ়োৱাৰ কথা কৈছিল। নগাঁৱৰ কলেক্টৰে তিনি বছৰৰ ভিতৰত কানি বন্ধ কৰাৰ কথা কৈছিল। জেনকিন্স চাহাবেও সকলো দিশ বিবেচনা কৰি আফিং খেতি কৰা মাটিত কৰ দুই-তিনিগুণ বৃদ্ধিৰ পৰামৰ্শ দিছিল। ব্ৰিটিছ চৰকাৰে কিন্তু ভূমিৰ গুণাগুণৰ ওপৰত ভিত্তি কৰি নিৰ্ণয় কৰাতহে গুৰুত্ব দিছিল (৩৫)।

ব্ৰিটিছ চৰকাৰে অসমৰ বিষয়াবৰ্গৰ মতামতক আওকাণ কৰিও ৰাজহ বৃদ্ধিৰ উদ্দেশ্যাৰে আৰু আফিং ব্যৱহাৰত পৰোক্ষ বাধা আৰোপ কৰাৰ উদ্দেশ্যাৰে ১৮৪৪-৪৫ ত গোৱালপাৰাত আৰু ১৮৫০-৫১ ত সমগ্ৰ ৰাজ্যতে আবকাৰী শুল্ক আৰোপৰ সিদ্ধান্ত ল'লে (৩৬)। ১৮৬১ চনত অসমত কানি খেতি সম্পূৰ্ণ বন্ধ কৰাৰ উদ্দেশ্য আছিল আবকাৰী ৰাজহ বৃদ্ধি কৰা (৩৭)।

অসমৰ মধ্য শ্ৰেণী আৰম্ভণিৰে পৰাই আফিঙৰ বিৰোধী। লক্ষ্মী সিংহৰ দিনৰে পৰা যদিও প্ৰথমে ৰোগৰ ঔষধ হিচাপে আফিঙৰ খেতি কৰা হয়— ই পিছলৈ বৰবিহত পৰিণত হয়। কিন্তু আফিং সম্পৰ্কে ধাৰণা অসমত আওপুৰণি বুলি ক'বপৰা যায়। জনজাতি (পাৰ্বত্য) অঞ্চলত আফিং খেতি কৰাটো নতুন কথা নহয়। পৰম্পৰাগত পুৰণি খেতি হিচাপে ই বহু ঠাইত আজি পৰ্যন্ত চলি আছে। অসমত কানীয়া বিলাক যে নৱ-বৈষ্ণৱ সত্ৰসমূহৰ সুস্থ পৰিবেশ গঢ়ি তোলাৰ পথতো বাধা স্বৰূপ হৈছিল তাৰ উদাহৰণ

---

৩৪ ১৮২৭ *চনৰ স্কটে ছুইনটনলৈ দিয়া পত্ৰ, দ্ৰষ্টব্য* — The comprehensive Hitory of Assam, Vol v *ৰ পৃঃ ২০৫।*

৩৫ *এই প্ৰসংগতে শ্ৰতিদেৱ গোস্বামীৰ* Aspects of Revenue Administration in Assam, Delhi, 1977 *দ্ৰষ্টব্য।*

৩৬ *আবকাৰী আফিং ইংৰাজে ১৮৫১-৫২ প্ৰচলন কৰে বুলি* H K Barpujan *সম্পাদিত* Political History of Assam *ত উল্লেখ কৰিছে। উক্ত গ্ৰন্থৰ* Vol. 1. First Edition page 89 *দ্ৰষ্টব্য।*

৩৭ *অসমত যি সময়ত আফিং খেতি ১৮৬১ বন্ধ কৰা হৈছিল সেই সময়ত ভাৰতৰ অন্যান্য কিছুমান স্থানত চৰকাৰী সহযোগিতাত আফিং খেতি হৈছিল। বিহাৰত আফিং খেতি ১৮৪৫-৪৬ ত ২.৯৬.২৮২ বিঘাৰ পৰা ১৮৮৪-৮৫ ত ৯,৫১,৮৭ বিঘালৈ বাঢ়িছিল— শতাংশ হিচাপ ২২১% দ্ৰষ্টব্য ড' ৰাজেন শইকীয়া, পৃঃ ২১৪।*

শ্ৰীমন্ত শংকৰদেৱে (১৪৪৯-১৫৬৮ চন) সূৰ্য সৰস্বতীক ভাগৱতী পদৰপৰা অপসাৰিত কৰাৰ কাহিনীয়ে প্ৰমাণিত কৰে। ধোঁৱা খোৱা আৰু আফিং সেৱন কৰাটো সত্ৰৰ ভকতসকলৰ মাজত প্ৰচলন থকা (গোপনে) আৰু তাৰ বাবে তৎকালে কঠোৰ শাস্তি প্ৰদান কৰাটো আলোচনাৰ মাজত ঠাই পোৱাৰ লক্ষ্য ৰাখি এই কথা ক'ব পাৰি যে আফিং আদি নিচাযুক্ত দ্ৰব্যৰ বহুল ব্যৱহাৰ জনসাধাৰণৰ মাজত পৰম্পৰাগতভাৱে আছিল; কিন্তু এই জ্ঞানী আৰু কৰ্ম সংকল্পৰ দ্বাৰা সমাদৃত নাছিল। ড° সত্যেন্দ্ৰ নাথ শৰ্মাই ১৯৭৭ চনত এই সত্ৰৰ পৰিৱেশ সম্পৰ্কীয় অধ্যয়নত সমসাময়িক সমাজৰ প্ৰচলিত আফিং সেৱনৰ কথা আলোচনা কৰিছে (৩৮)।

এই পূৰণি বিহ বিধৰ বিষয়ে অসমীয়া শিক্ষিত চামৰ সংখ্যাগৰিষ্ঠঅংশৰে মনোভাৱ আছিল তীব্ৰ। অকল যে পশ্চিমীয়া শিক্ষাইহে এনে মনোভাৱৰ জন্ম দিছিল তেনে নহয়। নিকা বৈষ্ণৱী চিন্ত-চৰ্চাও আছিল ইয়াৰ এটা মূল কাৰণ। ১৮৫৩ চনত আনন্দৰাম ঢেকিয়াল ফুকনে দিয়া প্ৰতিবেদনত আৰু মণিৰাম দেৱানে দিয়া আৰ্জিত আমি কানি খেতি ক্ৰমান্বয়ে বন্ধ কৰাৰ বাবে জনোৱা বাস্তৱসম্মত পৰামৰ্শ পাওঁ।

হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৬) 'কানীয়াৰ কীৰ্তন' কানি খোৱা সোৰোপাবিলাকৰ বিৰুদ্ধে সম্ভৱতঃ আটাইতকৈ শক্তিশালী সাহিত্য-অস্ত্ৰ আছিল। 'কানীয়াৰ কীৰ্তন' (১৮৬১ খৃঃ) হেমচন্দ্ৰ বৰুৱাৰ ছাব্বিছ বছৰ বয়সৰ ৰচনা। ১৮৭৬ চনত হেমচন্দ্ৰ বৰুৱাই সোণাৰচাঁদ (হেম— সোণ, চাঁদ—চন্দ্ৰ) ছদ্মনাম লিখিবলৈ আৰম্ভ কৰিছিল সামাজিক ক্ষেত্ৰত গুৰুত্বপূৰ্ণ বিষয়বোৰত সংস্কাৰমূলক ৰচনা। 'অৰুণোদই'ত প্ৰচলিত বানান সলনি কৰি ইয়াক সংযুক্ত ভাষাৰ আৰ্হিত কৰিবলৈ দিয়া পৰামৰ্শ আৰু নিজে ব্যাকৰণ তথা পাঠ্যপুথি লিখি আৰু লগে লগে এখন অভিধানৰ কাম সম্পূৰ্ণ কৰি তেওঁ অসমীয়া ভাষাক এটা আধুনিক আৰু ব্যাকৰণসিদ্ধ ৰূপ দিবলৈ কৰা প্ৰয়াস সৰ্বজনবিদিত। আমি তেওঁৰ সামাজিক চিন্তাৰ ক্ষেত্ৰত থকা বৈপ্লৱিক দিশটোৰ প্ৰতিহে ইয়াৰ আঙুলিয়াব খুজিছো। 'কানীয়াৰ কীৰ্তন'ত কানি বৰবিহে কিদৰে চৰিত্ৰ আৰু সম্পদ দুয়োটাকে নষ্ট কৰে তাৰ সুস্পষ্ট আৰু নাট্য-সাহিত্যৰ ফালৰপৰা উৎকৃষ্ট উদাহৰণ দাঙি ধৰিছে। তেওঁৰ সংহত আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰ আভাস পোৱা যায় 'বাহিৰে ৰং চং ভিতৰি কোৱা ভাতুৰি'

---

*৩৮ ড° সত্যেন্দ্ৰ নাথ শৰ্মা, নব-বৈষ্ণৱ আন্দোলন আৰু অসমৰ সত্ৰসমূহ* (The neo vaishnavite Movement and the Satra Institution of Assam, 1977)

*(খ) হেমচন্দ্ৰ বৰুৱাৰ ব্যংগৰ ভাষিক যাদু এতিয়াও জীৱন্ত :*

*'কেণা কানি বিহৰ শেষ*
*কানীয়াৰ নাই জানন লেশ*
*হায় হায় কি ঘোৰ ক্লেশ*
*কানীয়াই পালে অসম দেশ।' —কানীয়াৰ কীৰ্তন*

নামৰ তেওঁৰ হাস্য-ব্যংগাত্মক ৰচনাত। আমাৰ সাহিত্য ৰসিক, সাহিত্যৰ ইতিহাস প্ৰণেতা ড° সত্যেন্দ্ৰ নাথ শৰ্মাই উল্লেখ কৰিছে "এই পুথিৰ বেৰেখনীয়া সত্ৰৰ ভণ্ড গোঁসাই গোবৰ্দ্ধন আতা ফ্ৰান্সৰ প্ৰসিদ্ধ হাস্যৰসিক মলিয়েৰৰ টৰটাফ চৰিত্ৰৰ দৰে নাইবা বালজাকৰ পেনগ্লচৰ দৰে কপটাচাৰী, কামুক আৰু মুৰ্খ। ব্যাজস্তুতি, অপ্ৰস্তুত প্ৰশংসা, শ্লেষোক্তি আদিৰ প্ৰয়োগৰ ফলত হেমচন্দ্ৰৰ ব্যংগই তীব্ৰতা লাভ কৰিছে (৩৯)। তেওঁৰ যুক্তিবাদ আৰু উদাৰতাবাদ যুগসাপেক্ষ, সামন্তবাদী চিন্তাৰ বিৰুদ্ধে এক বৈপ্লৱিক অৱস্থানৰ চানেকি। এনে এজন সুস্থিৰ চিন্তাৰ কাৰিকৰে অসমীয়া মানুহক কানি এৰিবলৈ আৰু বহুবিবাহ বন্ধ কৰিবলৈ দিয়া বৌদ্ধিক নিৰ্দেশ নিঃসন্দেহে স্বভাৱসিদ্ধ কাৰণতে অসমীয়া বুদ্ধিজীৱী মধ্যবিত্ত শ্ৰেণীৰ শ্ৰেষ্ঠতম যুগ-নিৰ্দেশ।

হেমচন্দ্ৰ বৰুৱাৰ দৰেই গুণাভিৰাম বৰুৱাও যুক্তিবাদী। তেওঁ ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰিছিল ১৮৬৯ চনত। কিন্তু তেওঁৰ মনত ছাত্ৰ অৱস্থাতে বাল্য বিবাহৰ বিৰুদ্ধে আৰু বিধৱা বিবাহৰ পক্ষে মনোভাব গা-কৰি উঠিছিল। তেওঁ ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰাটো এটা নিজা দুৰ্বলতাৰ লক্ষণ নহয়, বৰঞ্চ আওপুৰণি সামন্তবাদী সংস্কাৰৰ বিৰুদ্ধে এইটো এটা সামাজিক পৰিৱৰ্তনকামী কাৰ্যহে। বহু বিবাহৰ বিৰুদ্ধেও তেওঁ দুৰ্নীতি আৰু কানিৰ বিৰুদ্ধে কৰা সমালোচনাৰ দৰেই সমানে কলম চলাই গৈছিল (৪০)। হেমচন্দ্ৰ বৰুৱাৰ পিছত কিন্তু কানি ববিহৰ বিৰুদ্ধে কোনেও চোকা কলম ধৰা নাছিল— ইয়াৰ কাৰণ কেবাটাও হ'ব পাৰে। প্ৰথম কাৰণ, সাৰ্বজনিক সভাৰ কৰ্ম-কৰ্তাসকল সামাজিক মৰ্যাদাৰ প্ৰাধান্য। সৰ্বজানিক সভাই কানি প্ৰসংগত যোৰহাটত এখন ৰাজহুৱা সভাপাতি তাৰ অভিমতসমূহ সিদ্ধান্ত আকাৰে আয়োগৰ ওচৰত দাখিল ধৰে (৪১)। জগন্নাথ বৰুৱা আৰু দেৱী চৰণ বৰুৱাই সৰ্বজানিক সভাৰ হৈ ১৮৯৩ চনত যি স্মাৰক পত্ৰ ৰয়েল কমিছনৰ আগত স্মাৰক পত্ৰ আকাৰে দিছিল তাত স্বাৰ্থ নিহিত থকা বুলি কোৱা কথাটো অলপ অযুক্তিকৰ কথা (৪২)। প্ৰকৃততে আফিং নিবাৰণ প্ৰসংগতে অসমীয়া মানুহৰ মাজত মত-বিৰোধ হৈছিল, ১৮৬১ ত অসমত কানীয়াৰ বিদ্ৰোহ হৈছিল, মণিৰামৰপৰা আৰম্ভ কৰি বহু বিজ্ঞ লোকেই

---

*৩৯ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃঃ ৩০৫, ১৯৮৬ সংস্কৰণ।*

*৪০ 'অৰুণোদই'ত তেওঁ লিখা* Hinoo Widows *(১০.৭), বিধৱা বিবাহ (১১ ১, ১১.৯, ১২.৫, ১২, ১১, ১৩.৩) পুৰুষে তিৰোতাক কি ৰূপে সমাদৰ কৰিব লাগে (১১.১০), দুজনী বিধৱা ছোৱালীৰ বিবাহ হোৱাৰ কথা (১২.১) আদি ৰচনাই তেওঁ যুক্তি-নিষ্ঠাৰ প্ৰমাণ দাঙি ধৰে।— দ্ৰষ্টব্য, অৰুণোদই, ১৯৮৩, পৃঃ*

*৪১ সংযোজন চাওক সম্পূৰ্ণ স্মাৰক পত্ৰৰ বাবে।*

*৪২ উক্ত গ্ৰন্থ, পৃঃ ২১৮ দ্ৰষ্টব্য :*"More than weight of its arguments, it was for the weight of the leaders that the growing conciousness against opium took a bad

পৰ্যায়ক্ৰমে আফিং খেতি বন্ধ কৰাৰ পৰামৰ্শ দিছিল. ইফালে ইংৰাজে ৰাজহ বৃদ্ধিৰ বাবে পৰোক্ষ কৰ লগাইছিল আৰু ভ্ৰান্তভাৱে ভাবিছিল যে কানীয়াই অধিক কৰ ভৰিলে কানিৰ প্ৰচলন কমিব। বিবাহৰ প্ৰশ্নত যিদৰে ঊনবিংশ শতিকাৰ শেষ ভাগৰ লিখক, মধ্য শ্ৰেণীৰ শিক্ষিত লোকসকল সক্ৰিয় হৈছিল আফিঙৰ বিৰুদ্ধে সিমান সক্ৰিয় নোহোৱাটো এই ঐতিহাসিক পটভূমিতহে বিচাৰ কৰিব পৰা যায়।

জগন্নাথ বৰুৱা প্ৰমুখ্যে সৰ্বজানিক সভাৰ সদস্যসকলে কিন্তু যিবোৰ কাম কৰিছিল সেইবোৰ 'পতনুৱা' বুলি চৰকাৰে অগ্ৰাহ্য কৰিবপৰা নাছিল। তেনেদৰে সভা পাতি উল্লেখ কৰা অভিযোগবিলাক প্ৰায়ে চৰকাৰে বিবেচনা কৰি বাস্তৱত দাবীবোৰ পূৰণ কৰিছিল। এই কথাটোলৈ লক্ষ্য ৰাখি বেণুধৰ শৰ্মাই কৈছে—

যোৰহাটৰ 'সৰ্বজানিক' সভাৰ প্ৰতিষ্ঠাতাও জগন্নাথ বৰুৱাৱেই। 'আসাম এচোচিয়েনচন' স্থাপিত হোৱাৰ আগলৈকে সেইখনেহে মাথোন আছিল জাতি-ধৰ্ম-সম্প্ৰদায় নিৰ্বিশেষে ৰাজহুৱা মতামত জনাবপৰা একমাত্ৰ ৰাজনৈতিক সভা বা অনুষ্ঠান— যাৰ সুচিন্তিত প্ৰস্তাবাদি গৱৰ্ণমেণ্টে পতনুৱা বুলি অগ্ৰাহ্য কৰিব নোৱাৰিছিল, বৰং সেইবিলাকত উল্লিখিত অভাৱ-অভিযোগবোৰৰ তুৰন্তে প্ৰতিকাৰহে কৰিছিল (৪৩)। ড' ৰাজেন শইকীয়াই আফিং প্ৰসংগত সৰ্বজানিক সভাই দিয়া স্মাৰক পত্ৰৰ মন্তব্যৰ যুক্তিৰ জোৰত নহয়, নেতাসকলৰ গুৰুত্বৰ বাবেহে আফিং বিৰোধী সুদীৰ্ঘ কাল অসমত গা কৰি উঠিব নোৱাৰিছিল বুলি কৈছে (৪৪)। আফিং বন্ধ কৰাৰ বিপক্ষে যুক্তিৰ জোৰ শূন্য, কিন্তু মানুহবোৰৰ ওজন বৰ বেছি। ৰাইজে শুনে— চৰকাৰেও শুনে। এইটো হোৱাৰ মূলতে আছিল সৰ্বজানিক সভাৰ অন্য কিছুমান কাম। যিবোৰ কাম ঠিক স্মাৰক পত্ৰ দিয়া ৰাজনীতিৰ লগতেই জড়িত, কিন্তু ৰাজহুৱা সভা অনুষ্ঠিত কৰি নিজৰ মত ব্যক্ত কৰাটো সেই সময়ত নিচেই সামান্য কাম নাছিল আৰু এটা পৰ্যায়লৈকেহে বিদেশী চৰকাৰে তাক গ্ৰাহ্য কৰিছিল। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল সৰ্বজানিক সভা যিসকলে কৰিছিল, তেওঁলোকেই পিছলৈ 'আছাম এছোচিয়েচন'ৰো নেতৃত্ব দিছিল। আৰু এই 'আছাম এছোচিয়েচনে'ই পিছত কংগ্ৰেছ দলৰ লগত বিলীন হৈ অসমীয়া মধ্য শ্ৰেণীৰ মূল সুঁতিটো কংগ্ৰেছৰ অংশীদাৰ হোৱাৰ পথ ৰচনা কৰিছিল।

চাহ বাগানৰ মালিকসকল অসমীয়া হ'লেই নিহিত স্বাৰ্থ, প্ৰাদেশিকতা বা সংকীৰ্ণতা দেখাটো মূলতঃ অসমীয়া সমাজ আৰু জাতি গঠনত মধ্য শ্ৰেণীৰ ইতিবাচক দিশটো নেদেখাৰ ফলত সৃষ্টি হৈছে। ইতিহাসৰ গতিপথ জাঁপ মাৰি যোৱা পথ নহয়, ইয়াৰ এটা ধাৰাবাহিকতা আছে। বিদ্ৰোহ বা বিপ্লৱৰ দ্ৰুত ৰূপান্তৰৰ কোবাল ঢৌ নাথাকিলে এনে

---

*৪৩ ' সত্যৰ কন্দৰ্পেশ্বৰ সিংহ হ'ব লাগে লিখক।*

*৪৪ ' বেণুধৰ শৰ্মা, উক্ত গ্ৰন্থ, পৃঃ ১৩৮ দ্ৰষ্টব্য।*

ধাৰাবাহিকতাই বিৱৰ্তনৰ প্ৰক্ৰিয়াটো অব্যাহত ৰখাত গুৰি ধৰে। অসমৰ চাহ বাগানৰ মালিক হোৱা মধ্য শ্ৰেণীয়ে এই ভূমিকা সঠিকভাৱেই পালন কৰিছিল। তেওঁলোকেই হ'ল অসমৰ অসমীয়া 'বুৰ্জোৱা' বা পুঁজিপতি। এইটো নেতিবাচক দৃষ্টিৰে চোৱাটো অযুক্তিকৰ কথা। সৰ্বজানিক সভা এই শ্ৰেণীৰ সংগঠন হোৱাটো ইতিহাসৰ বিড়ম্বনা মুঠেই নহয। সৰ্বজানিক সভাৰ এটা উল্লেখনীয় কামৰ উদাহৰণ *বেণুধৰ শৰ্মাই এইদৰে দিছে—

১৮৮৬ চনৰ ২ জুন তাৰিখে যোৰহাটৰ উইলিযামছন স্কুলৰ আগচোতালত 'ভূমি আৰু জঙ্ঘল আইন'ৰ প্ৰতিবাদ কৰিবলৈ এখনি বিৰাট সভা বহিছিল। সভাপতিৰ আসন অলংকৃত কৰিছিল ৰজা নৰনাৰায়ণ সিংহই (৪৫)। প্ৰস্তাৱাদি আলোচনা কৰোঁতে বৰ তেজী ভাষা ব্যৱহাৰ কৰা হৈছিল। সেইদিনা বক্তাসকল হেনো ইমান উত্তেজিত হৈছিল যে কোনো কোনোজনৰ কাপোৰ খহি মাটিত পৰিল। বিশিষ্ট বক্তা আছিল উপেন্দ্ৰ নাথ বৰুৱা, দেৱীচৰণ বৰুৱা, গোবিন্দ বেজবৰুৱা আৰু সভাৰ প্ৰধান সম্পাদক জগন্নাথ বৰুৱা স্বয়ং। সিসকলৰ উপৰি ৰাজকুমাৰ হেমকান্ত গোহাঁই, যদুনাথ ফুকন, ব্ৰজনাথ বেজবৰুৱা, চতুৰ্ভূজ আগৰৱালা, মুঞ্চি চামচুদ্দিন, ধৰ্মেশ্বৰ বৰুৱা, বাবু ক্ষীৰোদ প্ৰসাদ বেনাৰ্জী, চৈয়দ আব্দুল ৰহমান আৰু ভোলানাথ বৰুৱা। জগন্নাথ বৰুৱায়েই সভা মুকলি কৰিছিল (৪৬)। এই ব্যক্তিসকলৰ প্ৰতিজনেই প্ৰকৃতাৰ্থত এই যুগত অসমৰ মানুহক মাৰ বান্ধি সামাজিক মতামত দাঙি ধৰিবলৈ শিকালে।

সৰ্বজানিক সভাৰ সভাবোৰ গোপন মেল নাছিল, যোৰহাট চ'ক বজাৰত ওচৰৰ মুকলি ঠাইত সভা বহিছিল। বক্তাসকলে কানি অনা ভগা পেৰাৰ ওপৰত থিয় হৈ প্ৰায়ে বক্তৃতা দিছিল। ৰাইজৰ অভাৱ অভিযোগ বিলাকৰ ওপৰতে প্ৰায়ে বক্তৃতা দিয়া হৈছিল। এই দিশটোৰ প্ৰতি লক্ষ্য ৰাখি বেণুধৰ শৰ্মাই লিখিছে—"এই সভাত ক্ৰমান্বয়ে সম্পাদক সভাপতি স্বৰূপে থাকি দেৱীচৰণ বৰুৱা, কৃষ্ণকুমাৰ বৰুৱা, উপন্দ্ৰে নাথ বৰুৱা, গোবিন্দ বেজবৰুৱাই ৰাইজৰ বহুত হিত সাধন কৰিলে। অন্ততঃ মাৰ বান্ধি সকলোৱে চৰকাৰৰ লগত জনমতেৰে যুঁজিবলৈ শিকিলে"(৪৭)। এই জনমতেৰে যুঁজিবলৈ শিকা সংস্থাটোৱে ১৯০৪ চনত্‌ জগন্নাথ বৰুৱাৰ মৃত্যুৰ তিনি বছৰ আগতে দিয়া এখন স্মাৰক পত্ৰৰ পৰা ভালদৰে বুজা যায়। এই স্মাৰক পত্ৰত বালিগাঁও, হেজাৰী, কটহা, বাহনা আৰু চৌকীহাট মৌজাৰ ৰাইজৰ বানপানীৰ ফলত হোৱা দুৰ্যোগৰ ক্ষেত্ৰত গ্ৰহণ কৰা ভূমিকাৰ বিষয়ে জানিব পাৰি। স্মাৰক পত্ৰৰ দাবীকেইটা হ'ল এনে ধৰণৰ—

The Jorhat Sarbajanik Sabha would venture to submit the following humble suggestions and request that they may receive the favourable

৪৬ *বেণুধৰ শৰ্মা, উক্ত গ্ৰন্থ।

consideration of the government

(1) The urgent necessity of taking such steps in the next cold weather that full security may be obtained by ryots for the protection of their fields and housteads A large and sufficient waterway appears to be absolutely necessary in the railway embankment on or near the old bed of Bejijarn

(2) The old canals which used to carry the water down below should be cleaned and wided The small stream which connects Ghato kohiajan with Kakodonga and Gelabil requires to be widened and deepened, according to most people and the distance is paid to be about 5 miles

(3) It is submitted that the Ryots who have lost their entire crop or a considerable portion of their rice or those who could not cultivate the same and who have loss the fruit trees and other produce of their homestead may be allowed a remission on land revenue in proportion to their loss in the present year

(4) If the new Bund does not raise the productive power of the land affected as was anticipated Government may be pleased to make a reduction in the revenue rates of the land fixed in view of anticipated advantages

One of the Ryots, petition is herewith forwarded in original

১৯০৪ চনত দিয়া এই আবেদনখনৰ ভিত্তি, লক্ষ্য আৰু উদ্দেশ্য ভালদৰে বিশ্লেষণ কৰিলে ৰায়তৰ স্বাৰ্থত সৰ্বজানিক সভাই কাম কৰিছিলনে নাই সেইটো স্পষ্ট হ'ব (*৪৮)। প্ৰকৃতাৰ্থত এই মধ্য শ্ৰেণীৰ ভূমিকা বৰ তৰাং আছিল বুলি বা ৰাইজৰ স্বাৰ্থত চিন্তাই কৰা নাছিল বুলি মন্তব্য কৰাটো আমাৰ দৃষ্টিত সহজ নহয়। এইটো অৱশ্যে সত্য যে অসমীয়া মধ্য শ্ৰেণীয়ে মূলতঃ ইংৰাজৰ সহযোগিতাৰে চাহ বাগিচা খুলিবলৈ বা চাহ উদ্যোগত বিকাশ লাভ কৰিবলৈ প্ৰযাস কৰিছিল। এইটোক সহযোগী বা 'কম্প্ৰেছৰ' পুঁজিপতিৰ লক্ষণ বুলি কোৱা হয আৰু এইটো ভাৰতৰ সৰ্বত্ৰ পুঁজিপতিৰ বিকাশৰ অন্যতম চৰিত্ৰ। উপনিৱেশ এখনত স্বাধীনভাৱে থলুৱা পুঁজিপতিৰ বিকাশ নহয। বিদ্ৰোহ অথবা ৰাজনৈতিক সংগ্ৰাম অৱশ্যেই মধ্যবিত্তই কৰিব পাৰে— তেনে স্থলত 'কম্প্ৰেছৰ' পুঁজিপতিৰ (এই ক্ষেত্ৰত বাগিচা) পুঁজি ইংৰাজে বাজেযাপ্ত কৰিবই— ঠিক মণিৰামৰ দুখন বাগিচা কৰা দৰে।

বিদ্ৰোহৰ প্ৰতি এই পুঁজিপতি শ্ৰেণীয়ে উদগনি দিয়া নাছিল। আনকি সৰ্বজানিক সভাৰ বিকাশ থলীত, পিছত আছাম এছোচিয়েচনৰ বিকাশ থলীত ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰা মণিৰাম, পিয়ালিৰ স্মৃতিত এটাও বাক্য উচ্চাৰিত নোহোৱাটো প্ৰকৃততেই মণিৰামৰ প্ৰতি ঘৃণাৰ বাবে নহয়, বিদ্ৰোহৰ প্ৰতি অনাস্থাৰ বা অনীহাৰ বাবে মধ্য শ্ৰেণীয়ে প্ৰদৰ্শন কৰা অৱচেতন চৰিত্ৰৰ লক্ষণ। মণিৰাম পিয়ালিৰ ফাঁচি থলীত আনকি এচপৰা ইটা

পেলাবলৈও সৎসাহস নহ'ল এই মধ্য শ্ৰেণীৰ — যি শান্তিপূৰ্ণ তথা গণতান্ত্ৰিক উপায়েৰে ইংৰাজৰপৰা ক্ষমতা নিজৰ হাতৰপৰা আনিবলৈ অহোপুৰুষাৰ্থ কৰিলে, —তেওঁলোকৰ বিদ্ৰোহ বা বিপ্লৱৰ প্ৰতি অনীহা থকা স্বাভাৱিক।

আফিঙৰ বিৰোধিতা নকৰা মধ্য শ্ৰেণীৰ এটা অংশৰ নিহিত স্বাৰ্থ অৱশ্যে প্ৰকট। এইটো অংশ নিজেই আছিল কানি মহলৰ গৰাকী। এই ক্ষেত্ৰত হৰিবিলাস আগৰৱালাৰ নাম উল্লেখযোগ্য। এইটো কাৰণতে সম্ভৱতঃ চন্দ্ৰ কুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী এই আফিং বন্ধ প্ৰথমতে মৌন আছিল। এই ক্ষেত্ৰত নিহিত স্বাৰ্থ কি আছিল সেইটো অস্পষ্ট যদিও, মৌনতাৰ ফলাফল আৰু ঐতিহাসিক ক্ষতি অস্পষ্ট নহয়।

জগন্নাথ বৰুৱাই মৃত্যুৰ পিছত সৰ্বজানিক সভাৰ কাম-কাজ প্ৰায় অন্ত পৰিল। আছাম এছোচিয়েচনৰ লগত বিলীন হৈ পৰিল পূৰ্বৰ সৰ্বজানিক সভাৰ প্ৰায় সকলো কৰ্মকৰ্তা, গুৰুত্বপূৰ্ণ সদস্য।

১৯০৩ চনত 'আছাম এছোচিয়েচন' গঠন হৈছিল অসমৰ মধ্য শ্ৰেণীৰ প্ৰচেষ্টাত সিসকলে সৰ্বজানিক সভাৰ নেতৃত্বত থাকোঁতেই অসমৰ পশ্চিমৰ পৰা পূবলৈ এটা ডাঙৰ সংগঠনৰ কথা ভাবিছিল। বিশেষভাৱে পুৰণি সম্ভ্ৰান্ত আৰু নতুন মধ্য শ্ৰেণী বা বুৰ্জোৱাসকলৰ এটা প্ৰতিনিধিত্ব মূল সংগঠন বিচাৰিছিল। আছাম এছোচিয়েচন' গঠন হওঁতে সম্ভৱতঃ ' ইণ্ডিয়ান এছোচিয়েছন 'আছিল ইয়াৰ আৰ্হি, যিদৰে সৰ্বজানিক সভা গঠিত হওঁতে অঘোষিতভাৱে হ'লেও মুম্বাইৰ সৰ্বজানিক সভা নামটো আছিল আৰ্হি। আছাম এছোচিয়েচনৰ নেতৃত্বত প্ৰথমৰেপৰাই সংযুক্ত হৈছিল অসমৰ আগশাৰীৰ চাহ উদ্যোগৰ, জাতীয় বিদ্ৰোহৰ ধাৰণাৰে উদ্বুদ্ধ 'কমলাকান্ত ভট্টাচাৰ্যৰ দৰে কবি আৰু নামনি অসমৰ জমিদাৰ শ্ৰেণীৰ তথা সম্ভ্ৰান্ত শ্ৰেণীৰ স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰা প্ৰভাত চন্দ্ৰ বৰুৱা।

১৯০৩ চনত গঠিত হোৱা 'আছাম এছোচিয়েচন'ৰ প্ৰথম অধিবেশন ১৯০৫ চনত ডিব্ৰুগড়ত বহিছিল — আৰু এই অধিবেশনত উপস্থিত আছিল অসমৰ বিভিন্ন সম্প্ৰদায় আৰু ধৰ্মৰ প্ৰতিনিধিসকল। 'আছাম এছোচিয়েচন'ৰ নিয়মাৱলী ৰচনা কৰিবলৈ দ্বিজেন চন্দ্ৰ চক্ৰৱৰ্তীৰ প্ৰস্তাৱ অনুসৰি যিটো সমিতি গঠন কৰি দিয়া হয় তাৰ সদস্যসকল আছিল — জগন্নাথ বৰুৱা, বসম্বদ মিত্ৰ, দ্বিজেন চন্দ্ৰ চক্ৰৱৰ্তী, 'চিটিজেন'ৰ সম্পাদক কালিনাথ ৰয়, 'টাইমছ অব আছাম'ৰ সম্পাদক ৰাধানাথ চাংকাকতি, 'ফৈজনুৰ আলী, দেৱীচৰণ বৰুৱা, প্ৰসন্ন কুমাৰ ঘোষ, ভৱানী চৰণ ভট্টাচাৰ্য, ধৈৰ্য নাৰায়ণ দাস, আৰু মাণিক চন্দ্ৰ বৰুৱা (প্ৰধান সম্পাদক)। উল্লিখিত ব্যক্তিসকলৰ উপৰি যিসকল ব্যক্তিয়ে উপস্থিত থাকি এছোচিয়েচনৰ আলোচনাত অংশগ্ৰহণ কৰিছিল তেওঁলোক হ'ল অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ খ্যাতনামা উকীল আৰু চাহ খেতিয়ক ক্ৰমে চন্দ্ৰকুমাৰ চক্ৰৱৰ্তী (বি

এল); অজয় কুমাৰ ঘোষ; অধিবক্তা; চন্দ্ৰ কমল বৰুৱা, চাহ খেতিয়ক; কৃষ্ণকুমাৰ বৰুৱা, চাহখেতিয়ক; বিনন্দি চন্দ্ৰ ফুকন, চাহখেতিয়ক; গোপাল চন্দ্ৰ বৰুৱা, চাহ খেতিয়ক আৰু দেৱাজুদ্দিন আহমেদ, অধিবক্তা। আছাম এছোচিয়েচনৰ মাজত অসমৰ অন্যান্য স্থানৰ চাহ খেতিয়ক তথা উল্লেখযোগ্য ব্যৱসায়ী, জমিদাৰ আদি আছিল। এওঁলোকে অসমৰ বিভিন্ন জিলাত জিলা সংগঠন গঢ়ি তুলিছিল। তেওঁলোকৰ মাজত উল্লেখযোগ্যসকল আছিল গোলাঘাটৰ ঘনশ্যাম বৰুৱা, বিজনীৰ ভবানী প্ৰসাদ বৰুৱা, শিৱসাগৰৰ গংগাগোবিন্দ ফুকন, যোৰহাটৰ যিন্নদৌচ আলী হাজৰিকা আদি। এই অধিবেশনৰ প্ৰধান গুৰুত্ব আছিল কেবাটাও। এই অধিবেশনত গোৱালপাৰাৰ প্ৰখ্যাত গৌৰীপুৰীয়া জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱা উপস্থিত আছিল আৰু ডিব্ৰুগড়ৰ বিখ্যাত চাহ উদ্যোগী মালভোগ বৰুৱাই অধিবেশনৰ প্ৰতিনিধিসকলক আদৰণি জনাইছিল। অতীৱ উল্লেখযোগ্য আন এটা দিশ হ'ল অগ্নি কবি কমলা কান্ত ভট্টাচাৰ্যৰ সক্ৰিয় উপস্থিতি। সভাপতি প্ৰভাত চন্দ্ৰ বৰুৱাৰ নাম জগন্নাথ বৰুৱাই প্ৰস্তাৱ কৰিছিল আৰু অগ্নিকবি কমলাকান্তই সমৰ্থন কৰিছিল। উপস্থিত লোকসকলৰ তালিকাখনলৈ চকু দিলেই ধৰিব পাৰি যে অসমৰ প্ৰখ্যাত চাহ খেতিয়ক, অধিবক্তা, চিন্তাশীল ব্যক্তি— সকলোৰে প্ৰতিনিধি এই অধিবেশনত আছিল আৰু প্ৰথম বাৰৰ বাবে অসমৰ আটাইকেউখন জিলাক প্ৰতিনিধিত্ব কৰা এটা বেচৰকাৰী বা সামাজিক-ৰাজনৈতিক সংগঠনে মূৰ দাঙি উঠিছিল। প্ৰথম বাৰৰ বাবে বঙালী, হিন্দু, ধৰ্মীয় সংখ্যালঘু আৰু উজনি-নামনিৰ সকলো লগ হৈ এটা সংস্থা গঢ়ি তুলিছিল— যি অসমৰ সামগ্ৰিক স্বাৰ্থৰ হৈ মাত মাতিব পাৰে।

আছাম এছোচিয়েচন গঠনৰ এই সময়ছোৱা বিভিন্ন দিশৰপৰা তাৎপৰ্যপূৰ্ণ। প্ৰথম কথা বংগ-ভংগৰ বিৰুদ্ধে এই সময়ত আৰম্ভ হৈছিল তীব্ৰ আন্দোলন। ইফালে অসমত আৰম্ভ হৈছে ধৰ্মীয় আৰু ভাষিকভাবে ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া মানুহখিনিৰ লগত মিল নথকা, তুলনামূলকভাবে অসমীয়াতকৈ শিক্ষাগত আৰু অৰ্থনৈতিক দিশত আগবঢ়া অঞ্চলবোৰ অসমত জাপি দিয়াৰ বিপক্ষে বিভিন্ন ধৰণৰ প্ৰতিক্ৰিয়া ১৯০৭ চনত জগন্নাথ বৰুৱা আৰু ১৯১৫ চনত মাণিক চন্দ্ৰ বৰুৱাৰ মৃত্যু 'আছাম এছোচিয়েচন' আৰু অসমীয়া জাতিৰ অৰ্থনৈতিক সামাজিক আৰু ৰাজনৈতিক বিকাশ ক্ষেত্ৰত যথেষ্ট গুৰুত্বপূৰ্ণ ঘটনা।

চিফ কমিছনাৰ শাসিত অসমত চিলেট আৰু কাছাৰ সংযুক্ত কৰাৰ বিৰুদ্ধে অসমত শিক্ষিত লোকসকলে যিমান প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল, তাতকৈ বহুগুণে সৰৱ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল ঘন বসতিপূৰ্ণ আৰু উন্নত চিলেট তথা সুৰমা উপত্যকাক অসমৰ লগত সাঙুৰি দিয়া বাবে বঙালী শিক্ষিত মহলে। আনহাতে, ১৯০৫ চনত বংগভংগৰ বিৰুদ্ধে, ইয়াক বঙালী জাতিক খণ্ডিত কৰি ইংৰাজে ঔপনিবেশিক স্বাৰ্থ সুৰক্ষিত কৰিবলৈ বিচৰা বুলি অভিযোগ উত্থাপনো মূলতঃ বঙালী সচেতন মহল এটাই।

অসমৰ মধ্য শ্ৰেণীৰ সামাজিক অৰ্থনৈতিক ভিত্তি কি? মধ্য শ্ৰেণী মানে জমিদাৰ ভূস্বামী নেকি? যথাৰ্থতে নহয়। আছাম এছোচিয়েচন গঠন পৰ্বতে আমি দেখা পাইছো যে মূল সংগঠকসকল হ'ল চাহখেতিয়ক, বেছিভাগেই সফল চাহ খেতিয়ক। তেওঁলোকে জমিদাৰ প্ৰভাতচন্দ্ৰ বৰুৱা (গৌৰীপুৰ) আৰু ভৱানী প্ৰসাদ বৰুৱা (বিজনী)ক লগত নিবলৈ প্ৰয়াস কৰিছিল আৰু সফলো হৈছিল। অধিবক্তাসকল আছিল এই মধ্য শ্ৰেণীৰ প্ৰধান সহযোগী।

সাম্ৰাজ্যবাদে যিদৰে দেশী সামন্ত আৰু জমিদাৰসকলক বিদেশী পুঁজিবাদী ব্যৱস্থাৰ অনুগামী হ'বলৈ বাধ্য কৰে নাইবা অনুপ্ৰাণিত কৰে, ঠিক একেদৰে দেশী পুঁজিবাদী শ্ৰেণীয়েও একালে সাম্ৰাজ্যবাদীৰ কৃপা (যিমান দিনলৈ নিজে দুৰ্বল হৈ থাকে) আৰু জমিদাৰসকলৰ সহযোগিতা (মূলতঃ পুঁজি আৰু বজাৰৰ প্ৰয়োজনত) বিচাৰে। এইটো কোনো কাৰণতে আশ্চৰ্যজনক কথা নহয়।

অসমৰ ক্ষেত্ৰত অসমীয়া চাহ খেতিয়কসকলে জাতি, ভাষা আৰু ৰাজ্য গঠনৰ ক্ষেত্ৰত নেতৃত্ব লৈছিল, — সাহিত্য সভা গঠনৰ ক্ষেত্ৰত নেতৃত্ব লৈছিল, ইংৰাজৰ লগত সহযোগিতা আৰু পিছলৈ কংগ্ৰেছ দলৰ দৰেই 'গণতান্ত্ৰিক অহিংস' পদ্ধতিৰ আন্দোলনৰ প্ৰতি অনুধাৱিত হৈছিল; কিন্তু এওঁলোকৰ মাজত সচেতন অংশৰ উন্নয়ন হৈছিল নিঃসন্দেহে। বিখ্যাত আগৰৱালা পৰিয়ালৰ পৰা জ্যোতিপ্ৰসাদ প্ৰায় সম্পূৰ্ণৰূপে ৰমন্যাসবাদী ওৰণি ফালি বাস্তৱবাদী দৃষ্টিভংগীৰে ৰাইজৰ মাজলৈ ওলাই আহিছিল। কিন্তু এইটো ঘটনা সংঘটিত হ'বলৈও নালিয়াপুলৰ ঘটনাটো এক উদ্দীপক ঘটনা হিচাপে পৰিগণিত হ'ল। এই অধ্যায়টোলৈ যোৱাৰ আগতে আমি আছাম এছোচিয়েচনে গ্ৰহণ কৰা ঐতিহাসিক ভূমিকা আৰু অসম ৰাজ্য গঢ়াৰ ক্ষেত্ৰত যি ইতিবাচক ভূমিকা ল'লে তাৰ এটা চমু পৰ্যালোচনা দাঙি ধৰাৰ প্ৰয়োজন বোধ কৰিছো।

এই কথা অতি স্পষ্ট যে 'আছাম এছোচিয়েচনে' একালে অসমৰ উন্নয়ন আৰু অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ কথা চিন্তা কৰিবলগীয়া হৈছিল, অসমৰ সংহতিৰ কথা ভাবিবলগীয়া হৈছিল আনহাতে সৰ্ব ভাৰতীয় ৰাজনৈতিক পৰিপ্ৰেক্ষিতত হোৱা পৰিৱৰ্তনৰ প্ৰতি সচেতন ভাৱে দৃষ্টি ৰাখি কংগ্ৰেছ দলৰ লগত গঢ়ি তুলিবলগীয়া হৈছিল সম্পৰ্ক। এইটো ইতিহাসৰ অনিবাৰ্যধাৰা। তাতো অসমীয়া জাতিৰ স্বাৰ্থ ৰক্ষা নপৰিব বুলি ভাবি মধ্য শ্ৰেণীৰ একগুৰুত্বপূৰ্ণ অংশই 'সংৰক্ষিণী সভা' আৰু তাৰ পিছত অসম জাতীয় মহাসভা গঠন কৰাটোও এক ঐতিহাসিক সত্য।

ইংৰাজৰ উপনিবেশখনৰ স্বাৰ্থত, কোলকাতাকেন্দ্ৰিক ব্যৱসায় বাণিজ্য সম্প্ৰসাৰণ কৰাৰ উদ্দেশ্যে দখল কৰা পূৰণি দেশীয় ৰাজ্যসমূহ কোলকাতা-কেন্দ্ৰিক 'বেংগল-প্ৰেছিডেঞ্চী'ৰ অন্তৰ্ভুক্ত কৰা হৈছিল। ঊনবিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ ভিতৰতে এই

প্রেছিডেঞ্চীৰ ভিতৰত সোমাই পৰিছিল প্ৰকৃত বংগ দেশৰ উপৰি উৰিষ্যা, বিহাৰ, দিল্লীকে ধৰি সমগ্ৰ উত্তৰ প্ৰদেশ, ছোটনাগপুৰ আৰু অসম। গতিকে ৰাজ্যখনৰ বিভাজন তথা পুনৰ গঠন — ইংৰাজৰ স্বাৰ্থতেই আছিল অতীৱ প্ৰয়োজনীয়। এখন বিশাল দেশৰ সমান এখন ৰাজ্য থাকিব নোৱাৰে; প্ৰশাসনিক, ভাষিক আৰু সাংস্কৃতিক কাৰণতে প্ৰকৃত বংগতকৈ ডাঙৰ একোটা জনসমষ্টি তথা অঞ্চল বংগৰ লগত থকাটো সম্ভৱ নহয়। বিশেষকৈ পূৰ্বাপৰ স্বাধীন সত্তা থকা দেশবিলাক ভাষা-কৃষ্টি সভ্যতাৰ পাৰ্থক্য থকা কোলকাতা কেন্দ্ৰিক এখন প্ৰেচিডেঞ্চীত থাকিব নোৱাৰে। গতিকে ১৯০৫ চনত বংগ পুনৰগঠনৰ বাবে কৰা প্ৰচেষ্টাৰে আগতেই ১৮৭৪ চনত অসমক চীফ কমিছনাৰ শাসনাধীন ৰাজ্যত পৰিণত কৰা হয়। ১৮৯২ চনত পুনৰ চিটাগাং পাৰ্বত্য অঞ্চল আৰু লুচাই পাহাৰক অসমৰ লগত সংযুক্ত কৰাৰ প্ৰস্তাৱ ৰখা হৈছিল যদিও বাস্তৱত সেইটো কাৰ্যকৰী নহ'ল। ১৮৯৮ চনত পুনৰ অসমৰ কমিছনাৰ উইলিয়াম ৱাৰ্ডে চিটাগাং, ঢাকা আৰু মৈমনসিং জিলা দুখন অসমৰ অন্তৰ্ভুক্ত কৰাৰ পৰামৰ্শ দিয়ে। ১৮৯৭ চনত প্ৰশাসনিক সুবিধাৰ বাবে লুচাই পাহাৰক অসমৰ অন্তৰ্ভুক্ত কৰা হয়। ইয়াৰ পিছত ১৯০৬ চনত পুনৰ ঢাকা, মৈমনসিং আৰু চিটাগাং পাৰ্বত্য অঞ্চল অসমৰ অন্তৰ্ভুক্ত কৰাৰ পৰামৰ্শ আহে। অসমৰ চীফ কমিছনাৰ হেনৰি কটনে ইয়াক সমৰ্থন কৰে। ইংৰাজে ভাবিবলৈ লৈছিল যে চিটাংগ বন্দৰেদি অসমৰ চাহ ব্যৱসায়ীসকলৰ বাবে সুবিধা অধিক হ'ব।

এইদৰে প্ৰকৃত বংগৰ ভিতৰুৱা অঞ্চলবিলাক অসমৰ লগত সংযুক্ত কৰাত বংগৰ জাতীয় আদৰ্শৰে উদ্বুদ্ধ বঙালীসকলে প্ৰথমৰে পৰাই বিৰোধিতা কৰি আহিছিল। ইংৰাজৰ উদ্দেশ্য আছিল মূলতঃ তথাকথিত কোলকাতাকেন্দ্ৰিক ৰাজনৈতিকভাৱে সচেতন স্বাধীনতাপ্ৰেমী মহল আৰু মুছলমান সকলৰ মাজত এটা বিভাজন ঘটোৱা, ঔপনিবেশিক শাসনৰ এইটো এটা চক্ৰান্ত। কিন্তু এই চক্ৰান্ত কাৰ্যকৰী কৰিবলৈ গৈ ইংৰাজে অসমৰ অপূৰণীয় ক্ষতি কৰিছিল অসমত বংগদেশৰ বিপুল আৰু উন্নত অঞ্চলবিলাকৰ লগত সাঙুৰি দি। গতিকে বংগদেশৰ কোলকাতা কেন্দ্ৰিক ৰাজনৈতিক মহলে বংগভংগৰ বিৰোধিতা কৰা আৰু অসমত বংগভংগৰ বিৰোধিতা কৰাৰ মাজত দৃষ্টিভংগী আৰু লক্ষ্যৰ স্বাভাৱিক বিৰোধিতা আছিল। বংগভংগৰ এই ব্যৱস্থাটো যে ষড়যন্ত্ৰমূলক আৰু দায়িত্বহীন এই কথাটো কংগ্ৰেছ দলেও কৈছিল। ছাৰ হেনৰী কটনে তেওঁৰ উদাৰনৈতিক মতবাদৰ ভেটিত থিয় হৈ ইংৰাজৰ এনে দায়িত্বহীন কাৰ্যৰ সমালোচনা কৰিছিল (৪১)। কটন চাহাব ইংৰাজ মহলটোৰ মাজত এজন প্ৰভাৱশালী উদাৰনৈতিক ব্যক্তি তেওঁ লিবাৰেল পাৰ্টীৰ সদস্যও আছিল। মাণিক চন্দ্ৰ বৰুৱাৰ লগত কটনৰ বন্ধুত্ব আৰু সম্ভৱতঃ উদাৰ মতবাদৰ প্ৰতি তেওঁৰ সমৰ্থনৰ কাৰণ কটনৰ কংগ্ৰেছ দল আৰু চাহ বাগিচাৰ

৪১ Political History of Assam, page 179

মধ্য শ্ৰেণীৰ স্বাৰ্থৰ কথা বুজাৰ সামৰ্থ্য।

১৯০৩ চনৰ ১২ ডিচেম্বৰত প্ৰথম গেজেট অব ইণ্ডিয়াত বংগ বিভাজনৰ সিদ্ধান্ত প্ৰকাশ পাইছিল। সেই বছৰতে অসমত 'আছাম এছোচিয়েচন' সংগঠনৰ সিদ্ধান্ত লোৱা হৈছিল। ১৯০৫ চনত ডিব্ৰুগডত প্ৰথম আছাম এছোচিয়েচনৰ অধিবেশন বহিছিল আৰু এই অধিবেশনত বঙালী হিন্দু আৰু মুছলমান প্ৰতিনিধিৰ সহযোগিতাত অসমীয়া মধ্য শ্ৰেণীয়ে নিজৰ ৰাজনৈতিক কৰ্তৃত্ব প্ৰতিষ্ঠা কৰাৰ প্ৰকৃত ৰাজনৈতিক কৌশল ৰচনা কৰিছিল। এইটো অনস্বীকাৰ্য যে বঙালী হিন্দুসকলৰ সমৰ্থন অবিহনে মাণিক চন্দ্ৰ বৰুৱা ১৯০৬ চনত ৰাজনৈতিক নেতৃত্বলৈ অহাটো সম্ভৱেই নহ'লহেঁতেন।

সুকীয়া ৰাজ্য হিচাপে অসমৰ অস্তিত্ব ১৯০৫ চনত পুনৰ নাইকিয়া হৈছিল। নৱ গঠিত 'পূৰ্ব বাংলা আৰু অসম' ৰাজ্যখনত অসমীয়া আছিল জন-সংখ্যাৰ ফালৰপৰা মাত্ৰ ১০ শতাংশৰ ওচৰা-ওচৰি। নতুন ৰাজ্যখন হৈ পৰিল মুছলমান সংখ্যাগৰিষ্ঠৰাজ্য। বঙালী হিন্দুসকলে এই পৰ্বত গ্ৰহণ কৰিলে সন্ত্ৰাসৰ পথ, বৰ্জনৰ পথ, গঠিত হ'ল সন্ত্ৰাসবাদী সংগঠন — সুহৃদ সমিতি আৰু অনুশীলন সমিতি, স্বদেশ সেৱক সমিতি (১৯০১) নামৰ আৰু এটা সন্ত্ৰাসবাদী সংগঠন গঢ লৈ উঠিল। শিলচৰ হৈ পৰিল সন্ত্ৰাসবাদী সংগঠনৰ তথা বৰ্জন আন্দোলনৰ কেন্দ্ৰ। অসমত এই সময়ত মধ্য শ্ৰেণীৰ মাজত স্পষ্ট তিনিটা ভাগ দেখা গ'ল —

(১) প্ৰথম ভাগটো মূলতঃ সৰ্বজানিক সভা আৰু আছাম এছোচিয়েচনৰ নেতৃত্বত যি ভাগটো মূলতঃ সন্ত্ৰাস আৰু ইংৰাজবিৰোধী কৰ্ম দুয়োটাৰে বিৰোধী।

(২) পদ্মনাথ গোহাঞি বৰুৱাৰ দৃষ্টিভংগীৰ সকল যি অসমৰ অস্তিত্ব বিপন্ন হোৱাৰ পক্ষে সৰৱ;

(৩) ডেকা অম্বিকাগিৰীৰ দৰে যুৱকসকল যি ধ্বংসাত্মক কাৰ্য কৰিও ইংৰাজক প্ৰতিহত কৰিবলৈ সাজু।

'আসাম বন্তি'ত পদ্মনাথ গোহাঞিবৰুৱাই তেওঁৰ দৃষ্টিভংগী প্ৰকাশ কৰি 'অসম' নামৰ বিলুপ্তিত খেদ প্ৰকাশ কৰিছিল আৰু 'নৰ্থ-ইষ্টাৰ্ণ প্ৰভিঞ্চ' নামৰ ৰাজ্যখনৰ নামত 'অসম' নামটোও থাকিব লাগে বুলি দাবি কৰিছিল (৫০)। পদ্মনাথ গোহাঞি বৰুৱাই বংগৰ লগত অসমক জাপি দিয়াৰ বিৰোধিতা কৰিছিল আৰু সৰ্বজানিক সভা তথা আছাম এছোচিয়েচনক এই প্ৰসংগতে সক্ৰিয় হ'বলৈ আহ্বান জনাইছিল। স্বাভাৱিককাৰণতে 'আছাম এছোচিয়েচন'ৰ হৈ কাম কৰা পদ্মনাথ গোহাঞি বৰুৱাক এই পৰ্বত আমি কিছু বিচ্ছিন্ন ৰূপত পাওঁ; তেওঁ এফালে বংগৰ সন্ত্ৰাসবাদী আন্দোলনৰ বিৰোধিতা কৰিছিল আৰু বংগৰ লগত অসমক অন্তৰ্ভুক্ত কৰাৰো বিৰোধিতা কৰিছিল। পিছলৈ পদ্মনাথ আছাম

---

*৫০ আসাম বন্তি, ১০ জুলাই, ১৯০৫

এছোচিয়েচনৰ লগত সক্ৰিয়ভাবে জড়িত হৈ পৰে আৰু অসমক সুকীয়া ৰাজ্যৰ মৰ্যাদাৰ দাবীত সক্ৰিয় ভূমিকা গ্ৰহণ কৰে। পদ্মনাথ গোহাঞি বৰুৱাৰ লগত দৃষ্টিভংগীৰ আমূল পাৰ্থক্য থকা অম্বিকাগিৰীয়ে কিন্তু সন্ত্ৰাসবাদী আন্দোলন আৰু ইংৰাজক প্ৰতিহত কৰা কৰা চিন্তাৰ প্ৰতি সক্ৰিয় সমৰ্থন আগবঢ়াইছিল। তেওঁ 'এনাৰ্কি দল' গঠনতো আগভাগ লৈছিল বুলি অনুমান কৰা হয় যদিও তাৰ নথি-পত্ৰসহ প্ৰমাণ কম। তেওঁৰো লক্ষ্য আছিল পূৰ্ব বংগৰ লগত অসমক চামিল কৰি দিয়াৰ বিৰোধিতা কৰা। এগৰাকী বামপন্থী বুদ্ধিজীবীয়ে পদ্মনাথ গোহাঞি বৰুৱা আৰু অম্বিকাগিৰীয়ে এইসময়ত গ্ৰহণ কৰা ভূমিকাৰ বাবে সংকীৰ্ণ আৰু উগ্ৰ জাতীয়তাবাদী বুলি আৰু অম্বিকাগিৰীৰ ক্ষেত্ৰত এইটো জাতীয়তাবাদৰ পৰা সংকীৰ্ণতাবাদলৈ অৱনতি বুলি আক্ষেপ কৰিছে (৫১)।

মাণিক চন্দ্ৰ বৰুৱা প্ৰমুখ্যে আছাম এছোচিয়েচনৰ সক্ৰিয় লোকসকলক বঙালী বিৰোধী কোৱাৰ যুক্তিযুক্ততা নাই। আছাম এছোচিয়েচনৰ প্ৰথম অধিৱেশনতে বঙালী মধ্যবিত্তসকলৰ সক্ৰিয় অংশগ্ৰহণৰ কথা আমি উল্লেখ কৰিছো। কিন্তু সাম্প্ৰদায়িক নহৈও নিয়োগ নীতিৰ ক্ষেত্ৰত মাণিক চন্দ্ৰ বৰুৱা প্ৰমুখ্যে ব্যক্তিসকলে নিয়োগৰ ক্ষেত্ৰত থলুৱা লোকক নিযুক্তিত গুৰুত্ব দিছিল। এইটো যে অসমীয়া মানুহৰ বাবে সেই সময়ত যুগ সাপেক্ষ সঠিক ভূমিকা। বাস্তৱ ক্ষেত্ৰত দেখা যায় যে ১৮৮৩ চনৰপৰা তেওঁ যিবোৰ উন্নয়নমূলক কামত অংশ গ্ৰহণ কৰিছিল তাৰ এটা চমু আভাস ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে দিছে (৫২)।

মাণিক চন্দ্ৰ ১৯০৮ চনত অসম উপত্যকাৰ লোকেল বৰ্ডসমূহৰ দ্বাৰা নিৰ্বাচিত অনাৰেবল মেম্বাৰ নিৰ্বাচিত হৈছিল। টী এছোচিয়েচন'ৰ সভাপতি স্কিনাৰক পৰাজিত কৰি। ব্যৱস্থাপক সভালৈ তেওঁ যে টী এছোচিয়েচন'ৰ প্ৰতিনিধি হৈ নহয় অসমৰ জনসাধাৰণৰ প্ৰতিনিধি হৈহে গৈছিল—সেইটো স্পষ্ট। তেওঁ ১৯১০ চনত পুনৰ ব্যৱস্থাপক সভাৰ সদস্য হয়। ব্যৱস্থাপক সভাৰ সদস্য হিচাপে তেওঁ অসমৰ শিক্ষা, শিল্প, ব্যৱসায়, পৰিবহন আদিৰ উন্নতি, মৌজাদাৰী ব্যৱস্থাৰ সংস্কাৰ আৰু নিয়োগ ক্ষেত্ৰত অসমীয়া থলুৱা মানুহৰ স্বাৰ্থ ৰক্ষাৰ হকে কাম কৰিছিল। মৌজাদাৰ সকলে ছাব ডেপুটি কলেক্টৰৰ মৰ্যাদা, ৭.৫ টকাকৈ শতকৰা হিচাপত খাজনাৰ কমিছন, আৰু শিক্ষিত, সাধু আৰু উচ্চাকাংক্ষী লোককহে মৌজা দিব লাগে বুলি কোৱাত মাণিক চন্দ্ৰৰ থলুৱা পৰিবেশৰ জ্ঞান ফুটি উঠিছিল। তেওঁ গাঁৱৰ স্বায়ত্ততাৰ কথা চিন্তা কৰি একোখন 'মেল' বা কাছাৰীৰ অনুৰূপ ব্যৱস্থা গঢ়াৰ কথা কৈছিল—য'ত সৰু-সুৰা গোচৰ আদিৰ বিচাৰ কৰাৰ ব্যৱস্থা কৰিব পাৰে (*৫৩)।

---

*৫১ বিজনলাল চৌধুৰী, জোনাকীৰ আলোড়ন, পৃঃ ১৭৫-১৭৬ দ্ৰষ্টব্য।*

*৫২ ড° প্ৰফুল্ল দত্ত গোস্বামী, উক্ত গ্ৰন্থ, পৃঃ ৫৮-৬২ দ্ৰষ্টব্য।*

*৫৩ উক্ত গ্ৰন্থ, পৃঃ *৬৫।*

## নিয়োগ, মাটিৰ স্থায়ী পট্টন আৰু আছাম এছোচিয়েচন

১৮৮৬ চনৰ পৰাই অসমত মাটিৰ একৰণীয়া বন্দবস্তৰ সলনি স্থায়ী পট্টা প্ৰদানৰ ব্যৱস্থা কৰা হৈছিল আৰু ইয়েই আছিল পুৰণি ভূমি-সম্পৰ্কৰ পৰিবৰ্তনৰ ক্ষেত্ৰত এক গুৰুত্বপূৰ্ণ পদক্ষেপ। ই পুৰণি অস্থায়ী পট্টা আৰু অনিশ্চয়তা আদিৰ দূৰীকৰণেই নহয়, মাটি বিক্ৰী বা হস্তান্তৰিত কৰাৰ ক্ষেত্ৰত থকা অসুবিধাবিলাকো ভালেখিনি দূৰ কৰিলে।

মাণিক চন্দ্ৰ বৰুৱাৰ দিনত ভূমিৰ ম্যাদী পট্টাৰ ক্ষেত্ৰত ৰায়তৰ নাম, মাটিৰ দাগ নম্বৰ আদি স্পষ্টকৈ লিখা পট্টা দিয়াৰ ব্যৱস্থা প্ৰবৰ্তন হ'ল। মাণিক চন্দ্ৰই মাটিৰ পট্টাৰ ব্যৱস্থা আৰু মাটি ইস্তকা দিয়াৰ নিয়ম সহজ কৰিবৰ বাবে চৰকাৰক দিয়া ব্যৱস্থা চৰকাৰে মানি লৈছিল।

৬ এপ্ৰিলত মাণিক চন্দ্ৰ বৰুৱাই ব্যৱস্থাপক সভাত দিয়া ভাষণটো (পৰিশিষ্ট চাওক) অসমৰ নিয়োগ, কৰ ব্যৱস্থাক সামৰি এক তথ্য বহুল প্ৰতিবেদন যেন। অসমক যে অধিক হাৰত কৰ আৰোপ কৰি প্ৰপীড়িত কৰা হৈছে, ইয়াৰ আগলৈকে ব্যৱস্থাপক সভাত সেইটো আলোচনালৈ অহা নাছিল। মাণিক চন্দ্ৰৰ দুবছৰ আগতে দুলাল চন্দ্ৰ দেৱে অসমে ভৰা কৰ মুঠ কৰৰ এক চতুৰ্থাংশ বুলি উল্লেখ কৰিছিল। মাণিক চন্দ্ৰই দেখুৱাইছিল যে এই কৰ মুঠ কৰৰ এক তৃতীয়াংশ—

| অঞ্চল | সাধাৰণ ভূমি কৰ ১৯০৭-১৯০৮ | বিভিন্ন কৰ | আবকাৰী কৰ | মুঠ | গড়হিচাপ(%) |
|---|---|---|---|---|---|
| অসম উপত্যকা | ৪৯,১৩২,১৭ | ২,১৬৬,৭৬ | ৩৬,৪৯৬০৩ | ৮৭,৭৯৪৯৬ | ৩৩ |
| পূৰ্ববংগ আৰু সুৰমা উপত্যকা | ১৩৮,৪৯৩১৩ | ১,৪৪,২৩৪ | ৩০,৫৫০৬১ | ১৭৮,৪৮৬০৯ | ৬৭ |
| মুঠ | ১৮৭,৬২৫৩০ | ১১,৬০,৯১১ | ৬৭,০৪৬৬৪ | ২৬৬,২৮১০৪ | ১০০ |

[ উৎস : ১৯০৯ চনৰ ৮ এপ্ৰিল তাৰিখে ব্যৱস্থাপক সভাত মাণিক চন্দ্ৰ বৰুৱাই দিয়া ভাষণ। Extract from Gazgettee of Eastern Bengal and Assam, part VI, April 21, 1909 (page 57-62) ]

**মাণিক চন্দ্ৰ বৰুৱাৰ বক্তৃতাটো প্ৰকৃতাৰ্থত সমসাময়িক যুগৰ অসমৰ এক ঐতিহাসিক খতিয়ান। তেওঁ ইংৰাজে অসমৰ উন্নতিৰ হকে আগবঢ়োৱা অৱদানৰ কথা মুক্ত কণ্ঠে স্বীকাৰ কৰিছে। এঠাইত উল্লেখ কৰিছে ছাৰ বেমফিল্ড ফুলাৰে 'অসম অসমীয়াৰ বাবে' মন্তব্যৰে অসমৰ নিয়োগত থলুৱা মানুহক নিযুক্তি দিয়াৰ কথা। প্ৰকৃততে এইটো আছিল ইংৰাজ শাসনৰ চন্দ্ৰই অসমীয়াৰ অধিকাৰ সংখ্যালঘু সম্প্ৰদায় হিচাপে সুৰক্ষিত কৰিবলৈ আহ্বান জনাইছিল।**

অসমক পূৰ্ববংগৰ অন্তৰ্ভূৰ্ক্ত কৰাৰ বিৰুদ্ধে মাণিকচন্দ্ৰ বৰুৱাই দিয়া মন্তব্য এই ক্ষেত্ৰত উল্লেখযোগ্য—

"Now that Assam has been again been annexed to a part of Bengal, we are naturally reminded of the early day of British rule during which our best interest were overlooked "(৫৪)।

তেওঁ বংগৰ লগত অসমক সংযুক্ত কৰাটো স্পষ্টতঃ ভ্ৰান্তি বুলি কৈছে আৰু ই প্ৰথম অসমৰ সুস্বাৰ্থ বিনাশ বাটৰ প্ৰথম ইংৰাজে অসমখনৰ স্বাধীনতা হৰণৰ কথা উল্লেখ কৰিছে। মাণিক চন্দ্ৰই নিৰ্ভেজালভাৱে ইংৰাজৰ গোলামী কৰিছিল বুলি একেটা বক্তৃতাৰে কিয়দাংশৰ দীঘলীয়া উদ্ধৃতিদিছে(৫৫)। ড° গুহই লিখিছে "Incidentally, Barooah did not miss his very first opportunity in the council to declare on behalf of the Assamese people their 'loyal devotion to the British crown' as was the usual tectal in those days "

মাণিক চন্দ্ৰই যিটো ভূমিকা বক্তব্যত প্ৰকাশ কৰিছে তাত অতি স্পষ্টভাৱে চাহ উদ্যোগীয়ে অসমত গঢ়ি তোলা সভ্যতাৰ ভূয়সী প্ৰশংসা কৰিছে। এইটো আমাৰ ধাৰণা বাস্তৱৰ সম্যক মূল্যায়ন। কাৰণ; এই চাহ উদ্যোগেই পুৰণি সামন্ততান্ত্ৰিক ব্যৱস্থাৰপৰা অসমক ছিন্ন কৰাৰ মূল বুনিয়াদ। মধ্য শ্ৰেণীৰ বিকাশ চাহ উদ্যোগ অবিহনে এটা পৰিণত অৱস্থালৈ উন্নীত হোৱাৰ কোনো সম্ভাৱনা অৱশ্যে নাছিল।

উদ্যোগৰ ঐতিহাসিক সামাজিক কামেই হ'ল 'মজুৰি-দাসত্ব' সৃষ্টি কৰা, ই ভূমি-দাসত্ব, পাইক প্ৰথা আৰু দাস-প্ৰথাৰপৰা সমাজক মুক্ত কৰে। সন্দেহ নাই ই সৃষ্টি কৰে পুঁজিৰ দাসত্ব। অৱশ্যম্ভাৱীভাৱে এক উন্নতৰ সামাজিক অৱস্থালৈ সমাজক লৈ যায়।

মাণিক চন্দ্ৰ বৰুৱাৰ বক্তৃতাটো প্ৰকৃতাৰ্থত দাস্যতাৰ প্ৰধান দলিল নহয়; ই হ'ল অসমৰ মধ্য শ্ৰেণীৰ ঐতিহাসিক পৰিপক্কতাৰ স্বাক্ষৰ। ইয়াত অসমক ইংৰাজে দখল কৰা, পুনৰ বংগৰ লগত সংযুক্ত কৰা, অসমৰ স্বাৰ্থ ক্ষতিগ্ৰস্ত কৰাৰ তথ্য সন্নিবিষ্ট কৰাৰ লগতে ইংৰাজে গ্ৰহণ কৰা ইতিবাচক পদক্ষেপবোৰবো প্ৰশংসাসূচক মূল্যায়ন কৰিছে। অসমীয়া মধ্যবিত্তৰ শতিকাজোৰা মনস্তাত্বিক গঢ়টোৰ ই প্ৰতিফলন। ই বাস্তৱ সন্মত আৰু অন্য প্ৰকাৰে অসমৰ উন্নতৰ হকে ইংৰাজৰ দিনত মধ্য শ্ৰেণীয়ে গ্ৰহণ কৰা ভূমিকাৰ স্বীকৃতি। স্মৰণযোগ্য যে মাণিকচন্দ্ৰ বৰুৱাৰ লগত সৌহাৰ্দ্যতা থকা চাহাব হেনৰী কটন ইংৰাজৰ উদাৰপন্থী দলৰ সদস্য আছিল আৰু তেওঁ কংগ্ৰেছ দলৰো সভাপতি হৈছিল। ইংৰাজৰ প্ৰতিক্ৰিয়াশীল ৰাজতন্ত্ৰীবাদী অংশটোৰ সমৰ্থক হেনৰী কটন নাছিল। এংলো ইণ্ডিয়ান এই অংশটোৰ প্ৰতি থকা মাণিক চন্দ্ৰৰ অনুৰাগো অসমীয়া মধ্য শ্ৰেণীৰ নেতৃত্বশীল অংশৰ উদাৰনৈতিক চৰিত্ৰৰ উদাহৰণ দাঙি ধৰে।

---

*৫৪ planterraj to swaraj, page 77*

*৫৫ উক্ত গ্ৰন্থ পৃঃ ৭৭।*

## অধ্যয়ন - ৮

# অসমীয়া মধ্য শ্ৰেণীৰ ভাৰতমুখী যাত্ৰা

### ৮.১. চীফ কমিছনাৰৰ অসম (১৮৭৪-১৯০৫)

১৮৭৪ চনত ইংৰাজে চীফ কমিছনাৰৰ শাসনাধীন ৰাজ্য হিচাপে অসম গঠন কৰাটো আধুনিক অসম নিৰ্মাণৰ পথত ইংৰাজৰ আটাইতকৈ গুৰুত্বপূৰ্ণ পদক্ষেপ। প্ৰকৃতাৰ্থত ১৮২৬ চনত ইংৰাজে অন্যায়ভাৱে যিমান ক্ষতি অসমৰ কৰিলে, তাৰ তুলনাত ১৮৭৪ চনত শাসন ব্যৱস্থা প্ৰৱৰ্তনৰ নামত অসমখন পুনৰগঠিত কৰি বহুগুণে অধিকতৰ, ঐতিহাসিকভাৱে আজিলৈকে কুপ্ৰভাৱ বিস্তাৰ কৰি থকা ভয়ংকৰ ক্ষতি কৰিলে।

১৮৭৪ চনত গঠন কৰা মুখ্য আয়ুক্ত শাসিত ৰাজ্যখনত সামৰি লোৱা হ'ল—(১) ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া ভাষী অসমখনৰ লগত (২) বিভিন্ন নিজ নিজ ভাষা কোৱা আৰু সংযোগী মাধ্যম হিচাপে এটা কথিত অসমীয়া ভাষা (যিটো নাগামিজৰ দৰে) কোৱা পাৰ্বত্য অঞ্চলবোৰ (৩) গোৱালপাৰা জিলা য'ত অসমীয়াৰ উপৰি গোৱালপৰীয়া উপভাষা কোৱা আৰু বঙালী ভাষী লোক বাস কৰে আৰু (৪) কাছাৰ আৰু শ্ৰীহট্ট (চিলেট) জিলা। প্ৰসংগতঃ উল্লেখযোগ্য যে তেতিয়াও কৰতলীয়া ৰজা হিচাপে সুকীয়াভাৱে শাসন চলাই থকা কোচবিহাৰ থাকি গ'ল বংগৰ লগত। এইবোৰ স্ববিৰোধিতা আৰু ঔপনিবেশিক খামখেয়ালিপূৰ্ণ কাৰ্যৰ বাবেই আজিকোপতি অসম (ব্ৰহ্মপুত্ৰ উপত্যকা আৰু বৰাক উপত্যকা), উত্তৰ বংগ আৰু গোৱালপাৰা তথা পাৰ্বত্য ৰাজ্যসমূহে বহুতো সমস্যা উত্তৰাধিকাৰ হিচাপে লাভ কৰিছে। উল্লিখিত চাৰিওটা উপাদানৰ লগত ১৮৭৪ চনতে অসমৰ লগত সংযুক্ত হৈ পৰিছিল কছাৰী, বড়ো, কাৰ্বি আদি পাৰ্বত্য আৰু তুলনামূলকভাৱে অনুন্নত, ইতিহাসত মাজে মাজে শক্তিশালী ৰাজতন্ত্ৰই দখল আৰু পৰাভূত কৰা অঞ্চলসমূহ।

শ্ৰীহট্টক এখন 'অনুন্নত ৰাজ্য'ৰ লগত সাঙুৰি দিয়াত বঙালী হিন্দু আৰু মুছলমান উভয় শ্ৰেণীয়েই বিৰোধিতা কৰিছিল আৰু গৰ্ণৰৰ ওচৰত শ্ৰীহট্টৰ বঙালী হিন্দু ভদ্ৰলোকসকলে বঙালীৰ ৰাজহ-ব্যৱস্থা, সাংস্কৃতিক ঐতিহ্য, ঐতিহাসিক আৰু জাতিগত

মিল আদিৰ ওপৰত ভিত্তি কৰি শ্ৰীহট্টকবংগৰ লগত অন্তৰ্ভুক্ত কৰাটো বিচাৰিছিল (১)। কিন্তু অসমীয়া মানুহৰ মনত এই ক্ষেত্ৰত মিশ্ৰিত ভাবনাই ক্ৰিয়া কৰিছিল। স্মৰণযোগ্য যে ইয়াৰ আগৰ বছৰৰ (১৮৭৩) অসমৰ চৰকাৰী ভাষা অসমীয়া কৰা হৈছিল, গতিকে ১৮২৬ চনৰপৰা ১৮৭৩ চনলৈ ব্ৰহ্মপুত্ৰ উপত্যকা আৰু পাৰ্বত্য এলেকাত বঙালী ভাষা প্ৰচলন কৰা ইংৰাজৰ অন্যায়ৰ বিৰুদ্ধে মাত নমতা বঙালী ভদ্ৰলোক আৰু ইতিহাসবিদসকল ১৮৭৪ চনত শ্ৰীহট্ট আৰু কাছাৰ তথা গোৱালপাৰাক অসমৰ অন্তৰ্ভুক্ত কৰাত একপ্ৰকাৰ জাণ্ডুৰ খাই উঠা অত্যন্ত স্বাভাৱিক (২)।

গোৱালপাৰা জিলাখন ১৬৩৯ ৰপৰা ১৭২২ চনলৈ প্ৰায় দুশ বছৰ কাল বংগৰ লগত অবিচ্ছিন্ন অংগ হিচাপে আছিল। যদিও প্ৰাচীন প্ৰাগজ্যোতিষ; কামৰূপ আৰু কমতা ৰাজ্যৰ এই খণ্ড সৰ্বদাই অন্তৰ্ভুক্ত আছিল যাৰ উত্তৰাধিকাৰ আধুনিক অসমে বহন কৰে, আধুনিক যুগৰ ইতিহাসবিদসকলে এই উত্তৰাধিকাৰ অস্বীকাৰ কৰে। বৰঞ্চ আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত অঞ্চলবিলাকহে অসমৰ অন্তৰ্ভুক্ত বুলি ক'ব খোজে। আহোম ৰাজ্যখন ১৮২৬ চনত যেনে আছিল ইতিহাসৰ ছশ বছৰ ধৰি ঠিক তেনে আছিল। ছু-হুং-মুং স্বৰ্গদেৱৰ দিনত এই ৰাজ্যৰ পশ্চিম সীমা কৰতোৱা পৰ্যন্ত বিস্তৃত আছিল। নৰনাৰায়ণৰ দিনত এই ৰাজ্যৰ সীমা পশ্চিমে কৰতোৱাৰপৰা পূবে শদিয়া, উত্তৰে পাৰ্বত্য সীমাৰপৰা শ্ৰীহট্ট পৰ্যন্ত কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল; ৰুদ্ৰসিংহৰ দিনত সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা; কছাৰী, জয়ন্তীয়া, খাচি ৰাজ্য আদিক মিত্ৰ হিচাপে লৈ অসমৰ অন্তৰ্ভুক্ত আছিল।

ৰাষ্ট্ৰীয় সত্তাৰ বিকাশৰ ইতিহাস খুচৰিলে আমি ভাস্কৰ বৰ্মণৰো পূৰ্বৰ মহাভূতি বৰ্মণৰ দিনত নিধানপুৰ ফলিৰপৰাই শ্ৰীহট্টত কামৰূপাধিপতিৰ দখল থকাৰ উমান পাওঁ। ভাস্কৰ বৰ্মণে এই ফলি পুনৰ প্ৰদান কৰিছিল।

১৮৭৪ চনত ইংৰাজে যিখন অসম ৰাজ্যৰ গঠন কৰিলে, সেইখন ছু-হুং-মুং, নৰনাৰায়ণ আৰু ৰুদ্ৰসিংহৰ দিনত সামগ্ৰিক অসমখনৰ লগত মিলে।

---

*১ ২৪ আগষ্ট, ১৮৭৩ চিলেট পিপলছ এছোচিয়েচেনে ২১৩০ জন ব্যক্তিৰ স্বাক্ষৰ সম্বলিত স্মাৰক পত্ৰ দিয়ে।

*২ প্ৰসংগ ত : উল্লেখযোগ্য যে বঙালীৰ জাতীয়তাবাদী দৃষ্টিভংগীৰ লগত কোনো আমৰ্শগত মিল নথকাক বুদ্ধিজীৱী ড° অমলেন্দু গুহৰ মন্তব্যও এই ক্ষেত্ৰত এনে ধৰণৰ : "Thus the province that emerged was an amalgam of four disporate elements: (I) The preliterate hill district, speaking diverse tongue, the five Assamese speaking districts of Brahmaputra valley together known as Assam proper, (III) Goalpara of the same valley where the Bengali and Assamese culture overlapped and (IV) The two Bengali speaking districts of Surama valley sylhetl and Cachar ড° গুহ, planteraj to Swaraj, page 28.

এইবোৰ কাৰণতে অসমীয়া মধ্যবিত্তৰ মনৰ মাজত 'বৰ অসম' সম্পৰ্কে এটি ধাৰণা গঢ় লৈ উঠে, ১৮৭৪-১৯১৫ চনৰ চীফ কমিছনাৰ শাসিত ৰাজ্যখনত এইটো প্ৰত্যক্ষ ফলশ্ৰুতি। পিছলৈ ইযেই অসমীয়া জাতীয়তাবাদৰ বৰ অসমৰ ধাৰণাৰ জন্ম দিয়ে বুলি ক'ব পাৰি।

মুখ্য আয়ুক্ত যদিও গৱৰ্ণৰ জেনেৰেলৰ প্ৰতিনিধিত্বমূলক প্ৰশাসক, তথাপি তেওঁ ভাৰত চৰকাৰৰ তলতীয়া এজন লেফটেনাণ্ট গৱৰ্ণৰৰ দৰে একছত্ৰী শাসন চলাইছিল, তেওঁ আছিল একেৰাহে বিত্ত, প্ৰশাসন আৰু বিধায়িনী ক্ষমতাৰ অধিকাৰী।

১৮৭৪ চনত প্ৰকৃতাৰ্থত কোনো বিধায়িনী ক্ষমতা থকা প্ৰতিনিধিত্বমূলক সংস্থা নাছিল। বিদ্যালয়, হাস্পতাল আৰু পথ আদিৰ নিয়ন্ত্ৰণৰ বাবে কিছুমান অনুমোদিত কমিটি আছিল। ১৮৭৯ চনৰ Local Rates Regulation বিধি প্ৰস্তুতকৰণৰ পিছত সকলোবিলাক স্থানীয় কমিটী ভাঙি নকৈ জিলা কমিটী গঠন কৰা হয়। এই জিলা কমিটীবিলাক গঠনত মূলতঃ অৰিহণা আগবঢ়াইছিল জিলা বিষয়াবিলাকে। জিলা বিষয়াৰ প্ৰস্তাৱিত নামবোৰ আয়ুক্তই অনুমোদন কৰিছিল। অসমৰ ভৈয়ামৰ জিলাবোৰত স্বাভাৱিকতে এই সময়ত জিলা কমিটীবিলাকত মুখ্য আয়ুক্তৰ জৰিয়তে অনুমোদিত চাহ খেতিয়ক, ইউৰোপীয় চাহাবসকলৰ প্ৰাধান্যই আছিল মুখ্য আৰু ফলত বেচৰকাৰী সদস্যসকলে স্থানীয় প্ৰশাসনত আস্থা হেৰুৱাই পেলাইছিল। মুখ্য আয়ুক্তই পৌৰসভাবিলাকৰ স্বাভাৱিক গণতান্ত্ৰিক ভিত্তিটোকো মষিমূৰ কৰি পেলাইছিল বা বিকশিত হ'বলৈ দিয়াই নাছিল।

এইটো দোহৰা প্ৰয়োজন নাই যে 'প্ৰেছিডেন্সী অব বেংগল'ৰ ভিতৰত ১৭৬৫ চনত ইষ্ট ইণ্ডিয়া কোম্পানীক যিবোৰ এলেকাৰ 'দিৱানী' মঞ্জুৰ কৰা হৈছিল — বেংগল, উৰিষ্যা আৰু বিহাৰৰ সেই এলেকাবোৰেই অন্তৰ্ভুক্ত হৈছিল। এই প্ৰেছিডেন্সীৰ ভিতৰত ইংৰাজে নতুনকৈ দখল কৰা অসম (১৮২৬), খাচি-জয়ন্তীয়া ৰাজ্য (১৮৩৫), গাৰোপাহাৰ (১৮৭২) আদি ৰাজ্যবোৰ অন্তৰ্ভুক্ত কৰা হয়। এই বংগৰ 'গৱৰ্ণৰ জেনেৰেল ইন কাউন্সিল' হ'ল এই এলেকাৰ শাসক। ১৭৭৩ চনৰ নিয়ন্ত্ৰণ কাৰ্জন (Regulation Act 1773) অনুসৰি পোৱা এই গৱৰ্ণৰৰ ক্ষমতা, ১৮৩৩ চনত (Charter Act 1833) প্ৰভুত্ব বৃদ্ধি কৰি ফৰ্ট উইলিয়ামৰ গৱৰ্ণৰ জেনেৰেলেই হ'ল ভাৰতৰ গৱৰ্ণৰ জেনেৰেল আৰু বংগৰ গৱৰ্ণৰ। কাৰ্যপালিকাৰ সকলো ক্ষমতা প্ৰদান কৰা হ'ল এই গৱৰ্ণৰ আৰু ফৰ্ট উইলিয়ামস্থিত পৰিষদক। ১৮২৬ চনৰ পিছত অসমৰ প্ৰশাসন তথা অসমত শিক্ষা আৰু প্ৰশাসনৰ ক্ষেত্ৰত বঙালী ভাষা প্ৰচলন প্ৰকৃতাৰ্থত এই ফৰ্ট উইলিয়ামৰ পৰিষদ তথা গৱৰ্ণৰ সিদ্ধান্ত। এই পৰিষদৰ অধ্যক্ষ হ'ল গৱৰ্ণৰ জেনেৰেল। গৱৰ্ণৰ জেনেৰেল নাথাকিলে পৰিষদৰ জ্যেষ্ঠ সদস্যজনে অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰে। লৰ্ড ৰিপণে

১৮৮২ চনৰ ১৮ মে'ত গ্ৰহণ কৰা সিদ্ধান্ত মতে পৌৰসভা তথা স্থানীয় প্ৰশাসনৰ ক্ষেত্ৰত কিছু অধিকাৰ প্ৰদান কৰাৰ আগলৈকে স্থানীয় প্ৰশাসনৰ বিশেষ অগ্ৰগতি হোৱা নাছিল।

১৮৪২ চনৰ আইন (Act X, 1848) অনুসৰি প্ৰথম প্ৰেছিডেন্সী টাউন (কোলকাতা)ৰ বাহিৰত পৌৰসভা গঠনৰ ব্যৱস্থা কৰা হৈছিল যদিও ই বিশেষ অগ্ৰগতি সাধন কৰি পৰা নাছিল। ১৮৫০ চনত সমগ্ৰ ভাৰততে ইংৰাজ শাসিত অঞ্চলত পৌৰসভা গঠনৰ অনুমতি প্ৰদান কৰা হৈছিল আৰু কমিছনাৰসকল মূলতঃ চৰকাৰৰ দ্বাৰা নিযুক্ত হৈছিল। নাগৰিকসকলৰ দুই তৃতীয়াংশই স্বাক্ষৰিত আবেদন জনালেহে একোখন নগৰত পৌৰসভা হ'ব পাৰিছিল। ১৮৫২ চনৰ গুৱাহাটীত প্ৰথম এনে বিধিসম্মত পৌৰসভা কেপ্টেইন ৰাওলাট চাহাবক অধ্যক্ষ হিচাপে লৈ স্থাপন কৰা হৈছিল। ১৮৬৪ চনত জিলা উন্নয়ন বিধি (District Improve Act of 1864) অনুসৰি নাগৰিক সকলে আবেদন জনোৱাৰ প্ৰয়োজনীয়তাৰ চৰ্তটো বাতিল কৰা হয়। এই আইন অনুসৰি ছাব্বিশজন পদেন সদস্য আৰু সাতজন অনুমোদিত ব্যক্তিৰে জিলা বিষয়াক সভাপতি হিচাপে লৈ পৌৰসভা গঠনৰ ব্যৱস্থা উদ্ভাৱন কৰা হয়। ১৮৫৪ চনৰ এই আইনখন (Act III of 1864) গুৱাহাটী আৰু শিলচৰত প্ৰথম কাৰ্যকৰী কৰা হয়। ১৮৬৮ চনৰ আইন (Act VI of 1868) অনুসৰি নিৰ্বাচিত দুই-তৃতীয়াংশ সদস্যৰে পৌৰসভা গঠনৰ ব্যৱস্থা কৰা হৈছিল যদিও অসমৰ আঠখন জিলাত এই ব্যৱস্থাটোৰ কাৰ্যকৰী কৰা হোৱা নাছিল।

১৮৭৬ চনৰ মুখ্য আয়ুক্তৰ শাসন আৰম্ভ হোৱাৰে পিছত অসমৰ নগৰ বিলাকৰ পৌৰসভাবিলাক চাৰিটা শ্ৰেণীত ভাগ কৰা হয়। আনহাতে নগৰৰ দুই-তৃতীয়াংশ কৰদাতাই নিবিচাৰিলে পৌৰসভাবিলাকত এজন নিৰ্বাচিত অধ্যক্ষনাথাকিব। ফলত অসমত মুখ্য আয়ুক্তৰ শাসন কালত পৌৰ সভাবিলাক পৰ্যবসিত হৈছিল ইংৰাজ মুখ্য আয়ুক্ত তথা প্ৰশাসক বৰ্গৰ এক একছত্ৰী গোষ্ঠীতান্ত্ৰিক প্ৰশাসনিক ব্যৱস্থালৈ।

মুখ্য আয়ুক্তৰ শাসন প্ৰৱৰ্তন হোৱাৰ পিছত অসমত নখন পৌৰসভা গঠিত হৈছিল, ইয়াৰে চাৰিখন গঠিত হৈছিল ১৮৮৪ চনৰ বিধি অনুসৰি—এই কেইখন গুৱাহাটী, চিলেট, ধুবুৰী আৰু ডিব্ৰুগড়ত নিৰ্ধাচিত পৌৰসভা গঠিত হৈছিল। কৰদাতাৰ দাবী অনুসৰি গোৱালপাৰা আৰু শিলচৰত নিৰ্ধাৰিত অধ্যক্ষ নিয়োজিত হৈছিল।

**লোকেল বৰ্ড ঃ** স্থানীয় প্ৰশাসনৰ ক্ষেত্ৰত গুৰুত্ব পূৰ্ণ উন্নতি সাধন হয় লৰ্ড ৰিপণ (১৮৮০-৮৪) ৰ দিনত সাধন কৰা সংস্কাৰবিলাকৰ জৰিয়তে। ১৮৮২ চনত ৰিপণৰ সিদ্ধান্ত অনুসৰি লোকেল বৰ্ডসমূহৰ সীমা একোখন জিলাৰ সলনি একোটা সমষ্ঠিলৈ অৱনমিত কৰা হয়। বৰ্ডৰ সংখ্যাগৰিষ্ঠ সদস্য নিৰ্বাচিত আৰু বেচৰকাৰী সদস্যৰ মাজৰপৰা সদস্য নিৰ্বাচিত আৰু বেচৰকাৰী সদস্যৰ মাজৰপৰা অধ্যক্ষ নিয়োগৰ ব্যৱস্থা হয়। ১৯১৩-

১৪ ত ১৯টা লোকেল বৰ্ডৰ ৩৬৪ জন সদস্যৰ ভিতৰত মাত্ৰ ১৩৩ জনহে নিৰ্বাচিত আৰু উপায়ুক্তসকল আছিল এনে ব'ৰ্ডবিলাকৰ অধ্যক্ষ। গতিকে নিৰ্বাচিত সদস্যৰ জৰিয়তে হ'ব পৰা স্বাভাৱিক গণতান্ত্ৰিক বিকাশৰ সুবিধাও লোকেল বৰ্ডসমূহে প্ৰকৃতাৰ্থত দিব পৰা নাছিল।

অসম চৰকাৰে লৰ্ড ৰিপণৰ সংস্কাৰসমূহ প্ৰায় নিৰৰ্থক কৰি ১৮৮৪ চনত Bengal Municipal Act- 1884 ৰ আলমত নিৰ্বাচিত অধ্যক্ষৰ ঠাইত অনুমোদিত অধ্যক্ষৰ ব্যৱস্থাটোৰ ব্যৱহাৰ কৰি অনুমোদিত বা চৰকাৰৰ দ্বাৰা অনুমোদিত অধ্যক্ষৰ ব্যৱস্থা বহুলভাৱে প্ৰবৰ্তন কৰে। ১৯১৩ চনত ১৯ খন পৌৰসভাৰ নখনত, দহখনত আনকি এজনো নিৰ্বাচিত পৌৰ সদস্য নাছিল। ব্ৰহ্মপুত্ৰৰ উপত্যকাৰ কমিছনাৰ উইলিয়াম ৱাৰ্ড তথা মুখ্য আয়ুক্ত এলিয়ট উভয়ে অসমৰ নিৰ্বাচিত ব্যক্তিসকলৰ যোগ্যতাৰ প্ৰশ্ন তুলিছিল আৰু শক্তিশালী চাহ লবীৰ স্বাৰ্থ ৰক্ষাৰ উদ্দেশ্যে নিৰ্বাচিত অধ্যক্ষৰ ঠাইত মনোনীত অধ্যক্ষ নিয়োগৰ প্ৰতি যুক্তি প্ৰতিপন্ন কৰিছিল। ভি ভি ৰাৱে তেওঁৰ বিখ্যাত A Hundred years of Local self Government in Assam গ্ৰন্থত উইলিয়াম ওৱাৰ্ড আৰু চাৰ্লছ্ এলিয়ট (মুখ্য আয়ুক্ত)ৰ বক্তব্যৰ পৰ্যালোচনা কৰি প্ৰকৃত নিৰ্বাচিত লোকেল বৰ্ডৰ অধ্যক্ষ নিয়োগৰ ঠাইত মনোনীত অধ্যক্ষৰ ব্যৱস্থাৰে চাহ লবীৰ স্বাৰ্থ ৰক্ষাৰ প্ৰসংগ আলোকিত কৰিছে। উইলিয়াম ৱাৰ্ডে কৈছিল—

"Not only are the respectable Assamese ...... insufficiently educated they are by nature devoid of that every and those Busineslike habits which are no needful to make a man useful member of any committee to which be may he appointed " (৩)।

অকল যে ৱাৰ্ডৰ উক্তিয়ে অসমৰ সদস্যসকলক যোগ্যতা আৰু কাৰ্যদক্ষতা সম্পৰ্কে অৱমাননাসূচক আৰু মৰ্যাদাহানিকৰ ধাৰণা এটা গঢ় দিছিল তেনে নহয়, মুখ্য আয়ুক্ত চি এ এলিয়টেও একে সুৰতে, চাহ লবীৰ স্বাৰ্থ অধিক মুক্তভাৱে ৰক্ষা কৰি আৰু চাহ লবীক প্ৰশংসা কৰি কৈছিল — No measure would be more fatal to the prosperity of the province than any which would tend to alienate the powerful and energetic tea interest, they control a labour force of no small magnitude and they own vast tract of land, their interest lies in the improvement of communication and cheapness of labour (which) are equally the interest of the government " (৪) ড° অমলেন্দু গুহই এই দিশটোৰ কথা সঠিকভাৱে পৰ্যালোচনা কৰি লিখিছে যে নিৰ্বাচন ব্যৱস্থা আৰু অধ্যক্ষৰ আসন দখলৰ সুবিধা — দুয়োটাই ইউৰোপীয়সকলৰ বাবেহে সুবিধাজনক

---

৩ William Ward ৰ উক্তি, উক্ত গ্ৰন্থ V V Rao, Page- 79

৪ V.V Rao, উক্ত গ্ৰন্থ, Page. 818

হৈছিল (*৫)।

১৯০৪ চনত ছাৰ বেনফিল্ড ফুলাৰ মুখ্য আয়ুক্তই লোকেল বৰ্ডসমূহৰ ভাৰতীয় সদস্যৰ ক্ষেত্ৰত নিৰ্বাচিত প্ৰতিনিধিৰ ব্যৱস্থা কৰে; কিন্তু চাহ লবী আৰু বিষয়াবৰ্গক মনোনীত কৰাৰ সুবিধা অপৰিবৰ্তিত ৰাখে। তেওঁ চাহ লবীৰ লগত ব্যৱসায়ী সকলৰ এজন নিৰ্বাচিত প্ৰতিনিধি আৰু গাঁৱৰ চকিদাৰী পঞ্চায়ত আৰু য'ত চকীদাৰী পঞ্চায়ত নাই তাত গাঁওবুঢ়া বিলাকৰ এজন নিৰ্বাচিত প্ৰতিনিধিৰ ব্যৱস্থা কৰে। এইদৰেই বিংশ শতিকাৰ দ্বিতীয় দশকৰ ভিতৰত চাহ লবী (দেশী-বিদেশী কোম্পানীৰ মালিক), ব্যৱসায়িক পুঁজি (দেশী-বিদেশী-ব্যৱসায়ী) আৰু গাঁৱৰ গাঁওবুঢ়া তথা ভূমিৰ মালিকশ্ৰেণীৰ মাজত এক সমন্বয়ৰ সেতু লোকেল বৰ্ডসমূহে গঢ়ি তোলে।

## ৮.২. বংগ ভংগ আৰু এনাৰ্কিষ্ট দল

নতুন ৰাজ্য গঠনৰ ১৯০৬ চনৰ প্ৰক্ৰিয়াটোৰ সন্দৰ্ভত 'আসাম বন্তি'ত পদ্মনাথ গোহাঞি বৰুৱাই আহ্বান জনোৱা সত্বেও সৰ্বজানিক সভা আৰু আছাম এছোচিয়েচনে এই প্ৰসংগতে একো গুৰুত্ব নিদিলে বুলি ড° অমলেন্দু গুহই উল্লেখ কৰিছে (৬)। ড° গুহই ইংৰাজৰ বিভাজনকামী কৌশলৰ ফলত এই প্ৰসংগত, ইংৰাজৰ বিভাজন আৰু শাসনৰ কৌশল সৰ্বজনবিদিত আৰু ঔপনিবেশিক চক্ৰান্ত সম্পৰ্কে শিক্ষিত চামৰ লোক সকলে নাজানিছিল বুলিলে কিছু সৰলীকৰণ কৰা হ'ব। কিন্তু মানৰ আক্ৰমণৰ পিছৰপৰা সৃষ্টি হোৱা জটিল আৰু ধ্বংসমুখী পৰিস্থিতিৰপৰা ইংৰাজেহে উদ্ধাৰ কৰিলে বুলি অসমৰ শিক্ষিত শ্ৰেণীৰ মাজত, মণিৰাম দেৱানৰ (১৯০৮ চনৰ পূৰ্বৰ কালছোৱাত)পৰাই আৰম্ভ কৰি এটা বদ্ধমূল ধাৰণা গঢ় লোৱাৰ মূল কাৰণবোৰ বুজি পালে এই ধৰণৰ ইংৰাজ মুখাপেক্ষিতাৰ স্বৰূপ বুজাত অসুবিধা নহ'ব। একে কাৰণতে পিয়লি বৰফুকনৰ নেতৃত্বত হোৱা বিদ্ৰোহৰ প্ৰতিও অসমীয়া সম্ভ্ৰান্ত শ্ৰেণীৰ বেছি ভাগ লোকেই একপ্ৰকাৰ নিৰ্বিকাৰ মনোবৃত্তি এটা প্ৰকাশ কৰিছিল আৰু পিয়লি ফুকনৰ শাস্তি হোৱাতহে মণিৰামে সহায় কৰিছিল। অসমীয়া মধ্য শ্ৰেণীৰ জন্ম যন্ত্ৰণাৰ লগত সাঙোৰ খাই থকা এই মানসিকতা আংশিকভাৱেহে ইংৰাজৰ ষড়যন্ত্ৰৰ ফল, বাকীখিনি ঐতিহাসিক পৰিস্থিতিত বুদ্ধিমান অসমীয়া মধ্য শ্ৰেণীৰ

---

*৫ ড° গুহ উক্ত গ্ৰন্থ,* p 32-32

৬ *(১)* **"Neither the newbon Assam Association nor the Jorhat Sarbajanik Sabha led by Assamse planters did respond to the calls As early as 104, Both Manik Chandra Baruah and Jagannath Baruah, their respective spokemen, the curzon plan. – Planterraj to swaraj, page 71**

***(২) আছাম এছোচিয়েচন আৰু সৰ্বজানিক সভাৰ এই প্ৰসংগতে ভূমিকা সম্পৰ্কে ড° প্ৰফুল্ল দত্ত গোস্বামী সম্পাদিত মাণিকচন্দ্ৰ বৰুৱা গ্ৰন্থৰ (প্ৰথম সংস্কৰণ) পৰিশিষ্ট ১ চাওক।***

ৰাজনৈতিকভাৱে ভ্ৰান্ত ভূমিকাৰ ফল।

১৯০৬ চনত যোৰহাটৰ সৰ্বজানিক সভা আৰু আছাম এছোচিয়েচনৰ ভূমিকা কিন্তু আমি ইতিহাসৰপৰা জনা মতে সম্পূৰ্ণ নিষ্ক্ৰিয় নাছিল। কিন্তু এইটোও সত্য যে ইংৰাজৰ কৃপাতে অসমত পৰিবহন, যোগাযোগ, শিক্ষাৰ বিস্তাৰ আৰু সাধাৰণ অৰ্থনৈতিক উন্নয়ন, বাগিচা শিল্পৰ উন্নয়ন সম্ভৱ হৈছিল; মিছনেৰীসকলৰ প্ৰচেষ্টা আৰু সহযোগিতাতে অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠা সম্ভৱ হৈছিল আৰু চীফ কমিছনাৰ শাসনাধীন অসমত বিদ্যালয় আৰু প্ৰশাসনত অসমীয়া ভাষা প্ৰয়োগ হোৱাৰ পিছত ইংৰাজে কৰা ভ্ৰান্তিও দূৰ হৈছিল আৰু এইবোৰ কাৰণতে অসমীয়া শিক্ষিত মধ্য শ্ৰেণীৰ প্ৰভাৱশালী অংশই ইংৰাজৰ প্ৰতি স্বাভাৱিকতে ভাল ধাৰণা পোষণ কৰিছিল। তথাপি ১৯০৩ চনত ইংৰাজৰ পৰিকল্পনা স্পষ্ট হোৱাৰ পিছত আছাম এছোচিয়েচন, সৰ্বজানিক সভা দুয়োটা সংগঠনে ইয়াৰপৰা অসম ক্ষতিগ্ৰস্ত হ'ব পৰা কথাটো ব্যক্ত কৰিছিল। এই প্ৰসংগটো মুকলিভাৱে পৰ্যালোচনা কৰিবলৈ ১৯০৪ চনৰ ১৪ ফেব্ৰুৱাৰীত আছাম এছোচিয়েচনৰ এখন সভা অনুষ্ঠিত হৈছিল। এই সভাত কেইবাটাও সিদ্ধান্ত হৈছিল। প্ৰথম আৰু তৃতীয় সিদ্ধান্তত অসমৰ অনুন্নত অৱস্থা আৰু বংগৰ জিলা কেইখনৰ উন্নত অৱস্থাৰ তুলনা কৰি দুয়োটা অঞ্চল সংযুক্ত কৰাৰ পৰা অসমৰ ক্ষতি হ'ব বুলি কোৱা হৈছিল। এই সভাত গৃহীত চতুৰ্থ প্ৰস্তাৱটোৱেই আছিল অতীৱ গুৰুত্বপূৰ্ণ। ইয়াত কোৱা হৈছিল—

"The meeting apprehends that by the proposed territorial change the historic name of Assam will be obliterated for ever, her language suffer and the removal of the seat of Governmental to a place outside Assam proper and further away from the geographical centre will make her lose the amount of care and attention which it at present receives from the government.

প্ৰসংগতঃ উল্লেখযোগ্য যে এই সভাত কাৰ্যক্ৰমণিকাৰ মাজতে ৰিজ্‌লে চাহাবৰ পত্ৰখন পঢ়ি শুনোৱা হৈছিল আৰু অসমীয়া ভাষাত নহয়, ইংৰাজী আৰু বঙালী ভাষাত এছোচিয়েচনৰ সহকাৰী সম্পাদক অভয় নাথ চক্ৰৱৰ্তীয়ে ৰিজ্‌লেৰ পত্ৰখনৰ লক্ষ্য কি তাক বুজাই দিছিল। এই এছোচিয়েচন বঙালীৰ বিদ্বেষত তেতিয়ালৈকে গৰম হৈ পৰাই নাছিল। স্মৰণযোগ্য যে এছোচিয়েচনৰ কাম-কাজত অসমীয়া ভাষাৰ ব্যৱহাৰ আৰম্ভ হয় পদ্মনাথ গোহাঞিবৰুৱা সভাপতি হোৱাৰ পিছতহে সম্ভৱ ১৯১৭ চনৰপৰাহে। ড° গুহই ভবাদৰে ফুলাৰৰ অসমীয়া বিদ্বেষী উক্তিৰ ফলত (৭) মাণিক চন্দ্ৰ বৰুৱা উত্যক্ত হোৱা হ'লে এছোচিয়েচনৰ সাংগঠনিক

---

৭ ড° গুহই কৈছে: "Fuller's Skillful, divisive rote was the decisive factor in this matter. He believed mistakenly if not mischievously that the inhabitants of the Brahmaputra valley speak a language, which is in fact, a dialect of the Bengali." Planterraj to swar, Page - 73

ভেটিটোত বঙালী সদস্যৰ স্থান আৰু বঙালী ভাষাৰ ব্যৱহাৰো বিঘ্নিত হোৱাৰে সম্ভাৱনাই বেছি আছিল।

আছাম এছোচিয়েচনৰ প্ৰতিক্ৰিয়াৰ অতি স্পষ্ট। অসমৰ নামটোকে মচি পেলোৱা, ৰাজধানীখন প্ৰকৃত অসমৰ বাহিৰলৈ লৈ যোৱা আৰু অসমৰ মানুহক চৰকাৰৰ পৰা পাব পৰা সুবিধাৰপৰা এইদৰে বঞ্চিত কৰাৰ মতলবটো গ্ৰহণ কৰাই নাছিল। ড° গুহই আছাম এছোচিয়েছনৰ নিষ্ক্ৰিয়তাৰ যি অভিযোগ কৰিছে তাৰ ভিত্তি দুৰ্বল। বঙালী বিদ্বেষৰ বাবেহে বংগভংগৰ বিৰোধিতা নকৰাৰ দৰে যুক্তি এটাও বিশেষকৈ আছাম এছোচিয়েচনৰ ক্ষেত্ৰত ১৯০৪ চনত পতিয়নযোগ্য নহয়।

সৰ্বজানিক সভা এই ক্ষেত্ৰত নিষ্ক্ৰিয় আছিল তেনে এটা কথাৰো পতিয়ন যাব পৰা ভিত্তি নাই। সৰ্বজানিক সভাই চিটাগং বন্দৰটো অসমৰ লগত সংলগ্ন কৰাৰ যুক্তিযুক্ততা নিজা যুক্তিৰে বিচাৰ কৰি চাইছিল আৰু বংগ বিভাজনৰ বিৰোধিতা কৰিছিল (৮)। সৰ্বজানিব সভাৰ এটা বক্তব্যৰ উদ্ধৃতি অসমৰ মধ্যবিত্ত শ্ৰেণীৰ (ইংৰাজৰ সহযোগী হোৱা সত্ত্বেও) পূৰঠ দৃষ্টিভংগীৰ পৰিচায়ক।

When the Government of India do not proposes to seperate Orissa from Bengal only to a political association for a country, there is certainly very less ground for cutting up Bengal proper into two portions, the people of both portions having been not only politically associated from the earliest historical times, but also forming one people both by language and race (৯)।

এইটো নিশ্চিতভাৱে বিজ্ঞানসম্মত স্থিতি আছিল; কিন্তু অসমৰ স্বাৰ্থ সংৰক্ষিত কৰাৰ চৰ্তৰ ভিত্তিত আছাম এছোচিয়েচন আৰু সাৰ্বজনিক সভাৰ নেতৃত্বই, ইংৰাজে বংগ বিভাজন কৰাটো অৱশ্যম্ভাৱী বুলি জনাৰ পিছত, 'ইষ্টাৰ্ণ বেংগল এণ্ড আছাম' নামৰ ৰাজ্যখন গঠনত বিৰোধিতা নকৰিলে, বৰঞ্চ ব্যৱস্থাপক পৰিষদ (Legislative Council)ত অংশগ্ৰহণ কৰাৰ ঐতিহাসিক পদক্ষেপ গ্ৰহণ কৰিলে।

## অম্বিকাগিৰীৰ উত্থান

বংগ বিভাজনৰ পক্ষে আৰু বিপক্ষে তীব্ৰ সংঘাত ১৯০৫ চনৰ ১৬ অক্টোবৰৰ পিছৰপৰা সুদীৰ্ঘ কাল ধৰি কংগ্ৰেছৰ দৃঢ়মনা আৰু নৰমপন্থী সকলৰ মাজত এটা গুৰুত্বপূৰ্ণ বিভাজনৰ হেতু। 'মহমেদান ডিফেন্স এছোচিয়েচন' আৰু মুছলিম লীগে চৰকাৰৰ প্ৰতি সমৰ্থনৰ ভিত্তি গঢ়ি তুলি বংগ বিভাজনৰ পক্ষে মত সাব্যস্ত কৰিলে। 'প্ৰভিঞ্চিয়েল মহমেদান এছোচিয়েচন অব ইষ্টাৰ্ণ বেংগল এণ্ড আছাম'ৰ নেতৃত্বত ১৬ অক্টোবৰৰ দিনটো বংগ বিভাজনৰ পক্ষে দিৱস হিচাপে পালন হ'ল। ইংৰাজে বিচৰা ধৰণেই হিন্দু মুছলমানৰ

*৮ দ্ৰষ্টব্য : Political History of Assam, Page - 181

*৯ উদ্ধৃতি উক্ত গ্ৰন্থ, পৃঃ ৮১।

মাজত কিছু দিনলৈ সাম্প্ৰদায়িক বিভাজনে মূৰ দাঙি উঠিল; কিন্তু অসমৰ দুয়োটা উপত্যকাতে এই বিভেদৰ বীজে গা-কৰি উঠিব নোৱৰিলে।

বিভাজনবিৰোধী আন্দোলনে ইতিমধ্যে স্বদেশী আৰু পূৰ্ণ স্বাধীনতাৰ আন্দোলনৰ ৰূপ ল'লে।

অসমৰ অম্বিকাগিৰীৰ নেতৃত্বত সেৱা দলে সন্ত্ৰাসবাদী ৰূপ লোৱাৰ যুগ এইটো। অসম সেৱা সমিতি তথা সেৱা দল গঠনৰ অন্তৰালত অসমৰ সামগ্ৰিক উন্নতি তথা স্বাধীনতা অৰ্জন আৰু অসমীয়া সভ্যতা-সংস্কৃতিৰ, আত্ম প্ৰতিষ্ঠাৰ আদৰ্শ আছিল তাক অম্বিকাগিৰীৰ নিজা ৰচনাবোৰৰ পৰাই বুজা যায়। 'চেতনা'ৰ প্ৰথম বছৰ প্ৰথম সংখ্যা, ১৯১৯ চনত কোৱা হৈছিল যে মহাত্মা, গোখলেৰ আদৰ্শৰে অসম সেৱা সমিতি চলিব। কিন্তু বংগভংগৰ পটভূমিত যি সেৱা দল গঠন হৈছিল সেয়া যে 'এনাৰ্কিষ্ট' আদৰ্শৰ আছিল তাক অম্বিকাগিৰীয়ে নিজেই ব্যক্ত কৰিছে। অম্বিকাগিৰীৰ বক্তব্য বাস্তৱধৰ্মী। 'বৃটিছ শাসনৰ বিৰুদ্ধে সকলো প্ৰদেশতে, আগৰেপৰাই উমাই থকা অসন্তুষ্টিৰ তুঁহ-জুইত ১৯০৫ চনত বংগভংগ আন্দোলনৰ শিখা এটা জ্বলি উঠিলেও সমগ্ৰ ভাৰতৰপৰা বৃটিছ শাসন উচ্ছেদ কৰি জাতীয় স্বাধীনতা উদ্ধাৰৰ পৰিকল্পনাৰে সকলো প্ৰদেশৰে যোগসূত্ৰৰ গাঁথনি লৈ এনাৰ্কিষ্ট দলৰ উদ্ভৱ ঘটা নাছিল, ঘটিছিল ঠায়ে ঠায়ে বিশেষকৈ বংগত, পঞ্জাবত, মহাৰাষ্ট্ৰত আৰু ক্ষীণভাৱে অসমতো বৃটিছ শাসনৰ বিৰুদ্ধে নিজ নিজ স্থানিক অভিযোগৰ একোটা অসন্তুষ্টি লৈ। বংগত বংগভংগৰ বিৰুদ্ধে পঞ্জাব আৰু মহাৰাষ্ট্ৰতো তেনে একোটা স্থানিক অসন্তুষ্টিৰ বাবে আৰু অসমত পূৰ্ববংগক আনি অসমৰ লগত সাঙুৰি দিয়াৰ বাবে।".......“এনাৰ্কিষ্ট দল খোলো যদি, অসমৰপৰা বৃটিছক উচ্ছেদ কৰিবলৈকে আমি আমাৰ নিজৰ ভিতৰত খুলিম, বংগভংগ আন্দোলনত মাত্ৰ বঙালীৰ স্বাৰ্থ, কলিকতাৰ এনাৰ্কিষ্ট দলৰ অধীনত কিয় চলিম? কথাটো সকলো কেইজনে সমৰ্থন কৰিলে আৰু সেই দিনাৰপৰাই আমি বংগভংগ বিষয়টো বাদ দি, অসমক পূৰ্ববংগৰ লগত সাঙুৰি দিয়াৰ বিৰুদ্ধে স্বাধীনভাৱে এনাৰ্কিষ্ট দল গঠন কৰাত লাগি গ'ল। বাৰীন ঘোষ, উল্লাস কৰ দত্ত, ক্ষুদিৰাম বসু গুৱাহাটীলৈ আহিছিল যে নাই গম নাপালোঁ। সেই সম্বন্ধে শ্ৰীগোবিন্দ লাহিড়ীৰ ওচৰতো একে খবৰ নপালোঁ। এই বিষয়ে আমাৰ চৰ্দাৰ শ্ৰীনিধিৰামৰো লগ এৰিলোঁ (১০)। এই কথাই প্ৰমাণ কৰে যে অম্বিকাগিৰীৰ এনাৰ্কিষ্ট দল অনুশীলন সমিতিৰ প্ৰভাৱতে গা-কৰি উঠিলেও ইয়াৰ আদৰ্শগত ভিত্তি অসমক বংগৰ লগত গাঁথি দিয়াৰ বিৰুদ্ধেহে গঢ় লৈ উঠিছিল। দীঘলীপুখুৰীৰ পাৰৰ 'আনন্দ বাংলা'টো জ্বলাই দিয়া ঘটনাটো অম্বিকাগিৰীৰ দলৰ কাম। অম্বিকাগিৰিয়ে তেওঁৰ লগত বিনন্দ, বঙ্কিম, ত্ৰিগুণা থকা বুলিছে আৰু সেই সময়ৰ ডেকা উকীল নবীনচন্দ্ৰ বৰদলৈৰ লগত আলোচনা কৰাৰ

*১০ অম্বিকাগিৰী, মোৰ জীৱন ধুমুহাৰ এছাটি, প্ৰথম সংস্কৰণ, পৃঃ ১৬-১৭ আৰু পৃঃ ২১-২২।

কথা উল্লেখ কৰিছে (১১)। "আমি আটাই কেইজনে খুব কঢ়া গোপনীয়তা আৰু সতৰ্কতা ৰক্ষা কৰি যথাযোগ্য কামত লাগি যাওঁ। কথাটো মই অকলে গৈ স্বৰ্গীয় নবীন চন্দ্ৰ বৰদলৈৰ আগত কৈ তেওঁক অনুৰোধ কৰোঁ যাতে সময়ত দৰকাৰ হ'লে তেওঁ আদালতত গৈ আমাৰ পক্ষে ওকালতি কৰে।"

অম্বিকাগিৰীয়ে লিখিছে— "এনাৰ্কিজিমৰ অংগাঘাতী আন্দোলনটো ভাৰতে সমগ্ৰভাৱে গ্ৰহণ নকৰাত তাৰ বিফলতাটো বিৰাট জাতীয় লক্ষ্যযুক্ত পৰিকল্পনাৰে জন্ম লাভ কৰা ভাৰতৰ জাতীয় কংগ্ৰেছৰ মহাসভাত পৰি বিলীন হ'ল।" (১২) অম্বিকাগিৰীৰ মূল্যায়ন বাস্তৱসন্মত বুলি ক'ব পাৰি। এইটো ঐতিহাসিক সত্য যে ১৯১২ চনত অম্বিকাগিৰীৰ বৰপেটাৰ ঘৰত এনাৰ্কিষ্ট দলৰ লগত সংযোগ থকাৰ অভিযোগ খানাতালাচী কৰিছিল। ১৯১১ চনৰ ১২ ডিচেম্বৰত ভাৰত চৰকাৰে বংগভংগৰ পৰিকল্পনা কিছু সলনি কৰি অসমৰ লগত চিলেট আৰু কাছাৰক সামৰি নতুন ৰাজ্য আৰু ব্যৱস্থাপক সভা গঠন কৰে।

বংগভংগ ইংৰাজৰ ষড়যন্ত্ৰ, হিন্দু-মুছলমানৰ বিভাজন ঘটা ভাৰতৰ স্বাধীনতা আন্দোলনৰ সংহতি হ্ৰাস কৰা ইয়াৰ লক্ষ্য। কমিছনাৰ বেমফিল্ড ফুলাৰে দেখদেখকৈ মুছলমান চহকীসকলক উচটাইছিল। মুছলমানসকলৰ চহকী অংশই মুছলিম লীগ গঠন কৰিছিল ১৯০৬ চনতে। কিন্তু ফুলাৰৰ ভ্ৰান্ত নীতিৰ ম্যাদ দীঘলীয়া নহ'ল। তেওঁ অনুসৰণ কৰা ভ্ৰান্ত নীতিৰ পৰিণতিতে ফুলাৰে ১৯০৬ চনত পদত্যাগ কৰিবলগীয়া হৈছিল।

## ৮.৩ এছোচিয়েচনৰপৰা কংগ্ৰেছলৈ

আছাম এছোচিয়েচনৰ কংগ্ৰেছ দলত যোগদান হঠাৎ হোৱা ঘটনা নহয়। ধীৰে ধীৰে অসমৰ মধ্য শ্ৰেণীয়ে বুজি পাইছিল যে ইংৰাজসকলৰ সাম্ৰাজ্যবাদী শক্তিৰ বিৰুদ্ধে সংগ্ৰাম অকলে কৰাটো সম্ভৱ নহয় আৰু গান্ধীজীৰ নেতৃত্বত কংগ্ৰেছৰ যি আন্দোলন চলিছে তাৰ প্ৰতি সমগ্ৰ ভাৰততে গণ সমৰ্থন বাঢ়িছে। অসমৰপৰা কংগ্ৰেছ দলৰ অধিবেশনলৈ প্ৰতিনিধি যোৱাটো প্ৰথম ১৮৮৬ চনৰপৰাই আৰম্ভ হৈছিল।

**জাতীয় কংগ্ৰেছৰ অধিবেশনলৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰতিনিধি (১৮৮৬-১৯২১)**

| চন | অধিবেশনৰ স্থান | প্ৰতিনিধিৰ নাম | প্ৰতিনিধিত্ব কৰা সংগঠন |
|---|---|---|---|
| ১৮৮৬ | কোলকাতা | (১) কালিকান্ত বৰকাকতি | শ্বিলং এছোচিয়েচন |
| | | (২) দেৱীচৰণ বৰুৱা | উজনি অসম এছোচিয়েচন |
| | | (৩) গোপীনাথ বৰদলৈ | উজনি অসম এছোচিয়েচন |

*১১ উক্ত গ্ৰন্থ, পৃঃ ২৫।

*১২ উক্ত গ্ৰন্থ, পৃঃ ১৭।

| | | |
|---|---|---|
| | (৪) সত্যনাথ বৰা | নগাঁও ৰায়ত সভা |
| ১৮৮৭ মাদ্ৰাজ | ৰাধানাথ চাংকাকতি | উজনি অসম এছোচিয়েচনৰ আৰু অসম সন্মিলনৰ সম্পাদক |
| ১৮৮৮ এলাহাবাদ | (১) ঘনশ্যাম বৰুৱা | কৃষক প্ৰতিনিধি নগাঁও ৰায়ত সভা |
| | (২) হৰেন্দ্ৰ নাৰায়ণ চৌধুৰী | জমিদাৰ, বগৰীবাৰী বগৰীবাৰী |
| | (৩) ৰামচন্দ্ৰ | ব্যৱসায়ী, শ্বিলং |
| ১৮৮৯ মুম্বাই | হৰিদাস ৰায় | কৃষক, ডিব্ৰগড় |
| ১৮৯০ কোলকাতা | (১) বৰদাচৰণ হালদাৰ | |
| | (২) মাণিক চন্দ্ৰ বৰুৱা | |
| ১৮৯১ নাগপুৰ | মেঘনাথ বেনাৰ্জী | চিকিৎসক, জয়পুৰ, ডিব্ৰুগড় |
| ১৮৯২ এলাহাবাদ | (১) লক্ষ্মীনাথ বেজবৰুৱা | সম্পাদক, জোনাকী |
| | (২) ভোলানাথ বৰুৱা | সদাগৰ, গুৱাহাটী |
| | (৩) ৰাধানাথ চাংকাকতি | সম্পাদক, উজনি অসম এছোচিয়েচন |
| ১৮৯৩ — | — | — |
| ১৯০১ কোলকাতা | (১) হৰিপ্ৰসাদ দাস | মুক্তিয়াৰ, গোৱালপাৰা |
| | (২) বসন্ত কুমাৰ চৌধুৰী | প্ৰধান শিক্ষক, গোৱালপাৰা |
| ১৯০২ — | — | — |
| ১৯০৩ মাদ্ৰাজ | (১) লক্ষ্মীনাথ বেজবৰুৱা | সাৰ্বজনিক সভা, সদাগৰ |
| ১৯০৪ মুম্বাই | (১) লক্ষ্মীনাথ বেজবৰুৱা | |
| | (২) চন্দ্ৰ কমল বেজবৰুৱা | সাৰ্বজনিক সভা |
| | (৩) ভৱানী কান্ত দাস | অধিবক্তা, ধুবুৰী |
| ১৯০৫ — | — | — |
| ১৯০৬ কোলকাতা | (১) তৰুণৰাম ফুকন | কোলকাতা, বেৰিষ্টাৰ |
| | (২) চি বৰুৱা (?) | আছাম এছোচিয়েচন |
| | (৩) হৰিপ্ৰসাদ নাথ | মুক্তিয়াৰ, গোৱালপাৰা |
| | (৪) মুকুন্দলাল দাসগুপ্ত | উকীল, গোৱালপাৰা |
| | (৫) অশ্বিনী কুমাৰ দাস | প্ৰধান শিক্ষক, গোৱালপাৰা |
| | (৬) এছ্ এন হালাদাৰ | বেৰিষ্টাৰ, গোৱালপাৰা |

| | | |
|---|---|---|
| | (৭) দুৰ্গাদাস দাস | উকীল, ধুবুৰী |
| | (৮) আব্দুল আজিজ | ধৰ্মীয় নেতা, গোপালপাৰা |
| ১৯০৭ নাগপুৰ কংগ্ৰেছ | (অনুষ্ঠিত নহ'ল) | |
| ১৯০৮-১৬ — | — | — |
| ১৯১৭ কোলকাতা | (১) এছ চি বগাৰি | চাহ খেতিয়ক, টেঙাপাট |
| | (২) গোপালচন্দ্ৰ দত্ত | মেনেজাৰ, বৰাশালি চাহ-বাগিচা, সাপেখাতি |
| | (৩) ভৱানীপ্ৰসাদ বৰুৱা | বাগানৰ মেনেজাৰ, শিৱসাগৰ |
| | (৪) দেবেন্দ্ৰ নাথ বেজবৰুৱা | উকীল, যোৰহাট |
| | (৫) নবীনচন্দ্ৰ বৰদলৈ বি এল | উকীল, গুৱাহাটী |
| | (৬) ৰত্নেশ্বৰ দাসগুপ্ত | উকীল, মঙলদৈ |
| | (৭) চন্দ্ৰকমল বেজবৰুৱা | চাহখেতিয়ক, যোৰহাট |
| | (৮) সদানন্দ দুৱৰা | উকীল, ডিব্ৰুগড় |
| | (৯) কনক চন্দ্ৰ শৰ্মা | |
| | (১০) উমেশ চন্দ্ৰ দাস | সদাগৰ, বৰপেটা |
| | (১১) বাচালাল বৰা | মাটিৰ মালিক, ডিব্ৰুগড় |
| | (১২) ব্ৰহ্মানন্দ দত্ত | উকীল, গোলাঘাট (এংলো আছাম এছোচিয়েচনৰ প্ৰতিনিধি) |
| ১৯১৮ দিল্লী | নবীনচন্দ্ৰ বৰদলৈ | আছাম এছোচিয়েচন |
| ১৯১৯ অমৃতসৰ | (১) নবীনচন্দ্ৰ বৰদলৈ | কামৰূপ এছোচিয়েচন |
| | (২) অম্বিকানাথ বৰা | কামৰূপ এছোচিয়েচন |
| ১৯২০ নাগপুৰ | (১) নবীন চন্দ্ৰ বৰদলৈ | |
| | (২) কনক চন্দ্ৰ শৰ্মা আৰু অন্যান্য | |
| ১৯২১ আহমেদাবাদ | (১) চন্দ্ৰ নাথ শৰ্মা | |
| | (২) গোপীনাথ বৰদলৈ | |
| | (৩) জ্যোতিপ্ৰসাদ আগৰৱালাকে ধৰি মুঠ ওঠৰজন | |

প্ৰতিনিধিত্বৰ লক্ষণলৈ লক্ষ্য ৰাখি এই কথা কোৱা বাহুল্য মাথোন যে যি পৰ্যন্ত জগন্নাথ বৰুৱাৰ মৃত্যুৰ পিছতো আছাম এছোচিয়েচনৰ লগত জড়িত অসমৰ মধ্য শ্ৰেণীৰ মধ্যমণিসকলে কংগ্ৰেছ দলৰ কাৰ্যসূচীত সহযোগিতা নকৰিছিল— সেই পৰ্যন্ত কংগ্ৰেছে অসমত ঠন ধৰি উঠিব পৰা নাছিল। ইয়াৰ এটা কাৰণ সম্ভৱতঃ বংগভংগ সম্পৰ্কে

অসমত থকা বিস্তৃত বিভ্ৰান্তি। বঙালী হিন্দু নেতাসকলৰ বংগভংগৰ তীব্ৰ বিৰোধিতা, মুছলমানসকলৰ গোড়া অংশৰ মুছলিম লীগ গঠন আৰু অসমৰ মধ্য শ্ৰেণীৰ ইংৰাজৰ পৰিকল্পনাৰ বিৰোধিতা— ঠিক বঙালীসকলে বিৰোধিতা কৰা বাবে নহয়; বংগৰ বুজন অংশক অসমৰ লগত চামিল কৰাৰ বিৰুদ্ধে। মাণিক চন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পিছতহে তাকো অসমৰ সুকীয়া ৰাজ্যৰ দাবীত কংগ্ৰেছ নেতৃত্বৰ (অসমৰ) মতৰ মিল হোৱাৰ পিচতহে কংগ্ৰেছৰ প্ৰসাৰ হোৱা দেখা গৈছিল আৰু কংগ্ৰেছ অধিবেশনলৈ প্ৰতিনিধি যোৱাৰ সংখ্যাও বাঢ়িছিল। অসমত খিলাফৎ আন্দোলন আৰু কংগ্ৰেছৰ অসহযোগ অহিংস আন্দোলনৰ প্ৰতি সক্ৰিয় সমৰ্থক হৈ পৰিছিল নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, চন্দ্ৰনাথ শৰ্মা আৰু গোপীনাথ বৰদলৈ। নৰমপন্থী আৰু চৰম পন্থী দুটা শিবিৰত ভাগ হোৱা সত্বেও শেষত অসহযোগ আন্দোলনৰ সমৰ্থক সকলেই জয়যুক্ত হৈছিল। নৰমপন্থী ঘনশ্যাম বৰুৱা, গংগাগোবিন্দ ফুকন, চন্দ্ৰধৰ বৰুৱা, তাৰাপ্ৰসাদ চলিহা আদি নেতাসকল আছাম এছোচিয়েচনৰ সুকীয়া অস্তিত্ব ৰক্ষাৰ পক্ষে আছিল (১৩)। গান্ধীৰ অসহযোগৰ কৰ্মসূচীৰ নিৰ্দেশ আছিল ন্যায়পালিকা বৰ্জন, ব্যৱস্থাপক সভাৰ নিৰ্বাচন বৰ্জন আৰু চৰকাৰী বিদ্যালয় বৰ্জন। চন্দ্ৰনাথ শৰ্মা, ত্ৰিগুণাচৰণ বৰুৱা আৰু অম্বিকাগিৰি ৰায়চৌধুৰী আছিল তৎকালে এইবোৰ আঁচনি কাৰ্যকৰী কৰাৰ পক্ষে। তৰুণৰাম ফুকন আছিল পৰ্যায়ক্ৰমে এনে আঁচনিবোৰ কাৰ্যকৰী কৰাৰ পক্ষে। নৰমপন্থী আৰু চৰমপন্থীসকলৰ বিভাজন দূৰ কৰিবৰ বাবে তথা অসহযোগৰ কাৰ্যসূচীৰ বিষয়ে আলোচনাৰ বাবে ১১ আৰু ১২ অক্টোবৰ, ১৯২০ ত গুৱাহাটীত এখন প্ৰতিনিধিত্বমূলক সভা হয়। এই সভাখনেই অসমৰ জনজীৱনলৈ ভাৰতমুখী ৰাজনীতিৰ প্ৰবল ঢৌ প্ৰৱাহিত কৰিলে, আছাম এছোচিয়েচনৰ সুকীয়া অস্তিত্ব ৰক্ষা, ব্যৱস্থাপক সভাত অংশগ্ৰহণৰ পক্ষে থকাসকল পৰাভূত হ'ল। এছোচিয়েচনৰ সম্পাদক নবীনচন্দ্ৰ বৰদলৈ, সহকাৰী সম্পাদক চন্দ্ৰনাথ শৰ্মা, তৰুণৰাম ফুকন— এই তিনিজনে সমগ্ৰ অসম ঘূৰি প্ৰচাৰ অভিযান চলালে। তথাপি কিন্তু ব্যৱস্থাপক সভাৰ নিৰ্বাচন হ'ল আৰু ভাইচৰয় লৰ্ড চেমছফোৰ্ডক সম্বৰ্দ্ধনাও জনোৱা হ'ল!

আছাম এছোচিয়েচনৰ সপ্তদশ অধিবেশন হৈছিল ১৯২০ চনৰ ডিচেম্বৰ মাহত। তেজপুৰত ২৬,২৭ আৰু ২৮ তাৰিখে হোৱা এই অধিবেশনত অসহযোগ, স্বদেশী আন্দোলন আৰু বিদেশী দ্ৰব্য বৰ্জন, ভাৰত চৰকাৰৰ প্ৰেছ আইন বাতিলকৰণ আদিৰ বিষয়ে আলোচনা কৰাৰ উপৰি জালিয়ানৱালাবাগৰ ঘটনাৱলীৰ বিষয়ে আলোচনা হৈছিল। এই অধিবেশনতে আছাম এছোচিয়েচনৰ সুকীয়া অস্তিত্ব প্ৰায় বিলুপ্ত হ'ল আৰু কংগ্ৰেছৰ কৰ্মসূচীকেই বিজ্ঞানসম্মতভাৱে গৃহীত কৰা হ'ল। এই অধিবেশন অনুষ্ঠিত

---

১৩ Political History of Assam, vol II, Page 9-10.

হৈছিল প্ৰসন্ন কুমাৰ ঘোষৰ সভাপতিত্ব।

ঐতিহাসিকভাবে এইটো অত্যন্ত উল্লেখযোগ্য যে এই পৰ্যন্ত অসমত কংগ্ৰেছ দলৰ কোনো সুকীয়া কমিটি নাছিল, অসম কমিটীটো আছিল বংগ ৰাজ্যিক কমিটীৰ অধীন। অসমত অসহযোগ আন্দোলন আৰু স্বদেশী আন্দোলনে প্ৰসাৰ লাভ নকৰাৰ এইটোও আছিল এটা সাংগঠনিক কাৰণ। ১৯২১ চনৰ ৫ জুনত নবীন চন্দ্ৰ বৰদলৈৰ বাসভৱন শান্তি ভৱনত ৰাজ্যিক কংগ্ৰেছ দল গঠনৰ বাবে সভা হয়। এই পৰ্বত আটাইতকৈ সক্ৰিয় সংবাদ মাধ্যমৰ ব্যক্তি এজন কংগ্ৰেছ দলৰ গঠনৰ কামত ব্ৰতী হ'ল— তেওঁ হ'ল আসাম বিলাসিনী কাকতৰ সম্পাদক কৃষ্ণকান্ত ভট্টাচাৰ্য। কৃষ্ণকান্ত ভট্টাচাৰ্যৰ সভাপতিত্বত অনুষ্ঠিত এই সভাতে অসমৰ প্ৰথম ৰাজ্যিক কংগ্ৰেছ কমিটী গঠিত হৈছিল। বিষয়ববীয়াসকল আছিল এওঁলোক—

| | |
|---|---|
| সভাপতি : | কুলধৰ চলিহা |
| উঃ সভাপতি : | বদ্ৰীনাৰায়ণ আগৰৱালা |
| সাধাৰণ সম্পাদক : | নবীনচন্দ্ৰ বৰদলৈ |
| সহঃ সম্পাদক : | কালিপ্ৰসাদ বৰুৱা |
| | কুতুবুদ্দিন আহমেদ |
| কোষাধ্যক্ষ : | যোগেন্দ্ৰ বৰুৱা |
| হিচাপ পৰীক্ষক: | দুৰ্গানাথ বৰুৱা |

এইখনেই হ'ল সেই ঐতিহাসিক কংগ্ৰেছ কমিটী যি ভাৰতীয় ৰাজনীতিৰ সোঁতটো অসমলৈ প্ৰায় কাঞ্চনজংঘাৰ হিমপ্ৰবাহৰ দৰে নমাই আনিলে—যিসকল নৰমপন্থী আৰু সংকীৰ্ণপন্থীয়ে সুকীয়া অস্তিত্ব (এছোচিয়েচনৰ বাবে) বিচাৰি আছিল, গভীৰ জাতীয়তাবোধ নথকা বাবেই হওক বা সময়সাপেক্ষ ঔপনিবেশিকতাবিৰোধী সংগ্ৰামৰ মহাপ্ৰবাহত তেওঁলোক প্ৰায় নিশ্চিহ্ন হ'ল।

অসমলৈ কংগ্ৰেছ সভা প্ৰথম আমন্ত্ৰণ কৰি আনে কৃষ্ণনাথ শৰ্মা, ৰোহিণী কান্ত হাতীবৰুৱাই নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন আৰু গোপীনাথ বৰদলৈৰ সহযোগিতাৰ সাহস বুকুত বান্ধি। গুৱাহাটীৰ পাণ্ডুত ডিচেম্বৰ মাহত এই অধিৱেশন অনুষ্ঠিত হৈছিল। বেণুধৰ শৰ্মাই এওঁলোকক 'ৰামসিংহই শলাগি যোৱা অসমীয়া সৈন্যৰ পুনৰাভিনয়" কৰা সেনানী বুলিছে (১৪)। এইসকল হ'ল সাঃ সম্পাদক নবীনচন্দ্ৰ বৰদলৈ, সহকাৰী সম্পাদক ৰোহিণীকান্ত হাতীবৰুৱা, সভামণ্ডপ তদাৰককাৰী গোপীনাথ বৰদলৈ, ধন ভঁৰালী উপেন্দ্ৰ নাথ সেন, বিষ্ণুৰাম মেধি আৰু কুলধৰ চলিহা; অতিথি শুশ্ৰূষাত আগৰী কাৰ্যত—কালিপ্ৰসাদ বৰুৱা, বাহৰতলী বা শিবিৰ ব্যৱস্থাপক আৰু কালিৰাম বৰ্মন,

১৪ বেণুধৰ শৰ্মা, কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত, পৃঃ ২২৩

সিদ্ধিনাথ শৰ্মা আৰু কামাখ্যাৰাম বৰুৱা; পানী যোগানত লক্ষ্মীৰাম দাস, চিকিৎসা ব্যৱস্থাপক ড° ভুবনেশ্বৰ বৰুৱা, পৰিষ্কাৰ-পৰিচ্ছন্নতা নিধিৰাম দাস; সংগীত পৰিচালক প্ৰফুল্ল চন্দ্ৰ বৰুৱা; সেৱক বাহিনীৰ সেনাপতি আৰু পালি সেনাপতিসকল— দেৱেশ্বৰ শৰ্মা, গৌৰীকান্ত তালুকদাৰ আৰু ধনীৰাম তালুকদাৰ, যানবাহনৰ ব্যৱস্থাপক ৰোহিণীকুমাৰ চৌধুৰী আৰু প্ৰদৰ্শনী আয়োজক কৃষ্ণনাথ শৰ্মা।

আটাইতকৈ গুৰুত্বপূৰ্ণ দিশটো হ'ল যিজন ব্যক্তি তেতিয়া আৰু পিছলৈও সংৰক্ষিণী আন্দোলন আৰু অসমীয়া জাতীয়তাবাদৰ গুৰি ধৰোঁতা আছিল— যিজন ব্যক্তি ১৯০৬ চনৰ পিছত এনাৰ্কিষ্ট দলৰ প্ৰধান সেনাপতি আছিল সেইজন অম্বিকাগিৰিয়েই পাণ্ডু কংগ্ৰেছৰ উদ্বোধনী গীত ৰচনা কৰিলে আৰু সমবেত সুৰত সকলোৱে গালে—

"বন্দো কি ছন্দেৰে সমবেত বিৰাট নৰ-নাৰায়ণ ৰূপ,<br>আজি দাসত্ব বন্ধনে শোষিত কণ্ঠত নুফুটে ৰাগিণী অনুৰূপ।"

এই টোৱেই সম্ভৱতঃ ভাৰতীয় মহাজাতীয়তাবাদৰ ভেটি বন্ধনৰ বিস্ময় ধ্বনিসদৃশ মহা সংগীত আৰু অসমীয়া মধ্য শ্ৰেণীৰ অসমীয়া সংৰক্ষণবাদৰ স্ববিৰোধিতাপূৰ্ণ আৰু মূৰ্তিমান দুৰ্বলতাসদৃশ ঐতিহাসিক অৱস্থানৰ মূৰ্তিমান ৰূপ। জাতীয়তাবাদীসকলে গা-পাতি ল'লেও উপায় নাই, এইটোৱেই হ'ল সৰ্ব ভাৰতীয় দৃষ্টিভংগীসম্পন্ন জাতীয়তাবাদৰ মূল আদৰ্শগত সোপান— ইয়াৰেপৰাই বাঢ়িছে ৰাজনৈতিক স্ববিৰোধিতাৰ মহীৰুহ।।

# ৮.৪. সামৰণি

আমাৰ এই অধ্যয়নৰ উদ্দেশ্য অসমীয়া সমাজখনৰ ৰূপান্তৰ প্ৰক্ৰিয়াটো এটা বিশ্লেষণ যথাসম্ভৱ বাস্তৱসম্মত পদ্ধতিৰে কৰা। আমি অধ্যয়নৰ সামৰণিত বিবৰ্তনৰ দুটা দিশৰ কথা উল্লেখ কৰি সামৰণি মাৰিম।

প্ৰথম কথা আমাৰ বৰ্বৰ যুগটোৰ অৱশিষ্ট উপাদান মাতৃতান্ত্ৰিক সমাজৰ অৱশিষ্টাংশৰে এতিয়াও অ'ত-ত'ত বিদ্যমান। আমাৰ জনজাতিসমূহৰ অৱশিষ্ট য'তেই আছে তাতেই মাতৃতান্ত্ৰিক সমাজৰ অৱশিষ্ট দেখ-নেদেখকৈ আছে। আনহাতে অষ্ট্ৰিক, মংগোলীয় আৰু পশ্চিমৰপৰা অহা অনেক ব্ৰাত্য (আৰ্য-ধৰ্ম আৰু জীৱচৰ্যা, ভাষা গ্ৰহণ কৰা অষ্ট্ৰিক আৰু মংগোলীয়) তথা আৰ্য বংশোদ্ভৱৰ সংমিশ্ৰণত গঢ় লৈ উঠা সমাজখনতো তাহানিৰ মাতৃতান্ত্ৰিক সমাজৰ কিছু লক্ষণ আৰু পিতৃতান্ত্ৰিক সমূহীয়া বা যৌথ পৰিয়ালৰ লক্ষণ এতিয়াও বিদ্যমান। অৰ্থাৎ হাজাৰ বছৰীয়া পৰিবৰ্তনৰ টৌ পাৰ হৈ যোৱা সত্ত্বেও এই অৱশিষ্ট লক্ষণবোৰ আমাৰ পৰিয়ালৰবিলাকত উচ্ছন্ন হোৱা নাই। ঝুম খেতিৰ অস্তিত্ব, সমূহীয়া 'বেল্ট' আৰু 'ব্লক' বিলাকৰ অস্তিত্বইহে প্ৰাচীন যুগটোৰ অৱশিষ্ট তেনে নহয়; বৰ্তমান কোনো ধৰণৰ বনাঞ্চলকেন্দ্ৰিক ইন্ধন আৰু খাদ্য সংগ্ৰহৰ ব্যৱস্থা নথকা স্থানতো প্ৰাচীন যুগটোৰ অৱশিষ্টবোৰ জীয়াই আছে। মূলতঃ পৰম্পৰাকেন্দ্ৰিক এনেবোৰ উত্তৰাধিকাৰসূত্ৰে পোৱা বৈশিষ্ট্য। মাতুল বংশৰপৰা বা মাতুলকন্যা বিবাহ কৰাৰ পৰম্পৰা; একেটা 'মাহাৰী' বা গোত্ৰৰপৰা এগৰাকীৰ পিছত অন্য এগৰাকীৰ বিবাহ কৰিবপৰা পৰম্পৰা এনে ধৰণৰ বৈশিষ্ট্য। পুৰণি সমূহীয়া মালিকানাৰ অস্তিত্ব আনহাতে কোনো ধৰণৰ অতীজৰ ভূমি সম্পৰ্কৰ লগত নিবিড়তা নথকা পৰিয়ালতো এতিয়াও বিদ্যমান। উদাহৰণ স্বৰূপে ভাই-ককাইবিলাকৰ পত্নীসকলক বৰ আই (বৰমা), মাজু আই (মাজু মা), সৰু আই (সৰু মা) বোলা বা ককাই-ভাইবিলাকক বৰপিতাই, মাজু পিতাই, সৰু পিতাই বোলাটো অতীজৰ উত্তৰাধিকাৰ। অতীজতে অৰণ্যৰপৰা খাদ্য আৰু ইন্ধন সংগ্ৰহ কৰাটো এতিয়া বছৰৰ অন্ততঃ এদিন (বিহুৰ উৰুকাত) সমূহীয়া মাছ ধৰা, সমূহীয়া চিকাৰ কৰা, বনৰপৰা সমূহীয়াভাৱে শাক তোলা, সমূহীয়াভাৱে অগ্নিত পূজা কৰা আৰু পথাৰত সমূহীয়া কৃষি-নৃত্যত অংশগ্ৰহণ আদিত বৰ্তি আছে।

সামন্তবাদৰ অন্ততঃ দুটা স্তৰ আমি ইতিহাসত দেখা পাওঁ। এটা পশ্চিমৰ পৰা গুপ্ত বংশ তথা বৰ্মন বংশৰ সংস্পৰ্শ তথা তাৰো আগতে দানৱ বংশৰ পতন ঘটোৱা নৰক বংশৰ সংস্পৰ্শত; আনটো আহোম ৰাজতন্ত্ৰ আৰু কোচ ৰাজতন্ত্ৰৰ পৃষ্ঠভূমিত আনুষ্ঠানিক প্ৰজা দাসত্ব (পাইক প্ৰথা)ৰ বলত প্ৰয়োগৰ জৰিয়তে বিকশিত। এনে এটা অৰণ্যত কেন্দ্ৰীভূত ৰাজতন্ত্ৰ তথা ভাষা-কৃষ্টি, জন-সমষ্টি, সুৰক্ষিত সীমা, প্ৰশাসনিক গাঁথনি আৰু

স্বাধীন-সত্তাৰ চেতনা থকা ৰাষ্ট্ৰৰ মূল বিকশিত হৈছিল। অন্ততঃ গড়গাঁও, ৰংপুৰ, কমতাপুৰ, কোচবিহাৰ, খাচপুৰ, মাইবংকেন্দ্ৰিক তিনিখন তুলনামূলকভাৱে দীঘলীয়া সময়ৰ বাবে সাৰ্বভৌম ৰাষ্ট্ৰ সত্তাৰ বিকাশ হৈছিল। ইয়াৰ আগতে প্ৰাগজ্যোতিষপুৰক কেন্দ্ৰ কৰি বৰ্মন বংশৰ, হাৰুপেশ্বৰ (হাটপেশ্বৰ বা হাটকেশ্বৰ) কেন্দ্ৰ কৰি ম্লেছ বংশৰ তথা পাল বংশৰ ৰাজত্বকালত সাৰ্বভৌম সত্তাৰ বিকাশ ঘটিছিল। ৰাষ্ট্ৰৰ স্বাধীন সত্তাৰ সচেতন পহৰাদাৰ এই সংহতি পূৰ্ণ বা এক সামাজিক চেতনা থকা প্ৰজা— এনে প্ৰজাৰ লক্ষণ ধাৰাবাহিকভাৱে কামৰূপত আছিল। এই লক্ষণ বা বৈশিষ্ট্য উত্তৰাধিকাৰ সূত্ৰে কমতাপুৰ-কোচবিহাৰে আৰু পিছলৈ সম্পূৰ্ণৰূপে ব্ৰহ্মপুত্ৰ উপত্যকাত (কিছু দিনলৈ গোৱালপাৰা বাদ দি) আহোম ৰাজতন্ত্ৰই বহন কৰিছে।

৮.৫ ৰাষ্ট্ৰ এক সামাজিক সংস্থা যি সমাজখনকে নিয়ন্ত্ৰণত ৰাখে। পুৰণি মাতৃতান্ত্ৰিক, সমূহীয়া ভাৱে সম্পত্তিৰ মালিকানা থকা ব্যৱস্থাটো উচ্ছেদ বা ধ্বংস নকৰাকৈ বৰ্বৰ যুগৰ একপত্নী ৰখা ব্যৱস্থা এটা প্ৰতিষ্ঠা হ'ব নোৱাৰে। অসমত এই মাতৃতান্ত্ৰিক ব্যৱস্থা ধ্বংস কৰাৰ প্ৰক্ৰিয়াটো আমি কিছু আনুমানিক তথ্যপাতিৰ বিশ্লেষণৰ আধাৰত ব্যাখ্যা কৰাৰ চেষ্টা কৰিছো। এনে এটা ব্যৱস্থাৰ উন্নত স্তৰটো কিছু সভ্যতাৰ পোহৰ পৰা। লোৰ নাঙল বা আহিলা ব্যৱহাৰ নকৰাকৈ তেনে এটা ব্যৱস্থাৰ উন্নত স্তৰ পাব পৰা নাযায় (১৫)। কৃষিৰ ক্ষেত্ৰত বিস্তৰ বিকাশ, ভূমিৰ ওপৰত মালিকানা প্ৰতিষ্ঠা, স্থায়ীভাৱে ভূমি দান কৰাৰ অধিকাৰ আমি বৰ্মন যুগতে প্ৰতিষ্ঠা হোৱা দেখা পাওঁ। ই এক বলিষ্ঠ শাসনতন্ত্ৰ তথা ৰাষ্ট্ৰ বিকাশৰ পটভূমি ৰচনা কৰে। বৰ্বৰ যুগৰ উন্নত অৱস্থাটো সামন্ত ৰাজতন্ত্ৰৰ বিকাশৰো প্ৰথম পৰ্বৰ ভেটি প্ৰতিষ্ঠাৰে ক্ৰমাগত উন্নত স্তৰলৈ গতি কৰে। অসমত আমি ভূমিকেন্দ্ৰিক সামন্তবাদী উৎপাদন প্ৰক্ৰিয়াৰে প্ৰসাৰ, ৰাহি উৎপাদন আৰু এক প্ৰশাসনিক গাঁথনিকেন্দ্ৰিক আধিপত্য বিস্তাৰৰ সুবিন্যস্ত প্ৰচেষ্টা বৰ্মন বংশৰ আৰম্ভণিৰে পৰা দেখা পাওঁ।

প্ৰাগজ্যোতিষপুৰক কেন্দ্ৰ কৰি এই ৰাষ্ট্ৰ গঢ়ি তোলা প্ৰয়াসটোৱেই কামৰূপৰ ইতিহাসত আটাইতকৈ দীঘলীয়া আৰু প্ৰায় অবিৰত প্ৰশাসনিক কাল — যি সংস্কৃত ভাষা, স্থায়ী কৃষি আৰু প্ৰায় অবিৰতভাৱে শৈৱ ধৰ্মৰ পৃষ্ঠপোষকতাৰে শক্তিশালী ৰাষ্ট্ৰৰ মহিমা বঢ়াইছিল।

বৰ্মন বংশৰ, ম্লেছ বংশ আৰু পাল বংশৰ সভ্যতা-সংস্কৃতি অসমীয়া (কামৰূপীয়া) সমাজখন গঢ় দিয়াতে আটাইতকৈ প্ৰভাৱশীল কাল। প্ৰাগজ্যোতিষপুৰৰ এই সভ্যতা-সংস্কৃতিৰ তথা ৰাষ্ট্ৰীয় মৰ্যাদাৰ ভেটিটোৰে উত্তৰাধিকাৰ বহন কৰিছে কমতা-কোচবিহাৰকেন্দ্ৰিক পশ্চিম অসমৰ কেন্দ্ৰীভূত শক্তিটোৱে যাৰ ঐতিহাসিক দৈৰ্ঘ্য স্বাধীনভাৱে অন্ততঃ পাঁচটা শতিকাজুৰি ব্যাপ্ত। নৰনাৰায়ণৰ মৃত্যুৰ পিছত এই অংশটো

কৰতলীয়া ৰাজ্য হিচাপে ইংৰাজ ৰাজত্বৰ শেষলৈকে বৰ্তি আছিল। উজনি অসমৰ গড়গাঁও-ৰংপুৰ কেন্দ্ৰিক ৰাজ্যখণ্ড আনহাতে শৌৰ্য-বীৰ্য আৰু কৃষ্টিৰ ফালৰপৰাই হওক বা অৰ্থনৈতিক ফালৰপৰাই হওক প্ৰাগজ্যোতিষপুৰ হাৰুপেশ্বৰ কমতাপুৰৰ ঐতিহ্য আৰু ঐতিহাসিক প্ৰসিদ্ধিৰ উত্তৰাধিকাৰী। এই গড়গাঁও, ৰংপুৰকেন্দ্ৰিক সামন্তযুগীয় ৰাষ্ট্ৰখনৰ লগত গোৱালপাৰা পৰ্যন্ত কোচ ৰাজ্যৰ আৰু খাছপুৰ মাইবং পৰ্যন্ত কছাৰী ৰাজ্যৰ সম্মিলনৰ ফলতে আধুনিক অসমখনৰ জন্ম, এই জন্ম যন্ত্ৰণাৰ ধাত্ৰী দুগৰাকী, —এগৰাকী বিদেশী ইংৰাজ, আনগৰাকী ইংৰাজৰ যুগৰ শিক্ষা-দীক্ষাৰে পুষ্ট মধ্যবিত্ত শ্ৰেণী! বিদেশী ইংৰাজেই অসমক পৰিবহন (ৰেল, স্থলপথ, জলপথ, আকাশীপথ), শিক্ষা আৰু যোগাযোগ ব্যৱস্থাৰ উন্নয়নেৰে এক আন্তঃগাঁথনি গঢ়ি দিলে, গঢ়ি দিলে এক ঔদ্যোগিক আৰু ব্যৱসায়িক ভেটি, সবাৰো উৰ্ধত দিলে এক কেন্দ্ৰীভূত প্ৰশাসন; ইংৰাজৰ এই ধাত্ৰী নিবাসতে মধ্যবিত্ত শ্ৰেণীয়ে ৰচিলে পূৰ্বৰ 'বাণ-ভগদত্ত-চুলিকফা' জাতৰ অমিয়াপুৰী আধুনিক অসমৰ অপূৰ্ব সপোন।

৮.৬ অসমৰ এই জাতীয় আৰু ৰাষ্ট্ৰীয় ভেটিটো নিৰ্মাণত এক কেন্দ্ৰীভূত ৰাজনৈতিক শক্তিৰ উত্থানৰ গুৰুত্ব আছে; ঠিক সেইদৰে গুৰুত্ব আছে কেন্দ্ৰীভূত ৰাজনৈতিক শক্তিৰ উত্থানৰ সহায়ক উপাদানকে শক্তিশালী ৰাজধৰ্মৰ। এই ধৰ্ম ভিত্তিক কৃষ্টিয়ে ভাষা আৰু সামাজিক সংহতিৰ ক্ষেত্ৰত এক সংহতিৰ এনাজৰী ৰচনা কৰাত সদায় সহায় কৰিছে।

বৰ্মন যুগত এই সংহতিৰ এনাজৰী ধৰ্ম আছিল শৈৱ-ধৰ্ম, শৈৱ ধৰ্ম এইটো ৰূপত আৰ্যীকৃত, সংস্কৃত ভাষা ইয়াৰ মহাবাণীৰ বাহক। প্ৰতিজন ৰজাকে 'পৰমেশ্বৰ মহামাহেশ্বৰ পৰম ভট্টাৰক' সম্বোধনেৰে বন্দনা কৰি বৰ্মন, ম্লেছ আৰু পাল বংশৰ সুদীৰ্ঘ ৰাজত্বকালত কামৰূপত সংস্কৃতমূলীয় অসমীয়া ভাষা, অসমীয়া লিপি আৰু সমন্বিত কৃষ্টিৰ সেতু ৰচনাত ধৰ্মই এক ঐতিহাসিক কাৰ্য সম্পাদনা কৰিলে। ৰজাৰ অখণ্ড প্ৰতাপ এই সময়ত ৰুদ্ৰৰ তেজৰ দৰে।

অসমৰ মধ্যযুগীয় (আহোম আৰু কোচ) সামন্তবাদী স্তৰটোতো আমি দেখা পাওঁ ৰাজতন্ত্ৰৰ সমান্তৰালভাৱে ধৰ্মই, বিশেষভাৱে একেশ্বৰবাদী বৈষ্ণৱধৰ্মই জাতীয় জীৱনত এক সংহতিৰ সূত্ৰ ধৰিছে। আহোম ৰাজতন্ত্ৰ আৰম্ভ কোচ ৰাজতন্ত্ৰই প্ৰথমে নৱ-বৈষ্ণৱ শ্ৰীমন্ত শংকৰৰ একেশ্বৰবাদী মতবাদক প্ৰাধান্য দিব খোজা নাছিল যদিও, ৰাজতন্ত্ৰৰ বিকাশৰ বাবে একেশ্বৰবাদৰ তাৎপৰ্য বুজি এটা সাধাৰণ ধৰ্ম হিচাপে শংকৰী সত্ৰীয়া ধৰ্মটোক নিজৰ কৰি ল'বলৈ প্ৰয়াস কৰিছে।

ৰাজ্যৰ সকলো প্ৰজাৰ বাবে এটা কেন্দ্ৰীভূত ধৰ্মীয় পন্থা উদ্ভাৱনৰ প্ৰচেষ্টা আহোম ৰাজতন্ত্ৰই নিজৰ শক্তি বৃদ্ধি হোৱাৰ লগে লগে কৰিছে। সাহিত্য, সংগীত, নাটকেৰে মহিমামণ্ডিত একেশ্বৰবাদী ধৰ্মক সাধাৰণ ধৰ্ম হিচাপে গ্ৰহণ কৰাৰ প্ৰয়াস সত্ৰবিলাকক

পৃষ্ঠপোষকতা কৰাৰ মাজেদি নকৰা নহয়; কিন্তু সমান্তৰালভাৱে ব্ৰাহ্মণ্য শক্তিবাদেও শক্তিৰ এক সমন্বিত ৰূপ হৰ-গৌৰীৰ জৰিয়তে দিবলৈ প্ৰয়াস নকৰা নহয়। আহোমৰ শক্তিৰ সৰ্বোচ্চ শিখৰ আৰোহণৰ দিনত ব্ৰাহ্মণ্য হিন্দু-ধৰ্মক ৰাজ ধৰ্ম কৰাৰ প্ৰচেষ্টাত ৰত ৰুদ্ৰসিংহই নিজেই শিৱপুৰাণ অনুবাদ কৰাটো এই ক্ষেত্ৰত এটা গুৰুত্বপূৰ্ণ দিশ। তেৰেঁই পশ্চিমবংগৰপৰা ব্ৰাহ্মণসকলক আনি হিন্দু ধৰ্মৰ ভিত্তি অসমত গজগজীয়া কৰিলে। আনহাতে তেৰেঁই সত্ৰ আৰু ৰাজতন্ত্ৰৰ সংঘাত দূৰ কৰি অসমৰ প্ৰজাক এক সংঘাতবিহীন ধৰ্মীয় পৰিৱেশ দিয়াৰো প্ৰয়াস কৰিলে। এটা সাধাৰণ ধৰ্ম ৰুচি আৰু অভ্যাস আৰু সামাজিক জীৱনত ব্যৱহাৰৰ বাবে পৃথিৱীৰ অন্য দেশত ৰাজতন্ত্ৰই নকৰে তেনে নহয়, মধ্য শ্ৰেণীয়েও কৰে (*১৬)। অসমত আহোম ৰাজতন্ত্ৰৰ এনে প্ৰচেষ্টাই নানা স্ববিৰোধিতা আৰু সংঘাত সৃষ্টি কৰাই নহয়; ৰাজতন্ত্ৰ ধ্বংস কৰিবপৰাকৈ এক সংঘাতৰ বীজৰোপণ কৰিলে। ধৰ্মীয় বাণীক আমোঘ মন্ত্ৰ হিচাপে লৈ আহোম ৰাজতন্ত্ৰ ধ্বংশ কৰা বিপ্লৱীসকলে একপ্ৰকাৰ অসাধ্য সাধন কৰিলে। ৰাজতন্ত্ৰ ধ্বংসৰ পিচত আমি দেখা পাওঁ অসমৰ মধ্য শ্ৰেণীয়ে পুনৰ এক সংহতিৰ এনাজৰী বিচাৰি দুটা মন্ত্ৰ ল'লে— এটা ধৰ্মীয় নৱ বৈষ্ণৱী মন্ত্ৰ, আনটো 'বাণ-ভগদত্ত-চুকাফা'ৰ আদৰ্শৰে জাতিটোক ঐক্যবদ্ধ কৰাৰ মন্ত্ৰ। গুণাভিৰাম বৰুৱা সমন্বিতে প্ৰথম ব্ৰাহ্ম ধৰ্মত দীক্ষিত মধ্য শ্ৰেণীৰ শক্তিশালী দলটোৱে যি উলাহ নতুন অসমীয়া সমাজ এখন গঢ়াত দিব খুজিছিল তাৰ তুলনাত লক্ষ্মীনাথ বেজবৰুৱাৰ পৰা অম্বিকাগিৰি, জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদলৈকে যি সংহতিৰ এনাজৰী নৱ-বৈষ্ণৱ শংকৰী মন্ত্ৰৰে দিলে, সেই মন্ত্ৰ অধিক শক্তিশালী প্ৰমাণিত হ'ল। ৰাজতন্ত্ৰ বিৰোধীসকলো যিদৰে নিজৰ উত্থান জাগৰণৰ বাবে বৈষ্ণৱী মন্ত্ৰক আত্মস্থ কৰি শ্লোগান ৰচনা কৰিছিল; নৱ-বৈষ্ণৱী যুগৰ মন্ত্ৰৰ নৱ আৱিষ্কাৰেৰে ঠিক সেইদৰে অসমৰ মধ্য শ্ৰেণীয়ে অসমীয়া সমাজখনক নৱ উন্মেষ দিলে, ই হ'ল বিনয়, উদাৰতা আৰু সমন্বয়মুখী ভাৰতীয় চিন্তাৰ উন্মেষ। অসমৰ মায়ামৰীয়া বিপ্লৱীসকলে নিজৰ শ্লোগান, গীত আদিত নৱ-বৈষ্ণৱ ধৰ্মৰ আটাইতকৈ জনমুখী বুলি খ্যাত ধৰ্মটোৰ মন্ত্ৰ লৈছিল; প্ৰজাক বিদ্ৰোহৰ বাবে উদ্বুদ্ধ কৰিছিল; ঠিক যেন অ'ল্ড টেষ্টামেণ্টৰ বাণীয়ে ক্ৰমৱেলৰ যুগৰ ইংলেণ্ডৰ বিপ্লৱী সকলেহে পৰিবৰ্তনৰ বাবে আঘাত হানিছে! অসমৰ মধ্যশ্ৰেণীৰ বৈপ্লৱিক চেতনা নাছিল, পৰিবৰ্তনৰ বাবে কাম কৰাৰ জংগী উন্মেষ পিছলৈহে বিষ্ণু-জ্যোতিৰ যুগত আহিছিল; কিন্তু শ্ৰীমন্ত শংকৰৰ সংহতিৰ এনাজৰীডাল যে জাতীয় সংহতিৰ বাবে প্ৰয়োজন, নৈতিক জাগৰণ আৰু সংহতি ৰক্ষাৰ বাবে প্ৰয়োজন তাক জানিছিল।

অসমীয়া মধ্য শ্ৰেণীয়ে সংহতিৰ ৰূপৰেখা আঁকিবৰ বাবে নৱ-বৈষ্ণৱী মন্ত্ৰৰ সমান্তৰালভাৱে অসমৰ শদিয়াৰপৰা ধুবুৰীলৈ মানুহৰ মনত পোষণ কৰিছিল অতীতমুখী

ৰোমাণ্টিক উচ্ছ্বাসৰ। এই উচ্ছ্বাসে অতি সযতনে অতীতৰ বাণ-ভগদত্ত-চুকাফাৰ লগতে জয়মতী, লাচিতক আনিছিল আৰু বিশ্ববিপ্লৱৰ গেৰিবল্ডি-মেটছিনিক আনি দেশী 'বাণ-ভগদত্ত-চুকাফাৰ' লগত সমন্বিত কৰি এক নৈতিক ভিত্তি নিৰ্মাণ কৰিছিল। লক্ষ্মীনাথ, হেমচন্দ্ৰ গোস্বামী, বাণীকান্ত কাকতি, অম্বিকাগিৰিৰ চোকা কলম আছিল এনে সংহতিৰ পক্ষে। ১৯১৮ চনত আহোমৰ বাবে সুকীয়া 'ইলেকটৰেট' বিচৰা পদ্মনাথ গোহাঞিবৰুৱাক অতি কঠোৰ আৰু আপোচহীন ভাষা আৰু যুক্তিৰে চেতনাৰ পাতত আক্ৰমণ কৰা অম্বিকাগিৰিৰ ঠিক সেইটো আত্মিক বল (বা স্পিৰিট) আছিল। সেই বলৰেই অসমীয়া ঐক্যবদ্ধ হৈ থাকিবই লাগিব বুলি সিংহ-নিনাদ কৰাৰ সামৰ্থ আয়ত্ত কৰিছিল অম্বিকাগিৰিয়ে।

জাতীয় মনস্তত্ত্বটো গঢ় দিয়াত আহোমৰ যুগত পশ্চিমৰ আক্ৰমণকাৰীৰ বিৰুদ্ধে সক্ৰিয় থাকি অৰ্জন কৰা হৈছিল। এইটো শৰাইঘটীয়া শিক্ষা। ইংৰাজৰ দিনত ১৮৫৩ চনলৈকে মানৰ দিনৰ বিৰুদ্ধে গঢ়ি তোলা মানসিক কঠোৰতাই ইংৰাজৰ ওচৰ চপাই নিছিল যদিও কৃষক বিদ্ৰোহৰ কঠীয়াতলীত শিক্ষাগ্ৰহণ কৰি অসমীয়া মধ্যশ্ৰেণীয়ে শিকিলে জাতীয় জীৱনৰ চিন্তাৰে নিজকে সমৃদ্ধ কৰিবলৈ। জনজাতি আৰু অনুন্নত সম্প্ৰদায়সমূহক অসমীয়া মধ্য শ্ৰেণীয়ে তেওঁলোকৰ সুকীয়া সুকীয়া পৰিচয় আৰু অস্তিত্বৰ কথা পাহৰি অসমীয়া পৰিচয়ৰে জাতি গঢ়াৰ প্ৰক্ৰিয়াত সংযোজিত কৰিবলৈ সমৰ্থ হৈছিল, কিন্তু সেয়া আছিল আংশিক আৰু অনন্নত সম্প্ৰদায় আৰু জনজাতিসকলৰ বহুতৰে অনাকাংক্ষিত। তেওঁলোকৰ মাজত শিক্ষাৰ প্ৰসাৰ আৰু নিজা মধ্যশ্ৰেণীৰ বিকাশে পিছলৈ অসমীয়াৰ জন-জীৱনত নতুন নতুন সংঘাতৰ সূচনা কৰিছে— আৰম্ভ হৈছে লক্ষ্মীনাথৰূপৰা অম্বিকাগিৰিলৈকে বিচৰা অসমীয়া জাতিৰ মাজতে ক্ষীণ নোযোৱাসকলৰ সুকীয়া অস্তিত্বৰ বিকাশ। আমি এই অধ্যয়নৰ ভিতৰত তেনে প্ৰৱণতাসমূহ আলোচনা কৰা নাই। দ্বিতীয় খণ্ডত সেইবোৰ সমস্যাৰ বিষয়ে সম্যক আলোচনা আগবঢ়োৱা হৈছে। আমাৰ ধাৰণা অসমৰ মধ্যশ্ৰেণীৰ বিকাশ আৰু অসম নিয়ন্ত্ৰণ কৰা প্ৰক্ৰিয়াটোৰ আদি ভাগ ১৯২০-২১ চনৰ ভিতৰতে সমাপ্ত হৈছিল। পিছৰ পৰ্ববোৰৰ বিশ্লেষণৰ বাবে এয়া মাথোঁ প্ৰাৰম্ভিক প্ৰস্তুতি।

+ + +